# হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী

সম্পাদক

শ্ৰীবেণুধৰ শৰ্ম্মা






১৮৯৩ শক

অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

**Pandit Hemchandra Goswami Rachanavali:** A compilation of the works of Pandit Hemchandra Goswami (1872-1928 A.D.), compiled and edited by Sri Benudhar Sarma, Rehabari, Gauhati, and published by Sri Jatindranath Goswami, M.A.,B.T., General Secretary, Asam Sāhitya Sabhā, Chandrakanta. Handique Bhavan. Jorhat-1, Assam, 1972. Price—Rs. 20.00 only.

প্ৰকাশক :
শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

বেচ—বিশ টকা

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# প্ৰধান সম্পাদকৰ নিবেদন

হেমচন্দ্ৰ গোস্বামী অসমীয়া সাহিত্যত নৱন্যাস বা ৰোমাণ্টিছিজিমৰ অন্যতম হোতা। 'জোনাকী' কাকতত প্ৰকাশিত 'প্ৰিয়তমাৰ চিঠি' শীৰ্ষক কবিতাটো প্ৰথম অসমীয়া ছনেট বা চতুৰ্দ্দশপদী কবিতা। 'ফুলৰ চাকি'ত সন্নিবেশ কৰা কবিতাসমূহ হেমচন্দ্ৰ গোস্বামীৰ কবি-প্ৰতিভাৰ উজ্জ্বল নিদৰ্শন। তেওঁৱেই পোনতে অসমীয়া সাহিত্যৰ দিগ্‌দৰ্শন কৰে। 'অসমীয়া সাহিত্যৰ চানেকি' তেওঁৰ যুগমীয়া কীৰ্ত্তি। ইয়াৰ উপৰি বুৰঞ্জী আৰু প্ৰত্নতত্বৰ ক্ষেত্ৰতো তেওঁৰ বিশিষ্ট অৱদান আছে।

এই বছৰ ৮ জানুৱাৰীত পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ জন্ম-শতবাৰ্ষিকী পৰিছে। এই শতবাৰ্ষিকী উপলক্ষে অসম সাহিত্য সভাই পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলীৰ এটি সংকলন প্ৰকাশ কৰিবলৈ সিদ্ধান্ত কৰে, আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীবেণুধৰ শৰ্ম্মাক এই পুথি সংকলন আৰু সম্পাদনাৰ দায়িত্ব দিয়ে। পণ্ডিত হেমচন্দ্ৰ গোস্বামী "ৰচনাৱলী" প্ৰকাশৰ অৰ্থে পণ্ডিত গোস্বামীৰ সুযোগ্য পুত্ৰ শ্ৰীশৰৎচন্দ্ৰ গোস্বামী, শ্ৰীপ্ৰফুল্লচন্দ্ৰ গোস্বামী আৰু শ্ৰীতৰুণচন্দ্ৰ গোস্বামীয়ে অসম সাহিত্য সভালৈ দহ হেজাৰ টকাৰ এটি দান আগবঢ়ায়। আমি ইয়াৰ বাবে তেওঁলোকক ধন্যবাদ জনাইছোঁ।

শ্ৰীবেণুধৰ শৰ্ম্মাই অশেষ পৰিশ্ৰম কৰি "পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী" যুগুত কৰে; কিন্তু শৰ্ম্মাদেৱ আকস্মিকভাবে চক্ষুৰোগত আক্ৰান্ত হোৱাৰ বাবে তেওঁ এই পুথিৰ পাতনিখন লিখিব নোৱাৰিলে। অসম সাহিত্য সভাৰ সভাপতি শ্ৰীতীৰ্থনাথ শৰ্ম্মাই পুথিৰ 'আগকথা' লিখি দিয়াৰ বাবে আমাৰ ধন্যবাদৰ পাত্ৰ। আমাৰ বিশ্বাস "পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী"ৰ প্ৰকাশে পণ্ডিত গোস্বামীৰ প্ৰতিভাৰ প্ৰকৃত মূল্যাঙ্কন কৰাত সহায় কৰিব।

এই পুথিখন ছপাৰ বিষয়ত নৱজীৱন প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীকালীচৰণ পালে বিশেষ যত্ন লৈছে আৰু আৰ্হি-কাকত চাই আমাক সহায় কৰিছে; আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সহকাৰী সম্পাদক শ্ৰীনগেন শইকীয়াই আমাক মাজে সময়ে মুদ্ৰণ বিষয়ত পৰামৰ্শ দিছে। আমি শ্ৰীপাল আৰু শ্ৰীনগেন শইকীয়াক আন্তৰিক ধন্যবাদ জনাইছোঁ।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—১
৮. ১. ৭২

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# আগকথা

পণ্ডিত হেমচন্দ্ৰ গোস্বামী অসমীয়া সাহিত্যৰ পৰমাচাৰ্য্য। অসমীয়া সাহিত্যৰ চৰ্চ্চা আজি আগতকৈ বহুত গুণে বাঢ়িছে। সাহিত্য চৰ্চ্চাৰ সমল, ইতিহাসৰ উপাদান আৰু সুযোগ-সুবিধাও পণ্ডিত গোস্বামীৰ কালতকৈ বেছিকৈ পাইছোঁ। তথাপি এই কথা কব লাগিব যে পুৰণি বুৰঞ্জী আৰু সাহিত্যৰ ঐতিহাসিক চৰ্চ্চাৰ বেলিকা ৺হেম গোঁসায়ে পোনাই দিয়া বাটেদিয়ে আমি বিশেষ ফালৰি নকটাকৈ আগ বাঢ়ি আছোঁ। আমি যিসকল অসমীয়া ভাষা-সাহিত্যৰ অধ্যাপক আছিলো বা আছোঁইক, সৰহ ক্ষেত্ৰত ৺হেমচন্দ্ৰ গোস্বামীৰ "অসমীয়া সাহিত্যৰ চানেকি", হাতেলিখা পুথিৰ বৰ্ণনাত্মক সূচী আৰু সংগ্ৰহ, তাম্ৰশাসন শিলালিপিৰ পাঠ আৰু আন প্ৰবন্ধবিলাকত ভৰ নিদিলে আমাৰ কাম নিসিজে। পুৰণি পুথিৰ সংগ্ৰহ আৰু বৰ্ণনাৰ কথাকে যদি ধৰো, তেনেহলেও স্বৰ্গীয় গোস্বামীয়ে কৰা সংগ্ৰহ আৰু সুত্ৰেদৰ সম্পাদখিনি একাষৰীয়া কৰিলে ভঁড়াল উদি নহলেও তলি ওলাই নিচলা হৈ পৰিব। অসমীয়া ভাষা আৰু সাহিত্যক কলিকতা বিশ্ববিদ্যালয়ে বি. এ. মহলাৰ পঠনীয় বিষয়ৰূপে স্বীকৃতি দিয়াৰ মূলতে আছিল ৺হেম গোস্বামীয়ে নেপথ্য ভূমিকাৰে যুগুত কৰা অকাট্য যুক্তিপূৰ্ণ টোকা। এম. এ. মহলাত আধুনিক ভাৰতীয় ভাষা বিভাগত এটা বিকল্প পালি বিষয়ৰূপে অসমীয়া ভাষাক স্থান দিয়াত চাৰ আশুতোষৰ সোঁহাত স্বৰূপে বল দিছিল এইজনা আচাৰ্য্য পুৰুষেই "অসমীয়া সাহিত্যৰ চানেকি"ৰ নিচিনা এখন কল্পতৰু গ্ৰন্থ প্ৰস্তুত কৰি দি। এম. এ. শ্ৰেণীৰ আনুষঙ্গিক প্ৰয়োজন বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ কাৰণে গ্ৰন্থ বাছনি আৰু তাৰ যোগান-ব্যৱস্থাও কৰি দিব লগা হৈছিল তেখেতেই। মুঠতে, অসমীয়া সাহিত্যৰ উচ্চতৰ অধ্যয়ন আৰু চৰ্চ্চাৰ তেখেতেই আছিল আদিগুৰু। সেই দেখি কৈছো পণ্ডিত হেমচন্দ্ৰ গোস্বামী অসমীয়া সাহিত্যৰ পৰমাচাৰ্য্য।

এইজনা পুৰুষ ভূ-ভাৰতলৈ অহাৰ দিন ধৰি এশবছৰ পূৰ্ণ হ'ল। অসম সাহিত্য সভাই এই শতকাস্তীয় মহত্ব উপলব্ধি কৰি তেখেতৰ জন্মশতবাৰ্ষিকী পালনৰ গুৰুদায়িত্ব সানন্দে শিৰত ললে আৰু ৰাইজকো পালন কৰিবলৈ সময়োচিত অনুৰোধ জনালে। এই উদ্দেশে স্বৰ্গীয় গোস্বামীৰ এখন জীৱন-চৰিত আৰু তেখেতৰ স্বৰচিত গ্ৰন্থ, প্ৰবন্ধ আৰু টোকাসমূহ সংগ্ৰহ কৰি ৰচনাৱলী প্ৰকাশ কৰাৰ সংকল্পও সভাই গ্ৰহণ কৰিলে। পিছে এইজনা আছিল নিষ্কাম সাহিত্য-সেৱক। নিজৰ অসামান্য প্ৰতিভা তেখেতে কবিতা বা আন গদ্যাত্মক সাহিত্য ৰচনাত নিয়োগ কৰিব পাৰিলেহেঁতেন আৰু কৰা হলে সেইবোৰে অসমীয়া সাহিত্যৰ অভগন সম্পদৰূপে

তেখেতৰ সাহিত্যিক যশস্যা দূৰ-প্ৰসাৰিণী কৰিলেহেঁতেন। তাকে নকৰি সেই সৰ্ব্বতো-গামী বুদ্ধি আৰু কৰ্ম্মনৈপুণ্য প্ৰয়োগ কৰিলে অসমীয়া ভাষা-সাহিত্যৰ অমূল্য ৰত্নৰ ৰক্ষা, প্ৰকাশ আৰু প্ৰসাৰৰ শ্ৰম-সৰ্ব্বস্ব কাৰ্য্যত। এইদৰেই তেখেতে চাকৰি-জীৱনৰ দুৰ্লভ অৱসৰখিনি নেলেটিয়া পৰিশ্ৰমেৰে ব্যয় কৰিছিল; নিজৰ সংকলিত দুই এখন গৌৰৱহ গ্ৰন্থকো হয় আধৰুৱা, নহয় প্ৰাথমিক পৰিকল্পনাতে নিঠৰুৱা কৰি এৰি থাব লগা হ'ল। তথাপি হেম গোস্বামীৰ স্বৰচিত সাহিত্য-কৰ্ম্মও তেনেই তাকৰীয়া নহয়, সেইবোৰ পৰিমাণত দেখাৰ নহলেও গুণত অমোলমণি। সেইখিনিকো তেখেতে 'কুলৰ চাকি'ৰ বাহিৰে গ্ৰন্থাকাৰে প্ৰকাশ কৰাৰ মন বি নেমেলিলেই, থুপাই থোৱাৰ দিহাও নকৰিলে। ইয়াৰ ফলত তেখেতৰ কিতাপ আৰু প্ৰবন্ধ-পাতিবোৰ লাগ ফুলিলে আজি পাবলৈ নাই, বিচাৰিলেও সতকাই দিওঁতা নাই। পুৰণি কাকত-পত্ৰ আটোমটোকাৰিকৈ ৰখাৰ সজ আমাৰ মাজত বৰ কম লোকৰহে আছে। কাৰবাৰ হাতত যদিওবা কিবা আছিল, তেওঁবিলাকেও কোনোবা আপোনপেটীয়া সাহিত্য-লোভীৰ স্থূলহস্তাবলেপৰ কথা সুঁৱৰি বিমৰিষ কৰে। এনে স্থলত স্বৰ্গীয় গোস্বামীৰ জীৱন-চৰিত আৰু লগতে ৰচনাৱলীৰ সংগ্ৰহ এখন প্ৰকাশ কৰা শতবাৰ্ষিকী পালনৰ সৰ্ব্বাৰ্থ-সাধক কাম হব বুলি অসম সাহিত্য সভাই বিবেচনা কৰিলে।

এই কামৰ ভাৰ দিয়া হ'ল পাতাল-সন্ধানী বুৰঞ্জীবিদ আৰু নিপুণ জীৱনীকাৰ শ্ৰদ্ধেয় বেণুধৰ শৰ্ম্মাক। ৰতনে ৰতন চিনে, শ্ৰদ্ধেয় শৰ্ম্মা ডাঙৰীয়াই পণ্ডিত হেম গোস্বামীক অকল নিজেহে চিনে এনে নহয়, চিনাবও জানিব এই ভাবি জীৱন-চৰিত আৰু ৰচনাৱলী দুয়োখন গ্ৰন্থ যুগুত কৰাৰ গুৰু কিন্তু প্ৰিয় ভাৰখন তেখেতৰ ওপৰতে অৰ্পণ কৰা হ'ল। বাৰ্দ্ধক্য-জড়তাবিহীন এই বয়োবৃদ্ধ সাহিত্যিক গৰাকীয়ে দিন-ৰাতিৰ প্ৰভেদ নগণি, ৰচনাৱলী সংগ্ৰহ কৰিলে, যুকিয়ালে, শৃঙ্খলা লগাই প্ৰকাশৰ আৰ্হিৰূপ প্ৰস্তুত কৰিলে। জীৱনীগ্ৰন্থখনো অনুৰূপ কঠোৰ পৰিশ্ৰমেৰে লিখি সামৰিলেহে, এনেতে সাহিত্যসেৱীৰ পৰম সম্পদ চকুদুটাই অত্যধিক খাটনিৰ হেঁচা সহিব নোৱাৰি ধৰ্ম্মঘট কৰিলে আৰু তাৰ ফলত প্ৰায় এমাহকাল তেখেত চিকিৎসালয়ত শয্যাবন্দী হব লগা হ'ল। ঈশ্বৰে তেখেতক নিৰাময় আৰু চিৰায়ু কৰক এই প্ৰাৰ্থনা।

এতিয়া পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ স্বৰচিত প্ৰায় এটাইবোৰ কিতাপ আৰু প্ৰবন্ধ থাওকতে পাৰ পৰাকৈ ৰচনাৱলী এখন প্ৰকাশিত হ'ল। আমি আশা কৰিছোঁ অসমীয়া সাহিত্যৰ অনুৰাগীসকলে অসম সাহিত্য সভাৰ এই স্মৃতি-নিবেদন গ্ৰন্থখনি আদৰি লব

শ্ৰীতীৰ্থনাথ শৰ্ম্মা
সভাপতি
অসম সাহিত্য সভা

গুৱাহাটী
২৩ পুহ, ১৮৯৩ শক।



**পণ্ডিত হেমচন্দ্ৰ গোস্বামী**

জন্ম ৮ জানুৱাৰী ১৮৭২ চন — মৃত্যু ২ মে. ১৯২৮ চন

# পণ্ডিত

# হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী

## প্ৰথম খণ্ড

## "ফুলৰ চাকি"

আৰু অন্যান্য কবিতা

বন্ধুবৰ শ্ৰীযুক্ত চন্দ্ৰকুমাৰ আগৰৱালাৰ ওচৰলৈ

মৰমৰ চন্দ্ৰকুমাৰ,

তাহানিয়ে তোলা সেই বনফুল কিটি,
গাঁথিলোঁ লগাই লগ 'ফুলৰ চাকি'টি ;
চেনেহ-চানেকি মোৰ লোৱাঁ হাত পাতি,
নহলে পৰিব জঁয় আদৰ-মালতী।

তোমাৰ

শ্ৰীহেমচন্দ্ৰ গোস্বামী

তেজপুৰ,
১৮।৮।০৭

# প্ৰথম প্ৰকাশত গ্ৰন্থকাৰৰ সূচনা

এই কবিতা কেইটি, যদিও আজি নতুন সাজেৰে ৰাইজৰ আগত ওলাইছে, অসমীয়া পাঠকসকলৰ অনেক দিনৰ চিনাকি, সেই গুণে বোধকৰোঁ সিহঁতৰ আৰু নতুন পৰিচয়ৰ দৰকাৰ নাই। এসময়ত সিহঁতে তেওঁবিলাকৰ যথোচিত মৰম পাইছিল, এতিয়াও পাঠকসকলে সিহঁতক আগৰ মৰম-চকুৰে চালে কৃতাৰ্থ মানিম।

ইয়াৰ ভিতৰৰ কেইবাটাও কবিতা লেখকৰ ১৩/১৪ বছৰ বয়সতে লেখা আৰু তেতিয়া লেখকে আৰ্হি লবৰ নিমিত্তে অসমীয়া ভাষাত গীতি-কবিতা ( Lyrical ) আৰু চৈধ্যপদী কবিতাৰ ( Sonnet ) চানেকিও নাছিল। তেনেস্থলত অত কিবা দোষ থাকিলে পাঠকসকলে যেন মাৰ্জ্জনা কৰিব। কবিতা কেইটা লেখা কাল অনুক্ৰমে সজোৱা হৈছে।

বন্ধুবৰ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই আৰ্হি কাকত আদি চাই কিতাপখনি ছপা কৰি হুলিওৱাহৈঁছেতন, সি যে কিমান দিনৰ মূৰত পোহৰ দেখিলেহেঁতেন তাৰ একো ঠিক নাছিল ; সেই গুণে লেখকে বেজবৰুৱা ডাঙৰীয়াৰ নথৈ শলাগ লৈছে। বিদেশত ছপা হোৱা বাবে কিতাপখনিত বহুত ছপাৰ ভুল থাকি গ'ল, এখনি শুধৰণী কাকতত চকুতপৰা ভুলবিলাক শুধৰাই দিয়া হ'ল।

তেজপুৰ
১৮।৮।০৭

শ্ৰীহেমচন্দ্ৰ গোস্বামী

# সূচী



* এই 'চনেট' বা চৈধ্যফকীয়া কবিতা ইটালীয়েন 'চনেট'ৰ আৰ্হি লৈ লেখা হৈছে। অসমীয়া ভাষাত এইবিধ কবিতা এয়ে প্ৰথম বুলিব পাৰি।—"জোনাকী" সম্পাদক।

# ফুলৰ চাকি

## বিশ্বাস

( ১ )

বিশ্বাস কথাটি কেনে মিঠা মিঠা লাগে;
কিন্তু ই কথাটি যেনে
আন কথাটিও তেনে,
তেনে কিয় অন্তৰত সদায় ই জাগে?

( ২ )

কিয় জাগে কোনে ক'ব? কোৱা কোনো নাই,
যিৰূপে যেয়ে ভাবিব,
সিয়ে সেই ৰূপে পাব,
কিন্তু বিশ্বাসৰ অন্ত কোনেও নাপায়।

( ৩ )

বিশ্বাসেই সংসাৰৰ একমাত্ৰ খুঁটি
বিশ্বাস সবাৰো মূল,
বিশ্বাসেই জাতি-কুল,
বিশ্বাস সকলো ধৰ্ম্ম কৰ্ম্মৰ লাখুটি।

( ৪ )

কোনো লোকে ঈশ্বৰক দেখা পোৱা নাই,
যি কোনোৱে ঈশ্বৰক
দেখি আহি কোনোবাক কৈছেহি
—এনে লোক-মুখে শুনা নাই,

( ৫ )

তথাপি অচলা ভক্তি ঈশ্বৰৰ প্ৰতি
কেৱল বিশ্বাস কৰি,
ঈশ্বৰক মনে ধৰি,
কৰে সেৱ সকলোৱে যাতে পায় গতি ;

( ৬ )

বিশ্বাস নথকা হলে সকলো অসাৰ,
চন্দ্ৰ সূৰ্য্য প্ৰাণ-শূন্য,
নাই পাপ নাই পুণ্য,
ঈশ্বৰৰ অস্তিত্বকে নকৰে স্বীকাৰ।

( ৭ )

বিশ্বাস নহলে লোকে আন এজনক
আশঙ্কা নোহোৱাকৈ,
মন-কথা ভাঙ্গি কৈ,
নোৱাৰে কৰিব শান্ত আপোন মনক।

( ৮ )

যি মানুহ সংসাৰত বিশ্বাস বিহীন,
দুখী জীউ তাৰ দৰে
নাই পৃথিৱী 'ভিতৰে'
জগতত তাৰ তুল্য নাই নিঃকিন।

( ৯ )

ব্ৰহ্মাণ্ডৰ মাজে তই কি বস্তু বিশ্বাস!
তই নহলে সংসাৰ
মিছা কেৱল অসাৰ,
সংসাৰৰ প্ৰাণ তই প্ৰাণৰ নিশ্বাস।

( ১০ )

অধৰ্ম্মী কি ধৰ্ম্মী আৰু আস্তিক নাস্তিক,
তই সকলোৰে প্ৰাণে
বাস কৰিছ সমানে,
সকলোৰে ওচৰত সমান আস্তিক।

( ১১ )

লোক ভেদে দেখে তোক বিভিন্ন ৰূপেৰে,
পবিত্ৰ ধাৰ্ম্মিক জনে
পূজা কৰে তোক মনে,
ৰসিকে কটাক্ষ কৰে প্ৰেমৰ চকুৰে।

( ১২ )

কাৰো প্ৰতি কিন্তু নিদাৰুণ নোহ তই।
যিয়ে যি ভাবেৰে চায়,
সিয়ে সেই ভাবে পায়,
কেতিয়াও কোনো লোক বিফল নহয়।

( ১৩ )

বিশ্বাস কত যে তোৰ মহিমা অপাৰ,
সংসাৰত নাপায় কোনেও তোৰ পাৰ,
তই নৰকৰ পথ,
তয়ে ঘূৰি স্বৰ্গৰথ,
তয়ে ব্ৰহ্মাণ্ডৰ মাজে সত্যৰ সাকাৰ,
বিশ্বাস তয়েই ঘূৰি প্ৰণয় আধাৰ।

( ১৪ )

কত আশা কৰি মই তোৰ মুখ চাওঁ
মই যাৰ তেওঁ মোৰ,
ইয়াতে কথাৰ ওৰ,
বিশ্বাস তোতেই মই বিশ্বৰূপ পাওঁ।*

* 'আসাম বন্ধু'—আশ্বিন ১৮০৭ চন, ১২শ সংখ্যা।

## জাহাজ*

( ১ )

আহঁা ভাই আহঁা সকলোৱে আজি
বিদেশ দেখাৰ আশা পূৰাওঁ,
দেখি বিদেশৰ উন্নতি উৎসাহ
আহঁা সকলোৱে চকু জুৰাওঁ।

( ২ )

নাই একো ভয়, কলিত ইংৰাজে,
আনিছে জাহাজ ভাপৰ নাও,
আহঁা সকলোৱে, পিন্ধা সাজপাৰ
উঠোঁ জাহাজত বিদেশ যাওঁ।

( ৩ )

অপাৰ অঠাই সাগৰ মাজত
ভীষণ ঢৌবো বাধা নগণি,
গম্ভীৰ ভাবেৰে নির্ভয় মনেৰে
উৰিছে জাহাজ বেগ নমনি।

( ৪ )

চোৱাঁ ভাই চোৱাঁ কৰি ধোঁৱা-কোঁৱা
উৰিছে জাহাজ উগৰি ধোঁৱা,
আহঁা ভাই আহঁা বেগাবেগি কৰি,
এলাহ নিহালি সামৰি থোৱাঁ।

( ৫ )

এই উনবিংশ শতিকাত আজি
বিজ্ঞান সূর্য্যৰ পোহৰ পাই,
চোৱাঁচোন কোন আছে মনে-মনে
অদৃষ্ট-মোনাত হাত সুমাই।

---

* অসমত প্রথম দৈনিক জাহাজ চলোৱাৰ সময়ত লেখা।

( ৬ )

চোৱাঁ চকু মেলি, সকলোৱে আজি
বিজয় পতাকা হাতত লই,
উন্নতি-পথত বেগে আগুৱায়
এলাহ-নিহালি সামৰি থৈ।

( ৭ )

কোনোবা দেশত অগাধ অগাধ
পণ্ডিতসকলে জ্ঞানৰ বলে,
চন্দ্ৰ সূৰ্য্য তৰা আকাশৰ পৰা
আনিছে নমাই ধৰাৰ তলে।

( ৮ )

কাৰবাৰ ভয়ে প্ৰকৃতি দেৱীয়ে
হৃদয় উবাৰি দিছে দেখায়,
পঞ্চভূত আদি আকাশ পাতাল
ৰাখিছিল মানে বুকুত লুকাই।

( ৯ )

কোনোবা দেশত চঞ্চলা কমলা
অচলা ভাবেৰে মন হৰিষে,
সুবৰ্ণ ৰজত, মণি মৰকত,
নিছিগা ধাৰেৰে ধন বৰিষে।

( ১০ )

কোনো নগৰক বিশ্বকৰ্ম্মা আহি
আপোন হাতেৰে দিছে সজাই,
মন্দিৰ প্ৰাচীৰ, দোল দেৱালয়,
আৰু আন কত সাজ পিন্ধাই।

( ১১ )

কোনোবা দেশত, আনন্দ মনেৰে
সৰস্বতী আই আপোন হাতে,
সাহিত্য দৰ্শন বিজ্ঞান ফুলেৰে
সুগন্ধি সুন্দৰ সুমলা গাঁথে।

( ১২ )

কোনোবা দেশত, শুনা, কবিসবে
ধৰি সুমধুৰ ললিত তান,
গাইছে নিজৰ দেশৰ সাহস
স্বজাতিৰ যশ কৰিছে গান।

( ১৩ )

কোনোবা দেশত, বীৰ যোদ্ধা সবে
বিজয় শবদে গগণ ফালি,
কাল মূৰ্ত্তি ধৰি শত্ৰুদল নাশি
ধাইছে স্বদেশ মুখ উজলি।

( ১৪ )

আহঁা ভাই আহঁা দেখি এই সব
ব'লা সকলোৱে চকু জুৰাওঁ,
আহঁা সকলোৱে, পিন্ধা সাজপাৰ,
উঠা জাহাজত বিদেশ যাওঁ।

( ১৫ )

ব'লা সোধোঁগৈ আমেৰিকাবাসী
কি মন্ত্ৰৰ বলে স্বাধীন আজি,
কি মন্ত্ৰৰ বলে জগতৰ তলে
'সভ্যতম' বুলি আছে বিৰাজি।

( ১৬ )

কৰাচী জাতিক সোধোঁগৈ ব'লা,—
"কি মন্ত্ৰৰ বলে স্বাধীন তুমি ?
কোন মহাযোগী এনে মন্ত্ৰ দিলে
'স্বৰ্গতো অধিক জনমভূমি'।"

( ১৭ )

কি মন্ত্ৰৰ বলে কচিয়াই আজি
সসাগৰা ধৰা পেটত ভৰি,
আছিছে আকৌ বিস্তাৰিয়া মুখ
ভাৰতৰ ফালে কটাহি কৰি।

( ১৮ )

ইটালি, তোমাৰ অধীন শিকলি
দিলে কোনে কাটি ভৰিৰপৰা,
কি তেজৰ বলে নতুন উৎসাহে
উঠিছাঁ আকৌ কঁপাই ধৰা ?

( ১৯ )

ব'লা সোধোঁগৈ ইংৰাজ জাতিকো
কিৰূপে সিহঁতে কি মন্ত্ৰৰ বলে,
সূৰ্য্যকৰ ব্যাপী আধা বসুন্ধৰা,
একে গৰাহতে গৰাহি ললে।

( ২০ )

কি মন্ত্ৰৰ বলে কিৰূপ কৌশলে
ধৰিয়া মুখত কিৰূপ সুৰ,
ভাৰতৰ ধন কহিনুৰ নিয়া
শোভিছে ৰাণীৰ মুকুট মুৰ।

( ২১ )

লগে লগে ব'লা ভাৰতকো সোধোঁ
কিয় আই তোৰ এই দশা হ'ল,
ত্ৰৈলোক্যবিজয়ী বীৰ শিৰোমণি
পুত্ৰবোৰ তোৰ কলৈ গ'ল ?

( ২২ )

নাইনে এজনো, শিৰোৰৰ মাজে
আই বুলি আজি মাতোঁতা তোক,
দেখি তোৰ দুখ অন্তৰে সৈতে
পেলাব চকুৰ পানী এটোপ।

( ২৩ )

আহাঁ ভাই আহাঁ সকলোৱে আজি
বিদেশ দেখাৰ আশা পূৰাওঁ,
দেখি বিদেশৰ উন্নতি উৎসাহ
ব'লা সকলোৱে চকু জুৰাওঁ।

( ২৪ )

নাই একো ভয় কলিত ইংৰাজে
আনিছে জাহাজ ভাপৰ নাও,
আহাঁ সকলোৱে পিন্ধা সাজপাৰ,
উঠা জাহাজত বিদেশ যাওঁ।

( ২৫ )

জাতি জাতি কৰি মুঠি মাৰি ধৰি
থাকিবা কিমান শালৰ গৰু,
নাই নে মনত কলিৰ শেহত
হব সকলোৱে একেটা চৰু।

( ২৬ )

তেনেহলে আৰু, কিয় বহি মৰা,
আহাঁ সকলোৱে বিদেশ যাওঁ ;
'পৰ্ব্বতীয়া জাতি' 'চুকৰ ভেকুলী'
ইবোৰ কলঙ্ক নাম গুচাওঁ।

( ২৭ )

চোৱাঁ চকু মেলি সকলোৱে আজি
বিজয় পতাকা হাতত লৈ,
উন্নতি-পথত বেগে আগুৱায়
এলাহ-নিহালি সামৰি থৈ।

( ২৮ )

সকলো দেশতে মধ্যাহ্ন আলোক
চোৱাঁ অসমত আজিও নিশা,
সকলো দেশতে বসন্ত হাঁহিছে
চোৱাঁ অসমত ঘোৰ বাৰিষা।

( ২৯ )

সকলো দেশত, শৰতৰ জোন
হাঁহিছে নাচিছে শীতাংশু লৈ,
চোৱাঁ অসমৰ ভাগ্য আকাশত
নাচিছে আঁউসী ৰাহুক লৈ।

( ৩০ )

তথাপিও হাঁয় কোন মুখে ভাই
তিকতাক লৈ আছ সোমাই,
নিশ্চয় জানিলোঁ তইঁতৰ গাত
আৰ্য্যৰ শোণিত এটোপো নাই।

# মন

মন তই কিয় এইদৰে ফুৰ লবি ?
কিয় তই এনেকৈ,
মানুহ লগত লৈ,
ফুৰ ঘূৰি যেনেকৈ গাড়ীৰ চকৰি ?
কিয় তই এইদৰে,
—শোকত হিয়া বিদৰে—
কৰ মানুহক নকৰিব-চকৰি ?
মানুহৰ হৃদয়ত
কিয় তই অবিৰত,
নিশ্বাসে নিশ্বাসে কিয় ৰূপেৰে বিহাৰি
হাততে অমৃত দিয়
ক্ষণে আঁতৰাই নিয়,
সমস্ত জগত দেখা এচমকা কৰি
মন তই কিয় এইদৰে ফুৰ লবি ?

( ২ )

কিয় মন এনে তই সদাই চঞ্চল ?
সাগৰৰ মাজ জলে
ধুমুহা বতাহে পালে,
নাও, কলনাও যেনে কৰে টলমল !
লোক হৃদি-সাগৰত
চিন্তা-বায়ুৰ কোবত,
কিয় মন তয়ো তেনে কৰ টলমল !
এখন্তেকো কাৰো গাৱে
নেথাক সুস্থিৰ ভাৱে,
কুমাৰৰ চাক যেন ঘূৰিছ কেৱল ;

কত কথা ভিনে ভিনে
পাতিছ ভাঙিছ দিনে
ভঙাকে পাতিছ ঘূৰি, পতা ঘূৰি গ'ল,
সকলো শেহত ঘূৰি আন এটা হ'ল।

( ৩ )

কি দোষ কৰিলোঁ মন তোৰ ওচৰত
তাকে যে শুটোৱা মনে,
ঘূৰাইছ ক্ষণে-ঘনে
প্ৰতিকূল অনুকূল বায়ুৰ কোবত ?
তাকে যে শুটোৱা মনে
দিনে দিনে ভিনে ভিনে,
উটাব বুৰাব সুখ দুখ সাগৰত ;
ততালিকে হঁহুৱাব
ততালিকে কন্দুৱাব,
ততালিকে তোল সুখ-স্বৰ্গ ওপৰত।
ঘূৰি বা সাবটি ধৰি
জুলুৰা জুপুৰা কৰি,
বুৰাব অনন্ত দুখ নৰক গৰ্ভত ;
কি দোষ কৰিলোঁ মন তোৰ ওচৰত ?

( ৪ )

এতিয়া ই স্বৰ্গসুখ হাতে হাতে দিলি
সিংহাসনে বহুৱাই
দাসীৰে পদ সেৱাই
সোণৰ মুকুট আনি মূৰত পিন্ধালি,
মণি মুক্তা সোণ ধন,
আনি কত অগণন,
কলহৰ মুখে মোৰ ভৰিত ঢালিলি,

ৰঞ্জা মহাৰঞ্জা কত
পেলালিহি চৰণত,
কতনো সুখৰ গীতে কাণক তুষিলি,
এতিয়াই ঘূৰি ধৰি
সকলোকে নিলি হৰি,
কেৱল ই লঠামূৰা দেহক ৰাখিলি,
দুনাই বাটৰ সেই ভিখুক কৰিলি।

( ৫ )

এতিয়াই কান্দিছিলোঁ দুখৰ ভৰত,
দুখৰ সাগৰে পৰি,
ফুৰিছিলোঁ উটি বুৰি
বন-পাতটিৰ দৰে ঢৌৰ লগত;
কত বিভীষিকা আহি,
দিলে দেখা হাঁহি হাঁহি,
দেখি তাক হাত-ভৰি লুকাল পেটত;
কত নো দুখৰ ছবি,
মূৰ্ত্তি ধৰি কাল ৰবি
উদিছিল এতিয়াই অন্তৰ পটত।
এতিয়াই মন তই,
সকলোকে কৰি লয়
আনন্দৰ হাঁহি আনি ঢালিলি মুখত,
পুনৰ বুৰালি সেই অতুল সুখত।

( ৬ )

এই জগতত তই কি ভাবি নো মন,
ৰথত চকৰি দৰে
মেঘত বিজুলী দৰে,
সাগৰত ঢউ দৰে ঘূৰ ঘনে ঘন?

মানুহক এনে কৈ,
কৰিছ যে লৈ-থৈ,
আছে কি ইয়াৰ কোনো গুপুত কাৰণ?
নহলে কি অকাৰণে,
ৰঙ্গ চাবৰেই মনে।
ঘটাইছ মানুহৰ জীৱন-মৰণ?
ভাবি ভাবি মন ভোৰ,
নেপালোঁ নেপালোঁ ওৰ,
কি তোৰ মনৰ কথা, কি তোৰ কাৰণ,
কিয়নো ইদৰে নিতে ফুৰ ঘূৰি মন?

---

## সংসাৰত সুখ নাই।

( ১ )

সংসাৰত সুখ নাই,
সংসাৰ দুখৰ ঠাই,
সংসাৰ কেৱল ভাই দুখৰ নিঝৰা,
ৰোগ, শোক, ব্যাধি, মৃত্যু সন্তাপেৰে ভৰা;
যেই ফালে ঘূৰি চাওঁ
শুদা মাথোঁ দেখা পাওঁ
দুখৰ ভাৰতে ক'লা সকলোৰে মুখ,
সবাৰো মুখত শুনো দুখ, দুখ, দুখ।
কিন্তু, তথাপিও হাঁয়
কাৰো গাত গম নাই,
সকলোৰে ঘূৰি মৰে সুখ সুখ কৰি
নাজানে সংসাৰ হাঁয় দুখৰ পুখুৰী।

( ২ )

সেই যে দেখিছাঁ ভাই
ভেঁটব ৰূপক চাই,
হাঁহিছে নাচিছে চন্দ্র মেঘৰ কোলাত,
ৰঙ্গতে বলিয়া চুত্তি বুদ্ধি নাই গাত।
সাগৰত মুখ চাই,
হাঁহে ঘনে মিচিকাই
ঘনে ঘনে লুকালুকি মেঘৰ আঁৰত,
ভাবিছানে সুখী চন্দ্র এই জগতত ?
কদাপি সি কথা ভাই
মনত নিদিবা ঠাই,
যেতিয়া পাবহি উষা সূর্য্যৰ টেকেলা,
সুখী নে অসুখী চন্দ্র চাবাঁ সেই বেলা।

( ৩ )

আৰু চোৱাঁ মন পুতি,
বায়ুৰ দোলাত উঠি।
সেই যে দেখিছাঁ মেঘ, আকাশে আকাশে
প্রিয় বিজুলীক লৈ ভ্রমিছে উল্লাসে।
ভাবা নে তুমি মনত,
সুখী মেঘ সংসাৰত ?
মেঘৰ সমান দুখী নাই জগতত,
জ্বলিছে শোকৰ জুই মেঘৰ বুকত।
নহলে কি এই দৰে
গগণ ফালি চিয়ঁৰে
কান্দি কান্দি ধাৰাসাৰে পানী হৈ যায়,
মেঘৰ অন্তৰে ভাই তিল সুখ নাই।

( ৪ )

সেই যে দেখিছা বায়ু,
—সকলো জীৱৰ আয়ু—

নাচি নাচি ফুৰি ফুৰে বিশ্ব-ব্ৰহ্মাণ্ডত,
দুখ কাক বোলে যেন নাজানে মনত।
ফুলনি বনত গই
কলি ফুল বুকে লই,
আনন্দত বিয়াকুলি নাচে ঢলি ঢলি,
কত যেন প্ৰাণ কথা কয় বুকু খুলি।
ফোঁকাৰি মধুৰ তান
মোহে জগতৰ প্ৰাণ
কিন্তু ভাই বায়ুৰ অন্তৰে সুখ নাই,
সদাই মুখত বোলে—হাঁয়, হাঁয়, হাঁয়।

( ৫ )

পানী ভৰা পুখুৰীত
উলাহত ফুলা চিত,
হাঁহিছে পদুম কলি সূৰ্য্য মুখ চাই,
হালিছে দুলিছে বতাহৰ বায় বায়।
কোমল পদুম কলি,
অন্তৰত নাই মলি,
সদাই প্ৰফুল্ল কেনে হাঁহি হাঁহি মুখ,
নাজানে যে সংসাৰত নাই একো সুখ;
কিন্তু যেতিয়াই হাঁয়
দিনমণি মাৰ যায়
লগে লগে পদুমৰো পাহি মুদ যায়,
হাঁয় সেই হাঁহি ভৰা মুখ আৰু নাই।

( ৬ )

আহিল বসন্তকাল,
গুৱাই অশোক ডাল,
গগণ বিয়পি পঞ্চমত সুৰ তুলি
আনন্দত কুলিটিয়ে 'কুহু-কুহু' বুলি

পমাই বিশ্বৰ কাণ,
ধৰিছে মধুৰ তান,
বিমল প্ৰেমত মাতি ঈশ গুণ গায়,
প্ৰকৃতিৰ শোভা দেখি ৰসে গলি যায়।
যেতিয়া বসন্ত গ'ল
কুলিও আঁতৰ হ'ল
অশোকৰ ফুলো গ'ল, লগতে শুকাই
সুখৰ ছবিটি হাঁয় একেবাৰে নাই।

( ৭ )

আহিল বাৰিষা ভাই,
নৈৰ গাত তত নাই,
'কুল-কুল' সুৰ ধৰি বুকু ওফোন্দাই
বতাহৰ ছেৰে ছেৰে ঢউ নচুৱাই।
অপাৰ সুখৰ ভৰে
উঠলি উঠলি পৰে,
গাৱৰ গমেৰে ধীৰে ধীৰে বৈ যায়,
সুখৰ ভাৰতে কাকো উলটি নাচায়;
কিন্তু যেতিয়াই হাঁয়
খৰকালি আহি পায়,
মুগুনো নদীৰ আৰু 'কুলু কুলু' সুৰ,
ইমানতে নদীৰ সুখৰ হ'ল ওৰ।

( ৮ )

সোণ আসনত ভাই,
বহি আছে ৰাজ ৰায়
পদতলে বহি কত সুন্দৰীয়ে সেৱে
সুশীতল কৰে দেহ চোঁৱৰৰ বায়ে,
সোণৰ খাটত শোৱে
ভৰিয়ে মাটি নোচোৱে

তথাপি ৰজাৰ মনে শান্তি সুখ নাই,
যতেক বিভূতি বাঢ়ে মনো বাঢ়ি যায়।
অৱশেষে চিন্তা আহি
সন্তোষ ফুলৰ পাহি
এপাহি এপাহি কৰি জপাই পেলাই
কুসুম কোমল দেহ দুখৃত লোটায়।

( ৯ )

চোৰাঁ কেৰাণীৰ দল
মুখে হাঁহি খল খল,
টিলিকিৰ কোবত ব্ৰহ্মাণ্ড উৰুৱাই
নেদেখিলে চাহাবক অঙ্গুষ্ঠ দেখাই,
কলমৰ খৰখৰি
গোবোৰাৰ মৰমৰি,
মুখেৰে-জগত-মৰা কথাবোৰ ভাই,
শুনোতে কাণত যেন অমৃত সোমাই।
কিন্তু ইহঁতৰ ভাই
জীৱনত সুখ নাই,
দিনৰ দিনটো খাটি শৰীৰক মাৰে
এদিন জিৰণি পায় যীশুৰ খাতিৰে,
কিন্তু সিদিনতো হাঁয়
কতনো চমক খায়
কতনো সপোন দেখে কেৰাণী বপুৰা,
সংসাৰত ক'তো ভাই—নাই সুখ পুৰা।

# সংসাৰ সুখৰ ঠাই*

( ১ )

সংসাৰ সুখৰ ঠাই
যি বিচাৰা তাকে পায়
দুখ চালে দুখ পায়
সুখৰো অভাৱ নাই।
সংসাৰত একো নাই বোলে নজনাই।
কি বিষম কথা আই!
সংসাৰত সুখ নাই!
আকাশত সুখ পায়?
পাতালে সুখৰ ঠাই?
যমৰ যন্ত্ৰণাপুৰী নৰক নে ভাই!

( ২ )

সংসাৰ সুখৰ ঠাই,
ধ্ৰুৱপ জানিবা ভাই,
খঙো আছে ৰঙো পায়,
ৰোগৰো আছে উপায়,
মৃত্যু আছে মাৰে সঁচা, পুনু ওপজায়।
দুখ ভুঞ্জিলে এটাই,
এটাই বা সুখ পায়,
এটাই লভিছে ছাই
আনেটাই ৰত্ন পায়,
বহুৰূপী সংসাৰ সুখৰ সাৰ ভাই।

---

* ওপৰত লিখা 'সংসাৰত সুখ নাই' কবিতাৰ প্ৰতিবাদ স্বৰূপে বন্ধুবৰ ৺ৰত্নেশ্বৰ মহন্তই এই কবিতাটি ৰচনা কৰে। তেওঁৰ ইচ্ছা অনুসাৰে দুয়োটি কবিতা একেলগে দিয়া হ'ল—হে. গো.।

( ৩ )

বৃষ্টি পৰে বাৰিষাই,
সদাই মাটি তিয়াই,
ৰ'দত পুনু শুকাই,
পূৰ্ব্বৰত হৈ যায়,
সঁচা হয় জাৰকালি বৰ জাৰো পায়,
ৰঙ্গা ৰ'দ ফেৰি ভাই,
কিৰূপে পাহৰা যায় ?
জুহালৰ জুই ফেৰি,
কেনেকৈ দিয়া এৰি,
সুখ দুখ সমভাগে সংসাৰে সদাই।

( ৪ )

সকলোৰে ভাগ্য নাই,
মনে তাক পতিয়ায়,
মুখে কৰি 'হাঁয় হাঁয়'
ৰাৱ কাঢ়ে সৰ্ব্বদাই,
অসুখীয়া যত সবে সঁচা কথা ভাই ;
কিন্তু "কিয়া বাৎ হায়
মজা কৰ দুনিয়াই"
কত জনে বিভিয়াই
মন দিলে শুনা যায়,
সংসাৰত ভৰা সব, শুদা একো নাই।

( ৫ )

কিনো নাই সংসাৰত,
ধান হয় পথাৰত,
শক্তি আছে শৰীৰত,
খেতি কৰাঁ মনোমত,
খাই লৈ সুখ কৰাঁ, কেলেই কাতৰ ?

ৰসনা ৰসাল কৰাঁ,
বিবিধ বস্তুৰে ভৰা,
বিচাৰি গোটাই লোৱাঁ
ভোকে পেট ভৰি খোৱাঁ,
সংসাৰে "সুখৰ সাৰ শহুৰৰো ঘৰ।"

( ৬ )

প্ৰাণৰ সঙ্গিনী আছে
সন্তান কোলাত নাচে,
মুখত মধুৰ হাঁহি
সদাই ন, নোহে বাহী,
গজেন্দ্ৰ গতিৰে চলে শৰীৰ দোলাই,
সুখ সাৰ বাছি বাছি,
হাতে তুলি যাচি যাচি,
হেনয় প্ৰিয়াক দিয়া,
জুৰাই তাপিত হিয়া
আশাৰ চিন্তাত আছা মনক বুৰাই।

( ৭ )

নকৰা সংসাৰ সুখ,
ধৰ্ম্ম কৰা যাৰ দুখ
সংসাৰ ধৰ্ম্মৰ ঠাই
মুনিসবে কয় ভাই
ঈশ্বৰৰ নাম ধৰি জপা মলাগুটি।
দূৰ হব দুখ সব,
অন্তে স্বৰ্গ লাভ হব,
সংসাৰ এৰিয়া যাবা
সুখ ভৰা ঠাই পাবা
'এটি' হৈ যোগ ধৰা—নেবাঞ্ছিবা 'দুটি'।

( ৮ )

দেখিছা ৰজাৰো দুখ,
কটাব নাচাবা মুখ,
কেৰাণীৰ টিলিকিত
ব্রহ্মাণ্ড যদি কম্পিত,
পলোৱা সংসাৰ এৰি অৰণ্যৰ মাজে।
নেবাঞ্ছিবা তাৰ পদ
লভিবাহা সুসম্পদ,
কেৰাণীৰ লেখনীত,
কেৰাণীৰ আঙুলীত
ভাঁজ আছে দূৰ হোৱা পৰিবা সি ভাঁজে।

( ৯ )

পায় যেন লটা-ঘটা
আছে তেনে সুখ চটা,
কেৰাণীয়ে দুখ ভাই
পোৰা পেট হস্তে পায়
আঁজলি ভৰাই নিয়ে মাহ পূৰ হলে ;
চকীত আঁউজি হাঁয়
নিত্যে কেৰাণী ককাই,
চকুৰ পলকে ভাই
কতনো খিতাপ পায়
'দেউতা,' 'স্বৰ্গদেউ', 'প্রভু' কতজনে বোলে,
ভৰিত কতই ধৰে
কেও-মেও কতো কৰে,
আনন্দে কেৰাণীবাবু,
মন কৰে হাবু কাবু,
কেৰাণী নহলে কোনে হেন সুখ পায় ?
জানিলে সকলো পায়
নাজানিলে একো নাই,

জানিলে বুজিবা ভাই,
সংসাৰ সুখৰ ঠাই,
বহিব জানিলে মাটিতেই পীৰা পায়
চাউলো জানিলে খাব চিৰা হৈ যায়।

---

## স্তুতি।*

সকলোৰে পিতা তুমি, তুমি বিশ্বময়,
সকলো দেশতে পূজ্য সকলো সময়;
কি জ্ঞানী অজ্ঞানী, সাধু সকলোৱে সমে,
পূজিছে 'যিহোৱা' 'যোভ' 'প্ৰভু' আদিনামে।

জ্ঞানৰ অতীত তুমি অনাদি কাৰণ!
ৰাখিছা জ্ঞানক মোৰ কৰি আচ্ছাদন;
এইমাত্ৰ জানো প্ৰভু তুমি দয়াময়;
আৰু জানো মই মূঢ়মতি অতিশয়।

যদিও ৰাখিছাঁ এনে অন্ধ অৱস্থাত,
দিছা শক্তি ভাল বেয়া বাছিবৰ গাত;
ভাগ্যৰ লগত টানি বান্ধিও জীৱক।
দিছাঁ চিৰ স্বাধীনতা নৰৰ মনক।

বিবেকে যি কৰে মোক কৰ্ম্মৰ বিধান,
হোক যেন ৰতি তাত স্বৰ্গৰ সমান।
অথবা নকৰ বুলি যি কাম দঢ়ায়;
হোক যেন ঘিণ তাত নৰকৰ প্ৰায়।

---

* এই কবিতাটি এলেক্‌জেণ্ডাৰ পোপৰ Universal Prayer নামে কবিতাটিৰ অনুবাদ।

অপাৰ কৃপাৰ গুণে যি দিছাঁ ঈশ্বৰ
অসন্তোষ তাত যেন নহয় মনৰ ;
তেতিয়াহে ৰাখে লোকে তোমাৰ সম্মান,
যেতিয়া সুখেৰে ভোগে তুমি দিয়া দান।

কেৱলই এচমকামান পৃথিৱীতে
ৰইছে তোমাৰ দয়া নাভাবো কচিতে ;
আৰু যেন তুমি মাত্র নৰবে ঈশ্বৰ
নেভাবো যিহেতু প্রভু সহস্র বিশ্বৰ।

এই যেন বলহীন অজ্ঞানৰ হাত,
নেপেলায় পাপী ভাবি দণ্ড কাৰাগাত ;
তাকো যেন নকৰিম মন্দ ব্যৱহাৰ,
ভাবোঁ যাক পৃথিৱীত বিপক্ষ তোমাৰ।

ন্যায়ৰ তুলত যদি ৰইছোঁ সমান,
তাতে যেন ৰাখা প্রভু কৰি কৃপাদান ;
যদিহে ভ্রমত থাকোঁ অন্যায় আচৰি,
শিকোৱাঁ হৃদয়ে লক সুপথ বিচাৰি।

যিযি বস্তু দিছাঁ প্রভু ভাবি মোৰ হিত,
কদাচিতো যেন তাত নহওঁ গৰ্ব্বিত ;
নিদিছা যি বস্তু যেন তাতো দয়াময়
নহয় কদাপি অসন্তোষৰ উদয়।

শিকোৱাঁ পৰৰ দুখ ভাবো আপোনাৰ
দেখিলেও পৰদোষ নকৰোঁ প্রচাৰ ;
দয়াময় যি দয়া বিহিছা মোৰ প্রতি
দেখাওঁ অন্যকো যেন তাকে দিয়া মতি।

যদিও অধম মই নহওঁ সিমান,
কিয়নো তুমিয়ে প্রভু দিছোঁ এই প্রাণ ;
চলোৱা হে দয়াময় তোমাৰ অধীনে,
জীৱন মৃত্যুৰ মুখে যাওঁ যেই পোনে।

যি আছে ই জগতত সকলোৰে থক
কেৱল আজিৰ প্ৰভু অন্ন শান্তি হক।
ভাল-বেয়া দিয়া জানে তোমাৰ চৰণ
তোমাৰ ইচ্ছাই যেন হয় সম্পূৰণ।

সকলো ভুৱন প্ৰভু তোমাৰ ভৱন
সাগৰ পৃথিৱী শূন্য পবিত্ৰ আসন;
সকলো প্ৰাণীয়ে যেন এক গীত গাই;
প্ৰকৃতিও পূজে যেন ধূনা উৰুৱাই।

---

## বিজুলী

জগতক হাঁহিৰে বুৰাই
মন প্ৰাণ নয়ন জুৰাই,
স্বৰগৰ শোভা দেখুৱাই,
চিক্‌মিক্ চিক্‌মিক্ কৰি,
জীৱৰ জীৱনী তেজ হৰি।
কিয়হে বিজুলী তুমি,
ঘনে ঘনে জুমি জুমি।
লুকোৱাঁ লুকোৱাঁ দেৱী মেঘৰ বুকুত,
সক লৰা যেনেকুৱা ঘৰৰ চুকত।
কোৱাঁচোন কোৱা দেৱী কোৱাঁ,
কাৰ ভয়ে ইদৰে লুকোৱাঁ;
কাৰ ভয়ে ই দৰে সদাই,
জগতৰ চকু চমকাই,
ততালিকে দেখা দিয়াঁ,
ততালিকে নাৰ যোৱাঁ,

আকৌ বা ঘূৰি আহি চকুমকু কৰা,
জগতত মেলি দিয়া ৰূপৰ নিঝৰা ?
কিবা কাৰবাৰ স'তে প্ৰণয় কৰিছা,
কাৰবাক মনপ্ৰাণ হৃদয় সঁপিছা ?
তাকে কি চাবৰ মনে,
এইদৰে ঘনে ঘনে,
মেঘৰ বুকুৰ পৰা মুখ উলিয়াই,
পৰাণ সপিছা যাক সিজনক চাই,
চকুৱে চকুৱে পৰি
লাজতে কি এনে কৰি,
স্বৰ্ণলতা হেন দেহ ঢাকিছা মেঘত ?
কিবা অভিমান কৰি লুকোৱা ঠেহত ?
নতুবা তোমাৰ কোনো লগৰীয়া আছে,
এই পৃথিবীৰ ওপৰত ?
তাৰেই কি সইতে ইদৰে
লগৰীয়া প্ৰণয়ৰ ভৰে,
ঘনে ঘনে আহি এনেকই
'কুকভা' 'কুকভা' বুলি কৈ,
খেলিছা লুকা-ভুমুকা মেঘৰ আৰত ?
তাতেই কি হাহাঁ ঘনে সুখৰ ভৰত ?
নতুবা তুমিয়ে সেই উৰ্ব্বশী অপ্সৰা
আৰ্য্যকবি কল্পনাৰ উচ্চৰূপ ধৰা ?
দুন্দুভিৰ তালৰ চেৰত,
ইন্দ্ৰ আদি দেৱৰ আগত,
ৰূপেৰে বুৰাই দেৱপুৰী
নাচিছা কি ঘনে ঘূৰি ঘূৰি ?
তাৰেই কি এস্থঁতি ওলাই,
জগতক নিছেহি ঢৌৱাই !
তাৰেই কি এস্থঁতি ওলাই,
জগতক ইদৰে চঁকাই !

কোৱাঁচোন কোৱাঁ দেৱী কোৱাঁ,
তুমিয়ে উৰ্ব্বসী সেই হোৱা নে নোহোৱাঁ।
নতুবা কি তুমি কোনো দেৱতাৰ বালা
বাট হেৰুৱাই আহি, পৃথিৱী ওলালা?
পিছে জানো মেঘে দেখা পাই।
থাপমাৰি নিলে উৰুৱাই?
তাতে কি বিজুলী তুমি ঘনে,
পলাবৰ চেষ্টা কৰি মনে,
চঁকি চঁকি ইদৰে ওলোৱাঁ,
মেঘৰ গাজনি শুনি আকৌ পলোৱাঁ,
বৃষ্টিৰূপে তুমিয়ে কি আই
কান্দি-কাতি হোৱা মৃত-প্ৰায়?
যিহক সিহক দেৱী হাঁহা এটিবাৰ—
বৰিষা যি অমিয়াৰ ধাৰ।
দেখোৱাঁ সি স্বৰ্গৰ দুৱাৰ,
বজোৱাঁ সি প্ৰণয়ৰ তাঁৰ
হাঁহা ঘূৰি হাঁহা এটিবাৰ;
দেখি মোৰ মন প্ৰাণ চকু
আনন্দত পূৰ্ণ হক বুকু
দেখি মোৰ অন্তৰ আতমা
শান্তিৰ কোলাত শুই বিশ্ৰাম লভোক;
হাঁহা দেৱী হাঁহা এটিবাৰ।
এনেকুৱা মনমোহা হাঁহি
দিলে কোনে তোমাৰ মুখত?
এনেকুৱা ৰূপহৰ ৰাহি
দিলে কোনে তোমাৰ বুকত?
কোৱাঁ চোন কোৱাঁ দেৱী কোৱা
কাৰ ফালে এনেকই চোৱাঁ,
কাৰ ফালে এৰি এনে কটাক্ষৰ শৰ
পলোৱাঁ বা কৰি চুৰ কাৰ মন ঘৰ?

তোমাৰ হাঁহিটি মোৰ বৰ মিঠা লাগে,
হাঁহা দেৱী হাঁহা এটিৱাৰ।
সদায় সি হাঁহি মোৰ হৃদয়ত জাগে।

হাঁহা দেৱী হাঁহা এটিবাৰ,
যি হাঁহিয়ে হৃদয় জুৰায়;
হাঁহা দেৱী হাঁহা এটিবাৰ,
শিৰে শিৰে তাড়িতৰ সোঁত বই যাই
হাঁহা দেৱী হাঁহা এটিবাৰ।

সি হাঁহিৰ লগে লগে হৃদয়-থুপিত
সুখ-ফুল ফুলি মন কৰে আমোদিত।

অন্তৰাত্মা সি হাঁহিৰ লগে,
নাচি নাচি উঠে উলাসতে;
সি হাঁহিৰ লগে লগে হৃদয় তন্ত্ৰীত,
ললিত পঞ্চম বাজে অতি সুললিত।

আহাঁ দেৱী আহাঁ মোৰ হৃদয়ত লওঁ,
হৃদয়ৰ হৃদয়ত, দিনৰাতি অবিৰত
সাচিছোঁ যিমান কথা, পাইছো যিমান ব্যথা,
ভুগিছোঁ যিমান দুখ, লভিছো যিমান সুখ,
এটি এটি কৰি দেৱী সকলোটি কওঁ,
হৃদয়ৰ তলা মেলি সকলো দেখাওঁ,
শিলাসম দুখভাৰ কিছু পাতলাওঁ।
আহাঁ দেৱী আহাঁ দেৱী আহাঁ
হৃদি আসনত বহি সি হাঁহিটি হাঁহা।

ইৰূপ হাঁহিটি হায় হাঁয়!
দেখি যাক পৰাণ জুৰাই,
অসুৰৰ জিভা কোনে কয়?
যি কয় সি মানুহ নহয়!
ই হাঁহি যে স্বৰগৰ হাঁহি,
ই হাঁহি যে কুসুমৰ পাহি,

ই হাঁহি যে অমিয়াৰে ভৰা,
স্বৰগৰ শোভাৰ নিঝৰা,
হায় হায় তাৰ মোল মৰ্ত্ত্য ভুৱনত
কি বুজিব উটে যিটো পাপৰ সোঁতত।

---

## প্ৰকৃতি

সংসাৰৰ আদি শক্তি বিশ্বৰ জননী
ভূলোক স্বলোক ভুবলোক প্ৰসৰিনী,
ব্ৰহ্মাণ্ডৰ মূলাধাৰ,
অনন্ত দেহ তোমাৰ,
অনন্ত আকাশো ধৰা বুকুৰ চুকত,
ঈশ্বৰৰ ছাঁয়া তুমি মৰ্ত্ত্য ভুবনত।
যত জীৱ জন্তুচয়,
তোমাতে উদ্ভৱ হয়।
তোমাতেই ঘূৰি সকলোৱে লয় পায়,
জনম মৰণ স্থিতি তোমাৰে কৃপায়।
তোমাৰ কৃপাতে আই,
জীৱে জীৱ শক্তি পায়।
তোমাৰ কৃপাতে সূৰ্য্যে পৃথিবী ধৰিছে।
গ্ৰহ উপগ্ৰহে সৌৰজগত ভ্ৰমিছে।
তুমিয়েই এনেকই
বিভিন্ন মূৰুতি লই,
সংসাৰৰ মাজে আহি ভুমুকি মাৰিছা,
মাহ পক্ষ ঋতু আনি ধৰাক শোভিছা।
তুমিয়েই ফুলনিত
ফুলকলি অগণিত,

গোলাপ, টগৰ, জাঁই, বকুল, মালতী,
ফুলাই মুখত দিছা মধুৰ হাঁহিটি।
তুমিয়েই বিশ্বৰাণী,
ধীৰ বায়ু মাতি আনি,
লাহে লাহে ফুলনিত বলাই ফুৰিছা,
ঘৰে ঘৰে সুগন্ধেৰে যোগান ধৰিছা।
তুমিয়েই এনেকই
পখীৰ বাহত গই,
তালে মানে সুমধুৰ গীতটি শিকোৱাঁ,
তুমিয়েই এনেকই গাবলৈ কোৱাঁ।
তুমিয়েই ছুপৰীয়া,
পুখুৰিত জাঁপ দিয়া,
সূৰ্য্যৰ ৰশ্মিক আনি পদুম ফুলোৱাঁ,
সৌৰভ ৰূপেৰে উৰি দশোদিশে যোৱাঁ।
তুমিয়েই সন্ধ্যাবেলা
ৰূপৰ পোহাৰ মেলা,
খাপে খাপে আকাশক তৰাৰে সজোৱাঁ,
চন্দ্ৰৰ বিমল কৰে জগত বুকৱাঁ।
তুমিয়েই কটকী হৈ
চকোৰক কোৱা গই
"উঠিল আকাশে জোন কৰাঁ সুধা পান",
ৰজনীগন্ধাৰ মুখে দিয়া হাঁহি দান।
চন্দ্ৰকৰ ধৰি ধৰি
তুমিয়েই এনে কৰি
মুকলি কৰিছা গৈ ভেঁটৰ পাহিটি
ঢালিছা মুখত তাৰ কোমল হাঁহিটি।
তোমাত বাহিৰে আই,
জগতত একো নাই,
সকলোৰে মূল তুমি সকলোৰে সাৰ,
কি পাম তোমাৰ আই মহিমাৰ পাৰ?

ক্ষণে ধৰা মৃদু ভাব
ক্ষণে বা ভৈৰৱ ৰাৱ
উগাৰি কৰিছা আই নিস্তব্ধ ধৰাক
ক্ষণে বা মুহিছা প্ৰাণ বিস্তাৰি শোভাক।
ক্ষণে হোৱা দয়াৱতী
ক্ষণে বা নিৰ্দ্দয়া অতি
হিয়াধুনি মৰিলেও উভতি নোচোৱাঁ,
নুবুজোঁ তোমাৰ আই, ই কি ভাব কোৱাঁ।
দিন ৰাতি অবিৰত,
বহি কবি হৃদয়ত,
কিয়বা কবিৰ আগে হৃদয় খুলিছা,
নুফুলা কবিৰ ভাব ফুলাই তুলিছা।
কিয় বা ইদৰে আই
সুৰত সুৰ মিলাই,
কবিয়ে কান্দিলে আই তুমিও কান্দিছা,
হাঁহিলে বা কিয় আই তুমিও হাঁহিছা।
কবি হৃদি—আকাশৰ
সুবিমল শশধৰ,
কবিগত প্ৰাণ আই ঈশ্বৰৰ ছাঁয়া
নুবুজোঁ নুবুজোঁ দেৱী তোমাৰ কি মায়া?
দুদিনৰ আগে যাক,
উচৰ্গি দিলা ধৰাক,
কোন সতে আজি তাক দিয়া বনবাস,
ফুলা ফুল কলিটিক কৰিলা বিনাশ।
যি ঠাই দুদিন আগে
ফুলৰ বিবিধ ৰাগে
ৰঞ্জিত হৈছে, য'ত বসন্ত বিৰাজে
কি সতে সজোৱাঁ তাক শ্মশানৰ সাজে!
যত নিঃশঙ্কিত মনে
প্ৰমোদ কুসুম বনে,

প্ৰেমৰ কুসুম ফুটি হাঁহিছে ফুলিছে,
সংসাৰৰ বাহ্যজ্ঞান সকলো ভুলিছে,
কোন সতে আজি তাত
শুনোৱা বাঘৰ মাত,
শুনোৱা হাতীৰ এই কঠোৰ গৰ্জ্জন,
কি সতে ভাঙিলা সেই প্ৰমোদ কানন।
যি ভাৰত এদিনত,
স্বৰ্গ মৰ্ত্ত্য পাতালত
কৰিলে বিস্তাৰ ৰাজ্য বাহুৰ বলত।
সি ভাৰত আজি কিয় দুখে অৱনত?
যি কৰা, কৰিছা আই,
কৰা তাত হানি নাই,
নকৰোঁ বেজাৰ তাত নহওঁ কাতৰ,
আশাক কৰিম ৰাণী হৃদয়-পটৰ;
ভাবিম ভাৰত ভূমি,
হব সেই আৰ্য্যভূমি,
অৰ্জ্জুন ভীমেও আহি জনম ধৰিব,
কালৰ গতিৰ লগে সকলো ঘূৰিব।
ভাবিম সি আৰ্য্য মুনি
পৱিত্ৰ ভাৰত ভূমি,
সংযত মনেৰে বহি নিৰ্জ্জন বনত
ভাবিব আকৌ আহি আৰ্য্য ভবিষ্যত।
সকলোতে এনেকই
আশাক বুকুত লই
দুখৰ কোলাত আনি সুখ বছৰাম,
দুখৰ তেজেৰে আই লেখনী ধুৱাম।
দেখিলে দুখৰ ছায়া,
মাতিম সুখৰ মায়া,
আশাৰ তৰীৰে দুখ-সাগৰ তৰিম,
নিৰ্জ্জীৱ প্ৰাণত ঘূৰি শক্তি সঞ্চাৰিম,

কিন্তু আই হাঁয় হাঁয়!
সেই যে তুলনা নাই,
সেই যে কোমলতকৈয়ো কোমল মধুৰ,
কুটিলতা দ্বেষ হিংসা প্ৰৱঞ্চনা দূৰ,
কোৱাঁচোন কোৱাঁ আই।
দিবা কি দিবা ঘূনাই,
প্ৰকৃতি বিশ্বৰ ৰাণী বিশ্বৰ জননী
সেই অনুপম মোৰ সোণৰ জীৱনী;
সেই মোৰ লৰা কাল
সুখৰ পূৰ্ণ ভঁড়াল,
দুখ কাক বোলে হাঁয় নাজানো মনত,
ফুলিছিলোঁ পাৰিজাত সংসাৰ-বনত।
ইন্দ্ৰিয়ৰ উত্তেজনা,
নাছিল জীৱন-টনা,
নোচোৱে চিন্তাৰ বিশ্বদাহি পোৰণিয়ে
আশায়ো লোভৰ টোপ মুখত নিদিয়ে।
তেনেকুৱা লৰা কাল,
যি কালে সকলো ভাল,
যি কালে চাৰিও ফালে লগৰীয়া মোৰ,
গছলতা বনফুল নদী গিৰিবোৰ;
যাৰ মুখলৈকে চাওঁ,
তাৰেই মৰম পাওঁ
তাকেই আপোন বুলি কত চুমা খাওঁ;
যাকে পাওঁ তাকে ক্ষুদ্ৰ হৃদয় বিলাওঁ।
তেনে ল'ৰাকাল হাঁয়
স্মৰি হিয়া ফাটি যায়,
প্ৰকৃতি প্ৰাণীৰ প্ৰাণ প্ৰদায়িনী আই
পামকি পামকি হাঁয় পামকি ঘূনাই!

---

## প্ৰকৃতিৰ স্তুতি*

স্বৰ্গয়ে কেৱল প্ৰভু আন নহলেও,
প্ৰকাশিছে পূৰ্ণৰূপে মহিমা তোমাৰ,
অনন্ত আকাশ আৰু তৰাসকলেও,
বখানিছে কাৰিকৰি বিশ্ব-স্ৰজোতাৰ।
ঘূৰি অহা দিৱসৰ প্ৰত্যেক পুৱাই,
জ্ঞানৰ পোহৰ আনি লোকত বিলায়;
ঘূৰি অহা ৰজনীৰ সন্ধিয়াৰ বাই
স্বৰগৰ উপদেশ সুললিত গায়।
সি সবাৰ তেজোময় বচনৰ ধাৰ,
সকলো দেশতে সমে হইছে প্ৰচাৰ,
নুশুনে প্ৰকৃতি-ভাষা এনে প্ৰাণী নাই
সকলোৱে সি কথাত সম ৰস পায়।
সি সৱৰ উপদেশ সুবিমল জ্ঞান,
পৃথিৱীৰ দশোদিশে কৰিছে প্ৰমাণ,
সি সবৰ মাজে বহি ভ্ৰাম্যমান ৰবি
আলোৰূপে প্ৰকাশিছে আনন্দৰ ছবি।
যি সুখে বৰৰ মনে আনন্দ বঢ়ায়,
যি সুখে বীৰৰ তেজ ঘনে নচুৱায়,
ই সুখৰ সইতে তাৰ তুলনা নহয়,
যি সুখত থাকি সূৰ্য্যে আলো বৰিষয়।

---

* বাইবেলৰ ১৯ সংখ্যক ডেভিদৰ গীতৰ ভাঙনি

# পেট

চাৰাছ চাৰাছ পেট ভাল মজা কৰিলি,
সংসাৰৰ মাজে পেট তয়ে যশ ৰাখিলি।
এচমকা বস্তু হই,
জগত কৰিলি জয়,
পশু-পক্ষী জীৱজন্তু সকলোকে দমিলি,
সংসাৰৰ মাজে পেট ভাল খেলা খেলিলি।
সৃষ্টি পাতনিৰেপৰা,
আজিলৈকে বসুন্ধৰা,
একে গচকতে তই ভাল দমি ৰাখিলি,
সংসাৰৰ মাজে পেট তয়ে সুখ কৰিলি।

উদয় গিৰিৰপৰা অস্ত অচললৈকে,
দঁতাল হাতীৰপৰা গুড়ি পকৰালৈকে,
যত জীৱ দেখোঁ মানে,
সকলোৱে প্ৰাণপণে,
দিনে ৰাতি খাটি মৰে তোকে পুজিবলকে,
পূজাত বিঘিনি হলে বজ্ৰ পৰে বুকে।
প্ৰণয়িনী মৃত্যু হ'ল,
কোলাৰ সন্তান গ'ল,
সংসাৰ বিহৰ তুল্য কাজ নাই জীৱনে
তথাপিও তোৰ পূজা চলিব দিনে দিনে।
সুখীয়াই পূজে তোক ষোল উপচাৰেৰে,
দুখীয়াই পূজে মাগি অনা খুদ কণেৰে,
যেনে তেনে মতে তোৰ,
পূজাৰ নপৰে ওৰ,
দিন ৰাতি একে ভাৱে অবিৰাম চলিছে,
তোৰ পোৰণিত পৰি কত লোক মৰিছে;

মেটোৰে ময়লা কাটে,
কবিৰাজে বৰি বাটে,
মুচীয়ে চামৰা কাটি জোতাক 'চিলাইছে'
ডাক্তৰে ৰোগীক চাই দৰৱ 'পিলাইছে'।
তোৰ পোৰণিতে কোনো ডাকোৱাল হইছে,
কলা-ভাত খোৱা ধাতুটিকো বাজ কৰিছে।
তেজক কৰিছে পানী
বিশ্বৰ বাতৰি আনি,
এদেশৰপৰা আনি ই দেশত ধৰিছে,
হৰকৰা চিঠি লৈ ঘৰে ঘৰে ফুৰিছে।
তোৰ পোৰণিত হাঁয়,
যত চোৰ বপুৰাই,
ঘৰে ঘৰে পোলা কাটি সিন্ধিখানি ফুৰিছে,
ডকাইতে ধনে সোণে প্ৰাণে সইতে ঢুঁহিছে :
তোৰ পোৰণিতে কোনো সম্পাদক হইছে,
দ্বিমুখী লেখনী ধৰি সঞ্চালন কৰিছে ;
কোনোবা উকীল হৈ
টেবিলত হাত থৈ—
খেকাৰি খেকাৰি গ'ল লম্বা 'স্পীচ' জুৰিছে
কতোবা শুদাতে গছ তলে তলে ঘূৰিছে।
কোনোবা কেৰাণী হৈ,
কাপ কাঠী কাণে লৈ,
বাঘে-খেদা পহু-দৰে অফিছলৈ ছুটিছে,
মূৰ লৈ কেঁটী সাপ বাট এৰি লৰিছে।
তোৰ কাৰণেই লোকে অসাধ্যও সাধিছে,
ইন্দ্ৰিয় সবেও পেট দিন-ৰাতি খাটিছে,
তোৰ পোৰণিতে পৰি
কত বোৱাৰী জীয়ৰী
সতীত্ব আধাৰ দেহ পাপ সোঁতে টানিছে,
কলঙ্ক সাগৰে বৰি ককবক কৰিছে।

আৰু কত মহা পাপ
মূৰ্ত্তি ধৰি কাল সাপ,
জগত বিয়াপি ঘোৰ গৰল উগাৰিছে,
কালান্তক ৰূপ ধৰি জগতক গ্ৰাসিছে।
চাবাছ চাবাছ পেট ভাল মজা কৰিলি!
সংসাৰৰ মাজে পেট তয়ে আচল বলী,
এচমকা বস্তু হৈ
জগত কৰিলি জয়
পশু-পক্ষী জীৱ-জন্তু সকলোকে জিনিলি
সংসাৰৰ মাজত তয়ে পেট ভাল খেলা খেলিলি।
সৃষ্টি পাতনিৰে পৰা
আজিলৈকে বসুন্ধৰা,
একে গছকতে তই ভাল দাম ৰাখিলি,
সংসাৰত ভাই তয়ে পেট কাম কৰিলি।

---

## কবি আৰু বিজ্ঞান

কি কাজ বিজ্ঞান তোৰ কি কাজ ভুৱনে,
কি সকাম তোৰ এই কুটিল জীৱনে?
হৃদয় শিলৰ সম, বৰ্জ্জিত দয়া ধৰম,
সৰলতা বোলে কাক নাজান মনত,
ধিক এশবাৰ তোৰ ধিক জীৱনত।
কবিৰ শতুৰু হেৰ অধম বিজ্ঞান,
শুদা কি শিলেৰে সতে গঁথা তোৰ প্ৰাণ।
তাতে কি ইদবে তই কবিয়ে যিহকে কয়,
কবি তাক মুই নাই কৰ বিপৰীত,
মুবুজি কবিৰ ভাৱ হব আচৰিত?

কি বুজিবি কি বুজিবি কঠিন হৃদয়া
কি ভাল লাগিব তোৰ মধুৰ অমিয়া,
ৰসৰ সাগৰ কবি আঁকে সুললিত ছবি।
বজ্রসম হিয়া তোৰ কি বুজিবি তাক
কল্পনাৰ মধুৰতা ঢাকি আছে যাক।
কি বুজিবি কি বুজিবি কবিৰ ভাবক,
যি ভাবে ৰৰযে ক্ষণে জ্বলন্ত পাৱক।
ক্ষণে মৃদু মধুৰিম, ক্ষণে প্ৰণয় প্ৰতিম,
ক্ষণে বা উগাৰে ঘোৰ ভৈৰৱ ৰাৱক,
কি বুজিবি কি বুজিবি সিৰূপ ভাবক।
কি মোল বুজিবি তই কবি হৃদয়ৰ!
অহঙ্কাৰী কি বুজিব মোল বিনয়ৰ!
ভাবি দেখ জগতক কোনে পৰৰ লগত,
কবিত বাহিৰে আৰু প্ৰাণ দিব জানে,
পৰৰ দুখকো কোনে আপোনাৰ মানে?
দেখচোন য'ত তোৰ বুদ্ধি নোসোমায়,
যি ঠাইত চকুত তোৰ একোৱেই নাই,
তাতো কবি কেনেকৈ, কল্পনা-লেখনী লৈ,
সুললিত সুমধুৰ ছবি আঁকি ধায়,
সি ছবিয়ে জগতৰ চকু চমকায়।
কবিৰ চকুত মেঘ দয়াৰ আধাৰ,
বৃষ্টিৰূপে বৰষিছে মৰমৰ ধাৰ,
গগণৰ বুকে বহি সূৰ্য্যতাপ সহি সহি
ছাপিৰূপে জগতক কৰিছে ছাঁ দান,
দুখীৰ দুখত কান্দি হয় ম্ৰিয়মান।
আঁকিলে কবিয়ে কেনে কৰি সুললিত,
মূৰ্খ তই বুবুজিলি কলি বিপৰীত—
মেঘ শুদা বাষ্পৰাশি ফুৰে আকাশত ভাহি,
যেতিয়া পৰিব গই শীতল বায়ুত,
পৰিব মাটিত ঘূৰি হৈ দ্ৰবীভূত।

ৰামধনু উঠা দেখি মেঘৰ বুকুত
উঠিল কবিৰ মন উথলি সুখত,
ক'লে কৰি সম্বোধন ৰামধনু আৰ্য্যধন
কত কাল জগতত নাই তোৰ সীমা,
বখানিবা আৰ্য্য বীৰ তেজৰ মহিমা ;
কবিৰ সি দেৱভাব নুবুজিলি তই,
কবিলি কদাপি সিটো নহয় নহয়।
কেতিয়াও ৰামধনু, নহয় ৰামৰ ধনু
সূৰ্য্যৰ কিৰণ আহি মেঘত পৰিছে
তাতেই সি এনেকুৱা বৰণ ধৰিছে।
পৃথিৱীক লৰা দেখি কবিৰ হৃদয়,
উঠিল চমকি ক'লে কবি পাপ ভয়,
পৃথিৱীৰ মানুহৰ গধুৰ পাপৰ ভৰ
ধৰিব নোৱাৰি ঘনে বাসুকি কঁপিছে,
সি গুণেই বসুমতী ইদৰে লৰিছে।
নাস্তিক বিজ্ঞান তোৰ নাই পাপ ভয়,
বুলিলি বাসুকি সিটো নহয় নহয় ;
পৃথিৱীৰ ভিতৰত, গন্ধক আৰু লোৱত,
পৰিছে শীতল পানী নিঝৰি নিঝৰি।
তাতেই পৃথিবী এনে কঁপে থৰথৰি ,
সূক্ষ্ম জ্ঞানী কবি দেখে মেলি গছে হাত।
জুৰ জুৰ সুৰ ধৰি মাতি মিঠা মাত,
আহ্বানিছে পথিকক, ৰ'দে পোৱা জীৱনক,
জুৰাবৰ গুণে বহি শীতল ছাঁয়াত,
বুজাবৰ গুণে দোষ সংসাৰ মায়াত।
কোমল কথাটি তোৰ নসহিলে প্ৰাণ
কলি বোলে গছৰ কি আছে দয়া জ্ঞান,
উদ্ভিদ জড়ৰ জাতি আহি ৰতাহৰ ছাটি
মাজে মাজে এনে তাৰ পাতক লৰায় ;
সি গুণেই গছে এনে ৰূপক দেখায়।

সকলোকে মাতে কবি মধুৰ নামেৰে,
তকতো ঈশ্বৰ দেখে বিশ্বৰ ভিতৰে,
সুধাময় কবি বাণী, স্বৰ্গৰ অমিয়া আনি,
কৰায় আকুল কাকো ৰূপৰ মোহত,
প্ৰেমত মতাই কাকো, কাকো বা ৰণত।
কি কাম বিজ্ঞানে তোৰ কি কাম ভুবনে,
কি সকাম তোৰ এই কুটিল জীৱনে,
হৃদয় শিলৰ সম, বৰ্জ্জিত দয়া ধৰম,
সৰলতা বোলে কাক নেজান মনত,
ধিক এশবাৰ তোৰ ধিক জীৱনত।

---

## মেঘ-দূত

কলৈ গইছাঁ মেঘ, কি কামত যোৱাঁ?
এটিবাৰ অভাগাক চকু মেলি চোৱাঁ।
কৰিছোঁ কাকূতি নতি,
চোৱাঁ অধমৰ প্ৰতি,
নাযাবা নাযাবা দেব ক্ষণিতেক ৰোৱাঁ,
অভাগাৰ দুটিমান কথা শুনি যোৱাঁ।
সকলোৱে কয় মেঘ তুমি দয়াবান,
জানিছোঁ তোমাৰ বুকে দয়া মূৰ্ত্তিমান;
সূৰ্য্যৰ প্ৰখৰ কৰে,
জীৱ-জন্তু পুৰি মৰে,
যেতিয়া ধৰণী হয় অনল সমান,
প্ৰকৃতিৰ ছাতিৰূপে কৰিছা ছাঁ দান।
যেতিয়া কৃষক সবে পানীৰ কাৰণে
চাইছে তোমাৰ ফালে বিমৰ্ষ নয়নে,

যেতিয়া চাতক পখী
আকাশত চকু ৰাখি,
খুজিছে তোমাক পানী, তুমি তেতিক্ষণে
বিতৰিছা সুখ-সুধা সিসবৰ মনে।
জানো জানো মেঘ মই তোমাৰ ওচৰে,
ভিন্ন ভাব নাই একো প্ৰভুৰে ভৃত্যৰে,
কি ৰজা কি মগনীয়া,
সমভাৱে জুৰ দিয়া,
সবেও তোমাৰ সমে কৃপা ভোগ কৰে;
সমদৰ্শী মেঘ তুমি জগত ভিতৰে।
এদিন তোমাক মেঘ কবি কালিদাস,
দূত বুলি জগতত কৰিলে প্ৰকাশ,
আজি ময়ো ক্ষুদ্ৰমতি,
নোহোঁ কবি কবিপতি,
দূত পাতিবৰ গুণে কৰোঁ অভিলাষ,
সমদৰ্শী মেঘ মোকো নকৰা নিৰাশ।
কলই গইছা মেঘ কি কামত যোৱাঁ,
এটিবাৰ অধমক চকু মেলি চোৱাঁ;
কৰিছোঁ কাকূতি নতি,
চোৱাঁ অধমৰ প্ৰতি,
নাযাবা নাযাবা দেব ক্ষণিতেক ৰোৱাঁ,
পাতকীৰ দুটিমান কথা শুনি যোৱাঁ,
যি আৰ্য্যসুতৰ দেব পদৰ ভৰত,
কৰিছিল টলমল স্বৰগ মৰত,
যি সবৰ নাম শুনি,
মনত প্ৰমাদ গুণি
কঁপিছিল সুৰাসুৰ বাসুকি ভয়ত,
প্ৰতিদ্বন্দ্বী নাই যাৰ তিনি ভুবনত।
যাৰ কাৰ্য্য সাধু কথা বুলি ভ্ৰম হয়,
তালু তলুৱাত তাড়িতৰ সোঁত বয়;

গদাৰ কোবত যাৰ
হাতী যাঠি-শ হাজাৰ,
ৰথে সৈতে আজিলৈকে আকাশত ৰয়,
সদায় সৰ্ব্বত্রে যাৰ নিৰ্ভয় হৃদয়।
আজি দেৱ পো-নাতিক চোৰাঁ সিসবৰ
যিৰূপে সামান্য ভয়ে কঁপে থৰ থৰ,
দেহ হাড় ছাল সাৰ,
খোজ কঢ়া মহাভাৰ,
উজুটিতে পৰি মৰে, জানো জীৱনৰ
শলিতা মুমায়; তেজ নচলে শিৰৰ।
কাৰ্য্যত উলাহ নাই, অকাৰ্য্যত ৰতি,
উন্নতি দূৰত থক দিনে অধোগতি;
এটা যদি কোনোবাই
সুকামত আগুৱায়,
দহোটাই গোট খাই হাঁহে তাৰ প্ৰতি
আৰু কত হিংসা কৰি কৰে লটিঘটি।
চোৰাঁ তাৰ পো-নাতিয়ে সকলো উদাসী,
হইছে আপোন ঘৰে পৰঘৰবাসী,
মুখত কথাটি নাই,
আছে পৰ মুখে চাই,
খায় পৰে আপোনাৰ, নিজে উপবাসী,
নিজৰ ঘৰতে পৰ অন্নৰ প্ৰত্যাশী।
আৰু চোৰাঁ কেনেকৈ ঘৰৰ কন্দল,
বখানি পৰৰ আগে হাঁহে খল খল,
লোকে তাকে লেচু লৈ,
কূটনি-নাটনি কৈ,
আপোন পোহাৰ মেলে কৰি নানা ছল,
তেতিয়া আফালে মূৰ শিলত কেবল।
যিসবৰ পূৰ্ব্ব পিতৃ আৰ্য্য ঋষিগণ,
সংসাৰৰ মোহমায়া কৰিয়া বৰ্জ্জন,

অসহ্য কষ্টকো সহি,
গিৰিৰ গুহাত বহি,
উপেক্ষি সকলো, কৰি বায়ুক ভক্ষণ,
ভাবিছিল ভাৰতৰ ভৱিষ্য জীৱন।
সিসবৰ সন্ততিয়ে আজি কেনেকৈ,
অজ্ঞানতা-সাগৰত মৰে বুৰ গৈ,
কৃষি বেহা আদি কৰি,
স্বাধীন ব্যৱসা এৰি,
সেবিছে পৰৰ পদ মস্তকত লৈ,
নেলাগে নে দুখ দেৱ দেখি ই বিলই?
চোৱাঁ দেৱ সিহঁতৰ ইজনে সিজনে
নাই মিল কৰিছে কন্দল ৰাতি দিনে
ভাই ভাই মিল নাই,
যেয়ে যাকে ছল পাই
তাৰে হিংসা তাৰে দ্ৰোহ আচৰিছে মনে,
কি আছিল, কিবা হ'ল, এবাৰো নুগুণে।
আপোনাৰ গুণে খাটে আপুনিয়ে খায়,
দেশৰ কিহত সজ দৃক্‌পাতো নাই;
যেন তেওঁ কৰবাৰ
নেধাৰে একোৰে ধাৰ
ফেঁচাটিৰ দৰে থাকে গাঁতত সোমাই,
দেশৰ দুৰ্দ্দশা দেখি হাঁহে মুচুকাই।
স্বধৰ্ম্মত আস্থা নাই সমাজ নেমানে,
'আহাৰ মৈথুন নিদ্ৰা" স্বৰ্গ সুখ জানে।
পৰৰ মূৰত খোৱা
ভটিয়া পানীত যোৱা
বৰ পুৰুষালি বুলি মনত বখানে,
এনে গতি দেখি দেৱ দুখ নালাগেনে?
যদি দুখ লাগে দেৱ মনত বিশাঁত,
মাতিছোঁ মাতিছোঁ মই জুৰি দুটি হাত,

যোৰাঁ মেঘ যোৰাঁ যোৰাঁ
যতে প্ৰাণী দেখা পোৱাঁ
তাতে কবা, "মিছা কথা", ধৰি বজ্ৰ মাত
'নবৰ্ত্তে পিতৃৰ গুণ পুত্ৰেকৰ গাত।'
যদি কোনোবাই কয় বৈজ্ঞানিক কথা,
অৱশ্যেই বৰ্ত্তে তাৰ নহয় অন্যথা,
তেনেহলে কবা বুলি
থ তোৰ বিজ্ঞান তুলি,
মুশুনো নেমানো তোৰ বিজ্ঞানৰ কথা,
প্ৰমাণ ৰইছে তাৰ ভাৰতত গঁথা।
সুধিবা সুধিবা ঘূৰি তেওঁকে হুনাই,
কবা বুলি, "সঁচা আৰু বিজ্ঞান কথাই
কিন্তু সেই ভাৰতৰ
সুপবিত্ৰ শোণিতৰ,
এটুপিও কিয় আজি সন্ততিত নাই,
থাকিলে হয়নে এনে জীৱৰ বিলাই?
যদি বিজ্ঞানৰে কথা প্ৰমাণিত হয়,
সতীত্বৰ অপমান আৰ্য্যসুতে সয়?
বলীৰ কোপত পৰি
বলহীন যক মৰি,
আৰ্য্যৰ বিধিয়ে এনে কদাপি নকয়,
ইহঁতো কি সি আৰ্য্যৰে সন্ততি নহয়?
ইহঁতো কি সি আৰ্য্যৰে সন্ততি নহয়,
যাৰ ভয়ে নিশা দিন, দিন নিশা হয়,
সাগৰেও দিয়ে বাট,
গছেও লগায় মাত,
অকালতে মেঘে আহি জল বৰিষয়,
প্ৰকৃতিও যাৰ ভয়ে তথা লাগি ৰয়।
আজি ভাৰতত আছে যত কুলাধম,
আৰ্য্য কি ইহঁত? হাঁয় পশুৰ অধম!

*

ইহঁতৰ গুণে হায়
নৰকতো নাই ঠাই,
নকৰে যেতিয়া পুত্ৰ উচিত কৰম
নাৰাখে যেতিয়া আৰ্য্যকুলৰ ধৰম।
যোৰাঁ দেৱ যোৰাঁ মেঘ, দশোদিশে যোৰাঁ,
নগৰ সাগৰ নদী যাকে য'তে পোৱা।
এই কথা কৰা তুমি,
বুৰিল সোণৰ ভূমি,
এই গীতে সকলোৰে অন্তৰ কঁপোৱা,
বুৰিল ভাৰত-ৰবি সকলোৰে চোৰাঁ।
বজ্ৰকণ্ঠে ভৈৰৱত পঞ্চম মিলাই,
বৃটনীয়া আদি কৰি সবাকে শুনাই,
গোৰাঁ মেঘ গোৰাঁ তুমি,
বুৰিল ভাৰত ভূমি,
অতল কূপত আৰু উঠা আশা নাই,
তোলাহি সবেও মিলি ধৰ্ম্ম পথ চাই।
নুতুলিলে পাপ হব নিশ্চয় নিশ্চয়,
ভাৰতৰ পুত্ৰ হোৱাঁ তুমি সমুদয়,
এদিন ই ভাৰতেই,
সকলোৰে আদিতেই,
শিক্ষা দিলে সকলোকে সকলো বিষয়,
কালৰ গতিত আজি এনে দশা হয়,
নুতুলিলে পাপ হব নিশ্চয় নিশ্চয়।
যোৰাঁ দেৱ যোৰাঁ মেঘ দশোদিশে যোৰাঁ,
মৰুতগণকো দেৱ লগে কৰি লোৱাঁ,
ই যে কথা কলোঁ মই,
নকৰি কালৈকো ভয়,
সকলো দেশতে গৈ বজ্ৰসুৰে গোৱাঁ,
কাৰো কৰিছোঁ দেৱ মেঘদূত হোৱাঁ।

# দীপাৱলী

( ১ )

কি হ'ল কি হ'ল আজি ভাই,
কিয় সবে জুমে জুমে খায়,
কিয় সবে সুখগীত গায়
আনন্দত বুকু নচুৱায় ?
কি হ'ল কি হ'ল আজি কাৰ,
সকলোৰে হৃদি পাৰাবাৰ,
আহ্লাদত কৰি তোলপাৰ,
কিয় আজি উঠলি উঠিল,
আনন্দত ধৰণী লৰিল,
আলোকেৰে জগত ভৰিল,
দশোদিশে আলোকৰ হাৰ,
কিয় আজি কৰিছে বিহাৰ

( ২ )

শৰতৰ নিশাতো নহয়,
বসন্ততো হইছে বিলয়,
নহয়তো পূৰ্ণিমাৰ ৰাতি,
সুখৰ বেলিয়ে দিছে ভাতি।
যি দিনায়ে বদন ফুকন
মান পদে ভজিলে শৰণ,
সিদিনাৰে পৰাতো অসম
সংসাৰত পৰম অধম ;
তেনে ঘূৰি কি হব আশাত,
উলাহে ধৰিছে আজি গাত !

( ৩ )

যেই ফাললৈকে ঘূৰি চাওঁ,
শুদা মাথো এই দেখা পাওঁ ;

সকলোৰে হুৱাৰ মুখত
—কোনে জানে কিহৰ সুখত,
পুতি কলাপুলি শাৰী শাৰী,
জ্বলাইছে প্ৰদীপৰ ধাৰী,
দীপমালা হীৰকৰ প্ৰায়,
মানুহৰ নয়ন চঁকাই,
ল'ৰা বুঢ়া আনন্দ মনেৰে,
পদূলিত ফুৰে আয়মেৰে,
সকলোৰে বুকু ভৰা সুখ,
সকলোৰে হাঁহি ভৰা মুখ।

( ৪ )

দীপাৱলী আলোক বৰষি,
মানুহৰ মনক হৰষি,
ঘনে ঘনে কৰে চিকিমিকি,
কোনোটি বা ধিমিকি ধিমিকি
যায়, যায়, আকৌ জ্বলিছে ;
চাৰি দিশ উজ্জ্বল কৰিছে,
জোনাকী পকৱা জাকি দৰে,
চাৰি দিশে জলমল কৰে,
দেখি তাক সহিব নোৱাৰি,
উঠে তৰাবোৰ কাচি পাৰি,
কোনোটিবা দাৰুণ লাজত,
গা লুকায় মেঘৰ আঁৰত।
আলো দেখি জাকে জাকে ফুটি,
উৰি আহে দশোদিশ পুতি,
মোহ গৈ ৰূপৰ বহ্নিত
পুৰি মৰি পৰিছে চাকিত,
দেখি তাক মনত খেলায়,

সংসাৰ কেৱল বহ্নিময়,
আছে বহ্নি দশোদিশ জুৰি,
মানুহ মৰিছে তাত পুৰি,
জ্ঞান, মান, ভোগ, ধন, ৰূপ,
জ্বলি আছে বহ্নিৰ স্বৰূপ,
দিনে দিনে জীৱ অগণিত,
জ্বলি পুৰি মৰিছে বহ্নিত।
ফট্ ফট্ ফটকাৰ মাত,
চাৰি দিশে উঠে জাঁত জাঁত,
সকলোৱে সুখৰ সাগৰে,
উটি ফুৰে তৰণীৰ দৰে,
কিন্তু হাঁয় কাৰো মনে নাই,
দুখীয়াৰ সুখ কতো নাই,
দুখীয়াৰ জীৱন অসাৰ,
শুদা পৃথিৱীৰ মহা ভাৰ।
অলঙ্কাৰে কঙালৰ গাত,
চোঁ সজায় যেনে ভাৱনাত,
কঙাল অসম দেশ আজি,
তাত এনে দীপাৱলী সাজি,
চোঁ সজালে হব কিবা ফল,
দেখি পৰে হাঁহিব কেৱল।
বাজে আলো ভিতৰ আন্ধাৰ,
কোৱা ভাতুৰি উপমা তাৰ।
অতএব আহাঁ আহাঁ ভাই,
শক্তি সেৰোঁ সবে গোট খাই,
তেনেহলে দেখিবা নিশ্চয়,
বিনাদীপে সব দীপ্তিময়,
দীপাৱলী কৰে বা নকৰে
লখিমী আহিব ঘৰে ঘৰে।

---

# এটি কটাক্ষ

( ১ )

গূঢ়তম মৰ্ম্মস্থল ভেদী,
লাজৰ কাজৰ গাঁথি ছেদি,
কোমলৰ ভেশ ধৰি, কি নজনা যাছু কৰি,
বিন্ধিলি কটাক্ষ মোৰ প্ৰাণৰ মাজত,
আকুল কৰিলি মোক কিহৰ জালত।

( ২ )

এনেকুৱা মনমোহা ৰূপ,
দিলে কোনে কছোন স্বৰূপ।
একাধাৰে এনেকই কোমলে কঠিনে লই
গঢ়িলে গঢ়িলে কোনে কিৰূপ সাঁচত ;
হৰিবৰ গুণে প্ৰাণ এটি প্ৰচাৰত ?

( ৩ )

দেখিছোঁতো অনেক গুৱনি,
সংসাৰত নতুন পুৰণি।
এদিনো তো এনেকই, কি যেন কি যেন হই
মিলি যাব খোজা নাই কাৰো হৃদয়ত ;
দ্ৰবি যাব খোজা নায় একোৰে লগত।

( ৪ )

শাৰদীয় পূৰ্ণিমা গগণ
বুকে লৈ বিমল কিৰণ
জগত বুৰাই হাঁহে বতাহ বলায় লাহে
ৰাতিৰ চেতনা জড় ঘনে হুহুঁৱায়
সি দৃশ্যেও মনপ্ৰাণ নয়ন জুৰায়।

( ৫ )

আঁউসীৰ নিশাৰ নিশাত,
মণ্ডলত তৰা অসংখ্যাত,
কি যেন ফটিকা খাই, ঢলি ঢলি পৰি যায়,
ইটিৰ ওপৰে সিটি হাঁহি মিটিকাই;
তাকো দেখি মনপ্ৰাণ নয়ন জুৰায়।

( ৬ )

বহি থকা মাকৰ বুকত,
সুকুমাৰ শিশুৰ মুখত,
ভাবহীন মোল নাই, মেঘত বিজুলী প্ৰায়
কোমল যি স্বৰগৰ হাঁহিটি খেলায়;
তাকো দেখি মনে মোৰ স্বৰ্গ ঢুকি পায়।

( ৭ )

কল্পনাৰ পিছে পিছে গই
প্ৰকৃতিৰ ভঁড়াল সোমাই,
সুখ-সাৰ বাচি বাচি, তুলি লৈ পাচি পাচি,
আনি তাক একেলগে যেতিয়া দমাওঁ;
তেতিয়াও মনে মনে কত সুখ পাওঁ।

( ৮ )

কিন্তু হায় এনে হোৱা নাই,
কেৱে প্ৰাণ চুৰ কৰা নাই।
কোনোটিয়ে এনেকৈ প্ৰাণৰ মাজত গৈ
জীৱনৰ সাৰ বাচি চুৰ কৰা নাই;
চকুৰ পলকো এনে হৰি নিয়া নাই।

( ৯ )

কটাক্ষে কি মোহিনী কৰিলি,
উন্মত্তৰ আসৱ পিয়ালি ;
তাতে যে হৃদয়ে এনে কি যেন কি হৈ কেনে
মনে কৰে উৰি বিশ্ব আকাশত গৈ ;
ঢালি দিয়ে গান তোৰ বিশ্বপ্ৰাণ হৈ।

( ১০ )

সি ভাঁজটি কেনে কেনে লাগে,
সদাই জাগিছে চকু আগে,
আকৌ কি পুনৰায়, সি ভাঁজটি দেখুৱাই
যাবহি কোনোৱে ঘূৰি আকৌ এবাৰ
সি দেখাৰ বেচ কত ? প্ৰাণো কৰোঁ সাৰ।

( ১১ )

বিধিয়ে কি পঞ্চভূত খপি,
মনে মনে নিজানত জপি
কোনোবাই দেখে বুলি, ভয়ে ভয়ে ধৰি তুলি
আঁকিলে কটাক্ষ তোৰ আঁকিলে ই ভাঁজ ;
একে ঠাই কৰি যত শুৱনি নিভাঁজ।

( ১২ )

যি হক আকৌ ঘূৰি দেখা,
ভাঁজে স'তে সি বঙ্কিম-ৰেখা,
তোৰ সি ভাঁজকে চাই, দুখ শোক পলুৱাই,
সৃজোতাৰ কাৰু-কাৰ্য্য কচিক শলাগোঁ,
সৃজনৰ গূঢ় ভাব বুজা শক্তি মাগোঁ।

---

# কাকো আৰু হিয়া নিবিলাওঁ

( ১ )

সকলোৰে মুখে শুনো
তাতে বহি বহি গুণো,
মানুহে সঁচা নে ভাল পায় ?
কত ভাবোঁ কত পাওঁ,
কত ভাব হেৰুৱাওঁ,
একো তাৰ অৱধিকে নাই।

( ২ )

এদিন ভাবিলোঁ মনে,
লম তত যেনে তেনে,
ভালপোৱা আছে কি জগতে,
এনে ভাবি এজনক
সঁপি দিলোঁ হৃদয়ক,
গাঁথি প্ৰাণ এডালি দোলতে।
এদিন দুদিন গ'ল,
ক্ৰমে তিন দিন হ'ল,
তথাপিও সি মুখকে চাওঁ;
যতকে সি মুখ চাওঁ,
তত ন ন ৰস পাওঁ,
তত মুখে শৰীৰ বুৰাওঁ।
সি মুখকে আগে থই,
কল্পনা লেখনী লই
আকোঁ ছবি হৃদয় ফলিত,
জানো পাছে মচি যায়,
ভাবি ঘনে ঘনে চাই,
লুকুৱাওঁ বুকুৰ তলিত।

থাকোঁতে থাকোঁতে হায়
বুকুত ছবিটি নাই,
কান্দিলে বুকুৰে হাঁও হাঁও ;
অনেক বিচাৰি চালোঁ
নেপায় শপত খালোঁ
কাকো আৰু হিয়া নিবিলাওঁ।

( ৩ )

মানুহে নাপায় ভাল,
ললোঁ জানি চিৰকাল,
কিন্তু ঘূৰি ভাবিলোঁ মনত,
সকলো কি এনেকুৱা,
দেখোঁ বাৰু কেনেকুৱা,
ভালপোৱা নাই নে বনত ?
পুহিলোঁ ভাটৌ এটি,
গ'ল দিন এটি দুটি,
দিনে দিনে সিও হল বৰ ;
কত দিলোঁ ধান পানী,
কত ন ন গুটি আনি
যোগালোঁহি আগত সৌতৰ ;
কিন্তু হায় কাল হ'ল,
ভাটৌটি উৰি গ'ল,
বুলি তোৰ মুখক নাচাওঁ ;
ভাবি গতি নিয়তিৰ,
মনত কৰিলোঁ থিৰ,
কাকো আৰু হিয়া নিবিলাওঁ।

( ৪ )

কিন্তু যে নিলাজ মন,
ভাগিও নোহে ভগন,
তথাপিও লাগে ভালপোৱা,

আশা আহি উচটাই
কাণে কাণে কৈ যায়,
ভালপোৱা প্ৰকৃতিত চোৱাঁ।
এন্ধাৰ ওৰণি ঠেলি,
উঠিল আকাশে বেলি,
বনত ফুলিল ফুল দুটি,
দেখি মন থিৰ হ'ল,
সকলো বেজাৰ গ'ল,
গলোঁ সি দুটিৰ পাশে ছুটি।
যিমান বেজাৰ পালো,
যত ঘৰামুটি খালোঁ,
বুকু খুলি সকলো দেখালোঁ;
দেখি জোকাৰিলে মূৰ,
মোৰ সুৰে বান্ধি সুৰ,
ভাবোঁ মনে এতিয়াহে পালোঁ।

( ৫ )

এৰিলোঁ পিয়াহ ভোক
এৰিলো বেজাৰ শোক,
থাকোঁ মাথোঁ সি দুটিকে চাই,
সি দুটিয়ে যেনে কৰে,
কৰোঁ ময়ো তেনেদৰে,
মই যেন আৰু মোত নাই!
বতাহৰ তালে তালে
ফুল দুটি হালে জালে
ঘনে ঘনে পাতত লুকাই,
ভাবোঁ নিলে কোনোবাই,
ফুৰো জুমি জুমি চাই,
হাঁহি ঘূৰি আগতে ওলায়।

ভোমোৰাটো লবি আছে,
জানো পাছে ফুটে পাহে,
দিওঁ তাক দূৰতে খেদাই,
বুকত সাবটি লওঁ
কত কি যে কথা কওঁ
জানে তাক নজনা জনাই!

( ৬ )

দিনৰ দিনটো হাঁহি
'আগ্নেয়-কুসুম' পাহি
ঢালে দেহ জুৰণি খাটত,
মোৰো ফুল হুটি হায়
এৰি মোৰ সৰি যায়,
জ্বালি জুই বুকুৰ মাজত,
কত হিয়া ধাকুৰাওঁ
কত জুমি জুমি চাওঁ
তেও তাক উভটি নাপাওঁ,
অনেক বিচাৰি চালোঁ,
নেপায় শপট খালোঁ,
কাকো আৰু হিয়া নিবিলাওঁ।

( ৭ )

চকুত পলক নাই
বহি থাকোঁ কিবা চাই,
মাজে মাজে মনে বোলে 'হাঁয়'
হৃদয়ৰ তলা ফুটি
হুমুনিয়া এটি উঠি
লাহে লাহে হাঁসিত মিলায়।
শূন্যমনে কলা মুখে
দেখোঁ আকাশৰ বুকে
তৰা হুটি হাঁহে মোক চাই,

ভাবোঁ মনে কৰোঁ থিৰ,
অৰ্থ আছে হাঁহিটিৰ,
মোৰে ফুল দুটি হব পায়।
সি গুণেই এনে কৰি
ধীৰে ধীৰে লৰি চৰি
তালে তালে নচুৱাই বুকু ;
সকলো পাহৰি যাওঁ,
যত কি বেজাৰ পাওঁ
বান্ধো ঘূৰি হৃদয়ত বল,
আকৌ আগৰ দৰে
থৌকি বাথৌ কৰে
অন্তৰত প্ৰণয়ৰ ঢল।

( ৮ )

তৰা দুটি হাঁহি থাকে
মেঘ উঠি জাকে জাকে
উৰি আহে গুজৰি গুমৰি,
ভোমোৰা আহিছে বুলি,
কত কিযে গালি তুলি
ডাবি দিওঁ চিয়ঁৰি চিয়ঁৰি।
কিন্তু হায় মেঘ জাক
নুশুনি নেমানি হাক
ঢাকি ধৰে তৰা দুটি মোৰ,
কি কৰিম কি নকৰো
ভাবোঁ বহোঁ উঠোঁ পৰোঁ
দেখি তাক হাঁহে মেঘবোৰ।
বুকু মোৰ ফাটি যায়,
নেদেখো একো উপায়
সহি থাকোঁ যত লাজ পাওঁ,

তথাপিও চকু তুলি
তৰা ছুটি আহে বুলি
আকাশৰ ফালে ঘনে চাওঁ।

( ৯ )

কিন্তু হাঁয় নাই নাই
আকাশ কুসুম প্ৰায়
আশা যায় বায়ুত মিলাই,
যত ভাব অবিৰত
সাঁচিছিলোঁ হৃদয়ত
সকলো পেলালো দলিয়াই ;
কাম নাই কাম নাই,
ভালপোৱা কতো নাই,
ভালপোৱা অৰ্থহীন কথা,
যি কোনেৱে ভাল পায়,
আছে জনা তাৰে ঠাই
আকাশত বালি-দূৰ্গ গঁঠা।
যি এদিন বাচি থাকোঁ
কাকো আৰু বুকে নাকোঁ
কাৰো আৰু মুখক নাচাওঁ,
যায় যক ফাটি বুকু
কান্দে বা কান্দক চকু
কাকো আৰু হিয়া নিবিলাওঁ

---

## ৺আনন্দৰাম বৰুৱাৰ স্বৰ্গযাত্ৰা*

অকস্মাৎ কিয় আজি সুৰলোক
আনন্দৰ ধ্বনি উঠিছে ঘনে।
গাইছে গন্ধৰ্ব্বী নাচিছে ত্ৰিদিব
লৰে দেৱ-দূত আনন্দ মনে॥
কিয় জ্যোতিৰ্ম্ময় স্বৰগৰ দুৱাৰ
অকস্মাৎ আজি মুকলি হ'ল।
লগে দেৱবালা সৰস্বতী আই
বিমান পথত অপেক্ষি ৰ'ল॥
ইকি ইকি চোৱাঁ অসম গৌৰৱ
ভাৰতৰ ধন আনন্দৰাম।
সুবৰ্ণ ৰথত আলোকি বিমান
কৰিছে প্ৰয়াণ শান্তিৰ ধাম॥
চোৱাঁ চোৱাঁ লগে সৰস্বতী আই
উলাহ মনেৰে কোলাত তুলি।
পানী কৰি তেজ, খাটি মোৰ গুণে,
কত ভাগৰেৰে আহিছা বুলি॥
পিয়ালে অমৃত পাৰিজাত মালা
দিলে তুলি শিৰে দেৱ সমাজ।
বাজিল দুন্দুভি পানিনি অমৰ
পিন্ধালে আপুনি দেৱৰ সাজ॥
পদ্ম আসনত বহুৱালে চোৱাঁ
সৰস্বতী আই আঁকোৱালি ধৰি।
সৌৰভৰ দৰে শুৱালে আনন্দ
হাঁহিলে ত্ৰিদশ দেৱ নগৰী॥
আনন্দ তুমিতো দেৱ সমাজত
চিৰ শান্তি পালা আনন্দলোকে।
কিন্তু তললৈ চোৱাঁ এটি বাৰ
কিহ'ল পৃথিৱী তোমাৰ শোকে॥

---

* আনন্দৰাম বৰুৱাৰ মৃত্যু উপলক্ষে ৰচা।

হাঁহাঁকাৰ ধ্বনি উঠিল জগতে,
ভাৰতত আৰু আনন্দ নাই।
ধ্বনিছে পৱন বিনায় চৰাযে
ভাৰতত আৰু আনন্দ নাই॥
কোনে আৰু হাঁয় জগত বাসীক
বিলাব সংস্কৃত কবিৰ ভাৱ।
কাব্য বুৰঞ্জীৰ সাগৰক মথি
নিতে ন অমৃত কবিব স্ৰাৱ॥
চোৰাঁ কথা কব নজনা তোমাৰ
জননী অসম পবিল জঁয়।
দুখুনীৰ ভাগ্যে এটি মাত্ৰ ৰত্ন
তাকো হেৰুৱালে প্ৰাণে কি সয়॥
ইমান অমূল্য আদৰৰ ধন
ভক্তিৰ আধাৰ আছিলা বুলি।
আজিহে দেখিলে অসম বাসীয়ে
হৃদয়-দুৱাৰ কৰি মুকলি॥
সকলোৰে যেন হৃদয়ৰ ধন
নিলে কোনোবাই বলেৰে কাঢ়ি।
নোহোৱাতে পুৰ আনন্দৰ জোন
বেজাৰ ৰাহুৱে পেলাল গ্ৰাসি॥
কেন্দ্ৰৰূপে থাকি শিশু অসমক
শিকাই দৃষ্টান্ত সাধু শিক্ষাৰ,
হলা অকস্মাৎ মাজ সাগৰত,
ধ্ৰুৱতৰা দৰে মেঘৰ আঁৰ॥
শক্তিশেল প্ৰায়, বিৰহে তোমাৰ,
ভেদিলে মৰম অসমীয়াৰ।
যতদিন শিৰে বৱ তেজ সোঁত,
বব লগে লগে ব্যথা ইয়াৰ॥
পৰিবৰ্ত্তকাৰী কালসোঁতে নিতে,
নতুন স্মৃতিকো নিব টোৱাই।
চিৰকীৰ্ত্তি সাধু দৃষ্টান্ত তোমাৰ
শোক অসমৰ বব উধাই॥

---

## জাতীয় সঙ্গীত*

ভাৰত সন্তান আছাঁ কিয় বহি
অপেক্ষিছা কি হে দেৱ সহায়;
উঠা কাচি পাৰি ধৰা কাজ-কামে
জাতিৰ উদ্ধৱ আপুনি হয়।
বন্দীতো নোহোৱা, স্বাধীন বায়ত,
ফুৰা যে এন্ধাৰে বগুৱা বাই!
হাততে তোমাৰ আছে শুভাশুভ
জাতিৰ উদ্ধৱ আপুনি হয়।
লগালে মাচুল, দিয়া মৰিহাজি,
মুখৰ কথাটি নকৰা ব্যয়;
আপত্তি দেখাই লোৱাঁ নিজা হক
জাতিৰ উদ্ধৱ আপুনি হয়।
লাভ কি তোমাৰ ধনৰ শিক্ষাৰ,
অসাৰ খিতাপ, লোভী বেহায়;
যথাৰ্থ শাসনে প্ৰধান সবাৰো;
জাতিৰ উদ্ধৱ আপুনি হয়।
পণত তোমাৰ, বাৰী-মাটি-প্ৰাণ,
যদিবাও তুমি খেলত নাই;
বোবা কি হে মাতা, খোজঁা নিজা হক,
জাতিৰ উদ্ধৱ আপুনি হয়।
ভেবুৱা হলা নে, কেঁচুৱা হে তুমি,
ভয়ে কুঁচিমুচি মৰাৰ প্ৰায়;
চিৰকাল কিহে, থাকিবা কেঁচুৱা,
জাতিৰ উদ্ধৱ আপুনি হয়।
কাহাফুহা কৰা কেঁকনি গেঁঠনি;
হাবিয়ে লুকুৱা কীটাসুচয়;

---

* ইংৰাজীৰপৰা ভাঙনি। আৰ্থাৰ এলেন হিউমৰ কবিতা।

ইসবৰ পৰা ঘুচে কি হে দুখ ?
জাতিৰ উদ্ভৱ আপুনি হয়।
আছে যদি বোধ দুখ অপমান
উঠা কাতি কৰি সকলো ভয়;
যুঁজি প্ৰাণপণে হৃকৰাঁ দুখক
জাতিৰ উদ্ভৱ আপুনি হয়।
নালাগে সহায় দেৱ বা দৈত্যৰ,
ভজাঁ সকলোৰে নিজ সহায়,
ইচ্ছা, সাহ হলে সকলোৰে হয়,
জাতিৰ উদ্ভৱ আপুনি হয়।
ভাৰত সন্তান উঠাঁ ধৰাঁ কামে
উত্তৰি পথৰ যত অপায়,
চোৱাঁ পূৱফালে উষাৰ কিৰণ
জাতিৰ উদ্ভৱ আপুনি হয়।

---

## পুৱা*

গহীন পুৱতী নিশা, নিতাল জগত
কতো নাই জোনাকৰ চিন।
নিমাত বিশ্বৰ বাঁহী, নিজম চেতনা,
সুৰ ভুলা জীৱনৰ বীণ।
জীৱনৰ যুঁজ এৰি, কামকৰ্ম্মী দুয়ো
শতাইছে যুঁজৰ ভাগৰ।
বিয়াপি অসীম বিশ্ব এন্ধাৰ এলাহ,
গতিহীন স্থিতি জগতৰ।
কোনোবা দেশৰপৰা ধীৰ সোঁত বলি
আহিছে এখনি জুৰ নৈ।

* এই কবিতাটি প্ৰথমতে 'জোনাকী' নামে ওলাইছিল।

ৰিণিকি ৰিণিকি এটি নিৰৱ কবিতা
 বাজিছে বুকুত ৰৈ ৰৈ।
জোনাক জোনাক বুলি জীৱন বিচাৰি
 আন্ধাৰত প্ৰকৃতি আতুৰ।
জোনাক জীৱন খুজি ওপঙি ফুৰিছে
 নিফুট আকুল এটি সুৰ।
কাতৰ সুৰত পমি নিয়ম বিহোঁতা
 প্ৰকৃতিৰ প্ৰবোধি মনক।
দিবলৈ মনে মনে জোনাক জাননী,
 পাচিছে পুবাৰ বতাহক।
স্বৰ্গৰ বাতৰি পাই অপেক্ষি জোনাক,
 প্ৰকৃতিৰ উত্ৰাৱল চিত।
বলিছে শীতল বায়ু, নাচিছে লতাই,
 ফুলকলি হাঁহিছে থুপিত।
ছুটিমান জোনাকৰ সোণোৱালী ৰেখ
 লাহে লাহে ভৈয়াম নামিছে।
সৃষ্টি পাতনিৰ সেই জীৱন্ত ছবিটি,
 ঘূৰি আহি ভুমুকি মাৰিছে।
লোকালোক সাগৰত উটি বুৰি ফুৰা
 জীৱনৰ পবিত্ৰ ভাবটি।
আধা আলো আধা ছাঁত ফুলোঁ ফুলোঁ কৰি,
 প্ৰকৃতিক ধৰিছে সাবটি।
জিলিগুনি এটি আহি পদুম বনত
 স্বৰগৰ ৰহণ ঢালিছে;
অকলশৰীয়া ছুটি পদুম কলিয়ে
 চুমা খাই হালিছে জালিছে।
স্বৰ্গৰ জেউতি দেখি ৰাজহাঁহ জুৰি,
 প্ৰেমৰ আলচ ভুলি গৈ,
চিত্ৰৰ পুতলি হেন আছে থৰ লাগি
 ইটিয়ে সিটিক চাই ৰৈ।

আকৌ ঘুমটি তেজি নিজম চেতনা,
লাহে লাহে সজাগ হইছে।
পাহৰা সুৰটি ঘূৰি বজাবৰ গুণে,
বীণখনি হাতত লইছে।
ৰৰষা অনন্ত কাল জ্ঞানৰ পোহৰ,
জ্যোতিৰ্ম্ময়ী জোনাকী সবিতা।
বজোৱাঁ অনন্ত কাল পঞ্চমত তুলি
বীণাপাণি কোমল কবিতা।

---

## কাকূতি

কাবৌ কৰিছোঁ দেৱী নোলাবাঁ নোলাবাঁ ;
আকৌ বেঁকাই চকু মোলৈ নেচাবাঁ।
আছেনে মনত দেৱী তাহানিৰ কথা,
মেঘৰ বুকুত দেখি তোমাৰ ই লতা,
ৰূপত বলিয়া হৈ,
সকলোকে কাতি কৈ
ৰূপহ জেউতি ঢালি,
এটিবাৰ হাঁহা বুলি,
কাবৌ-কোকালি কৰি কিমান মাতিলোঁ,
নেপাই তোমাক দেখা কিমান কান্দিলোঁ।
চাপৰিত থিয় হৈ,
বতৰৰ খং সৈ,
আম পুলিটিৰ দৰে কত কাল খপিলোঁ ;
ঢেৰেকনি ধুমুহাৰ
চৰগৰ চোকা ধাৰ,
একোকে নকৰি ভয় তোমাকেই ভজিলোঁ ;
হৃদয়ৰ হৃদয়তো সি ৰূপকে জপিলোঁ।

তথাপিও হাঁয় হাঁয়
দেখি মোৰ সি বিলাই,
এবাৰো নোলালা দেৰি, এবাৰো নোলালা
ধাৰাসাৰে কন্দুৱাই শুদা বং চালা।

ভালপোৱা বোলে কাক,
আপুনি শিকালা তাক,
খুজিলত ভালপোৱা কিন্তু হাঁয় নিদিলা;
পিয়াহ লগাই কিয় পানী নিদি বধিলা।

কিমান যুজিলোঁ মই উজাবৰ গুণে,
নিৰাশাৰ চেঁচুক সোঁতত,
লালকাল হলোঁ ভাগৰত,
হাত-ভৰি ঠেৰেঙা লাগিল,
ভালোপোৱা কুঁহিতে ভাগিল,
মেঘত চৰা বিজুলী, আকাশ কুসুম বুলি,
দুনাই তোমাক দেখা—দুৰাশাক তেজিলোঁ,

হুমুনিয়া টানি টানি,
আপোন কপাল মানি,
বুকুত সাবটি হাত কামনা ত্যিয়াগিলোঁ;
চাপৰিৰ আম পুলি চাপৰিতে থাকিলোঁ।

থাকোঁতে মৰাৰ প্ৰায়,
বগাবৰ ছল পাই,
এজুপি লাহৰী লতা মাধৈমালতী;
মেৰাই মেৰাই মোক ললেহি সাবটি,

নিচেই কোমল লতা,
নেজানে একোকে কথা,
কেৱল মাথোন জানে মৰম কৰিব,
ব'দৰ তাপত মোক আবৰি ধৰিব।

নেজানে কি সুখ দুখ,
সদাই হাঁহিৰ মুখ,

নিতৌ নিতৌ দেৱী ন ফুল ফুলাই,
ৰাখিছে মনক মোৰ ছুখ পাহৰাই।
আৰু মোত কথা নাই,
এটি সুখ স্বপ্ন পাই,
ধাঁয়ে-ধৰা ল'ৰাৰ নিচিনা শুদা হাঁহিছোঁ,
নজনাবা দেৱী মোক হাত জুৰি মাতিছোঁ।
এতিয়াও লাগে মিঠা তোমাৰ হাঁহিটি
দেখিলো তোমাক বাজে প্রেমৰ বাঁহীটি
কিন্তু মোৰ লাগে ভয়,
জানো পাছে পৰে জঁয়,
লতাজুপি মোৰ দেখি ঢেৰেকনি শুনি,
সিতো হায় শুনা নাই মেঘৰ গাজনি।
যদিহে চৰগ লাগি,
যাওঁ অকস্মাৎ ভাগি
লতাজুপি আৰু মোৰ কোনে দাঙি ধৰিব,
আলৈ-অথানি হৈ লগতেই পৰিব।
তাতেহে বিজুলী মই
—যদিও প্রাণে নসয়,
কাৰো কৰিছোঁ দেৱী নোলাবা নোলাবা
আকৌ বেঁকাই চকু মোলৈ নেচাবা।

---

## এপাহি পদুম

ফটিকৰ ধাৰ যেন নিজনি বিলত,
কোমল পদুম পাহি,
কেনেকৈ জাহিছে।
মলয়াত উৰি অহা প্রেমৰ গীতটি
একেথৰে শুনি শুনি
কেনেকৈ হাঁহিছে?

দেহি ঐ কেনেকৈ জিলিঙনি কিটি,
সক ঢৌ কেইটিৰ বোকোচাত উঠি,
পদুমৰ মুখ চাই, কি যেন ফটিকা খাই,
ঢলি ঢলি লৰি আহি
সাবটি ধৰিছে।
এটাই কিটিয়ে কেনে আলফুল কৰি
মুখতে লগাই মুখ
মৰম কৰিছে।
মলয়া বতাহ হৈ ময়ো যেন গৈ
পদুমৰ কাণে কাণে,
সি গীতটি গাম;
ঢৌটিত উঠি যেন জিলিঙনি হৈ,
ময়ো যেন তেনেকৈয়ে
চুমা এটি খাম!
আলফুল কৰি যেন বুকুত শুৱাই
টোপনিতে লালকাল মুখখনি চাম।
কিন্তু মই কি যে হুতাশীন,
দেখিলেই হব মোক এটাইটি লীন;—
বতাহ নবলা হব,
ঢৌকিটি মাৰ যাব,
জিলিঙনি কিটি গৈ লুকাব মেঘত
লাজুকী লতাৰ দৰে পদুম পাহিয়ো
লাজে সোতমোত খাই,
মুখখনি গহীনাই,
তেতিয়াই তুলি লব ওৰণি মূৰত।

## প্ৰিয়তমাৰ চিঠি

সৌন্দৰ্য্যৰ বুকুৰ কাঁচলি উদঙাই,
প্ৰকৃতিৰ চো-ঘৰ চালোঁ পিতপিত ;
কুকুৰাঠেঙীয়া এই আখৰ কিটিত
যি অমিয়া ঘঁহা আছে কতো আৰু নাই।
কবি-নিকুঞ্জত ফুলি কত কবিতাই,
মলয়াত উটি-উটি ফুৰে পৃথিবীত,
তোমাৰ চিঠিয়ে কিন্তু জানে যিটি গীত,
কবিতাৰ কাব্যে তাৰ গোন্ধকো নাপায়।
ফুল ফুলে সৰি যায়, শুকায় বননি,
বসন্তৰ কুঁহিপাত ৰদত লেৰেলে ;
তোমাৰ চিঠিয়ে প্ৰিয়ে জানে কি মোহিনী,
নিতৌ নোহোৱা বাহী ন ন ফুল মেলে।
যত শুঙো চুমা খাওঁ নেলাগে আমনি,
হৃদয়ত হেপাহৰ ভোটাতৰা জ্বলে।*

---

## হঁহা-কন্দা†

সংসাৰৰ দলনিৰ এচুক শুৱাই,
সৰল শৰালী হালি ফুৰিছিল চৰি,
আছিল দুয়োটি কেনে দুইকো আবৰি,
স্বৰগৰ প্ৰেমৰ চানেকী দেখুৱাই।
নাছিল ধুমুহা ডাৱৰৰ সঁচ নাই,
নাচিছিল ৰঙা বেলি দলনিত পৰি,
পাহৰা প্ৰেমৰ কথা সুঁৱৰি-সুঁৱৰি
হাঁহিছিল হালিয়েই কত চুমা খাই।

---

* চৈধ্যশৰীয়া প্ৰথম কবিতা—যাক ইংৰাজীত 'চনেট' বোলা হয়।
† শ্ৰীযুত যোগেশ্বৰ বৰকটকীৰ সহধৰ্ম্মিনী সুৰসুন্দৰী দেৱীৰ মৃত্যু উপলক্ষে লেখা।

অদৃষ্ট ব্যাধৰ কাঁড়ে—পেলালে ঘৈয়াই,
আলস্নুৰাটিক তাৰ। বিৰহ নজনা
অকলশৰীয়াটিৰ কি হ'ল বিলাই।
নৌ-হওঁতেই পূৰ প্ৰেমৰ সাধনা
প্ৰেমৰ পদুম পাহি পেলালে শুকাই,
হঁহা-কন্দা লৈয়ে হায় সংসাৰ ভাৱনা।

---

## ধৰা পৰা

পেলালোঁ নহয় ধৰা, কি দিবা এতিয়া ;
ৰখালোঁ নে তাহানিৰ কথা মই কোৱা ?
মনে-মনে ভাল পাই মোক ফাকি দিয়া,
বুজিলোঁ, সুধিলে কিয় চকুৰে নোচোৱা।
ন বোৱাৰীয়ে যেনে টানোতে টানোতে,
কেতিয়াবা মূৰৰ ওৰণি খহি পৰে,
তোমাৰো মনৰ কথা ঢাঁকোতে ঢাঁকোতে,
উপচি পৰিল আজি চিঠিৰ ওপৰে।
শাৰীয়ে শাৰীয়ে প্ৰিয়ে মনৰ ধাউতি,
উগুল-থুগুল হৈ বিৰিঙি পৰিছে ;
ভুলত ওলাই পৰা গুপুত ভাবটি
মোহাৰিলা, কিন্তু মোৰ দুগুণ চৰিছে।
এইটি কিহৰ চিন চিঠিৰ বুকত,
চুমা নে বিৰহে চেপা চকুলোৰ ফোট,
যি কি হক আজি কিন্তু পৰিলা ঠেকত,
ভালপোৱা আৰু প্ৰিয়ে ভাবিবা নে মোত ?

---

## ৰত্নেশ্বৰ মহন্ত*

দুখীয়া দেশৰ ৰত্ন দুখৰ সোদৰ,
বহুত আশাৰ কুমলীয়া ঢোপা কলি,
নৌ হওঁতেই হাঁয় পাহিটি মুকলি,
হ'লা বলি অকালত কাল-তক্ষকৰ।
নাপাই ই সংসাৰৰ উচিত আদৰ,
বৰ্ণিছিলা যাক তুমি সুখ ঠাই বুলি,
লবালৰি এৰি সংসাৰৰ বালি-ধূলি,
গলা গুচি সুখলৈ অনন্ত কালৰ।
দুয়োৰো সংকল্প মাতৃভাষা সেৱি-বৰ
পাহৰি পলালা যোগ্য, অযোগ্য থাকিলোঁ,
সহিবৰ গুণে শোক বন্ধু বিৰহৰ।
যি কৰে করুণাময়ে উচিত সকলো,
বুজিব নোৱাৰি আমি দোষোঁ ভ্ৰান্ত নৰ,
লভা চিৰ শান্তি ভাই বেজাৰ এৰিলোঁ।

---

* বন্ধুবৰ ৺ৰত্নেশ্বৰ মহন্তৰ মৃত্যু উপলক্ষে ৰচা।

# পৰিশিষ্ট

## ৰায়বাহাদুৰ পশু'ৰাম খাউণ্ডৰ প্ৰশংসা-চিঠি

Dibrugarh
26 December, 1897

My dear Gossain,

It is very kind of you to send me a copy of your ফুলৰ চাকি, as a token of your kind feeling towards me. It is really a boquet as sweet in odour as beautiful in appearance. I am reading it with an interest and must heartily thank you for the same before I finish it.

P. R. Khound

## ৺চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰশংসা-পত্ৰ

ভাই,

তাহানিৰ কথা আজি সপোনত আহি
লগতে আনিলে এই ফুলৰ পাহিটী।
আদৰ-মালতী তব মৰমৰ চিন
তুলি লওঁ। হৃদয়ত জীওঁ যত দিন
আজিৰ কথায়ো দিলে তাহানিক লগ
পুৰণি নতুন হ'ল, সপোন দিঠক।

তোমাৰ

চন্দ্ৰকুমাৰ

৫।১০।০৭

## সমালোচনা

### 'ফুলৰ চাকি'

"কবিতাটি লিখাৰ সময় অনুক্ৰমে কিতাপত সজোৱা হৈছে আৰু তাৰপৰা কবিৰ বয়সৰ লগে লগে কবিতাৰ ভাবৰ ক্ৰমোন্নতি লক্ষ্য কৰিবলৈ সুচল হৈছে।"

"প্ৰিয়তমাৰ চিঠি" শীৰ্ষক কবিতাটি অসমীয়া ভাষাত প্ৰথম 'চনেট'ৰ আৰ্হি আৰু ইয়াৰ ভাব ইমান গুৱলা যে কবিতাটিৰ ভালেমান বগৰিজেঙীয়া খহটা শব্দকো সি পদুমৰ পাহি যেন মিহি কৰি তুলিছে।

"উষা"—১৯০৭

## অন্যান্য কবিতা

## ( খ )

## মোহন বাঁহী

বাজিছে মোহন বাঁহী সাতোটি সুৰত।
ঢালিছে অমিয়া তত্ব বিশ্বজগতত॥
অবিৰাম আজি সেই অনাহুত সুৰ।
নিছে ছিঙ্গি হৃদয়—গাঁঠিৰ শত মূৰ॥
সি সুৰৰ ৰাগিণীত বিশ্ব মতলীয়া।
হ্লাদিনী ৰাধিকা কৃষ্ণ প্ৰেমত বলিয়া॥
প্ৰথম সুৰত প্ৰাণী ৰমে ভূলোকত।
উলটি যমুনা বয় ব্ৰজৰ মাজত॥
দ্বিতীয়ত ভূলোকে প্ৰাণৰ উলাহ।
গোকুলত গৰু গাইৰ বিনন্দ বিলাহ॥
তৃতীয়ত স্বলোকত কামনাৰ ক্ষয়।
ব্ৰজৰ দামুৰী গাই ঘৰমুৱা হয়॥
চতুৰ্থত মহালোকে মনৰ বিৰাম।
অসুৰৰ উপদ্ৰৱ মুক্ত ব্ৰহ্ম ধাম॥
পঞ্চমত জনলোকে বুদ্ধিৰ বিৰতি।
ব্ৰজত গোপিনী সবে এৰে নিজ পাতি॥
ষষ্ঠসুৰে তপলোকে অহঙ্কাৰ লয়।
ব্ৰজবাসী সকলোতে দেখে কৃষ্ণময়॥
সপ্তমত সকলোকে আত্ম দৰিশন।
ব্ৰজৰ কুঞ্জত ৰাধা কৃষ্ণৰ মিলন॥

---

# বৰ কানীয়া

আকাশত আছিল ফুল বুলি পাৰিজাত।
পৃথিৱীত পৰি হ'ল আফু নামে খ্যাত॥
আ-পদে আকাশৰ ফু-পদে ফুল।
কানি ওলাই অসমীয়াৰ তাৰিলে সাতাম কুল॥
হেন জানি এই কথা সাৰোগত কৰা।
কানিৰ খোলাত বহি সবে কানিৰ নাম ধৰা॥
কলিৰ পৰম বস্তু কানিকে জানিবা।
ইহেন কানিক এৰি খিয়াতি নানিবা॥
সকলো দেশতে আজি কানি-মেল পাতি।
বখানিছে সকলোৰে কানিৰ কীৰিতি॥
হেন জানি কানি খোৱা মন-কাণ পুতি।
কানিয়ে হাততে দিয়ে ভুকুতি-মুকুতি॥
নপঢ়ি-নুশুনি যদি হব খোজা ওজা।
অলপ-অলপকৈ বঢ়াই নিয়া নিতে কানিৰ বোজা॥
দুখ-লখ নকৰাকৈ হব খুজিলে ধনী।
কানি খাবলৈ ধৰিব লাগে একণি-একণি॥
গোহালিত যদি গৰু নাই, ভঁড়ালত নাই ধান।
খাই চাবাচোন তুমি বাৰু কানি এধান মান॥
খেতি-বাতি কৰিবলৈ যদি বন্ধা পোৱা নাই।
খোলা পাতি পৰীখ চোৱাঁ নেপালে দিবা দাই॥
নাম পাতি নামতী নেপালে কানিৰ জান দিবা।
ল'ৰা-লুৰীৰ নৰিয়া হলে কানীয়া সুধিবা॥
দেশ উধাৰ কৰিবৰ যদি কাচিৎ মন যায়।
একে আষাৰে বোলো মই কানিত ধৰা ভাই॥
গৰুৱে যদি জেওৰা ভাঙে চাকৰে নকৰে কাণ।
কানি খোৱাৰ বাজে আৰু উপায় নাই আন॥

জাৰকালি যদি জাৰ লাগে, জহকালি ঘাম।
সকলো আঁতৰি যাব লবা কানিৰ নাম॥
ডাঙৰৰ খিতাপ পাব খুজিলে সৰহ কানি খাবা।
মাহেকে-পষেকে গৈ হুজুৰত চেলাম দিবা॥
নোপোৱা যদিহে মোৰ নামটো সলাই থবা।
পালে কিন্তু দহোকুৰি মন্ত্ৰী পাতি লবা॥
কানিৰ গুণ কৈ কোনে পেলাব ওৰ।
কানিৰ ভকত সাধু যেনে কানিৰ ভকত চোৰ॥
বিয়া দিবলৈ ছোৱালী যদি দৰা পোৱা নাই।
ধুৰূপ পাবা, ধুৰূপ পাবা কানি খোৱা ভাই॥
ঘৈণীৰ লগত সদায় যদি খোতামোজা লাগে।
মই ভাবিছোঁ কানি খাবলৈ ধৰা নাই চাগে॥
যদিহে তোমাৰ মনত লগা লগৰীয়া নাই।
দেখ-নেদেখকৈ কানিৰ টেমাটি দিবাচোন উলিয়াই॥
হেন জানি সকলোৱে কানিত দিয়া মন।
অপুত্ৰৰ পুত্ৰ হব নিৰ্ধনীৰ ধন॥
“সৰ্ব্ব ধৰ্ম” এৰি লোৱা কানিত শৰণ।
অন্ধজনে চকু পাব বন্ধ বিমোচন॥
ধইন ধইন অসমীয়া ধইন ধইন কানি।
মৰোতেও মৰোঁ যেন মুখত কানিৰ পানী॥
কথন-মথনত কথাৰ সাগৰ কামৰ বেলিকা কুঁজা।
মোকে এজন অসমীয়া বৰকানীয়া বুজা॥

---

# মুক্তামালা

১। গঢ়িলে মানুহ কত যতনে ঈশ্বৰে।
সাৰ্থকতা আমি তাৰ কৰিছোঁ কি দৰে ?

২। আমি কৰা কামৰ যে সজ অভিপ্ৰায়।
বন্ধুক নালাগে দিব সি কথা বুজাই ॥

৩। স্বাৰ্থৰ বলেৰে এই জগতত ভাই।
সকলোকে কিনা যায় স্বৰ্গত চেৰাই ॥

৪। যিজনে জানিছে চাব অন্তৰৰপৰা।
সকলো চওঁই পৰে সিজনত ধৰা ॥

৫। ভয়ত আতুৰ হোৱা কোনো ফল নাই।
কোনো কামতেই ভয়ে নকৰে সহায় ॥

৬। আমাক যে কৰে পৰে বিশ্বাস মৰম।
তাতে হে জীৱন লাগে মধুৰ পৰম ॥

৭। উচিত যি কৰা কাম উচিত মতেৰে।
শেহলৈকে চোৱা বাট কিনো ফল ধৰে ॥

৮। জীৱনত যতবোৰ ছায়া আহি পৰে।
নিজৰ আলোতে নিজে থিয় দিয়ে কৰে ॥

৯। সমুখত পৰি থকা উচিত যি কাম।
কৰি যোৱাঁ নিবিচাৰি স্বৰগৰ ধাম ॥

১০। যদি হে শুনিব খোজা স্বৰ্গৰ সঙ্গীত।
দেৱ মন্দিৰত বহি সাধা নিতে নিত ॥

১১। নিজৰ দোষক চোৱাঁ কোমল চকুৰে।
পৰৰ দোষকো কিয় নেদেখা সিদৰে ॥

১২। এটকা হানিত কৰি ছুটকাৰ দুখ।
নকৰা মিছাতে নষ্ট জীৱনৰ সুখ ॥

১৩। সুস্থতাই অপকাৰ ক্ষমা কৰা ভাল।
সুতুৰাত শান্তি নাই বাঢ়ে আহুকাল ॥

১৪। অন্তৰত তোমাৰ যি আছে দেৱ ভাব।
পৰিপুষ্ট কৰি চোৱাঁ কি তাৰ প্ৰভাৱ॥

১৫। যাৰ নাই পাপৰ আখন।
পুণ্যৰ কামতো অভাজন॥

১৬। মানুহে কি কব বুলি এবে নিজ হিত।
তাৰ মান মূৰ্খ নাই এই পৃথিৱীত॥

১৭। মানুহ যে দেখা যায় সততে নিৰ্দ্দয়।
স্বভাৱতে অসাধন হিংসাত নহয়॥

১৮। যদিহে ভাবিছা তুমি পৰম শিক্ষিত।
পাবা নে কি কৰিব বাক কি কৰা উচিত?

১৯। নীতিৰ আচল মোল যিজনেই জানে।
যিজনে পৰক পীড়া পাপ বুলি জানে॥

২০। এদিন হয়তো আমি আছিলোঁ কীটাণু।
এদিন হয়তো পাম দেৱতাৰ তনু॥
আজি যে মানুহ কিন্তু তাৰ ভুল নাই।
তথাপিতো কিয় তাক পাহৰোঁ সদাই?

২১। ভৱিষ্যত জীৱনৰ শিক্ষক পৰম।
আছে আৰু কোন গত জীৱনৰ সম॥

২২। অতি সঁচা কথা জানো বেদৰ বচন।
কৰ্ম্মফল অনুযায়ী আমাৰ জীৱন॥
দুষ্কৃতিৰ পৰা ভোগে বেজাৰ ও দুখ।
সুকৃতিৰ পৰা লভে আনন্দ ও সুখ॥

২৩। আজিৰ দিনটো জানা সৰ্ব্বস্ব তোমাৰ।
শক্তি মতে কৰা তাৰ সজ ব্যৱহাৰ॥

২৪। যি কাল মিছাতে আমি দিওঁ দলিয়াই।
ওলোটাই অনা তাক কোনো বুধি নাই॥

২৫। আৰ্জ্জিছা যি জীৱনত অভিজ্ঞতা-ফল।
কৰা তাক উন্নতিৰ বাটৰ সম্বল॥

২৬। সাজপাৰে মানুহৰ শৰীৰ শুৱায়।
বান্ধি ছাটি কিন্তু তাক ৰাখে বন্দী প্ৰায়॥

২৭। কামনাৰ তৃপিতিত সুখ নাই নাই।
কমোৱা কামনা যদি সুখ লাগে ভাই॥
২৮। যাৰ আছে তেঁজত ভাঁজ।
তাৰ আছে কিহৰ লাজ॥
২৯। খাবৰ নিমিত্তে নিজি খাবা জীৱলৈ।
৩০। জয় পৰাজয় দুয়ো চেষ্টাৰ সন্ততি।
চেষ্টাৰ প্ৰকৃতি কিন্তু সদাই উদ্গতি॥
৩১। লক্ষ্যহীন জীৱন সদাই দুখময়।
৩২। বিবেকেই জীৱনৰ গুপ্ত আদালত।
৩৩। পপীয়াক দাঁড়িবৰ ঈশ্বৰৰ বাব।
মোক দিছে বুলি ভবা কিনো মূৰ্খ ভাব॥
৩৪। নিজ হিত এৰি পৰ হিতক আচৰে।
তেনে মহাপুৰুষকে লোকে পূজা কৰে॥
৩৫। বেয়াৰ পৰাই যেনে ভাল বাজ হয়।
অজ্ঞানৰ পৰা তেনে জ্ঞানৰ উদয়॥
৩৬। যি মানুহে সিঁচি ফুৰে বেলিৰ পোহৰ।
নেথাকে কদাপি তেওঁ ছায়াৰ ভিতৰ॥
৩৭। যদি হে ৰাখিব খোজা জীয়াই সমাজ।
তেনে নিতে কৰা সকলোৰে হিত কাজ॥
৩৮। যিজনেই ঈশ্বৰৰ পৈণত ছাতৰ।
তেওঁৰে পৰীক্ষা লয় কঠিন পাঠৰ॥
৩৯। সমজুৱা ৰংৰূপ সাদিনতকৈ।
এঘণ্টা নিজান কাল বেছি কাজুৰৈ॥
৪০। চিৰিকটি টিকো প্ৰভু আধাৰ জোগায়।
সিবুলি নিদিয়ে কিন্তু বাহতে সুমাই॥
৪১। অৰ্থই সামৰ্থ আনে ই কথা স্বৰূপ।
নিধনী যে কম ৰোগী ইটিও ধ্ৰুৰূপ॥
৪২। যিজনেই সজাগৰে থাকে চেগ চাই।
সিজনেই জীৱনত সদাই উধায়।

## ধনঞ্জয় ঢোল

শ্রীযুত ৺নিঙ্গনি ভাৰবীয়া

কুমৰধনি : ঢেপা ঢোল নো কিমান বজা,
আমনি লাগিল শুনি।
ধুমধুমনিত টোপনি পলাল,
দেশ ছাৰি গ'ল টুনি॥

ঢোল : নিজৰ ঢোল মই নিজেই বজাম,
তোৰনো কি তাত হ'ল?
মাৰ পলাল, বাপেৰ পলাল,
তাত মোৰ কি বৈ গ'ল॥
ভাবিছ নে কি তোৰ দৰে মই
অলপ-ধতুৰা জীৱ।
তাতে যে তই পেংলাই কৰি
এনে ভাবুকি দিয়॥
জাননে তই সাগৰত আছে
পাঞ্চজন্য শঙ্খ।
ঠটা মাটিত ময়েই হে তাৰ
এক মাথোন বংশ॥
ছেৰ কটা মোক নো তই
বিজাবি কাৰে ধৰি।
মোক বিজাবৰ বস্তু হেৰ
পাবি নে চলথ কৰি॥
চকু থাকিও নেদেখ কিয়
মোৰ ভমকৰ তালি।
হাতে হাতে পৰি বাক তাৰ
ভালকৈ সেকা পালি॥
বিশ্বমিত্রই নপাতনথন
চোলাই এবি গ'ল।

তাকে পূৰা কৰিবৰ গুণে
মোৰ অৱতাৰ হ'ল ॥
উধনীয়া এই কথাটোও
নোসোমায় কিয় মূৰত।
বিশ্বজগত ভোল গৈছে
মোৰ ৰাগিণীৰ সুৰত ॥
সধোৱা ঢোল মোৰ আপুনি বাজে
লাগি বতাহৰ ছাটি।
চকু চৰহি মৰ কিয় তই
এনেকৈ বুকু ফাটি ॥
সাগৰ মথোঁতে ওলোৱা তাহানি
এই ধনঞ্জয় ঢোল।
আপোনা আপুনি ওলায় তাৰ
মৌ-বৰষা বোল ॥
ফাটিবৰ ফুটিবৰ নহয় ই ঢোল,
জানিবি ধ্ৰুৱ বাণী।
মিছাতে কিয় ধূমথুলি বাই
মৰিছ উথৰা খানি ॥
ঢোলৰ কোবত ভূভাৰস্ত
থাকে যদি থক।
নাইবা সি তোৰ লগতে
জহৰনামে যক ॥
মূৰৰ ওপৰত জোন বেলি
ওলায় যিমান দিন।
মোৰ ঢোল মই নিজেই কোবাম
কি ৰাতি কি দিন ॥
একো কথা নাই তোমাৰ ঢোল,
তুমিয়েই বজোৱাঁ।
কাকতলীয়া ফিতাহি মাথোন
ঘঁহি মজি লোৱাঁ ॥

---

## গীত

মিশ্ৰ ললিত—একতালা।

( গোস্বামীদেৱৰ প্ৰিয় বন্ধু লক্ষেশ্বৰ শৰ্ম্মাৰ মৃত্যু উপলক্ষে লেখা। )

শুনি প্ৰাণ ফাটি যায়, হ'ল কি বিলাই,
লক্ষেশ্বৰ আৰু নাই ঐ!
প্ৰাণৰ পুতলি, আশা-ঢোপাকলি,
সুফুলোঁতে সৰি যায় ঐ॥
আলচা-কামনা আলচাতে ৰ'ল
সংসাৰৰ কাম আধা কৰা হ'ল।
দুখুনী জননী, অসম তোমাৰ,
কান্দে হিয়া ঢাকুৰায় ঐ।
যোৱাঁ ভাই, থাকাঁ আলোকি বিমান
থাকো আমি তাকে চায় ঐ।

---

## গীত

( তেজপুৰত মাধৱদেৱৰ তিথি-উৎসৱত গোৱা )

ৰচনা—হেমচন্দ্ৰ গোস্বামী
সুৰ—লক্ষীৰাম বৰুৱা
ইমন কৈল্যাণ—আড়াঠেকা

আজি কি নো শুভ দিন, দুখীয়া জীৱনে
পূজিছে সকলোখিনি, পুৰুষ প্ৰধানে।
যিজনে জনম লভি, বিচাৰি শাস্ত্ৰ সুৰভি
বিলালে বিমল জ্ঞান ভকত জনে॥
যাৰ 'ঘোষা' 'ৰত্নাৱলী', মুক্তিতো নিস্পৃহ বুলি
শিকালে ভক্তি নিষ্কাম অজ্ঞানী জনে।
যাৰ শুদ্ধ নাম স্মৰি, যায় জীৱ ভৱ তৰি
কৰা সবে গুণ-গান পৱিত্ৰ মনে॥

## ৺মাণিকচন্দ্ৰ বৰুৱা

দুখুনীৰ আঁচলৰ নিধি স্যমন্তক
আছিলা মাণিক হেৰা জ্বলি আন্ধাৰত ;
কাল জাম্বুবানে পাই সুমালে গাঁতত,
বিধংসনা কৰি হাঁয় আই অসমক।
উজান মুখীয়া পালতৰা নাওখনি,
কোনে আৰু আগুৱাই নিব গুৰি ধৰি ?
কত চাকনৈয়া আছে বাটক আগুৰি,
পচিম মেঘত গুজৰিছে ঢেৰেকনি।
ভাগ্যৰ ভ্ৰুকুটি ভৰিৰে নেউচি,
জুকলা দেহত ধৰি অসীম শকতি,
পূজিলা জনমভূমি যাউতি জীৱন।
অমিয়া পুৰীৰ পৰা তোমাৰ জেউতি,
চিৰকাল অসমক থাকক চৌৱাই ;
দিয়ক বিমল জ্ঞান শিশু অসমক।

---

## সৰস্বতীৰ স্তুতি

সৰচতী সৰচতী সইতা সেউতী।
বেদেও কৰিছে যাৰ দিন ৰাতি স্তুতি ॥
কি বুলি কৰিম স্তুতি কিহেৰে পূজিম।
নেপাওঁ বিচাৰি একো কি তোমাক দিম ॥
ব'দালিৰ জিলিঙনি জোনৰ জোনাক।
তোমাৰেই বস্তু তাক কি দিম তোমাক ॥
এখুদ্‌মান হিয়া মোৰ আৰু একো নাই।
তাকে দিলোঁ সঁপি লৰা, মোৰ বুলি আই ॥

তোমাৰ বীণৰ মাত নিতৌ শুনিম।
তোমাৰ হাতৰ পুথি নিতৌ পঢ়িম॥
তোমাৰ লগতে আই উমলি ফুৰিম।
কবিতাৰ মালা গাঁঠি তোমাকে পুজিম॥
লোকে বোলে সৰস্বতী আমি বোলোঁ আই।
পাহৰোঁ যিখিনি যেন দিবাঁ সোঁৱৰাই॥
জনমে জনমে যেন লাগ দিয়া আই।
জ্ঞানৰ বাটত যেন নিয়াঁ আগুৱাই॥
বিদ্যা দিয়াঁ বুধি দিয়াঁ, মনত শকতি।
শৰীৰত বল দিয়াঁ, হিয়াত ভকতি॥

---

## ঠেক মন

এক গাঁৱৰ পাট-নাদত ভেকুলী এমখা থাকে।
বাৰিষাৰ পানী গাত পৰিলেই টোৰ্‌টোৰাই মাতে॥
ওপজা ঠায়ো সেয়ে সিহঁতৰ বাহিৰ নাই দেখা।
লালুকীৰপৰা নেগুৰ ছিগি হ'ল তাতে ডেকা॥
কত ৰং, কত তামচা, কত জপিয়া-জপি।
খলকনিত নাদৰ পানী গোটেই ছটিয়া-ছটি॥
দৈবাৎ এদিন সাগৰত থকা শকত ভেকোলা এটা।
সেই নাদতে সিহঁতবোৰক কৰিলেগৈ দেখা॥
ৰৰমুৰীয়া ভেকুলী হাকিমে সুধিলে, "ডাঙৰীয়া।
ক'ৰপৰা বা আহিছে আপুনি চিনা নাইকিয়া॥
আলহী ভেকোলাই মিহি সুৰেৰে লগালে মাত জুৰ।
সাগৰৰপৰা আহিছোঁ বন্ধু বাট বহু দূৰ॥
হাকিমে বোলে, "সাগৰ খন নো কিমান আহল-বহল।
পাৰটো তাৰ উকা নে বন্ধোৱা যায় নে পাটো তল॥"

ভেকোলাই কলে, “ডাঙৰীয়া সাগৰেই যে তাৰ নাম।
পাৰ যে তাৰ পোৱাই নাযায়, ঠাউনি পোৱাও টান॥
কথা শুনি হাকিমজনৰ উকটি উঠিল হাঁহি।
“ভাল তুমি আমাৰ ৰোৰক ভোদা পাতিছাহি॥

---

## মাধৱী ক-খ ফলা

*    *    *    *

থই বোলে   থান পাইবা বৈকুণ্ঠ ভুৱন।
দই বোলে   দিয়া মন হৰিৰ চৰণ॥
ধই বোলে   ধৰম ধৰিয়ো মনে।
নই বোলে   নৰহৰি চিন্তিয়ো আপোনে॥
পই বোলে   পৰম ঈশ্বৰ শিৰোমণি।
ফই বোলে   ফলৰূপ মধুৰ ধৰণী॥
বই বোলে   বচন তোহোৰ সত্য হয়।
ভই বোলে   ভৱজল সঘনে ভাসয়॥
মই বোলে   মাধৱক জানিয়া তৰয়।
যই বোলে   যম যাতনাৰ দুঃখচয়॥
ৰই বোলে   ইটো কথা ৰহস্যত হয়।
লই বোলে   লৱণু দুগ্ধৰস চয়॥
ৱই বোলে   ইটো কথা নথৈবাহা উভি।
শই বোলে   ষড় ৰস ৰাশি মন লুভি॥
ষই বোলে   সনক সুনন্দে সেৱে যাক।
সই বোলে   সঘনে গোবিন্দ নাম ডাক॥
হই বোলে   হাতত হেৰাইল নৰ কায়।
   কমনে নিচিন্ত মন আছ বাট চাই॥
ক্ষই বোলে   দুৰ্ব্বাসনা ক্ষয় ভৈল জানি।
   কহয় মাধৱে ডাকি বোলহু ৰাম বাণী॥

---

## বৰদৈ-চিলা

চ'তৰ বিহুত বৰদৈ-চিলা
মাকৰ ঘৰলৈ যায়।
গছ-গছনি ঘৰ-দুৱাৰ
নিয়ে উকৰাই।
হিল্‌দোল্‌ ভাঙি ছিঙি
মেলিছে ঢাপলি;
লগত নিছে লগৰীয়া
যত বা'-মৰলী!
আউলী বাউলী চুলি মেলি
মাৰিছা কিয় লৰ?
লাহে ধীৰে গ'লেও দেখোন
পাবা মাৰাৰ ঘৰ।
চোতালত দিছোঁ বৰ পীৰা
কাঁকৈ-ফণি তাতে,
মূৰৰ চুলি মেলাই যোৱা
বজাৰ বাজবাটে।
মাৰাঁই দিব মাধৈ ফুল
বাপেৰাই দিব খাৰু,
বায়েৰাই দিব কাপোৰ কানি
ভায়েৰাই দিব কেৰু।
শুবলৈ দিব শীতল পাটী
বহিবলৈ দিব পীৰা;
খাবলৈ দিব জহা ধানৰ
দোৱা ভজা চিৰা।
কাবৌ কৰি মাতিছোঁ আমি
ধীৰে-সুস্তে যোৱা,
আমাৰ পঁজা ঘৰ কেইটা
ভালে কালে থোৱা।

# পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী

## দ্বিতীয় খণ্ড

# অসমীয়া ভাষা

( অ. ভা. উ. সা. সভাৰ দ্বিতীয় বছেৰেকীয়া অধিবেশনত পঢ়া হৈছিল, ১৮৯০ )।

## ( ১ )

### আলোচনাৰ বিষয়

আলোচনা আৰু আন্দোলনেই সকলো বিধ উন্নতিৰ মূল। আজিকালি অনেকে অসমীয়া ভাষাৰ বিষয়ে আলোচনা কৰিবলৈ ধৰিছে আৰু কোনো-কোনোৱে আন্দোলন কৰিবলৈকো আগ বাঢ়িছে; এইবিলাক দেখি-শুনি, আমাৰ মনত অসমীয়া ভাষাৰ উন্নতিৰ আশাই বৰ দকৈ শিপাইছে। জগদীশ্বৰৰ ওচৰত একান্তমনে প্ৰাৰ্থনা কৰোঁ যেন, আমাৰ এই আশাৰ পুলিটি দুপতীয়াতে জঁয় নপৰে। বৰ বেজাৰৰ কথা, আজিলৈকে, বিদেশীৰ কথাকে নকওঁ, অনেক অসমীয়া মানুহৰ মনত অসমীয়া ভাষাৰ বিষয়ে বহুত খুঁকুৰি আছে। কোনোৱে কয় অসমীয়া ভাষা এটা বেলেগ সাহিত্য তথা স্বতন্ত্ৰীয়া ভাষাই নহয়, ই বঙ্গালী ভাষাৰ চহা অৱস্থা মাথোন; কোনোৱে ইয়াক এটা বেলেগ ভাষা বুলি স্বীকাৰ কৰিও ইয়াৰ আৱশ্যকতা স্বীকাৰ নকৰে; কোনো কোনোৱে আকৌ ইয়াক এটা বেলেগ ভাষা বুলিও গন্তি কৰে আৰু ই যে অসমীয়া মানুহৰ পক্ষে নিতান্ত লাগতিয়াল তাকো মানে, কিন্তু তাৰ উন্নতি কৰা পক্ষত তেনেই উদাস; তেওঁবিলাকৰ মতে বঙ্গালী আৰু অসমীয়া দুইটা সংস্কৃতমূলক ভাষা, সেই গুণে অসমীয়া ভাষাৰ উন্নতি কৰিবলৈ গলে, সি বঙ্গালী ভাষাৰ ফালে ঢাল লব আৰু শেহত বঙ্গালী ভাষাৰে সৈতে এটা ভাষা হৈ পৰিব। মানুহৰ মনৰপৰা এনেবিলাক খুঁকুৰি গুচাই, অসমীয়া ভাষাৰ উন্নতি সাধিবলৈকে "অসমীয়া ভাষাৰ উন্নতি সাধিনী" নাম লৈ আমাৰ এই সভাখনিয়ে জনম লৈছে। আজি ইয়াৰ দ্বিতীয় বছেৰেকীয়া অধিবেশন; তাক উপলক্ষ্য কৰি মই আপোনাসকলৰ আগত অসমীয়া ভাষাৰ বিষয়ে দুএষাৰ মান কথা কবলৈ আগবাঢ়িলোঁ। তাত মোৰ টুটাবঢ়া যিখিনি দোষ হব পাৰে আপোনাসকলে যেন তাক মাৰ্জ্জনা কৰে।

### অসমীয়া ভাষা কাক বোলে?

অসমীয়া মানুহৰ ইটে-সিটে যি কথা কৈ মনৰ ভাব সলনা-সলনি কৰে তাক অসমীয়া ভাষা বোলে। যদিও "অসমীয়া" শব্দ "অসম" আৰু "অসম"

শব্দ "আহম" শব্দৰপৰা ওলাইছে, তথাপি "অসমীয়া ভাষা" আহম জাতিৰ ভাষা বা সিবিলাকৰ ভাষাৰপৰা ওলোৱা এটা ভাষা নহয়। অহমবিলাকে ইংৰাজি তেৰ শতিকাৰ শেহ ভাগতহে আমাৰ দেশ অধিকাৰ কৰে; অসমীয়া ভাষা তাৰ বহুতদিনৰ আগৰেপৰা আছে। যেতিয়া সাত শতিকাৰ আৰম্ভতে চীন দেশৰ বিখ্যাত পৰিব্ৰাজক হোৱেন্‌স্যাঙ্গে ভাৰতবৰ্ষ ভ্ৰমণ কৰিবলৈ আহে, তেতিয়া তেওঁ বিৱৰণীত এইদৰে লিখিছে—"বঙ্গ-বিহাৰ আৰু উত্তৰ-পশ্চিম অঞ্চলৰ এক অংশৰ ভাষা একে আছিল; কামৰূপ আৰু উড়িষ্যা অঞ্চলৰ ভাষা হে বেলেগ আছিল।" হোৱেন্‌স্যাঙ্গৰ কথাৰপৰা ভালকৈ বুজিব পাৰি যে অসমীয়া ভাষা বঙ্গালী ভাষাৰ এটা ঠেঙ্গুলি নহয়। ব্ৰাউন চাহাবে বহুত পৰিশ্ৰমেৰে অনুসন্ধান কৰি ঠিক কৰিছে যে অসমীয়া ভাষাৰ বাক্যাৱলীৰ শত ৭ টাকৈ আঁকা, ৫ টাকৈ মান, ১ টাকৈ খামতি, ১ টাকৈ আবৰ, ৩১ টাকৈ মিচিমি আৰু ৬৩ টাকৈ সংস্কৃতমূলক শব্দ আছে; ইয়াৰপৰা ফট্‌-ফটীয়াকৈ দেখা যায় যে অসমীয়া ভাষাৰ সৰহ ভাগ শব্দ সংস্কৃত ভাষাৰপৰা অহা। হোৱেন্‌স্যাং আৰু ব্ৰাউন দুইৰো মত মিলাই আমি এইটো সিদ্ধান্ত কৰিলে, অনুমান কৰোঁ, একো ভুল নহব, যে অসমীয়া ভাষা পুৰাতন কামৰূপত বসতি কৰিবলৈ অহা আৰ্য্যবিলাকৰ ভাষাৰে ৰূপান্তৰ মাথোন। সেইগুণে, অসমীয়া ভাষাৰ উৎপত্তি ঠাৱৰ কৰিবলৈ হলে কামৰূপত প্ৰথমতে কেতিয়া আৰ্য্যবসতি থাপনা কৰা হয় তাক ঠাৱৰ কৰিব লাগিব।

## কামৰূপৰ ভাষাই অসমীয়া ভাষা

পুৰণি বুৰঞ্জীৰে সৈতে যাৰ অলপ চিনাকী আছে তেৱেঁই জানে যে আমাৰ আদিপুৰুষ আৰ্য্যবিলাক মধ্য এছিয়াৰপৰা আহি পোনে পোনেই সিন্ধু নৈৰ দাঁতিত বাস কৰেহি। আৰ্য্যবিলাকৰ সৰ্ব্বপ্ৰথম গ্ৰন্থ ঋগ্বেদৰপৰা জানিব পাৰি যে খৃষ্ট জন্ম হোৱাৰ ১৪০০ বছৰৰ আগলৈকে আৰ্য্যবিলাকে সিন্ধু নৈৰ দাঁতিৰ ওচৰৰ দেশবিলাক অধিকাৰ কৰি, তাত বাস কৰিছিল; সেইকালত শতদ্ৰুৰ পূবফালৰ দেশবিলাক তেওঁবিলাকৰ জনা নাছিল। কেই শমান বছৰ পাছতহে তেওঁবিলাকে শতদ্ৰু পাৰ হৈ ব্ৰহ্মৰ্ষি প্ৰদেশত সোমাই, আজি-কালিৰ ত্ৰিহুতলৈকে অধিকাৰ বহলায়। এই কালত আৰ্য্যবিলাকৰ ভিতৰত যি কেইটা জাতি প্ৰধান হৈ উঠে তাৰ মাজত কুৰু আৰু পাঞ্চালেই সকলোতকৈ ডাঙৰ; এওঁবিলাকৰ বিষয় লৈয়ে হিন্দুৰ মহাকাব্য মহাভাৰত

ৰচনা কৰা হৈছে। ইউৰোপৰ পণ্ডিতসকলে খৃঃ পূঃ ১২ শতিকাকে মহাভাৰত ৰচনাৰ কাল বুলি ঠিক কৰিছে।[১] আমি প্ৰথমতে এই মহাভাৰততে কামৰূপৰ কথা শুনিবলৈ পাওঁ; সভাপৰ্ব্বত আছে—কামৰূপৰ ৰজা ভগদত্তই কিৰাত, চীন আৰু সাগৰৰ দাঁতিত থকা মানুহবিলাক লগত লৈ, আঠ দিন অৰ্জ্জুনৰ লগত যুঁজ কৰিছিল[২]; আৰু উদ্যোগপৰ্ব্বত আছে—ভগদত্তই, কিৰাত আৰু চীন সেনাবিলাক দি দুৰ্য্যোধনক সহায় কৰিছিল[৩]। ইয়াৰপৰা অনুমান কৰিব পাৰি, উত্তৰে হিমালয় পৰ্ব্বত আৰু চীন দেশৰ ওচৰলৈকে ভগদত্তৰ ৰাজত্ব আছিল। সি যি কি নহক, কামৰূপক সেই কালত ম্লেচ্ছ দেশ বুলি ধৰা হৈছিল। মহাভাৰতৰ সভাপৰ্ব্বৰ এঠাইত আছে "প্ৰাগ্‌জ্যোতিষাধিপঃ শূৰোম্লেচ্ছানামধিপোবলী। যবনৈঃ সহিতোৰাজা ভগদত্তোমহাৰথঃ॥"; আৰু মহেশ্বৰ নামে এজন পুৰাতন পণ্ডিতেও অমৰ কোষৰ "ম্লেচ্ছমণ্ডল"ৰ টোকা লেখোঁতে কামৰূপক উদাহৰণ দিছে। মহাভাৰতৰ সময়ত কামৰূপত আৰ্য্য-বসতি স্থাপিত হোৱা হলে, ভগদত্তক অকল ম্লেচ্ছৰে ৰজা নুবুলিলেহেঁতেন। ইউৰোপৰ পুৰাতত্ত্ববিৎ পণ্ডিতসকলৰ মতেও মহাভাৰতৰ সময়ত, আৰ্য্যবসতি ত্ৰিহুতৰ বাজ হোৱা নাছিল; তেওঁবিলাকৰ মতে খৃঃ পূঃ ১০ শতিকাৰ পিচতহে আৰ্য্যবিলাকে গাঙ্গদেশ বা মধ্যদেশ পাৰ হৈ গৈ ভাৰতবৰ্ষৰ দাঁতিয়ে কাষে বসতি স্থাপন কৰেগৈ। খৃঃ পূঃ ৫ শতিকাৰপৰা ২ শতিকা এই কালৰ ভিতৰতে বঙ্গদেশ আৰু উড়িষ্যাত হিন্দুবসতি হোৱাৰ প্ৰমাণ পোৱা যায়; তেনেহলে এই কালতে বা তাৰ অলপ পিছতে কামৰূপলৈকে হিন্দুবসতিৰ বিস্তাৰ হোৱা একো অসম্ভৱ নহয়। বৌদ্ধধৰ্ম্ম ভাৰতবৰ্ষত প্ৰৱল হোৱাৰ আগেয়েই যে কামৰূপত হিন্দুবসতি স্থাপিত হৈছে তাৰ ধনিষ্ঠামানো সন্দেহ নাই। অশোক ৰজাৰ দিনৰেপৰা খৃষ্ট জন্ম হোৱাৰ ৫০০ বছৰৰ পিচলৈকে বৌদ্ধধৰ্ম্ম প্ৰৱল তেজেৰে ভাৰতবৰ্ষত প্ৰচাৰিত হয়; এই কালৰ ভিতৰতে ভাৰতবৰ্ষৰ নানা ঠাইত বৌদ্ধ মন্দিৰবিলাক সজা হয়। ইংৰাজি ৭ শতিকাত

১ See Mr. R. C. Dutta's "Ancient India."

২ "তৈৰেব সহিতৈঃ সৰ্ব্বৈঃ প্ৰাগজ্যোতিষমুপাদ্ৰৱৎ॥ তত্ৰ ৰাজা মহানাসীদ্ভগদত্তোবিশাম্পতে। তেনাসীৎ সুমহদ্যুদ্ধং পাণ্ডৱস্য মহাত্মন্॥ স কিৰাতৈশ্চ চীনৈশ্চ বৃতঃ প্ৰাগ্‌জ্যোতিষোঽভৱৎ। অন্যৈশ্চ বহুভিৰ্যোধৈঃ সাগৰানূপবাসিভিঃ॥"

৩ "ভগদত্তোমহীপালঃ সেনামক্ষৌহিণীং দদৌ। তস্য চীনৈঃ কিৰাতৈশ্চ কাঞ্চনৈৰিব সংবৃত্তম্। বভৌ বলমনাধৃষ্যং কাঞ্চনৈৰিবসংবৃত্তম্॥"

হোৱেন্‌স্যাঙ্গে পুৰণি গুৱাহাটীলৈ গৈ যি এটা বৌদ্ধ-মন্দিৰ দেখাৰ কথা লেখা আছে, সিও এই কালতে সজা হব পায় আৰু সম্ভৱতঃ সেইটো হাজোৰ হয়গ্ৰীৱ মাধৱৰ দেৱালয়। হোৱেন্‌স্যাঙ্গৰ দিনত কিন্তু কামৰূপত অসংখ্য হিন্দুৰ দেৱমন্দিৰ আছিল আৰু কামৰূপত তেতিয়া বৰ্ম্মণ ফৈদৰ ভাস্কৰবৰ্ম্মা ৰজাই ৰাজত্ব কৰিছিল; সেইকালৰ লেখক দণ্ডীয়েও "দশকুমাৰ চৰিত"ত এই বৰ্ম্মণ ফৈদৰ উল্লেখ কৰি সেই বিষয়ে সংশয় ছেদ কৰিছে।[১] হোৱেন্‌স্যাঙ্গে কিন্তু এই বৰ্ম্মণবিলাকক বামুণ বুলি অনুমান কৰিছিল;—সেইটো যে ভুল আৰু বৰ্ম্মণবিলাক যে ক্ষত্ৰিয়হে আছিল, তাক পিছৰ লেখকসকলে প্ৰমাণ কৰিছে।[২] ইয়াৰপৰাও সহজে অনুমান কৰিব পাৰি, হোৱেনস্যাঙ্গৰ বহুতদিনৰ আগৰেপৰা, কামৰূপত হিন্দুবসতি আৰম্ভ হয়। এটাইবোৰ ভাবি-চিন্তি চাই খৃষ্টীয় ৩ শতিকাতে, কামৰূপত আৰ্য্যবসতিৰ কাল বুলিলে বোধকৰোঁ একো মিছা কোৱা নহব। এইবিলাক আৰ্য্যৰ ভাষা যে সংস্কৃত আছিল, আৰু এই সংস্কৃতেই যে আমাৰ ভাষাৰ মূল, ইয়াক কোৱা কেৱল মিছাতে কথা বঢ়োৱা মাথোন।

## আৰ্য্য ভাষা সংস্কৃতেই অসমীয়া ভাষাৰ মূল

পূৰ্ব্বে আৰ্য্যবিলাক ভাৰতবৰ্ষলৈ আহি একে ঠাইতে থুপ খাই থকাত তেওঁবিলাকৰ ভাষাও একে আছিল; কিন্তু যেতিয়া তেওঁবিলাকে গোটেইখন ভাৰতবৰ্ষত সিচৰতি হৈ পৰিল আৰু শতিকাৰ পাছত শতিকা যাবলৈ ধৰিলে, তেওঁবিলাকৰ ভাষা আৰু একেদৰে নেথাকিল, লাহে লাহে লৰিবলৈ ধৰিলে; মহাভাৰতৰ সংস্কৃত, ঋগ্বেদৰ সংস্কৃততকৈ বহুত বেলেগ হ'ল, আৰু সেইদৰে দৰ্শনশাস্ত্ৰবিলাকৰ সংস্কৃতো মহাভাৰতৰ সংস্কৃততকৈ বহুত লৰ হৈ পৰিল। বসতি কৰা দেশবিলাকৰ ভিতৰত চলাচলৰ সুবিধা নথকাত, কালক্ৰমত এদেশৰ ভাষা আন এদেশৰ ভাষাৰে সৈতে অমিল হবলৈ ধৰিলে; এইদৰেই প্ৰাকৃত, পালী, মাগধী, হিন্দী, বঙ্গালী, উড়িয়া ভাষাবিলাকৰ সংস্কৃত ভাষাৰ পৰা ঠেঙ্গুলি বাঢ়িল; আৰু কালৰ লগে লগে মোট সলাই শেহত একো

---

[১] উক্তঞ্চ তস্যা কুমাৰকামৰূপেশ্বৰস্য কলিন্দবৰ্ম্মনাম্নঃ কন্যা কল্পসুন্দৰী কলাসুৰূপে চাপ্সৰসোঽতিক্ৰান্তী পতিমভিভূয় বৰ্ত্ততে।

[২] See Preface to Late Mr. A Borooah's Anglo-Sanskrit Dictionary, Vol, III.

একোটা স্বতন্ত্ৰীয়া ভাষা হৈ পৰিল গৈ। অসমীয়া ভাষাৰ উৎপত্তিও এনেকুৱাই। যিবিলাক আৰ্য্যই কামৰূপত ঘৰ-বাৰী ললেহি, প্ৰথমতে সংস্কৃতেই তেওঁবিলাকৰ ভাষা থাকিলেও সময়ৰ লগে লগে, তেওঁবিলাকৰ মাত-বোলেও পুৰুষে পুৰুষে অলপ লৰচৰ হৈ গঢ় লৰাবলৈ ধৰিলে; তাত বাজেও অনাৰ্য্য-জাতিবিলাকৰ ভাষায়ো তেওঁবিলাকৰ ভাষাক আক্ৰমণ কৰিছিল; —এইবোৰ কাৰণত তেওঁ-বিলাকৰ ভাষা সংস্কৃতৰপৰা বহুত আঁতৰ হৈ হৈ অন্তত অসমীয়া ভাষাৰ জন্ম হ'ল। ইয়াৰপৰা এনে কথা ভাবিব নেলাগে যে কামৰূপত আৰ্য্যবিলাকে সংস্কৃত ভাষা পাহাৰ গ'ল; তেওঁবিলাকৰ ক্ৰিয়া-কলাপ সকলো সংস্কৃত ভাষাতেই কৰা হৈছিল, আৰু জ্ঞান অৰ্জ্জনৰ ভাষাও সংস্কৃতেই আছিল, সেইগুণে সংস্কৃত সাহিত্যই তেওঁবিলাকৰ সাহিত্য আছিল; কেৱল কথা-কোৱা ভাষাৰহে এনে ৰূপান্তৰ হৈ হৈ অসমীয়া ভাষাৰ উৎপত্তি হ'ল। আমি এতিয়া যি কালৰ কথা কৈছোঁ সেই কালতে যে তেওঁবিলাকৰ কথা-কোৱা ভাষাই আজিকালিৰ অসমীয়া ভাষাৰ গঢ় লৈছিল এনে নহয়, তাৰ বহুত শ বছৰৰ পাছত, নানাবিধ পৰিবৰ্ত্তন হোৱাতহে সি এই অৱস্থা পাইছেহি। সেইবিলাক পৰিবৰ্ত্তন, কেতিয়া কেনেকৈ হৈছিল, তাক আমি সংক্ষেপ কৰি দেখুৱাম।

## ( ২ )

## ভাষাৰ যুগ নিৰ্ণয়

ওপৰত উন্নুকিওৱা পৰিবৰ্ত্তনবিলাক লেখত লৈ অসমীয়া ভাষাৰ বুৰঞ্জীক তিনি যুগত ভাগ কৰিব পাৰি।

***প্ৰথম***—অসমীয়া ভাষাৰ উৎপত্তিৰেপৰা শঙ্কৰদেৱৰ জন্মলৈকে।

***দ্বিতীয়***—শঙ্কৰদেৱৰ জন্মৰপৰা ইংৰাজে অসমদেশ লোৱালৈকে।

***তৃতীয়***—ইংৰাজ ৰাজত্বৰ পাতনিৰেপৰা আজিলৈকে।

এই তিনি যুগেই অসমীয়া ভাষাৰ যোৱা জীৱনৰ ব্যাপ্তিকাল। এই তিনি যুগৰ কালৰ সোঁতত কেতিয়াবা উজাই, তেতিয়াবা চাকনৈয়াত ঘূৰি-পকি, উটি-বুৰি আহি ই এই অৱস্থা পাইছেহি। এতিয়াও যে সি একে থৰে আছে এনে নহয়, শনুৱাই শনুৱাই আগেয়ে বাঢ়িছে বা পাছেই পৰিছে; আগ পাচ দুইটা সাপেক্ষ কথা বাবেহে আমি কোনটো হৈছে তাক ঠাৱৰ কৰিবপৰা নাই। আৰু ক্ৰমোন্নতিৰ নিয়মে, সংসাৰৰ সকলো বস্তুকে শাসন কৰি, অকল

অসমীয়া ভাষাকেযে ভাগা-চকৰিৰ লগত সাঙুৰি উদং মেলিছে সিও নহয়; পৰিবৰ্ত্তনশীল সমাজৰ বেলেগ বেলেগ অৱস্থাৰ উপযোগী কৰি তাক নিতে নিতে কাটি ডাঙৰি আঁতাই আছে। সেয়ে নোহোৱাহলে, অত দিনে অসমীয়া ভাষাৰ বিলত পলসবন্ধ গৈ গৈ, সি শগুণে চালি কৰা চাপৰি হ'লহেঁতেন। আঁতাই আছে বুলিয়েই অসমীয়া ভাষাৰ পুলিটি, কটুৰ মাটিত গজাবাবে গা কৰিব নোৱাৰিলেও, চোতালৰ দুবৰি বনৰ দৰে, দিনৰ দিনটো গছকা খাই নিশাহলে আকৌ ঠন ধৰিছে। মই এতিয়া অসমীয়া ভাষাৰ বুৰঞ্জীক এযুগ এযুগ কৰি, বৰ্ণনা কৰিবলৈ আগবাঢ়িলোঁ।

## উৎপত্তিৰপৰা শঙ্কৰদেৱৰ জন্মলৈকে

***প্ৰথম যুগ।*** এই যুগৰ ব্যাপ্তি, অসমীয়া ভাষাৰ উৎপত্তিৰেপৰা শঙ্কৰদেৱৰ জন্মলৈকে। এই যুগকে অসমীয়া ভাষাৰ এন্ধাৰ যুগ বুলিব পাৰি; কিয়নো এই যুগৰ বিষয়ে ভালকৈ আমি একো নেজানো আৰু জানিবৰো কোনো উপায় নাই। এই যুগৰ নিচেই শেহৰ ভাগ এৰি, গোটেই যুগতে অসমীয়া ভাষা কোৱা ভাষাৰূপেই আছিল; ইয়াক কেৰেঁ লেখা-পঢ়াত লগোৱা নাছিল। এই কালৰ অসমত সমাজৰ অৱস্থা অলপ দকৈ গমি চালেই ফট্‌ফটিয়াকৈ ইয়াৰ কাৰণ দেখা যায়। *** সংস্কৃত সাহিত্য তেতিয়া বামুণবিলাকৰ সাহিত্য থকাত আৰু পূজা-সেৱা, জ্ঞানচৰ্চ্চা আদিও সংস্কৃততে হোৱাত অসমীয়া ভাষাক লেখা ভাষা কৰিবৰ একো সকাম নহৈছিল; সেইগুণেই ইমানদিন অসমীয়া ভাষা শুদা ঘৰুৱা কথাবাৰ্ত্তাত লগোৱা ভাষাৰূপেই চলিছিল। তাত বাজেও আৰু এটা কাৰণ এই:—সকলো সাহিত্যৰে প্ৰথম অৱস্থা আলোচনা কৰি চালে এইটো দেখি যে সাহিত্যৰ অৱস্থা দুটা, প্ৰথম অৱস্থাত ই মানুহৰ মুখে মুখে চলে, দ্বিতীয় অৱস্থাতহে লেখা হয়। ইয়াৰ দৃষ্টান্তৰ নিমিত্তে আমি দূৰলৈ হেপামেলি খেপিয়াব নেলাগে, অসমীয়া ভাষাৰ মূল যি সংস্কৃত ভাষা তাৰ আদি পুথি ঋগ্বেদলৈ এবাৰ চকু দিলেই হয়; এই ঋগ্বেদ বহুত শ বছৰলৈকে কলীয়া আখৰত বন্ধ হোৱা নাছিল; পুৰুষানুক্ৰমে মানুহৰ মুখে মুখেই চলিছিল। এইদৰে সদায় বেদ মুখত ৰাখিবলগীয়া হোৱাতে আৰু তাক কৰিবলৈ সকলোৰে আজৰি নথকাতে, একশ্ৰেণী মানুহক অকল এই কামৰ নিমিত্তেই ৰাখিবলগীয়া হৈছিল; এই শ্ৰেণী মানুহেই শেহত বামুণ বুলি প্ৰসিদ্ধ হ'ল। জেন্দ্‌ ভাষাৰ আদি পুথি জেন্দ্‌ আৱেস্তালৈ চকু দিলেও ঠিক তেনে কথাকে দেখি। এই দৰে মুখে

মুখে থাকিবলগীয়া হোৱা বাবেই সাহিত্যৰ প্ৰথম অৱস্থাৰ স্বভাৱ পদ্যময়;— বেদৰ মন্ত্ৰবিলাক গীতময় আৰু জেন্দ্ আৱেস্তাও গীতত গঁথা।

## বুৰঞ্জী

এই যুগৰ শেহ ভাগৰ বুৰঞ্জী পঢ়িলে বুজা যায় যে আহোমবিলাকে আমাৰ দেশ লোৱাৰেপৰা দেশত বুৰঞ্জী লেখাৰ দস্তুৰ চলে; কিন্তু সেইকালত লেখা বুৰঞ্জী আজিকালি কোনো ঠাইত পোৱা যায়নে নেযায়, তাক আমি সঠিক জানিবপৰা নাই। আমাৰ বোধেৰে সেই কালত লেখা বুৰঞ্জী থাকিলেও সি আহোম ভাষাতহে লেখা হব পায়, কিয়নো বুৰঞ্জী লেখাটো হিন্দুৰ সহজ নাছিল; গোটেইখন ভাৰতবৰ্ষত আদিৰেপৰা অন্তলৈকে ইমান মহা মহা কবি, মহা মহা দাৰ্শনিক, বিদগ্ধ বিদগ্ধ পণ্ডিতে জনম লৈ হিন্দুৰ সাহিত্য ভঁড়ালৰ এটাইবোৰ কোঠালিকে খুন্দ-খুৱাই ভৰাই থৈ গলেও, বুৰঞ্জীৰ কোঠালি তেনেই উদং; হিন্দুজাতিৰ নিচিনা বুৰঞ্জীৰ দুখীয়া জাতি আৰু পৃথিবীত ক'তো নাই। তেনেহলে বুৰঞ্জী লেখাটো আহোমৰ আৰ্হি; এই আহোমবিলাকে আকৌ দেশ লোৱাৰ বহুত কালৰ পিছতহে অসমীয়া ভাষাক মাতৃভাষা বুলি গ্ৰহণ কৰে; এইবোৰ ভাবি চিন্তি চাইহে সেইকালৰ বুৰঞ্জী আহোম ভাষাত লেখা হৈছিল বুলি আমি অনুমান কৰিছো। আৰু আচলতে আহোম ভাষাত লেখা নহৈ, অসমীয়া ভাষাত লেখা হলেও, সেইবোৰ বুৰঞ্জী আজিকালি পাবলৈ নাইকিয়া হোৱাত, সেই কালৰ লেখা ভাষাৰ গঢ় কেনে আছিল তাক কোনমতে জানিব নোৱাৰি। তাৰ বহুত দিনৰ পিছৰ অৰ্থাৎ দ্বিতীয় যুগৰ গদ্য ভাষা চাই এইটো ঠাৱৰ কৰিব পাৰি যে তেতিয়াৰ অসমীয়া ভাষা, এতিয়াৰ অসমীয়া ভাষাতকৈ বহুত লৰ আছিল।

## মাধৱ কন্দলী

দ্বিতীয় যুগত শঙ্কৰদেৱে জনম লৈ, অসমীয়া ভাষাক যি সাঁচাত মাৰিলে, সেই সাঁচটি এই যুগৰ শেহ ভাগতে গঢ়া হৈছিল। এই যুগৰ শেহ ভাগতে মাধৱ কন্দলী আৰু দুজন এজন নাম নজলা কবি উপজি, সংস্কৃত ভাষাৰ সুৱলা ভাববিলাক অসমীয়া ভাষাত ভাঙ্গি পদ কৰি, অসমীয়া মানুহৰ মনত জ্ঞানৰ পোহৰ সুমাবলৈ যতন কৰিছিল; এওঁবিলাকৰ আৰ্হি লৈহে দ্বিতীয় যুগৰ কবিবিলাকে অসমীয়া ভাষাত লেখিবলৈ ধৰে। দ্বিতীয় যুগৰ মূধাফুটা কবি

৺শঙ্কৰদেৱে ৰামাণৰপৰা এডোখৰ অসমীয়ালৈ ভাঙোতে মাধৱ কন্দলীৰ কথা এই বুলি উল্লেখ কৰিছে :—

"পূৰ্ব্ব কবি অপ্ৰমাদী, মাধৱ কন্দলী আদি,
তেহে বিৰচিলা কৃষ্ণ কথা।
তাহান পদক চাই, নিবন্ধিলো পদ আমি
ইত্যাদি............॥"

এই মাধৱ কন্দলীয়ে কোন শঁকত জনম লয়, তাক আমি ঠিৰাংকৈ কব নোৱাৰোঁ; কিন্তু শঙ্কৰদেৱৰ বহুত দিনৰ আগেয়ে যে নহয় ই ঠিক। মাধৱ কন্দলীৰ কামৰ ভিতৰত আমালৈ ৰামায়ণৰ অযোধ্যাকাণ্ড আৰু সুন্দৰাকাণ্ডৰ ভাঙনিহে ৰৈছে গৈ আৰু কিবা লেখি থৈ গলেও তাক কৰাল কালে বহুত দিনৰ আগেয়েই লোপ কৰিছে। বৰ বেজাৰৰ কথা, যিবিলাক মানুহ একালত অসমৰ জ্ঞান-ৰাজ্যৰ ৰজা আছিল আৰু যিসকলে অসমীয়া মানুহক অজ্ঞানৰ পতাল-ফুটা পাটনাদৰপৰা তুলি জ্ঞানৰ পোহৰলৈ আনিবলৈ যতন কৰিছিল, সেইবিলাক মানুহৰ অনেকৰ নাম পৰ্য্যন্তও নুমাল। যি দুজন এজনৰ নাম এতিয়াও তেনেই মুমুৰা নাই, ঢিমিকি ঢিমিকি জ্বলি আছে, তেওঁবিলাকৰ নাম যেন একেবাৰেই লোপ নহয়; যাৰ আজৰি আৰু সুবিধা আছে তেওঁ-বিলাকে এই বিষয়ে পুৰুষাৰ্থ কৰা উচিত।

এই যুগ আলচ কৰি আমি যিখিনি কথা জানিব পাৰিছো, সেইখিনি মুঠতে কবলৈ হলে এই যে, এই যুগৰ কোৱা ভাষা আৰু লেখা গদ্য ভাষা কেনে আছিল, তাক জানিবলৈ একো সুবিধা নাই। মাধৱ কন্দলী আদি এই যুগৰ শেহ ভাগৰ কবিবিলাকৰ লেখা চাই, সেই কালৰ পদ্য ভাষাৰ ঠগ কেনে আছিল, তাৰ আভাস পোৱা যায়। লেখকসকলে আন ভাষা জানিলে, অসমীয়া ভাষাৰ শব্দৰ লগত, সেই ভাষাৰ শব্দ মিহলাই লেখিবলৈ অলপো সঙ্কোচ নকৰিছিল। যেতিয়াই পদৰ ফাকি মিলাবলৈ অসমীয়া ভাষাৰ শব্দ মনত নপৰিছিল তেতিয়াই আন ভাষাৰপৰা, বিশেষকৈ ব্ৰজবুলি, উড়িয়া আৰু বঙ্গালী ভাষাৰপৰা শব্দ আনি বহুৱাইছিল; আৱশ্যক বুজি ফাৰ্শী শব্দও ব্যৱহাৰ নকৰি নেৰিছিল। কিন্তু এইদৰে অসমীয়া ভাষালৈ আন ভাষাৰপৰা শব্দ অনাৰ দৃষ্টান্ত এই যুগতকৈও দ্বিতীয় যুগতহে সৰহ; সেই বিষয়ে আমি উচিত ঠাইত কম। এতিয়া মুঠকৈ ইয়াকে কৈ থওঁ যে, এইদৰে আন ভাষাৰপৰা শব্দ অনাত এহাতে অসমীয়া ভাষাৰ যেনেকৈ উপকাৰ হৈছিল

আনহাতে তেনেকৈয়ে অপকাৰো হৈছিল। এইদৰে নানা ভাষাৰ শব্দ সুমুৱাতে আগৰ লেখকসকলৰ লেখাৰপৰা নিভাঁজ অসমীয়া ভাষাৰ চানেকী তুলি দেখুৱাবলৈ একো নাইকিয়া হ'ল। সেই বুলিয়েই সেই কালৰ লেখকসকলক আমি দায় ধৰিব নেপাওঁ; কিয়নো এনেকুৱাও হব পাৰে, যে সেইবোৰ ভাব প্ৰকাশ কৰিবলৈ তেতিয়া অসমীয়া ভাষাত শব্দৰ নাটনি আছিল।

( ৩ )

## শঙ্কৰদেৱৰপৰা বুটিছ অধিকাৰলৈকে

### শঙ্কৰদেৱৰ যুগ

***দ্বিতীয় যুগ।*** শঙ্কৰদেৱৰ জন্মৰেপৰা ইংৰাজে অসম দেশ লোৱালৈকে এই যুগেই অসমীয়া ভাষাৰ পোহৰ যুগ; এই যুগতে অসমৰ সাহিত্য-গগণৰ উজ্জ্বল নক্ষত্ৰ শঙ্কৰদেৱ, মাধৱদেৱ, ৰাম সৰস্বতী, অনন্ত কন্দলি আদি মহাপুৰুষসকলে জনম লৈ অসমীয়া লেখা ভাষাক চৰ্চ্চি তাত জীৱন সঞ্চাৰিলে। যি দুজনে এজনে, তেওঁবিলাকৰ আগেয়ে জনম লৈ, অসমীয়া ভাষাত লেখা আৰ্হি থাপিলে, সিবিলাকে আৰ্হিকেইহে থাপিলে, তাতকৈ আৰু এখোজ আগবাঢ়িব নোৱাৰিলে। শঙ্কৰদেৱকে আদি কৰি তাৰ পাছৰ লেখকসকলেহে অসমীয়া ভাষাৰ প্ৰাণ প্ৰতিষ্ঠা কৰিলে। ইংৰাজী সাহিত্যৰ পক্ষে ৰাণী এলিজাবেথৰ দিন ( Elizabethan Period ) যেনেকুৱা, অসমীয়া সাহিত্যৰ পক্ষে এই যুগো তেনেকুৱাই। এই যুগৰ ব্যাপ্তি ৩৭১ বছৰ। এই ৩৭১ বছৰৰ ভিতৰত অসমীয়া ভাষাৰ গঢ় বহুত লৰিছিল। এই যুগৰ লেখকসকলৰ সৰহ ভাগে, ইয়াৰ আগৰ যুগৰ লেখক মাধৱ কন্দলি আদিৰ আৰ্হি লৈ, আন আন ভাষাৰপৰা শব্দ আনি, অসমীয়া বাক্যাৱলীক চহকী কৰিছিল, আৰু তাত বাজেও যেতিয়া আমাৰ দেশৰ মানুহবিলাক তীৰ্থ কৰিবৰ নিমিত্তে বঙ্গ, উড়িষ্যা, হিন্দুস্থান প্ৰভৃতি ঠাইবিলাকলৈ যাবলৈ ধৰিলে আৰু আন দেশৰো মানুহ দুই একৈকে আমাৰ দেশলৈ আহিবলৈ ধৰিলে, তেতিয়া অহাযোৱা হোৱা দেশবিলাকৰ মাত দুটা এটাকৈ আমাৰ মানুহৰ মাতৰ লগত মিহলি হবলৈ ধৰিলে। তেতিয়া আজি-কালিৰ দৰে অহাযোৱাৰ সুচলৰ নিমিত্তে ৰেল, জাহাজ একো নাছিল,

কাজেই এজন যাত্ৰীয়ে এসপ্তাহৰ ভিতৰতে গঙ্গা, গয়া, কাশী, প্ৰয়াগ ফুৰি, ঘূৰি আহিব নোৱাৰিছিল ; এইবোৰ তীৰ্থ ফুৰিবলৈ হলে বছেৰেক ছমাহ আগত লৈহে মানুহে খোজ দাঙ্গিছিল। এইদৰে ভালেমান দিন বিদেশীৰ লগত বাস কৰিবলগা হোৱাত, তেওঁবিলাকৰ মাতৰ লগত দুই চাৰিটা বিদেশী মাত মিহলি হোৱা একো আচৰিত কথা নহয়। আহোম ৰজাসকলে, আমাৰ দাঁতি-কাষৰীয়া পৰ্ব্বতীয়া জাতিবোৰৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰখাত, সিহঁতৰ দোৱানৰপৰাও আমাৰ ভাষাত কিছুমান শব্দ সোমাল। আমি ব্ৰাউন চাহাবৰ অনুসন্ধান মতে, অসমীয়া ভাষাত যি আবৰ, খামতি, আঁকা আদি পৰ্ব্বতীয়া জাতিবোৰৰ শব্দ সোমোৱাৰ কথা কৈ আহিছো, সেইবোৰৰ সৰহ ভাগ এই যুগতে সোমোৱা। কিন্তু ইয়াৰ ভিতৰত এইটো ভালকৈ মনত ৰাখিবলগীয়া কথা যে আমাৰ দেশত আহোমবিলাকে প্ৰায় ৬০০ বছৰ ৰাজত্ব কৰিলেও, অসমীয়া ভাষাৰ শব্দাৱলীৰ শত এটাতকৈ সৰহ আহোম শব্দ সোমোৱা নাছিল। আমি ইয়াৰ কাৰণ এই বুলি অনুমান কৰিছোঁ : "আহোমবিলাকৰ ভাষা অসমীয়া মানুহৰ পক্ষে একেবাৰেই দোৱানৰ নিচিনা আছিল। ৰজাই প্ৰজাৰ, প্ৰজাই ৰজাৰ মাত নুবুজা আছিল, আহোমৰ সংখ্যা নিচেই তাকৰ থকা বাবে, তাৰপৰা প্ৰজাতকৈ ৰজাৰহে অসুবিধা বেছি হৈছিল। সেইগুণে আহোম ৰজাসকলে, নৰ্ম্মাণবিলাকে ইংলণ্ড শাসন কৰিবলৈ আহোঁতে নিজ ভাষা এৰি ইংলণ্ডীয় ভাষা গ্ৰহণ কৰাৰ দৰে, আহোম ভাষাৰ সলনি অসমীয়া ভাষাৰ ব্যৱহাৰ কৰিবলৈ ধৰিলে। ক্ৰমে আহোম ভাষা লুপ্ত হবলৈ ধৰিলে, কেৱল দেওধাই, বাইলুং আদিৰ দ্বাৰাই ধৰ্ম্মৰ কামতহে ব্যৱহৃত হোৱা হ'ল। পাছে যেতিয়া আহোম পৰিবাৰৰ ভিতৰত হিন্দু-ধৰ্ম্মৰ বিস্তাৰ বেছি হবলৈ ধৰিলে আৰু হিন্দু হোৱা আহোমবিলাকে অহিন্দুবিলাকক বিজাতিৰ দৰে ঘিণাবলৈ ধৰিলে, তেতিয়া আৰু আহোম ভাষা একেবাৰেই লুপ্ত হ'ল; আহোমবিলাকে অসমীয়া ভাষাকে মাতৃভাষা বুলি গ্ৰহণ কৰিছিল।" কাজেই আহোমবিলাকে, আমাৰ দেশত বহুত দিন ৰাজত্ব কৰিলেও তেওঁবিলাকৰ ভাষাই আমাৰ ভাষাৰ ওপৰত ৰাজত্ব কৰিব নোৱাৰিছিল ; সেইগুণেই অসমীয়া ভাষাত আহোম সঁচ ইমান কম।

এই যুগত ভাষাৰ ইমানবোৰ পৰিবৰ্ত্তন হোৱাতো আমি যে তাক এটা যুগ বুলি ধৰিছোঁ তাৰ কাৰণ এই ; যদিও ভাষাত এইবোৰ বাহিৰা পৰিবৰ্ত্তন হৈছিল তথাপি সাহিত্যৰ ভিতৰ ছোৱা অলপো লৰচৰ হোৱা নাছিল। শঙ্কৰদেৱৰ সাকৰা আৰু চোকা বুদ্ধিয়ে উলিওৱা মতৰ ওপৰতে গোটেইটো

সাধাৰণ সাহিত্য গঢ়া হৈছিল। এই যুগৰ এটাইবিলাক লেখা দকৈ আলচ কৰি চালে দেখিবলৈ পোৱা যায়, যে আগবেপৰা গুৰিলৈকে সেই একেটা ভাবৰ সোঁতেই একে গতিৰে বৈ আহিছে, ক'তো এটি ডকা নাই, এটি চাকনৈয়া নাই, সমান মিহি ভাৱে চলিছে, চেষ্টা কৰিও দুজন লেখকৰ লেখাৰ পাৰ্থক্য বুজা টান; দুজন অগা-পিছা লেখকৰ লেখা পঢ়ি এনেটোহে ধাৰণা হয় যেন এজন লেখকেইহে অগা-পিছাকৈ লেখিছে। ইয়াৰপৰা এনেটো যেন কোনেও বুজে যে এটাইবিলাক লেখকেই, কবিত্ব শক্তিত আৰু মনৰ ভাৱ ব্যক্ত কৰাত সমান পাৰ্গত আছিল। আমি আমাৰ কথাৰ প্ৰমাণ স্বৰূপ সকলোকে "কীৰ্ত্তনৰ" শঙ্কৰদেৱে লেখা এডোখৰৰ লগত শ্ৰীধৰ কন্দলিয়ে লেখা "ঘুনুচা" মিলাই পঢ়ি চাবলৈ খাটিছোঁ। এটা কথাৰে এই যুগৰ সাহিত্যৰ স্বভাৱ বৰ্ণাবলৈ হলে, আমাৰ মনেৰে এইদৰে কলেই উচিত কোৱা হব যে এই যুগৰ সৰহ ভাগ লেখকেই শঙ্কৰী ঠাচত লেখিছিল। যথাৰ্থতো শঙ্কৰদেৱে অসমীয়া সাহিত্যৰ জনম দিওঁতা।

এই অসমীয়া সাহিত্যক জনম দিওঁতা আৰু তাৰ প্ৰাণ প্ৰতিষ্ঠা কৰোঁতা শ্ৰীশঙ্কৰদেৱ ১৩৭১ শকত অৰ্থাৎ ইংৰাজী পোন্ধৰ শতিকাৰ মাজ ভাগত, নগাঁও অঞ্চলৰ বড়দোৱা নামে গাৱঁত জনম লয়। তেওঁ বড়দোৱাতে ডাঙৰ-দীঘল হৈ, পঢ়াশুনা কৰি সংস্কৃত ভাষাত কিছু ব্যুৎপত্তি লভি, জ্ঞান আৰ্জ্জিবৰ নিমিত্তে বিদেশলৈ যায়। বিদেশত যথেষ্ট জ্ঞান আৰ্জ্জি দেশলৈ ঘূৰি আহি, অসমৰ সমাজ আৰু ধৰ্ম্মৰ উন্নতিৰ অৰ্থে, তেওঁ জীৱন উছৰ্গি দিলে। তেওঁৰ জীৱনৰ প্ৰধান ব্ৰত আছিল, অসমীয়া মানুহৰ মাজত, ভাগৱতত কোৱা মহাপুৰুষীয়া ধৰ্ম্মৰ প্ৰচাৰ কৰা; এই কাম কৰাত কেনেবাকৈ বিঘিনি ওলায় বুলি, তেওঁ, বাপতীসাহোন আৰু বিষয় সকলোকে জলাঞ্জলি দি সামান্য মানুহৰ নিচিনাকৈ দেশ-দেশান্তৰলৈ গৈ, ধৰ্ম্মৰ পবিত্ৰ ভাৱৰ গুটি সিঁচিবলৈ মানুহৰ মন চহাবলৈ ধৰিলে। অসম দেশৰ উজনি, নামনি আৰু কোচবিহাৰ, এই তিনি ঠাইত তেওঁৰ প্ৰচাৰ বহলাই, মহাপুৰুষীয়াবিলাকৰ "তিন বাইজ" থাপনা কৰি মৰণশীল মানুহৰ পূৰা আয়ুস ভোগ কৰি, ১৪৯১ শকত কোচবিহাৰতে ইহ জীৱনৰ লীলা সামৰি, অনন্ত ধামলৈ গতি কৰিলে।

শঙ্কৰদেৱৰ আগেয়ে, অসমত ধৰ্ম্ম আৰু সমাজৰ অৱস্থা কেনে আছিল তাক আমি প্ৰথম যুগৰ কথা কওঁতে উল্লুকিয়াই আহিছোঁ। সেই সময়ত অসমত ধৰ্ম্মৰ বান্ধ বিমান ঢিলা হব পাৰে সিমান ঢিলা হৈছিল; ধৰ্ম্মই মানুহৰ

জীৱন উন্নত কৰাৰ মুখ্য উপায় তাক, কি বামুণ কি শূদ্রিৰ সকলোৱে পাহৰিছিল। বৌদ্ধ-ধৰ্ম্মৰ ঘেচালনিত "সনাতন আৰ্য্য ধৰ্ম্মই ওখ আৰু ৰসাল ভাববিলাক" সাধাৰণে ঢুকি নোপোৱা হোৱাত "চাপৰ আৰু লেৰেলা ভাববিলাককে মানুহে সাবতি ধৰিছিল"; ভূত পিশাচৰ পূজা, জলত মতা আদি কুসংস্কাৰবিলাকে "সৰ্ব্ব অৱতাৰৰ কাৰণ, ব্ৰহ্মৰূপী সনাতন নাৰায়ণ"ৰ উপাসনাৰ ঠাইত বহি, মানুহৰ মনক উধাবলৈ নিদি দৌৰাই ৰাখিছিল। ধৰ্ম্মৰ এনে গতি হোৱাত সমাজো বাগৰি আহি অনীতি অনাচাৰৰ নিচেই নামনি খাপত বৈছিলহি। ধৰ্ম্ম আৰু সমাজৰ এই দশা হোৱাত জাতীয় জীৱন জঠৰ ৰোগৰ কলধোপ্ কলধোপ্ কৰি থাকোঁতেই লুপ্তপ্ৰায় সমাজ আৰু ধৰ্ম্মক 'সংৰক্ষণ' কৰিবৰ নিমিত্তে শুভ লগ্নত অসম দেশত শঙ্কৰদেৱৰ 'সম্ভৱ' হ'ল। তেওঁ এই পতিত জাতিটোক উদ্ধাৰ কৰিবলৈ, আন একো উপায় নেদেখি, সিহঁতৰ নিমিত্তে এটা সাহিত্য চজিবলৈ কাৰবাৰ কৰিলে। ধৰ্ম্মপ্ৰচাৰ কৰাটো উজু কৰিবলৈ, প্ৰথমতে জাতীয় সাহিত্য গঢ়িবলৈ মনস্থ কৰাটো শঙ্কৰদেৱৰ এটা অলৌকিক বুদ্ধিৰ লক্ষণ। কিয়নো তেওঁ ভালকৈ বুজিছিল, ধৰ্ম্ম আৰু সাহিত্য এই দুটাৰ ভিতৰত, কল আৰু ঢোকাৰ ভিতৰত যেনে সম্বন্ধ, তেনে সম্বন্ধ; এটা নোহোৱাকৈ আনটোৱে তিষ্ঠিব নোৱাৰে। ধৰ্ম্ম আৰু সমাজেই সাহিত্যৰ ভেটি; যি সাহিত্যৰ ধৰ্ম্ম আৰু সমাজৰ লগত সম্পৰ্ক নাই, সি খন্তেকীয়া সাহিত্য মাথোন, তেনে সাহিত্য কেতিয়াও যুগমীয়া হব নোৱাৰে। ধৰ্ম্ম প্ৰচাৰেই, এইদৰে অসমীয়া সাহিত্যৰ উৎপত্তিৰ ঘাই কাৰণ। প্ৰায় সকলো সাহিত্যৰ উৎপত্তিয়েই এনেকুৱা; আমি যদি এবাৰ ইংৰাজী সাহিত্যৰ উৎপত্তিলৈ চকু দিওঁহক, ঠিক তেনে কথাকে দেখিমহঁক। ইংলণ্ডৰ ধৰ্ম্মপ্ৰচাৰকসকলেই তাৰ সাহিত্যৰো জনম দিওঁতা। বিদাৰ দিনৰেপৰা এঞ্জেভাইনবিলাকৰ দিনলৈকে, এলফ্ৰেড আৰু এথল্ওৱাৰ্ডত বাহিৰে ইংৰাজী সাহিত্যৰ সকলো লেখকেই ধৰ্ম্মযাজক। ধৰ্ম্মপ্ৰচাৰকসকলৰ সাহিত্য ৰচনাত প্ৰধান সুবিধা এই যে, তেওঁলোকে সাহিত্যক ধৰ্ম্মৰ অভেদ্য কৱচেৰে ঢাকি, সময়ৰ নানান আক্ৰমণৰ হাতৰপৰা সহজে ৰক্ষা কৰিব পাৰে। শঙ্কৰদেৱেও ধৰ্ম্ম আৰু সমাজকে গঢ়িলা নলৈ, সাহিত্য গঢ়িবলৈ যোৱা হলে যে এনে কৃতকাৰ্য্য হব পাৰিলেহেঁতেন আমি তেনে বোধ নকৰোঁ।

শঙ্কৰদেৱে অসামান্য বুদ্ধিৰে আৰু তীক্ষ্ণ দৃষ্টিৰে জগতৰ গতি, তাতকৈও কুটিল, সময়ৰ গতিক পাত-পাতকৈ ফঁহিয়াই চাব জানিছিল; সেই বাবেই

তেওঁ দশম, কীৰ্ত্তন আদি ধৰ্ম্মৰ পুথিবিলাক ৰচি, সাধাৰণৰ হাতত দিয়াতে কৰিবলগীয়া কাম কৰা হ'ল বুলি নেভাবি, হিন্দু ধৰ্ম্মৰ জ্বলন্ত ভাববিলাক, পুৰণি সমাজৰ উজ্জ্বল চৰিত্ৰৰ চিত্ৰবিলাক, নাটক আকাৰেৰে, ফটফটীয়াকৈ আঁকি ভাৱনা আকাৰেৰে মানুহৰ আগত ধৰিবলৈ চেষ্টা কৰিছিল। শঙ্কৰদেৱে এনে ফন্দিৰে সৈতে ধৰ্ম্ম, সমাজ আৰু সাহিত্য এই তিনটাক লগ লগাইছিল যে এটা এৰি এটা ধৰিব নোৱাৰিছিল। সেই গুণেই তেওঁ এপিনে যেনেকৈ সকলোৰে অন্তৰত ধৰ্ম্মৰ পবিত্ৰ ভাব থাপিব পাৰিলে আৰু সমাজক পুতি ৰখা কুসংস্কাৰবোৰ খেদাব পাৰিলে, সিপিনে তেনেকৈয়ে অসমীয়া সাহিত্যক ওপজাই, তাক ডাঙৰ-দীঘল কৰি, মূৰডঙ্গা কৰি থৈ যাব পাৰিলে আৰু এইবোৰ কাৰণৰ বাবেই শঙ্কৰদেৱ এজন সামান্য কবি নহৈ, অসমীয়া মানুহৰ মনত আজিলৈকে এজন অৱতাৰৰ নিচিনা, তেওঁৰ পুথিবিলাক অসমীয়া মানুহৰ মানত বেদৰ নিচিনা আৰু তেওঁৰ ওপজা ঠাই তীৰ্থ-ঠাইৰ নিচিনা।

শঙ্কৰদেৱে কিমান পুথি লেখি আমাৰ সাহিত্যৰ ভঁড়াল বান্ধি থৈ গৈছিল তাক শুধকৈ ঠাৱৰোৱা একেবাৰেই অসম্ভৱ নহলেও বৰ ঢিলাও নহয়। তেওঁ ৰচি যোৱা পুথিবিলাক, মোটামুটিকৈ দুভাগ কৰিব পাৰি— (১) গদ্য পুথি, (২) নাট (গীত আদি ধৰি)। তেওঁ ৰচা পুথিৰ ভিতৰত ৰৰকৈ নামজ্বলা কেইখন—কীৰ্ত্তন, দশম, ৰুক্মিণী হৰণ, গুণমালা, হৰিশ্চন্দ্ৰৰ উপাখ্যান ইত্যাদি আৰু নাটৰ ভিতৰত, ৰুক্মিণীহৰণ, সীতা স্বয়ম্বৰ, পাৰিজাত হৰণ আদি সাতখন নাট আৰু গীত ভটিমা ইত্যাদি।

শঙ্কৰদেৱৰ "কীৰ্ত্তন" অসমীয়া সাহিত্য-ভড়ালৰ এখনি মোল নাইকিয়া ৰত্ন। তেওঁ অনেক হিন্দু শাস্ত্ৰৰপৰা সাৰ গোটাই বহুত যতনেৰে এই পুথিখনি ৰচিছে। এই পুথিখনি ৺শঙ্কৰদেৱৰ কিমান পৰিশ্ৰমৰ ফল আৰু মৰমৰ বস্তু তাক এই কথাটোৰপৰাই ভালকৈ জনা যাব। কছাৰিহঁতৰ উপদ্ৰৱত, যেতিয়া শঙ্কৰদেৱে, সপৰিবাৰে তেওঁৰ মৰমৰ ওপজা গাওঁ বড়দোৱা এৰি পলাই যাব লগা হ'ল, তেতিয়া পাহৰণত, লেখি থোৱা কীৰ্ত্তন পুথিখন ঘৰতে এৰি গ'ল; পাছে আদ বাট গৈ সেই কথা মনত পৰাত, তেওঁ জীৱনৰ আশা তুচ্ছ কৰি পুথিখনি আনিবলৈ অকলৈ উভতি গ'ল; যেতিয়া নিৰ্ব্বিঘ্নে পুথিখনি আনিব পাৰিলে তেতিয়াহে তেওঁৰ গালৈ ধাতু আহিল। ৺শঙ্কৰদেৱৰ এনে আদৰৰ বস্তু "কীৰ্ত্তন" অসমীয়া মানুহেও অনাদৰ কৰা নাই। বেদ, পুৰাণ, ভাগৱতবিলাক অসমীয়া মানুহৰ প্ৰতি নামহে মাথোন, কাজত শঙ্কৰদেৱৰ

দশম কীৰ্ত্তনহে অসমীয়া সকলো। ভালকৈ বিচাৰিলে অসমত সন্ধ্যা-গায়ত্রী নজনা বামুণো এটা দুটা পোৱা যাব পাৰে কিন্তু "কীৰ্ত্তন"ৰ পদ দুফাকি মুখত নহা হিন্দু কশ্চিৎহে পোৱা যাব। বাস্তৱিকো, শঙ্কৰদেৱৰ অনেক পদ্য অসমীয়া মানুহৰ ঘৰুৱা কথা হৈ গৈছে। অসমীয়া মানুহে কথায় কথায়, শঙ্কৰদেৱৰ পদৰপৰা পাটুৱা দিয়ে। তেওঁৰ দশম পুথিখনি কীৰ্ত্তনৰ সমান নহলেও, অসমীয়াৰ মানত তাৰ পিছতে। এইখনি ভাগৱতৰ ১০ম স্কন্ধৰ অসমীয়া ভাঙনি বুলি কয়, কিন্তু সংস্কৃত জনা মানুহে তাক কেতিয়াও নপতিয়াব কিয়নো, ঠায়ে ঠায়ে ভাগৱতৰপৰা ছাঁ মাথোন লৈছে, আৰু ঠায়ে ঠায়ে, মূল ভাগৱতৰপৰা কেৱল আঁতৰিয়েই যে গৈছে এনে নহয়, ন-কথা ন-ভাব সাজিও সুমাবলৈ পাছ হোহোঁকা নাই। নিৰপেক্ষভাৱে কবলৈ গ'লে এইটো অকল শঙ্কৰদেৱৰে দোষ নহয়; তেওঁৰ সমসাময়িক এটাইবোৰ লেখকৰেই দোষ। তেওঁবিলাকে যেই সেই কথা অসমীয়ালৈ ভাঙোতে মূলৰ প্ৰতি সিমান চকু নেৰাখিছিল; অনেক থলত মইমতভাৱে, নিজৰ মত আৰু বিশ্বাস সুমাই সুমাই দিছিল। শঙ্কৰদেৱেই যেতিয়া তেনে কৰিছিল, তেওঁক আৰ্হি লোৱা, সৰু-সুৰা লেখক-সকলে যে তেনে কৰিব তাক কোৱা অনৰ্থক কথা বঢ়োৱা মাথোন। এই দুখনৰ বাহিৰে শঙ্কৰদেৱে ৰচা আন যিবোৰ সৰুসুৰা পুথি আছে, সেইবোৰ অসমীয়াৰ মানত বহুমূলীয়া বস্তু। সেইবোৰৰ কথা আপোনাসকলৰ আগত বিৱৰি কবলৈ আমাৰো আহৰি নাই আৰু বোধ কৰো আপোনাসকলৰো শুনিবলৈ ধৈৰ্য্য নেথাকিব; সেইগুণে সেইবোৰৰ বহল আলচ কৰা শঙ্কৰদেৱৰ জীৱনী লেখোঁতাসকললৈ সাঁচি আমি আৰু একো নকওঁ।

( ৪ )

## অসমীয়া ভাষাৰ উন্নত যুগ

শঙ্কৰদেৱে সাহিত্যৰ লগে লগে আমাৰ ভাষাকো বহুত উন্নত কৰি থৈ গ'ল। যি অসমীয়া ভাষাক কোনেও কথা-কোৱাৰ বাহিৰে আন একোৰে উপযুক্ত বুলি নেভাবিছিল, সেই অসমীয়া ভাষাক, তেওঁ সংস্কৃত সাহিত্যৰ উজ্জ্বল ৰত্নবিলাকেৰে সজাই জকমকীয়া কৰি তুলিলে; আন আন ভাষাৰপৰা সুললিত শব্দবিলাক আনি অসমীয়া ভাষাৰ দুখীয়া শব্দাৱলীক অনেক চহকী

কৰিলে। এই খিনিতে আমি এটা কথা কৈ লোৱা যুগুত বিবেচনা কৰিছোঁ; অনেকে যে অনুমান কৰে, অসমীয়া ভাষাত যিবোৰ উড়িয়া ব্ৰজবুলি আদি ভাষাৰ শব্দ আছে, সেইবোৰ শঙ্কৰদেৱেহে সুমাইছে। এই কথাটোৰ কিবা সাৰ আছেনে? আমাৰ বিবেচনাৰে হলে তাত একো সাৰ নেদেখোঁ। তেওঁৰ লেখাত সেইবোৰ শব্দৰ ব্যৱহাৰ সৰহ থকা বাবেই মানুহে তেনে অনুমান কৰে হব পায়; নহলে তেওঁৰ আগৰ লেখকসকলেও তেনে শব্দ ব্যৱহাৰ কৰি গৈছে। শঙ্কৰদেৱৰ লেখা ভাষা দুবিধ আছিল; এবিধ আন আন ভাষাৰ, বিশেষকৈ মৈথিলি উড়িয়াৰ ভাঁজ দি লেখা; এবিধ কিছু শুধ অসমীয়া। আগৰ বিধ লেখাৰ উদাহৰণ, কীৰ্ত্তন দশম আদিৰ ভাষা। কীৰ্ত্তনৰ-পৰা এডোখৰ লেখা তুলি আনি, নাটৰ এডোখৰৰ ভাষাৰ লগত মিলাই চাই কোনো ভাষাবিদ্ পণ্ডিতেও এজন মানুহৰ লেখা বুলি কব নোৱাৰে। স্কটলেণ্ডৰ বিখ্যাত কবি ৰবাৰ্ট বাৰ্ন্স্‌ৰ দৰে শঙ্কৰদেৱেও ইচ্ছা কৰিয়েই, এনেকৈ দুই ঠাচৰ ভাষাত লেখিছিল। এনেকুৱা ইচ্ছা কৰা কাৰণ আমাৰ বোধেৰে এয়ে হব পায়—অসমীয়া ভাষাৰ ওপৰত মানুহৰ তেতিয়া অলপো শ্ৰদ্ধা নাছিল, সেই বাবে শুধ কথা-কোৱা ভাষাত, নাটবিলাক লেখিলে মানুহে কিজানি আদৰ নকৰে আৰু সাধাৰণতঃ মানুহে বিদেশী মাত শুনিবলৈ বেছি ভাল পায়; আমাৰ কাণত বঙ্গালী কথা যিমান মিঠা লাগে আৰু বঙ্গালীৰ কাণত অসমীয়া মাত যিমান মিঠা লাগে, আপোন ভাষা সদাই কৈ থকা বাবে সিমান মিঠা নালাগে; সেই বাবেই বিদেশী ভাষাৰ ভাঁজ দি তেওঁ নাট আদি লেখিছিল যেন ভাবোঁ। আপোনাসকলে শুধিব পাৰে বোলে তেনেহলে কীৰ্ত্তন দশমনো তেনে ভাষাত লেখি শুনিবলৈ আৰু মিঠা নকৰিলে কিয়? তাৰ উত্তৰ হৈছে, নাটবিলাক কীৰ্ত্তন-দশমৰ নিচিনা পুথি নহয়; নাটৰ দ্বাৰায় আমাৰ চকু আৰু কাণক সন্তুষ্ট কৰি মনক বুজাবলৈ চেষ্টা কৰা হয়, কিন্তু কীৰ্ত্তনৰ নিচিনা পুথিৰ তেনে উদ্দেশ্য নহয়, যুক্তিৰে কোনো এটা কথা বুজোৱাহে তাৰ ঘাই কাম। নাটকৰ ভাষা সুশ্ৰাব্য হোৱা এটা তাৰ প্ৰধান অঙ্গ; কিন্তু দৰ্শন শাস্ত্ৰৰ ভাষা কেৱল ভাব বুজাবপৰা হলেই যথেষ্ট। জ্ঞান লভাৰ উপায়, ভাব গ্ৰহণ কৰা, সেই কাৰণে ভাবৰ বাহন যি শব্দ, সি শুনিবলৈ ভালেই হক বা বেয়াই হক আমি ভাব গ্ৰহণ কৰিব পৰা হলে যথেষ্ট; কিন্তু নাট যেনে দৃশ্যকাব্য, তাত শব্দলালিত্যৰ মোহিনী শক্তিয়ে সাধাৰণক ভাবগ্ৰাহী কৰিব পৰাৰ প্ৰধান উপায়। তেওঁ আন ভাষাৰ শব্দ

আনোতে, অসমীয়া মানুহে সেইবোৰ শব্দ বুলিবলৈ উজু পাবনে নেপায় নিশ্চয় তাক ভাবি চাইছিল। নহলে তেওঁৰ নাটৰ ভাষা এনে বাৰ-বঙ্গলুৱা হৈয়ো সকলোৰে বুজিবপৰা মিঠা নহ'লহেঁতেন।—"হে মুনিৰাজ। তোহাৰি পদ পৰশে হামাৰ অযোধ্যাপুৰ পৱিত্ৰ ভেল ; তব দৰশনে হামাৰ জনম সাফল ভেল। মুনি অব কোন প্ৰয়োজন সাধোঁ। হামাক আজ্ঞা কৰহ। সভা মধ্যে অঙ্গীকাৰ কয়ে বোললোঁ আজু যে দান মাগহ তোহোক সত্যে সত্যে দেৱবো।" এনেবিলাক কথা শুধ অসমীয়া নহলেও, কোনো অসমীয়াই নুবুজাকৈ নেথাকে। আৰু তেওঁ ব্ৰজবুলিত যিবোৰ গীত ভটিমা ৰচিছে সেইবোৰ কিমান সোৱাদ, কিমান সুশ্ৰাব্য তাক অসমীয়া মাত্ৰেই জানে। তেওঁৰ গীতৰ ৰাগ-ৰাগিণী বঙ্গদেশৰ প্ৰাচীন কবি বিদ্যাপতি গোবিন্দদাসৰ নিচিনা ; লেখাও অনেক অংশে, তেওঁবিলাকৰ লেখাৰে সৈতে মিলে। আমি বিদ্যাপতি, গোবিন্দদাস আৰু শঙ্কৰদেৱ এই তিনিওজনৰ তিনি ডোখৰ লেখা আপোনালোকক শুনাওঁ ; আপোনাসকলে তাৰপৰা দেখিব তেওঁবিলাকৰ ভাষাৰ পাৰ্থক্য কিমান কম।

**কামদ।**

সজনি কৰি পেখন নাভেল।
মেঘ মালা সঞে, তড়িত লতা জনু
হৃদয়ে শেল দেই গেল॥
আধ আঁচৰ খসি, আধ বদনে হাসি
আধহি নয়ান তৰঙ্গ।
আধ উৰজ হেৰি, আধ অচিৰ ভৰি
তবধৰি দগধে অনঙ্গ॥
একে তনু গোৰা কনক কটোৰা
অতনু কাচলা উপাম।
হাৰে হৰল মন জনু বুঝি ঐছন
পাশ পসাৰল কাম॥
দশন মুকুটা পাতি অধৰ মিলায়তি
মৃদু মৃদু কহতহি ভাষা।
বিদ্যাপতি কহ, অতয়ে সে দুঃখ ৰহ
হেৰি হেৰি না পূৰল আশা—॥ —বিদ্যাপতি

**কামদ।**

তোহে বহল মধুপুৰ।
ব্ৰজকুল আকুল, দুকুল কলৰব,
কানু কানু কৰি ঝুৰ॥ ধ্ৰু॥
যশোমতি নন্দ, অন্ধ মম বৈঠই,
সাহসে চলই না পাৰ।
সখাগণ বেণু, ধেনু সব বিসৰণ,
ৰোই ফিৰে নগৰ বাজাৰ॥
কুসুম ত্যজি অলি, ভূমিতলে লুঠত,
তৰুগণ মলিন সমান।
শাৰী শুক পিক, ময়ূৰী না নাচত,
কোকিল না কৰহি গান॥
বিৰহিনী বিৰহ, কি কহব মাধৱ,
দশদিক বিৰশ হুতাশ।
সোই যমুনা জল, অবহুঁ অধিক ভেল
কহতহি গোবিন্দদাস॥ —গোবিন্দদাস

**সুহাই—চুতকলা।**

বিলপতি মৈথিলী মাই।
এ নীৰ নয়ন ঝুৰয়॥
ঘনে ঘনে শ্বাস ফোঁকাৰত।
এ তনু চেতন নাই॥
চিৰ বিৰহে দহে দেহা।
এ দিশ দেখু অন্ধিয়াৰ॥
ৰময়া বিনে প্ৰাণ যাই।
পৰম ৰুচি কুমাৰী॥
হা হৰি হা হৰি।
জন্ম এ জীৱ জৈছন যাই॥
ৰামৰ চৰণ মতি লাগো।
এ গতি আৱৰ নাই॥ —শঙ্কৰদেৱ

সকলো বস্তুৰে ভাল বেয়া দুটা বস্তু থাকে ; মানুহৰ চৰিত্ৰও এই নিয়মৰ বহিৰ্ভূত নহয়। আমি এই খিনি বেলি শঙ্কৰদেৱৰ কেৱল গুণৰ কথাকেই কলোঁ, তাৰপৰা এনে ভাবিব নেলাগে যে তেওঁৰ সমূলি দোষ নাই ; আপোনা-সকলৰ আগত তেওঁৰ ভিতৰুৱা জীৱন আলচ কৰা আমাৰ সকাম নহয় ; সাহিত্য-জীৱন বিচাৰ কৰোঁতে আমি যি কেইটা দোষ দেখিছোঁ তাকেহে কব খুজিছোঁ। তেওঁৰ কীৰ্ত্তন-ঘোষাত "হৰমোহন" আৰু "ৰাসলীলা" এই দোডোখৰ বৰ ডাঙৰ চেকা। কোনো দকৈ গমা মানুহে, কীৰ্ত্তনৰ নিচিনা ধৰ্ম্মৰ পুথিত এনে চেকা দেখিবলৈ কদাপি ভাল নেপায়। কোনোৱে কব পাৰে বোলে, যদি ভাগৱত হেন পবিত্ৰ গ্ৰন্থতে তেনে কথা থকা একো দূষণীয় নহ'ল, কীৰ্ত্তনত থকানো কেনেকৈ দূষণীয় হ'ল ? আমি তাৰ উত্তৰত কওঁ, যি সংস্কৃত ভাগৱত পঢ়ি নিজে তাৰ অৰ্থ বুজা হৈ হৰমোহন পঢ়ে আৰু যি কেৱল অসমীয়া আখৰ চিনিয়েই কীৰ্ত্তনত হৰমোহন পঢ়ে, দুইৰো মনত কেতিয়াও একে বিধৰ ভাৱ হব নোৱাৰে। যি জাতিয়ে প্ৰেম "খায় নে কাণত পিন্ধে" একো নেজানিছিল, সেই জাতিক প্ৰেমেৰে ভক্তি শিকাবলৈ যোৱা, আমাৰ মনেৰে হলে, বান্দৰৰ ডিঙ্গিত মুকুতাৰ হাৰ পিন্ধোৱাৰ নিচিনা কথা, আৰু তাৰপৰা শঙ্কৰদেৱৰ মনতো চহা ভাবৰ ছাৎ দেখিবলৈ পোৱা যায়। অপক্ষপাত বিচাৰ কৰিবলৈ হলে, শঙ্কৰদেৱে লেখা নাট কেইখনিও একো সাৰুৱা পুথি নহয়। নাটক উপন্যাসৰ প্ৰধান কাম হৈছে, মানুহৰ চৰিত্ৰৰ ওখ আৰ্হিবিলাক ফটফটীয়াকৈ আগত ধৰি, দৰ্শক আৰু পাঠকৰ মনত উন্নত ভাবৰ সঞ্চাৰ কৰা। শঙ্কৰদেৱেও অৱশ্যে, পুৰণি সমাজৰ উজ্জ্বল চৰিত্ৰৰ চিত্ৰবিলাক মানুহৰ আগত ফটফটীয়াকৈ ধৰিবলৈকে নাট লেখিছিল, তাত অলপো সংশয় নাই ; কিন্তু তেওঁ তাক একো শলাগ পাবলগীয়াকৈ কৰি থৈ যাব নোৱাৰিলে। তেওঁ নিজে ক'তো চৰিত্ৰ আঁকিবলৈ কাৰবাৰকে কৰা নাই ; লোকে আঁকি থোৱা চিত্ৰকো তেওঁ লেপথেপ নোহোৱাকৈ তুলিব নোৱাৰিলে। তেওঁৰ সীতা স্বয়ম্বৰৰ ৰাম-সীতা ৰামায়ণৰ ৰাম-সীতাতকৈ বহুতগুণে দুখীয়া ; ৰুক্মিণী-হৰণৰ কৃষ্ণও ভাগৱত বা মহাভাৰতৰ কৃষ্ণৰ ওচৰ চাপিব নোৱাৰে। সংক্ষেপকৈ কবলৈ হলে ৺শঙ্কৰদেৱে, ইমান ডাঙৰ ডাঙৰ কাম কৰিলেও নীচেই দুখীয়া নাট ৰচোঁতা বুলি চিনাকি দি গৈছে।

৺শঙ্কৰদেৱৰ এনে দুটা চাৰিটা দোষ থাকিলেও তেওঁ অসমীয়া জাতীয় কবি ; অকল জাতীয় কবিয়েই নহয়, এজন মহাপুৰুষ বুলি প্ৰখ্যাত।

শঙ্কৰদেৱৰ বহুত অসমীয়াৰ মানত অৱতাৰ বিশেষ। সকলো জাতিৰে জাতীয় কবি আছে, সকলো জাতিয়েই জাতীয় কবিক আদৰ কৰে, কিন্তু কেইজন জাতীয় কবি শঙ্কৰদেৱৰ দৰে, উপাসনাৰ বস্তু হব পাৰিছে; কেইটা জাতিয়ে জাতীয় কবিৰ গাত ঐশী গুণ আৰোপ কৰি, আৰাধিবলৈ শিকিছে? ধন্য অসমীয়া কোনে তোমাক অশলাগী জাতি বোলে, গুণৰ মোল নুবুজা বোলে আৰু মহতৰ আদৰ কৰিব নজনা বোলে। ধন্য শঙ্কৰদেৱ, তোমাৰ উদ্দেশ্য সাৰ্থক, তোমাৰ যশ নিৰ্ম্মল, কীৰ্ত্তি যুগমীয়া। তুমি যি কাম সাধিবলৈ জীৱন উছৰ্গা কৰিলা, সংসাৰৰ সকলো অপায়-অমঙ্গলকে অতিক্ৰম কৰি সেই কাম সাধন কৰিলা; তুমি মহাবীৰ; তুমি যাৰ উপকাৰ সাধিলা, সি তাৰ মোল বুজি, মূৰ দোৱাঁই তোমাৰ শলাগ ললে, তোমাৰ মূৰ্ত্তিক হৃদয়ে থাপি উপমা কৰিলে; সংসাৰত প্ৰেম বিলাই তুমি সংসাৰৰ প্ৰেম পালা; যাক তুমি আপোন বুলিলা, সি তোমাক মোৰ বুলিলে; তোমাৰ জীৱন চৰিতাৰ্থ হ'ল; মৰণশীল মানুহ হৈয়ো, তুমি আজি অমৰ।

শঙ্কৰদেৱেই এই যুগৰ প্ৰধান লেখক আছিল; সেই কাৰণেই তেওঁৰ জীৱন কিছু বহলকৈ আলচ কৰিলোঁ; তেওঁৰ ছাত ডাঙৰ হোৱা তেওঁৰ সমনীয়া বা পিছৰ লেখকসকলৰ বিষয়ে আমি যিমান সংক্ষেপে পাৰোঁ সিমান সংক্ষেপকৈ কৈ, অসমীয়া ভাষাৰ দ্বিতীয় যুগ শেষ কৰিম।

শঙ্কৰদেৱৰ প্ৰিয় শিষ্য মাধৱদেৱ, শঙ্কৰদেৱৰ সময়তে জন্ম লৈ, শঙ্কৰদেৱৰ ওচৰতে ধৰ্ম্মজ্ঞান লভি, গুৰুৱে ধৰ্ম্ম-প্ৰচাৰ কাৰ্য্যত যাতে সিদ্ধ-মনোৰথ হয়, তাৰ নিমিত্তে প্ৰাণটাকি চেষ্টা কৰে। যদিও মাধৱদেৱে শঙ্কৰদেৱৰ ওচৰতে ধৰ্ম্মৰ বিষয়ে উপদেশ পাইছিল, তথাপি শেহত দুইৰো ভিতৰত কিবা মতভেদ হোৱা যেন দেখা যায়। আজিকালি আমাৰ দেশত, মহাপুৰুষীয়াসকলৰ ভিতৰত দুটা দল, এটাই শঙ্কৰক ডাঙৰ বোলে আৰু এটাই মাধৱক ডাঙৰ বোলে। দুইটা দলৰ ভিতৰত বিশেষ প্ৰভেদ কি তাক আমি নিজে ভালকৈ নেজানো; প্ৰভেদ থাকিলেও সি নিচেই সামান্য ৰকমৰ হব পায়। সি যিকি নহক, ধৰ্ম্মৰ বিষয়ে, গুৰু-শিষ্যৰ ভিতৰত কিবা মতভেদ আছিল নে নাই আমাৰ আলোচ্য বিষয়ৰ সৈতে তাৰ একো সম্বন্ধ নাই বুলিলেও হয়। মাধৱদেৱেও শঙ্কৰদেৱে উলিওৱা বাটকে আশ্ৰয় কৰি অসমীয়া ভাষাৰ বহুত উন্নতি সাধে। অসমীয়া ভাষা, গুৰু-শিষ্য দুইৰো ওচৰত সমান ধৰুৱা। যদিও মাধৱদেৱে "গুৰু ভটিমাত" 'ত্ৰিভুৱন বন্দন, দৈৱকী নন্দন, যো হৰি মাৰল কংশ। জগজন তাৰণ, দেৱ নাৰায়ণ, শঙ্কৰ তাকেহি

অংশ॥' বুলি কৈ শঙ্কৰৰ গাত দেৱত্ব পিন্ধাইছে আৰু খোজে পতি শঙ্কৰক আৰ্হি লৈছে, তেওঁ অসমীয়া ভাষাৰ উন্নতি সধাত শিষ্যই গুৰুক পৰাস্ত কৰা যেন দেখি। মাধৱদেৱৰ ঘোষা আৰু ৰত্নাৱলী, শঙ্কৰদেৱৰ দশম আৰু কীৰ্ত্তনতকৈ কোনো গুণে হীন নহয়; বৰং কবিত্ব, লালিত্য আৰু ভাব সম্বন্ধে মাধৱদেৱৰ ঘোষাই শঙ্কৰদেৱৰ কীৰ্ত্তনক চেৰ পেলাইছেহে বুলিব পাৰি। মাধৱদেৱৰ কবিতা সন্ধ্যাৰ বতাহত উৰি অহা, দূৰত থকা পৰ্ব্বতৰ নিজৰাৰ কুল-কুল সুৰ, আৰু শঙ্কৰদেৱৰ কবিতা দুপৰীয়া গহীন হাবিত ঝিলিৰ ঝিঁ-ঝিঁ মাত। দুয়ো মিঠা, দুয়ো প্ৰাণ শীতল কৰোঁতা, তথাপি দুইটা বস্তু একে নহয়। এটাত যি আছে আনটোত সি নাই। শঙ্কৰদেৱৰ লেখাত অলপ কঠুৱাৰ ছাঁ আছে; মাধৱদেৱৰ লেখা কোমল অথচ শঙ্কৰদেৱৰ লেখাৰ দৰেই শাৰীয়ে পতি ভাবৰ মেলা, শাৰীয়ে পতি সৌন্দৰ্য্যৰ পোহাৰ।

***মাধৱদেৱ***—মাধৱদেৱে ৰচা পুথিৰ ভিতৰত "হাজাৰী-ঘোষা" "ভক্তিৰত্নাৱলী", "দেহবিচাৰ", "ৰাজসূয়" আৰু "ৰত্নাকৰ টীকা" এই কেখনকে আমি প্ৰধান বুলি জানো; শঙ্কৰদেৱৰ নিচিনা মাধৱদেৱৰ পুথিৰো এখনো তেওঁৰ স্বাধীন চিন্তাৰ ফল নহয়; সংস্কৃতৰ ভাল ভাল ৰসাল ঠাইবিলাক আৰু ভাব থকা কথাবিলাক অসমীয়া পদ কৰি গোটোৱাতে এইবোৰ পুথি হৈছে। সংস্কৃতৰ পৰা অসমীয়ালৈ ভাঙোতে গুৰুৰ দৰে শিষ্যৰো মূলৰ প্ৰতি সকলো সময়তে সিমান কাণসাৰ নাছিল, কোনো কোনো ঠাই ভাঙোতে ভাৱটোহে মাথোন ৰখা হৈছিল। আমি উদাহৰণ স্বৰূপ তেওঁৰ "সৰ্ব্বস্ব" ঘোষাৰ প্ৰথমৰ ফাঁকিয়েই যে মূলৰ সৈতে নিমিলে তাকে দেখুৱাওঁ। বিষ্ণুপুৰী সন্ন্যাসীয়ে লেখা মূল শ্লোক এইটো:—

"যে মুক্তাৱপি নিস্পৃহাপ্ৰতিপদপ্ৰোন্মীলদানং দদাম্।
যামাস্থায় সমস্তমস্তকমণিং কুৰ্ব্বন্তি যং স্বে বশে॥
তান্ ভক্তানপি তাঞ্চ ভক্তিমপিতং ভক্তপ্ৰিয়ং শ্ৰীহৰিং।
বন্দে সন্ততমৰ্থয়েন্নুদিবসং নিত্যং শৰণ্যং ভজে॥"

আৰু তাৰ মাধৱদেৱে কৰা অসমীয়া ভাঙনি:—

"মুক্তিত নিস্পৃহ যিটো, সেহি ভকতক নমো
ৰসময়ী মাগোঁহো ভকতি।
সমস্ত-মস্তক-মণি নিজ ভকতৰ বশ্য
ভজোঁ হেন দেৱ যদুপতি॥"

যেয়ে অলপ সংস্কৃত জানে, সেয়ে দেখা মাত্র, মূল আৰু ভাঙনিৰ অমিল বুজিব পাৰিব। এই প্ৰায় গোটেইবিলাক লেখাতে মূলৰে সৈতে অমিল দেখা যায়। বোধকৰোঁ এইদৰে নকৰি কথাই কথাই ভাঙ্গিবলৈ হোৱাহেঁতেন, এনেকুৱা মনোমোহা লালিত্য ৰাখিব নোৱাৰিলেহেঁতেন, ৰস নাইকিয়া কঠুৱা হৈ পৰিলহেঁতেন। এই ফালৰপৰা চালে, এইদৰে বেয়া নকৰি একৰকম ভালেই কৰিছিল।

মাধৱদেৱে শঙ্কৰদেৱৰ দৰে প্ৰসিদ্ধ নাট নেলেখিলেও, বহুত গীত লেখি থৈ গৈছে। "বাৰ কুৰি বৰগীত"ৰ ভিতৰত ৩০ টাহে শঙ্কৰদেৱে লেখা, বাকীখিনি মাধৱদেৱে ৰচা। শঙ্কৰ-মাধৱদেৱে আন বিষয়ে উন্নতি কৰাৰ দৰে, আমাৰ দেশৰ গীতৰো বহুত উন্নতি সাধিলে; তেওঁবিলাকৰ আগেয়ে, অসমীয়া ভাষাত গীত আছিল নে নাই তাক একো জানিব নোৱাৰি। সম্ভৱতঃ শঙ্কৰদেৱেইহে প্ৰথমতে গীত ৰচিবলৈ হাত দিয়ে। তেওঁবিলাকে ৰচা গীতবিলাকৰ কোনো কোনোটো এনে গভীৰ ভাৱৰ আৰু মধুৰ যে আজিকালিৰ বহুত বঙ্গলা গানো তাৰ জোৰৰ নহয়। এইবোৰ গীতৰ ভাষা কিছুমান ব্ৰজবুলি মিহলি আৰু কিছুমান শুধ অসমীয়া। আমি এইখিনিতে দুইজনৰ লেখাৰপৰা যদি আপোনাসকলক দুটা গীত শুনাওঁ, বোধকৰোঁ আপোনাসকলে বিৰক্তি বোধ নকৰিব।

### ৰাগ ধনশ্ৰী।

নাৰায়ণ কাহে ভকতি কৰোঁ তেৰা।
মেৰি পামৰ মন, মাধৱ ঘনে ঘন, ঘাতুক পাপ নছোড়া।
যত জীৱ জঙ্গম, কীট পতঙ্গ, অগনগ যত তেৰি কায়া।
সবকহু মাৰি, পূৰত ওহি উদৰ, নাহি কৰত ভূত দায়া॥
ঈশ স্বৰূপে হৰি, সব ঘটে বৈঠহ, যৈচন গগণ বিয়াপি।
নিন্দাবাদ, পিশুন হিংসা হৰি, তেৰি কৰোঁহো হামু পাপী॥
কাকূ শঙ্কৰ কৰ, কৰু কৰুণা নাথ, যো নছাড়হুঁ ৰাম বাণী।
সব অপৰাধক, বাধক তুৱা নাম, তাতে শৰণ লেহু জানি॥

—শঙ্কৰদেৱ

**ৰাগ শ্যাম।**

তেজৰে কমলাপতি পৰভাত নিন্দ।
তোৰ চান্দ মুখ পেখোঁ উঠৰে গোবিন্দ॥
ৰজনী বিদূৰ দিশ ধৱলি বৰণ।
তিমিৰ ফাড়িয়া বাজে ৰবিৰ কিৰণ॥
শতপত্ৰ বিকশিত ভ্ৰমৰ উড়াই।
ব্ৰজ বধূ দধি মথে তুৱা গুণ গাই॥
দামে সুদামে ডাকে তেৰি লৈয়া নাম।
হেৰ দেখ উঠিয়া আসিল বলোৰাম॥
নন্দ গেল বাথানে, গুৱাল গেল পাল।
সুৰভি চাৰিতে লাগে উঠৰে গোপাল॥
ক্ষীৰ লৱনু লৈয়া শিঙ্গা বেত বেণু।
সকালে মেলিয়ো বৎস হাম্বালাৱে ধেনু॥
কহয় মাধৱ মাই কিনো তপসাইলা।
ত্ৰিজগত পতি প্ৰভু ৰাখোৱাল পাইলা॥

—মাধৱদেৱ

( ৫ )

**ৰাম সৰস্বতী।**

শঙ্কৰ-মাধৱদেৱৰ লগৰীয়া হৈ আৰু এজন মহাকবিয়ে অসমক পোহৰ কৰিছিল। তেওঁৰ নাম ৰাম সৰস্বতী। তেওঁৰ ওপজা ঠাঁই ঠাৱৰ কৰা বৰ টান। কোনো কোনোৱে অনুমান কৰে তেওঁ দৰঙ্গত উপজিছিল আৰু দৰঙ্গী ৰজাৰ সভাপণ্ডিত আছিল; কোনোৱে আকৌ কয়, তেওঁ কামৰূপৰ পচৰীয়া গাৱঁত ওপজে। তেওঁৰ ওপজা ঠাইৰ বিষয়ে যেনেকুৱা মতভেদ আছে, জীৱনী সম্বন্ধেও অনেকৰ মত নিমিলে।[১] সেইবোৰ যি নহক, তেওঁ শঙ্কৰদেৱৰ সমকলীয়া এজন বৰ ডাঙৰ কবি আছিল। কোচবিহাৰৰ ৰজা নৰনাৰায়ণৰ সভাত, শঙ্কৰদেৱ মাধৱদেৱৰ সৈতে তেওঁৰ দেখা-সাক্ষাৎ হয়। কোচবিহাৰৰ ৰজাৰ অনুমতি পাই, তেওঁ ওঠৰ পৰ্ব্ব মহাভাৰত অসমীয়া ভাষালৈ ভাঙে।

মহাভাৰতৰ বাহিৰেও তেওঁ ৰামায়ণ, কুলাচল বধ, জটাসুৰ বধ, মণিচন্দ্ৰ ঘোষ, দুৰ্ব্বাসাৰ দৰ্পচূৰ্ণ আদি ভালেমানে পুথি লেখে। তেওঁৰ মহাভাৰতৰ ভাঙনি, অসমীয়া ভাষাৰ ডিঙিৰ এধাৰি উজ্জ্বল ৰত্ন। কিন্তু বৰ বেজাৰৰ কথা, অসমীয়া মানুহে এই ৰত্নক আদৰ কৰিব নেজানি, ধোঁৱা-চাঙ্গত পেলাই থোৱাত, তাত এলান্ধু বন্ধ গৈছে। কিমানদিনৰ মূৰত নো, অসমীয়াই এই অমূল্য ৰত্নক চিনি, ধোৱাঁ ছাঙৰপৰা পোহৰলৈ আনিব একো চিন নাই। যেতিয়ালৈকে অসমীয়া মহাভাৰতে দিনৰ পোহৰ নেদেখে তেতিয়ালৈকে, আমি হেজাৰখন মুখেৰে ৰাম সৰস্বতীৰ গুণ বখানিলেও, তেওঁ সাধাৰণৰ ওচৰত অচিনাকী হৈয়ে থাকিব। তেওঁৰ আৰু যি কেইখন পুথি আছে, প্ৰায় এটাই কেইখনেই মহাভাৰতৰে ডাল বা ঠেঙ্গুলি, সেইবাবে তাৰ বিষয়ে আৰু ভিনকৈ কোৱাৰ একো সকাম নাই। আন একো কথা নকলেও, এইটো কথা কবলৈ আমি পাহৰিব নেলাগে যে, ৰাম সৰস্বতীয়ে ভঙা মহাভাৰত, বঙ্গদেশ বা বোম্বাই অঞ্চলত পোৱা এখন মূল মহাভাৰতৰ সৈতেও নিমিলে, তেনেই যে নিমিলে এনে নহয়, অনেক ঠাইত নিমিলে। অসমীয়া ভাঙনিত বহুত সৰহ কথা আছে। সেইবোৰ বাজে কথা নেকি, তাক আমি ঠিৰাংকৈ কব নোৱাৰিলেও, এই বুলি কব পাৰো যে শঙ্কৰ-মাধৱৰদেৱে তেওঁ মূলৰপৰা কেতিয়াবা কেতিয়াবা আঁতৰি গৈছিল। পদৰ ফাঁকি মিলোৱা উজু কৰিবলৈকে হক বা আন কোনো কাৰণৰ পৰাই হক, সেই কালত, যেতিয়া মূলৰ প্ৰতি সিমান চকু ৰখা দস্তুৰ নাছিল, তেতিয়া ৰাম সৰস্বতীয়ে দুই এটা বৃত্তান্ত মনেৰে গঢ়ি মহাভাৰতৰ কোনো এটা পৰ্ব্বৰ ভিতৰত সুমাই দিয়া একো অসম্ভৱ নহয়। যি সংস্কৃত মহাভাৰতক আমি মূল বুলি ধৰিছোঁ, সেই মহাভাৰতেই যে এজনৰ লেখা, তাৰো একো নিশ্চয় নাই। অনেকে ভাবি-চিন্তি ঠিক কৰিছে যে অতীজতে মহাভাৰত কেৱল কুৰু-পাঞ্চালৰ যুদ্ধৰ বিষয় লৈহে লেখা হৈছিল আৰু সি নিচেই সৰু আছিল ; পিছে পুৰুষে পুৰুষে ন-ন কবি উপজি আগৰ কথাবিলাক বহলাই আৰু ন-ন কথাৰ পোহদি তাক এনে অৱস্থা পোৱাইছেহি।

ৰাম সৰস্বতীক আমি যেতিয়া অকল সাহিত্যৰ ফালৰপৰা চাওঁ, তেতিয়া তেওঁক শঙ্কৰদেৱ আৰু মাধৱদেৱ দুই জনতকৈ এদোপ ওখ দেখোঁহক ; কবিত্ব বিষয়তো ঠায়ে ঠায়ে তেওঁ শঙ্কৰ-মাধৱদেৱক চেৰ পেলাইছে যেন লাগে। তেওঁৰ মহাভাৰতৰ একো একো ঠাইৰ বৰ্ণনা এনে স্বাভাৱিক, এনে ৰসাল, যে আমি টেনিসন বা শেলী জপাই থৈয়ো তাক শুনিবলৈ বেয়া

নেপাওঁ। শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ভাববিলাকতকৈ ৰাম সৰস্বতীৰ ভাৱবিলাক অধিক মুকলি। শঙ্কৰ-মাধৱদেৱৰ ভাববিলাক ৰাম সৰস্বতীৰ ভাবতকৈ বেছি ওখ হব পাৰে, কিন্তু সকলোৰে পক্ষে সমান সোৱাদ নহয়। শঙ্কৰ-মাধৱদেৱতকৈ তেওঁ এই বিষয়ত অলপ হীন আছিল, যে শঙ্কৰ বা মাধৱদেৱৰ নিচিনাকৈ তেওঁ অলপ কথাতে বহুত ভাব প্ৰকাশ কৰিব নাজানিছিল। শঙ্কৰ-মাধৱদেৱে যিটি কথা দুফাঁকি লেখি প্ৰকাশ কৰিব, ৰাম সৰস্বতীয়ে এবকলা লেখিহে তাক প্ৰকাশ কৰিব পাৰে। সেই গুণেই তেওঁৰ একো একোখনি পুথি দুই মুনিহে আকোৱালি নোপোৱা। শঙ্কৰ-মাধৱদেৱ কি উপায়েৰে মানুহৰ মনত সোমাব পাৰিলে, তাক আমি আগত কৈ আহিছোঁ। তেওঁবিলাক দুয়ো ধৰ্ম্মপ্ৰচাৰক আছিল, ধৰ্ম্মৰ লগে লগে তেওঁবিলাকৰ লেখাও মানুহৰ হৃদয়ৰ গুপুত ঠাইত বহা লৈছিলগৈ। ৰাম সৰস্বতী ধৰ্ম্মপ্ৰচাৰক নাছিল বাবেই, যি মহাভাৰতক হিন্দুৱে পঞ্চম বেদ বুলি লেখত লয়, সেই মহাভাৰত অসমীয়ালৈ ভাঙিও, জীয়াই থাকোঁতেও, তেওঁবিলাকৰ সমান যশ লভিব নোৱাৰিলে, আৰু এতিয়াও সিমান, সিমানকে নুবুলিছোঁ কিয়, মানুহৰ সৈতে চিনাকী হব পৰা নাই। কিন্তু জীয়া আঙ্গঠা কাপোৰেৰে বান্ধি কিমান বেলি ৰাখিব পাৰি? যাৰ গাত প্ৰকৃত গুণ আছে, তাক বজ্ৰ খামোচেৰে ধৰি, পাহৰণিৰ অতলস্পৰ্শ পেটত সুমাই দিলেও, সি জীণ নেযায়। বোধকৰোঁ, ৰাম সৰস্বতীয়েও আৰু বহুত দিন ধোঁৱা-চাঙৰ ওপৰত নিকাৰ ভুঞ্জিব নেলাগিব; শঙ্কৰ-মাধৱৰ দৰে তেওঁৰ নামো ধৰ্ম্মৰ নিমিত্তে নহলেও, সাহিত্যৰ নিমিত্তেই সকলো অসমীয়া ল'ৰা-বুঢ়াৰ মুখে মুখে হব; কীৰ্ত্তিবাসৰ ৰামায়ণ, কাশীদাসৰ মহাভাৰতৰ ঠাইত, অসমীয়াৰ হাতে হাতে ৰাম সৰস্বতীৰ মহাভাৰত ৰামায়ণে শোভা কৰিব।

## অনন্ত কন্দলী

বন্ধুবৰ শ্ৰীযুত ৰামদাস গোস্বামীৰ[১] অনুগ্ৰহত আমি আৰু এজন অসমীয়া কবিৰ জীৱনীৰ বিষয়ে কিছু কথা জানিব পাৰিছোঁ। তেওঁৰ নাম অনন্ত কন্দলি; তেওঁৰ ওপজা ঠাই কামৰূপৰ হাজো। অনন্ত কন্দলিও, ৰাম সৰস্বতীৰ দৰেই শঙ্কৰ-মাধৱদেৱৰ সমকলীয়া আছিল[১]। শঙ্কৰদেৱে ভাগৱতৰ ১০ম স্কন্ধৰ

---

১। ৺আনন্দৰাম ঢেকিয়াল ফুকন আৰু শ্ৰীযুত গুণাভিৰাম বৰুৱাৰ মতে, ৰাম সৰস্বতী, অনন্ত কন্দলি এজন মানুহ, শ্ৰীযুত দীননাথ বেজবৰুৱা ডাঙৰীয়ায়ো তাকে কয়। কিন্তু শ্ৰীযুত ৰামদাস গোস্বামীয়ে জোনাকীত দুইৰো জীৱন চৰিত আলচ কৰি ভালকৈ

আদিছোৱা অসমীয়ালৈ ভাঙে; অনন্ত কন্দলিয়ে শঙ্কৰদেৱৰ অনুমতি লৈ, তাৰ শেহ ছোৱাৰ পদ কৰে; আংশিকৰূপে তেওঁ ৰামায়ণ মহাভাৰতৰো পদ কৰে, আৰু এখনি বৈষ্ণৱামৃত নামে পুথি লেখে।

এই কেইজনৰ বাহিৰেও, বহুত লেখক উপজি অসমীয়া ভাষা আৰু অসম দেশৰ মুখ জিলিকাইছিল। দুৰ্ভাগ্য গতিকে, তেওঁবিলাকৰ জীৱনীৰ বিষয়ে, নিচেই অলপ কথাহে জানিব পৰা গৈছে। এই যুগৰ যিসকল প্ৰধান লেখকৰ নাম আমি জানিব পাৰিছোঁ, তেওঁবিলাকৰ নাম এই :—

**শ্ৰীধৰ কন্দলি**—এওঁ হাজোৰ ওচৰৰ শলা নামে গাওঁ এখনত ওপজে। মহাভাৰতৰ অশ্বমেধ পৰ্ব্ব, আৰু কীৰ্ত্তনৰ ঘুনুচা এওঁৰ লেখা। কন্দা ল'ৰা নিচুকুৱা "কাণখোৱা"ৰ লেখক বুলিহে এওঁ সকলো অসমীয়াৰ চিনাকী।

**চন্দ্ৰ ভাৰতি**—কুমৰ হৰণ, বৃত্তাসুৰ বধ।

**নাৰায়ণদেৱ**—পদ্ম-পুৰাণ।

**গোবিন্দ মিশ্ৰ**—গীতাৰ পদ।

**কবিৰত্ন বা ভট্টদেৱ**—গীতাৰ গদ্য ভাঙনি।

**পুৰুষোত্তম**—ভক্তি-প্ৰেমাৱলী।

**কণ্ঠভূষণ দৈত্যাৰী ঠাকুৰ**—শঙ্কৰদেৱৰ জীৱন চৰিত্ৰ।

**ভৱানন্দ**—হৰিবংশৰ পদ।

**দেৱ গোস্বামী**—ক্ৰিয়াযোগ সাৰ বিষ্ণু।[৩]

**শুভনাথ**—ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ।

**সাৰ্ব্বভৌম ভট্টাচাৰ্য্য**—ভৱিষ্য পুৰাণ।

**ৰাম গোবিন্দ**—ব্ৰহ্মানন্দ পুৰাণ।

**ব্ৰজনাথ**—কালিকা পুৰাণ। ইত্যাদি, ইত্যাদি।

---

দেখুৱাইছে যে তেওঁবিলাক দুজন বেলেগ বেলেগ মানুহ। শ্ৰীযুত ৰামদাস গোস্বামীৰ বাহিৰে এজনেও নিজৰ মত যুক্তিৰে সমৰ্থন কৰা নাই। এতেকে আমি, মনৰ খুঁকুৰি থাকিলেও এতিয়ালৈ গোস্বামীৰ মতকে সঁচা বুলি লৈছোঁ—হে. চ. গো.

২। **ৰত্নেশ্বৰ মহন্ত—সম্পাদক**

৩। **বিষ্ণুদেৱ গোস্বামী—ক্ৰিয়াযোগসাৰ—সম্পাদক।**

( ৬ )

## দ্বিতীয় যুগ।

দ্বিতীয় যুগৰ বিষয়ে, আমি এতিয়ালৈকে যি কৈছোঁ তাৰপৰা আপোনা-সকলে বোধকৰোঁ এই কেইটা কথা ভালকৈ দেখিছে, যে এই যুগৰ লেখাৰ সৰহ ভাগেই (১) ধৰ্ম্ম বিষয়ক (২) সংস্কৃতৰপৰা ভঙা (৩) পদ্যময়।

এই যুগৰ সৰহ ভাগ লেখাই ধৰ্ম্মবিষয়ক কিয় তাৰ কাৰণ আমি এক প্ৰকাৰে এই যুগৰ পাতনিতে কৈ আহিছোঁ। শঙ্কৰদেৱৰ আগেয়ে অসমত সমাজৰ অৱস্থা বৰ কুন্ধচ্ আছিল। মানুহৰ মনৰপৰা, ধৰ্ম্মৰ শীতল ছাঁ লাহে লাহে আঁতৰি যোৱাত, সংসাৰ ৰদৰ তাপত মানুহ হাৰাশাস্তি হৈছিল। পিছে শঙ্কৰদেৱে চিনাকী ভাষাৰে, সংস্কৃত শাস্ত্ৰবিলাকৰ চিকুন ভাববিলাক মানুহৰ আগত ধৰা মাত্ৰ, পানীত পৰা মানুহে আশ্ৰয় পালে যেনেকৈ ধৰে, অসমীয়া মানুহেও সেই ভাববিলাক তেনেকৈ সাবটি ধৰিছে। ৺শঙ্কৰদেৱে যি ধৰ্ম্ম প্ৰচাৰ কৰিলে, সি মানুহৰ অচিনাকী ধৰ্ম্ম নহয়; কেৱল কিছুদিনৰ নিমিত্তে সি মানুহৰ চকুৰপৰা আঁতৰ হৈছিল। মানুহে তেওঁবিলাকৰ পুৰণি চিনাকী বস্তু পাই উলাহত উথলিবলৈ ধৰিলে। সেই যে শঙ্কৰদেৱে অসম সমাজত উলাহৰ ঢৌ তুলি দিলে, সি আজিলৈকে, তেনেই মাৰ যোৱা নাই। সেই উলাহ-ঢৌৰ হেন্দোলনিয়ে এই অসমীয়া ভাষাৰ গোটেই দ্বিতীয় যুগব্যাপী মানুহৰ মনক একৰকম উথপ্-থপ্ অৱস্থাত ৰাখিছিল। তাৰ ফল স্বৰূপেহে এই যুগৰ লেখাৰ সৰহ ভাগেই ধৰ্ম্মবিষয়ক। সেই বুলিয়েই যে আমাৰ ভাষাত আন আন বিষয়তো একো পুথি লেখা নহৈছিল তেনে নহয়। ৰাজনীতি, সমাজনীতি আদি বিষয়তো পুথি থকাৰ প্ৰমাণ পোৱা গৈছে। চিকিৎসাবিষয়ক পুথিৰ বিষয়েও আমাৰ ভাষা নিচেই দুখীয়া নহয়; ডাঙৰ ডাঙৰ পণ্ডিতসকলে নিদানকে আদি কৰি বহুত সংস্কৃত চিকিৎসাৰ পুথি আমাৰ ভাষালৈ ভাঙি থৈ গৈছে। অঙ্কৰ বিষয়ে পুথিও আমাৰ ভাষাত একেবাৰে নাইকিয়া নহয়; বকুল কায়স্থ নামে এজনে অঙ্কৰ মূল কথাবিলাক অসমীয়া পদত বান্ধি থৈ গৈছে; তাৰ লগতে তেওঁ মাটি জোখা বিষয়ে নিয়মবিলাকো সুমাই গৈছে। এই বকুল কায়স্থয়ে, সংস্কৃত অঙ্কশাস্ত্ৰত পণ্ডিতা লীলাৱতীৰপৰা অঙ্কবিদ্যাৰ বিষয়ে অনেক লাগতিয়াল কথা আনি আমাৰ সাহিত্যৰ অঙ্গ পুৰ কৰি থৈ গৈছে। বুৰঞ্জীৰ বিষয়ে অসমীয়া ভাষাৰ সমান

চহকী সাহিত্য ভাৰতবৰ্ষতে কমহে আছে। আমাৰ দেশ আহোমবিলাকৰ হাতলৈ অহাৰেপৰা, আমাৰ ভাষাত বুৰঞ্জী লেখা দস্তুৰ চলতি হয়। সেই কালত সকলো ভদ্ৰ শ্ৰেণীৰ মানুহে দেশৰ বুৰঞ্জীৰ বিষয়ে অলপ জানিব লগাটো দেশ-দস্তুৰৰ নিচিনা আছিল; আজি-কালিহে লেখা-পঢ়াৰ উন্নতিৰ লগে লগে মানুহে দেশৰ সকলো কথা পাহৰিবলৈ শিকিছে।

আৰু এই যুগৰ সৰহভাগ লেখাই যে সংস্কৃতৰ ভাঙনি আছিল, তাৰো কাৰণ, অলপ দকৈ গমিলেই আমি বুজিব পাৰোঁ। এটা জাতিৰ জীৱনত যি শাৰী মানুহ পিছত আহে, সেই শাৰীয়ে আগত যোৱা শাৰীৰ তেজ-শক্তি, বুদ্ধি-বৃত্তি, শিক্ষা-ৰুচি আৰু জ্ঞান, সকলোবোৰ এনেই ভোগ কৰিবলৈ পায়। আগৰবিলাকে যি আৰ্জ্জি থৈ যায়, পিছৰবিলাকে তাক আৰু নকৈ আৰ্জ্জি লব নেলাগে, কেৱল অভ্যাস কৰি বহলাই ললেই হয়। সেই কাৰণে যেতিয়াই তেতিয়াই এটা জাতিৰ স্বভাৱক, সেই মুহূৰ্ত্তৰ আগৰ মানুহবিলাকৰ জ্ঞান, মত আৰু কামৰ 'সাৰ সংগ্ৰহ' বুলিলে একো মিছা কোৱা নহয়। কোনো এটা জাতিৰ এটা পুৰুষে শক্তি ক্ষয় কৰি যিমান আগ বাঢ়ে তাৰ পিছৰটো পুৰুষে, সেইখিনিৰেপৰা আৰম্ভ নকৰি আকৌ মূৰৰেপৰা ধৰিব লগা হোৱা হলে মানুহৰ ভাষাত উন্নতি বুলি কথা এটাই নেথাকিলহেঁতেন। অঙ্ক শাস্ত্ৰৰ যিবোৰ সত্য উলিয়াওঁতে নিউটনৰ নিচিনা একোজন মহা মহা প্ৰতিভাশালী লোকৰ একো একো জীৱন ক্ষয় হৈছিল, সেইবোৰ সত্য নকৈ উলিয়াই মানুহে অঙ্কশাস্ত্ৰ অভ্যাস কৰিবলৈ হোৱা হলে, অঙ্কশাস্ত্ৰই আজি মানুহ সমাজৰ ইমান উন্নতি কেতিয়াও সাধিব নোৱাৰিলেহেঁতেন; তেৰেজ-কটা-পূৰণ-হৰণৰ ঠুহাতে লাগি ৰ'লহেঁতেন। অকল অঙ্কশাস্ত্ৰৰে নহয়, সকলো শাস্ত্ৰৰে এই দশা হ'লহেঁতেন। আমি এইদৰে আমাৰ উপৰি-পুৰুষবিলাকৰ জ্ঞান বোলা, বুদ্ধি বোলা, ৰুচি বোলা, সকলোকে, সাহিত্যৰূপ যুগমীয়া ভঁড়ালত আমালৈ সাঁচি থৈ যোৱা পাওঁ; সেই কাৰণেই সাহিত্য, জগতৰ ইমান লাগতিয়াল বস্তু। এতিয়া ভাবি চক—অসমীয়া জাতিৰ আদি পুৰুষ হৈছে হিন্দু, আৰু হিন্দুৰ সাহিত্য হৈছে সংস্কৃত সাহিত্য; তেনেহলে অসমীয়া মানুহে উপৰি-পুৰুষবিলাকৰ জ্ঞান আৰু বুদ্ধি-বৃত্তিবিলাক দখল কৰিবলৈ হলে প্ৰথমতে সংস্কৃত সাহিত্য দখল কৰিব লগা হ'ল। কিন্তু অসমীয়া মানুহৰ আদি পুৰুষবিলাকৰ ভাষা আন এটা হৈ পৰিল; এনে স্থলত অসমীয়া ভাঙনিৰপৰা নহলে, উপৰি-পুৰুষবিলাকৰ গুণ নৰ্জ্জাকৈ উপভোগ কৰিবলৈ

অসমীয়া মানুহৰ পক্ষে একো বাট নাছিল। তাতেইহে মহাপুৰুষ ৺শঙ্কৰদেৱে সংস্কৃত সাহিত্য সাগৰ মথি, তাৰপৰা অমৃত উলিয়াই নাও সুমাব খোজা, তললৈ যোৱা, অসমীয়া জাতিক উদ্ধাৰ কৰিলে। যিবিলাক কথা শঙ্কৰদেৱে সংস্কৃতৰপৰা ভাঙি অসমীয়া মানুহৰ হাতত দি অসমৰ সমাজৰ যিমান উন্নতি সাধিলে, সেইবোৰ কথা নিজে চৰ্জ্জি মানুহক শিকাবলৈ হোৱাহলে শঙ্কৰদেৱৰ নিচিনা হেজাৰ হেজাৰ জীৱনৰ শক্তি ক্ষয় কৰিলেও সিমান উন্নতি হ'লহেঁতেন নে নহ'লহেঁতেন সন্দেহ। শঙ্কৰদেৱে এইবোৰ কথা ভাবি চিন্তিহে ভাঙনিত ধৰিছিল আৰু সেই বাবেই আনপিনে দুখীয়া হলেও, অসমীয়া সাহিত্য আজি সংস্কৃত সাহিত্যৰ ভাঙনিৰে ইমান চহকী। শঙ্কৰদেৱৰ পিছৰ লেখকসকলে কেৱল শঙ্কৰদেৱকে সকলো বিষয়ত নকল কৰিছিল, সেই নিমিত্তে তেওঁবিলাকৰ কথা আৰু বেলেগকৈ কোৱাৰ একো সকাম নেদেখোঁ। আৰু যেতিয়া আমি এতিয়াও অসমীয়া ভাষাৰ এটাইবোৰ পুথিৰ কথা জানিব পৰা নাই, তেতিয়া অসমীয়া ভাষাৰ এই যুগৰ সকলো লেখকেই, সংস্কৃতৰপৰা ভাঙিছিল, নিজে স্বাধীন চিন্তা কৰি একো লেখা নাই, এই দৰে কোৱা বৰ ন্যায়সঙ্গত নহয়।

এই যুগৰ সাহিত্য পদ্যময় হোৱাৰ কাৰণো অলপ ভাবিলেই বুজিব পাৰি। আমি ওপৰত কৈ আহিছো যে এই যুগৰ অসমীয়া সাহিত্য গোটেইটো সংস্কৃত সাহিত্যৰ ভেটিৰ ওপৰতে উভা হৈছিল আৰু সংস্কৃত সাহিত্য, অভিধানৰ পৰা ব্যাকৰণলৈ, দৰ্শন শাস্ত্ৰৰে পৰা অঙ্কশাস্ত্ৰলৈকে গোটেইটো পদ্যময়; তেনেস্থলত অসমীয়া সাহিত্য যে পদ্যময় নহব তাৰ একো কাৰণ নাই। অলপ আশাগুধীয়াভাৱে চালে আমি এইদৰেও কব পাৰোঁ যে পদ্য কোমল, সেইগুণে পদ্য সোনকালে মানুহৰ মনত সোমাব পাৰে; আৰু গদ্যতকৈ পদ্য মনত ৰাখিবলৈকো উজু, এইদৰে ভাবিয়েই সাহিত্য গঢ়োতাসকলে, তেওঁলোকৰ মনৰ ভাব গদ্যত প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছিল। এইখিনিতে আপোনাসকলক এটা কথা কৈ থওঁ—যেন কোনেও পদ্য আৰু কবিতা এই দুটাক এটা বস্তু বুলি নুবুজে। পদ্য আৰু কবিতা যে একে বস্তু নহয়েই, অনেক সময়ত, দুইৰো ভিতৰত একো সম্বন্ধও নেথাকে। অসমীয়া ভাষাত পদ্য যিমান, কবিতা তাৰ এধানমান থকা হলেও আজি তাৰ এনে দশা নহয়; অসমীয়া মানুহে আদৰ নকৰিলেও তাক জগতৰ মানুহে এটা ভাষা বুলি আদৰ কৰিলেহেঁতেন। অসমীয়া ভাষাত যে

একেবাৰেই কবিতাৰ সঁচ নাই, আমি তেনেকৈ নকওঁ; আমাৰ কথাৰ মানে হৈছে তাত কবিতাৰ ভাগ নিচেই তাকৰ। এই বিষয়ে আমি আন এঠাইত অলপ বহলকৈ কব লাগিব, সেইবাবে আৰু এতিয়া একো নকওঁ।

## বুৰঞ্জী

অসমীয়া ভাষাৰ এই যুগৰ স্বভাৱ পদ্যময় হলেও যে, গদ্য-ভাষা মুঠেই ব্যৱহাৰ হোৱা নাছিল এনে নহয়। দেশত যিবোৰ বুৰঞ্জী লেখা হৈছিল এটাইবোৰেই গদ্যত লেখা হৈছিল। দুজন এজন লেখকে বুৰঞ্জীৰ বাজে আন পুথিও গদ্যত লেখিছিল, যেনে 'গীতাৰ গদ্য ভাঙনি'; কিন্তু তেওঁ-বিলাকৰ লেখ নিচেই তাকৰ। এই যুগৰ আদি, মাজ আৰু শেহ, এই তিনিভাগত অসমীয়া গদ্য-ভাষাই কেনে গঢ় লৈছিল, তাক আপোনসকলে এই চানেকীটোকা কেইডোখৰৰপৰাই দেখিব। শঙ্কৰদেৱৰ কিছুদিনৰ পাছত গদ্য-ভাষাৰ ঠগ এনে আছিল—

"তিনি পৰ মৰাত বৰফুকন গৈ বেহুহাট সকলকো চাই খাজি খোং সোমাই ভাওৰাই চৰাইৰ পাখী পাগৰ ওপৰত মকৰ কুণ্ডল শিৰ পেস কঞ্চি পৰিধান কৈ আহি বহি সকলকো ফুল চন্দন দিয়াই ৰামচৰণ বড়াক পাচিলে খইৰামি ৰজাই পাৰ্চা উকিলক আনিবলৈ। ধৰম দুৱাৰ পৰা বেলা তিনিদণ্ড থকাত সিহঁতক ৰামচৰণে আনিলত বাটত কুজি ঘৰৰ পাছতে নানান দেৱলীয়া দলৈবোৰ আগত সৰাই লৈ বহিছিল। আবেথা বড়া ঘিওঁ ধেধেলা টেকেলাইঁত সহিতে বাটৰ পৰা লগ লাগি আনি বাট ঘৰৰ পৰাই সাত ঠাইত আঁঠু পৰাই টুপত ভেটি সৰাই পাতৰ ওপৰত থই সেৱা কৰি পাতত বহিল। খাৰকোৱঁৰ থিয় হৈ আছিল। পাছে বগা ঠঙ্গা পাৰি বহিল টেকেলা বড়া ভোলায়ে ভেটালে বোলে ৺দেৱ খইৰাম ৰজাই পটোৱা খাৰকোঁৱৰ চয়দাঁতিৰ ঘকৱা পোৱালি ৬টি কটকি তিনি এইহঁত মানুহে বানত তিনি সৰাই, আতলচ ৬ সৰাই, মচক তিনি সৰাই, চিত ৪ সৰাই, লঙ্গ-জাই চাৰি সৰাই, ঢাল দুখন, তৰোৱাল দুখন, হিলৈ দুটা, ভেটি ৺দেৱৰ চৰণত সেৱা কৰিছে।"—কটকী উকীলতোলা—'আসামবন্ধু।'

আহোম ৰাজত্বৰ মাজভাগৰ অসমীয়া গদ্যৰ গঢ় এনে আছিল—

"পূৰ্ব্বে সপ্তদ্বীপেশ্বৰ সগৰ ৰজাই ম্লেচ্ছৰ ৰজাসকলক নানাবৰ্ণ চিহ্ন দি পৰ্ব্বত পাহাৰলৈ খেদিলে; সেই সগৰে নৰা ৰজাকো চুলি দাঢ়ি খুৰাই

নৰামূৰা কৰি খেদিলে ; এতেকেহে অদ্যাপিও নৰাৰজা বোলে, দেশকো নৰা দেশ বোলে। তেৱেঁই পূৰ্ব্ব দেশত শ্ৰীলোহিতৰ সমীপত পৰ্ব্বতৰ ৰজা হ'ল। তিনি পিৰিৰ পাছত নৰা ৰজাৰ পুত্ৰটি জন্মিল। পুত্ৰৰ লক্ষণ তিনটা চকু মহা তেজস্বী। বাপেকৰ মৃত্যু হলত তেওঁ ৰজা হ'ল। পাছে আপোনাৰ *বাহুবলে মানতৰা, কাছাৰ, জয়ন্তা,* চুটীয়া এইসকল ৰজাক মিত্ৰভাৱে বশ কৰি *ললে; সিবিলাকেও প্ৰীতিত থাকি,* হাতী ঘোঁড়া কোনো সময়ত দিয়ে। স্বৰ্গ মহাৰজায়ো প্ৰীতিত থাকি নৰা ৰজাক হাতী দুটা দিছিল। নৰা ৰজায়ো ঘোঁড়া সোণোৱালী টুপি দিয়ে। পূৰ্ব্বে স্বৰ্গ মহাৰজা নৰাৰ পৰা নামি আহোতে আয়তনাত নগৰ কৰি আছিল পৰ্ব্বত দাঁতি সামান্য ঠাই দেখি ডাঙৰীয়া জতুৱা একো ঘৰৰ একোটা লৈ তাৰপৰা নামি আহিল। পাছে নৰা ৰজাৰে প্ৰীতি হ'লত আমাৰ ঈশ্বৰ ৰজালৈ খুজি পঠালে বোলে আয়তনা গাওঁ কেইখন মোক দিয়ক। পাছে ঈশ্বৰ ৰজায়ে পাত্ৰ মন্ত্ৰী সকলত সুধিলে বোলে নৰা ৰজায়ে যে আয়তনা খুজিছে দিয়া হবনে নহব। পাছে এটায়ে বোলে নৰা ৰজায়ে প্ৰীতিত থাকিহে খুজিছে যদি মাৰিয়েই লয় তেও আমি একো কৰিব নোৱাৰোঁ। ইঠাইৰ পৰাও দূৰ যাবলৈকে দুৰ্ঘত কোঁঠ চকি দি থাকিবলৈকো আচল। ৰাখি থাকিবও নোৱাৰি এতেকে মৰ্য্যাদা ৰাখি প্ৰীতিত থাকি দিলেহে ভাল দেখি। এইৰূপে এটায়ে বুলিলত ঈশ্বৰ ৰজায়ো আয়তনা নৰাগ দিলে।"[১]

আহোম ৰাজত্বৰ শেহ ভাগত গদ্য ভাষাই এনে গঢ় হৈছিল—

"স্বৰ্গদেৱৰ বন্দী শিৱৰাম বৰঠাকুৰে প্ৰাৰ্থনা কৰি জনাইছে পূৰ্ব্বে ঈশ্বৰ গৌৰীনাথ সিংহ স্বৰ্গদেৱে বন্দীৰ পিতা হৰিনাথ বৰঠাকুৰ বৰকলা পথাৰত পূবে আহঁত গছ, পছিমে মৰানৈ, উত্তৰে বৰ শিমলু, দখিনে হিজল গছ এই চাৰি হদ কৰি ৪০ পুৰা বোৱতি মাটী স্বৰ্গদেৱৰ পূজাৰ অৰ্থে ব্ৰহ্মোত্তৰ কৰি দিয়ে। সেই কালৰপৰা আজিলৈকে তিনি চাৰি জনা স্বৰ্গদেৱৰ দিনত একো জয়জঞ্জাল নোহোৱাকৈ ধনবিত নভৰাকৈ মাটি খাই আছিলোঁহঁক। এতিয়া সিদ্ধিৰাম হাজৰিকায় সেই মাটিৰে বলকৈ পকা ধানকে দাই নিলে বন্দীকে মাৰিলে, এনেহলে বন্দীয়ে কেনেকৈ দেশত থাকিম। দাঁতীয়ে হুৱাৰে একাললৈ ভাগি যাব লগাহে হলোঁ। এতেকে স্বৰ্গদেৱৰ চৰণত প্ৰাৰ্থনা কৰি জনাইছোঁ স্বৰ্গদেৱৰ চৰণে ৰাখিলে ৰক্ষা পাওঁ।" শঁক ১৭৬১ তাৰিখ ৯ কাত্তিক।[২]

---

১। "Assamese Grammar" by Prof. Nicholl of Oxford.

২। Ibid.

বেলেগ বেলেগ সময়ৰ অসমীয়া গদ্য ভাষাৰ গঢ় দেখুৱাবলৈ, এই যি তিনি ডোখৰ চানেকী-টোকা দিয়া হ'ল তাৰপৰা আপোনালোকে সেই সেই সময়ৰ ভাষাৰ ঠগ ভালকৈ দেখিলে। আপোনালোকে যদি ভালকৈ মন দিছে তেনেহলে, এই যুগৰ আগ, মাজ আৰু শেহ ভাগত ভাষাই কেনেকৈ গঢ় লৰাইছিল তাকো দেখিছে। আগ ছোৱাৰ ভাষা, আজি-কালিৰ ভাষাতকৈ বহুত লৰ। মাজ ছোৱাৰ ভাষা, আগছোৱাৰ সমান নহলেও, আজি-কালিৰ ভাষাৰ লগত বহুত অমিল। আৰু শেহ ছোৱাৰ ভাষা অৰ্থাৎ ৫২ বছৰৰ আগৰ ভাষা, আজিকালি আমি কথা কোৱা ভাষাৰে সৈতে প্ৰায়েই একে। ভাষা, মানুহৰ মনৰ ভাবৰ বাহন মাথোন; সেই গুণে মানুহৰ মানসিক উন্নতি অৱনতিৰ লগে লগে ভাষাৰো উন্নতি আৰু অৱনতি হৈ থাকে। তাৰ ফলেৰেহে ভাষাৰ এনেবিলাক পৰিবৰ্ত্তন হয়। আহোম ৰাজত্বৰ শেহ ভাগত অসমীয়া ভাষাই এনে অৱস্থা পাওঁতেই, অসমত পাষণ্ড মানহঁতৰ দৌৰাত্ম্য আৰম্ভ হয়। সিহঁতে ৭।৮ বছৰ নেৰা-নেপেৰাকৈ অসমীয়া মানুহক নানান ৰকমে জুলুম কৰাত, অসমীয়া সাহিত্যৰো বহুত পৰালি পৰিল। আমাৰ সাহিত্যৰ ভালেমান সাৰুৱা পুথি, মান-মৰাণহঁতৰ জুলুমত লোপ পালে; ইয়াৰ পৰা যে অসমীয়া সাহিত্যৰ কিমান অপকাৰ হ'ল তাক কৈ ওৰ পেলাব নোৱাৰি। আৰু এই ৭।৮ বছৰৰ জুলুমত, মানহঁতৰ ভাষাই, আমাৰ ভাষাক ৰৰকৈ ভজুৱাঁ কৰিব নোৱাৰিলেও ব্ৰাউন চাহাবৰ মতে আমাৰ ভাষাৰ শব্দাৱলীৰ শত পাচোঁটাকৈ যি মানৰ শব্দ পোৱা যায়, সি যে এই কালতে সোমাইছে তাত অলপো সংশয় নাই। এইয়েই অসমীয়া ভাষাৰ বুৰঞ্জীৰ দ্বিতীয় যুগ।

( ৭ )

## তৃতীয় যুগ

ইংৰাজ ৰাজত্বৰ পাতনিৰেপৰা আজিলৈকে, এই যুগেই অসমীয়া সাহিত্যৰ বৰ্ত্তমান যুগ। ওপৰত উনুকিওৱা হৈছে, অসম দেশ বহুতদিন মানহঁতৰ অত্যাচাৰৰ তলত আছিল; পিছে ১৮২৪ চনত, মানহঁত, ইংৰাজৰ লগত যুদ্ধ কৰি হাৰিলত সিহঁতৰ ৰজাই ১৮২৬ চনত, ইয়াণ্ডাবুত সন্ধি কৰি, অসম

দেশ ইংৰাজক এৰি দিলে। তেতিয়াৰেপৰা ই ইংৰাজৰ অধীনলৈ আহিল। মানে ৭।৮ বছৰ লাগিকৈ জুলুম কৰি অসম দেশক এখন মৰিশালি কৰি পেলালে ; অসমীয়া মানুহে মোৰ বুলিবলৈ সেই মৰিশালিত হাড়, মূৰ, চাই, খোলাৰ বাহিৰে আৰু একো নেথাকিল। ইংৰাজে দেশ অধিকাৰ কৰি মানে এৰি থৈ যোৱা সেই হাড়-মূৰবোৰকে গোটাই, তাত জীৱন সঞ্চাৰি, আকৌ দেশ নকৈ পাতি লব লগা হ'ল। উদাৰ ইংৰাজৰ আশাশুধীয়া ৰাজনীতিৰ শীতল ছাঁত আকৌ অসমীয়া মানুহৰ মুখলৈ ৰস আহিল। সমাজে ঠন ধৰিলে ; চাৰিওপিনে দেশ কাল সুথিল হ'ল ; বহুত দিনীয়া মৰটোপনিত পৰি থকা অসমীয়া মানুহক, মহামতি ইংৰাজে জগাবলৈ কাৰবাৰ কৰিলে। দেশীয় দুই চাৰিজন মুখাল মানুহক ডাঙৰ ডাঙৰ হাকিমি কাম দি,—যদিও বিদেশী ৰজা তথাপি—প্ৰজাৰে সৈতে কেনে সমানভাৱে ব্যৱহাৰ কৰে তাক দেখুৱালে। আৰু তাত বাজেও অসমীয়া মানুহৰ মাতৃভাষাক, আদালতৰ ভাষা কৰি, তাৰ মান বঢ়ালে।

কিন্তু দুৰ্কপলীয়া মানুহৰ ভাষা সৰহদিন এই অৱস্থাত থাকিবলৈ নেপালে। অলপ দিনৰ ভিতৰতে তাৰ ভাগ্য লুটি খালে। ইংৰাজে যেতিয়া অসম দেশ লয়, তেতিয়া অসম আৰু বঙ্গদেশৰ ভিতৰত অহাযোৱাৰ ইমান সুচল নাছিল ; সেই কাৰণে, তেতিয়া কোনো ভাল বঙ্গালীয়ে তাত কাম কৰিবলৈ নগৈছিল, দেশত খাবলৈ নোপোৱা, আপোন-পেটীয়া, ঢাকা, ৰঙ্গপুৰ আদি অঞ্চলৰ, কুলাৰ আগত উৰি যোৱা পতানৰ নিচিনা খেৰেচ বঙ্গালীহে তাত কাম বিচাৰি গৈছিল। অসমীয়া ভাষা আদালতৰ ভাষা থাকিলে সিহঁতে কাম কৰিবলৈ টান পাব, সেই বাবেই সিহঁতে ইংৰাজ হাকিম বিলাকক বুজাবলৈ ধৰিলে যে অসমীয়া ভাষা এটা বেলেগ ভাষা নহয়, ই বঙ্গালী ভাষাৰে চহা অৱস্থা মাথোন ; আৰু অসমীয়া ভাষাৰে টান টান ভাবৰ একো কথাকে প্ৰকাশ কৰিব নোৱাৰি। ইংৰাজ বিদেশী,—কি জানে ; প্ৰথমতে গৈ অসমত সোমাইছে মাথোন ; তাৰ মানুহৰ ৰীতিনীতি, আচাৰ-ব্যৱহাৰ, মাত-কথাৰ বিষয়ে একো নেজানে, আৰু বঙ্গালীক অসমীয়াতকৈ বেছি শিক্ষিত বুলি জানে ; কাজে-কাজেই কেৰেণী কামৰ নিমিত্তে বনাই থুৱা, সেই বঙ্গালীবিলাকৰ কথাকে সাৰোগত কৰি, অসমীয়া ভাষাক ১৮৩৬ চনত আদালতৰপৰা বাজ কৰি, তাৰ ঠাইত বঙ্গালী ভাষাক বহুৱালে। ইংৰাজ ৰাজত্বৰ এটা মূল নীতি সাধাৰণ শিক্ষা বহলাই মানুহক জ্ঞান দি পোহৰলৈ

অনা ; সেই নীতি অনুসৰি অসমীয়া মানুহৰ মাজতো জ্ঞানৰ পোহৰ সুমাবলৈ কাৰবাৰ কৰিলে। এই উপলক্ষ্যে, অসমৰ ডাঙৰ ইংৰাজ বিষয়াসকলৰ মাজত আলচ হ'ল অসমীয়া মানুহক অসমীয়া ভাষাৰে শিকোৱা হবনে, বঙ্গালী ভাষাৰে শিকোৱা হব। যিসকলে বঙ্গালীক কটকী পাতি অসমীয়া ভাষাৰ ভু লৈছিল, সিবিলাকে বঙ্গালী ভাষা আৰু যিবিলাকে নিজে ভাবি চাই অসমীয়া ভাষাক বঙ্গালী ভাষাৰপৰা বেলেগ আৰু বহুত আঁতৰ দেখিছিল, সিবিলাকে অসমীয়া ভাষা বুলি কলে। কিন্তু দুৰ্ভাগ্য গতিকে সাধাৰণ শিক্ষাৰ ভাৰ আগৰ শ্ৰেণীৰ মানুহৰ ওপৰত থকাত, অসমীয়া মানুহৰ ল'ৰাই পঢ়া পঢ়াশালিত, অসমীয়া ভাষা নহৈ বঙ্গালী ভাষা সুমুৱা হ'ল। এইদৰে অসমীয়া ভাষাক আদালত আৰু পঢ়াশালি, দুই ঠাইৰপৰা খেদাই দিয়া হ'ল। অসমত বঙ্গ ভাষাৰ ৰাজত্ব আৰম্ভ হ'ল। জাকে জাকে, খাবলৈ নোপোৱা বঙ্গালী কেৰাণী আৰু বঙ্গালী ইস্কুল-মাষ্টৰ ল'ৰা-তিৰুতা বুকুত বান্ধি লৈ অসমত হাজিৰ হ'লগৈ। ইপিনে অসমীয়া মানুহে সাজ-সজুলি, ওহল-মাহললৈ, কানি পান কৰিবলৈ, কানি-খোলাৰ ওচৰত বহিল।

অসমীয়া ভাষাৰ সলনি, অসমীয়া পঢ়াশালিত বঙ্গালী ভাষা সুমুৱাত, অসম দেশৰ যে কিমান হানি হ'ল তাক কৈ কোনে ওৰ পেলাব? প্ৰথমতে, দেশী মানুহৰ মুখৰ ভাত কাঢ়ি নি বিদেশীক দিয়া হ'ল। অসমীয়া ভাষা পঢ়াশালি আৰু আদালতৰ ভাষা থকা হলে বহুত অসমীয়া মানুহে আদালতৰ কামত সোমাই, জীৱিকা আৰ্জিব পাৰিলেহেঁতেন, আমাৰ দুখীয়া দেশৰ ধন দুখীয়া দেশতে ৰ'লহেঁতেন। কিন্তু বঙ্গালী ভাষা হোৱাত, অসমীয়া মানুহে তেনে কাম পাব নোৱৰা হ'ল আৰু অসমৰ টকা বঙ্গালীৰ ভোজ হ'ল। তেতিয়াই অসমত বঙ্গালী যি সোমাল আজিলৈকে তাৰে সোঁত চলি আছে, আৰু সেই কাৰণেই আজি বঙ্গালীয়ে, এটাইবিলাক কামৰ মূৰত বহি, এনেকৈ টিঘিল-ঘিলাব পাৰিছে। আজি-কালি অনেক অসমীয়াই ইচ্ছা কৰে যে, দেশৰ ডাঙৰ ডাঙৰ কামবিলাক দেশীয় মানুহে পাওক, কিন্তু কি হব অসমীয়াৰ গুৰি ধৰোঁতা কোনো নাই। তেতিয়া অসমীয়া ভাষাৰ সলনি বঙ্গালী ভাষা নচলোৱা হলে, অসমীয়া মানুহৰ আজিকালি এনেকুৱা দশা হবলৈ কেতিয়াও নেপালেহেঁতেন। দ্বিতীয়তঃ, অসমীয়া মানুহৰ বিদ্যা-বুদ্ধি সকলো সীমাবদ্ধ হ'ল। গবৰ্ণমেণ্ট সাধাৰণ শিক্ষা বহলাবৰ নিমিত্তে যিমান চেষ্টা কৰিলে, সকলো বিফল হ'ল।

এটা আচহুৱা খেচৰ ভাষাত পৈণত হৈ জ্ঞান আৰ্জ্জিব লগা হোৱাত জ্ঞান নে কি অসমীয়া মানুহে তাৰ গোন্ধকো নেপালে। আৰু ৩।৪ বছৰ পঢ়ি যি ভাষা শিকিছিল তাকো শুনিলে হাঁহি উঠে। চিৰস্মৰণীয় স্বৰ্গীয় আনন্দৰাম ঢেকিয়াল ফুকনে, সেইকালৰ কোনো এখন পঢ়াশালিৰ ওপৰৰ শ্ৰেণীৰ ছাত্ৰ এজনক এই কথা কেই শাৰি বঙ্গালী ভাষালৈ নিবলৈ কলে—"ইয়াত বহুত ল'ৰা গোট খাইছে। আমি সম্ভৱতঃ এই দেশ এৰি আন দেশলৈ যাব লাগিব। দুখীয়া মানুহবোৰে ভাত মোকোলাবলৈ অপৰিমিত পৰিশ্ৰম কৰে।" পিছে বঙ্গলা ভাষাত শিক্ষিত ছাত্ৰজনে তাৰ এনে বঙ্গলা কৰিলে, "অহং স্থানতঃ অনেক বালক স্থিত হৈছে। অহং গ্ৰাম ছাড়ি ভঙ্গ হইয়া গমন কৰা হুইল। দীন হীন ব্যক্তিয়ে নিত্যে বৃহৎ কৰ্ম্ম কৰে আৰু অন্ন উলিয়াই।" এনেকুৱা ভাষা শিকোঁতেই ৩।৪ বছৰ গ'ল; তাৰ পিছত জ্ঞান অৰ্জ্জা। অসমীয়া মানুহৰ জ্ঞানৰ হেঁপাহ, আজি-কালিয়েই নো কিমান, তাৰপৰাই সেই কালৰ মানুহৰ মনৰ অৱস্থা বুজি লব পাৰি।" এইদৰে ৩।৪ বছৰ এনেকুৱা ভাষা শিকোঁতেই হাইৰাণ হৈ, ছাত্ৰে পঢ়াশালিক চিৰকালৰ নিমিত্তে নমস্কাৰ কৰে। ইপিনি আন আন দেশৰ ল'ৰাই নিজ মাতৃভাষাৰ ভিতৰেনো জ্ঞান আৰ্জ্জিব লগা হোৱাত দোপত দোপে উঠি গৈ ইংৰাজী সাহিত্য আৰু বিজ্ঞানৰ সোৱাদ ললেগৈ। অসমীয়া ল'ৰাৰ জ্ঞান অৰ্জ্জা সেই কুকুৰাঠেঙীয়া আখৰ লেখা, জোটাই জোটাই কিতাপ পঢ়া আৰ দুটা চাৰিটা বঙ্গালী শব্দৰ মানে শিকাতে লাগি ৰ'ল। তেতিয়াই যি অসমীয়া, ভাৰতবৰ্ষৰ আন জাতিবিলাকৰ পাছ পৰিল, আজিলৈকে আৰু তাক পূৰাব পৰা নাই। অসমীয়া ভাষাৰে, অসমীয়াক সাধাৰণ শিক্ষা দিবলৈ হোৱা হ'লে, কেতিয়াও এনে দুৰৱস্থা ন'হলহেঁতেন। আৰু এইবোৰ অপকাৰৰ বাহিৰেও বহুত তৰলমতীয়া অসমীয়া মানুহৰ মাতৃ-ভাষালৈ শ্ৰদ্ধা কমিল। তেওঁবিলাকৰ বিশ্বাস হ'ল, বঙ্গালী ভাষা সাধুভাষা, সেই গুণেহে, আমাক বঙ্গলা পঢ়িবলৈ দিছে। এই বিশ্বাসটো মনত ডাঠকৈ বহাত, মানুহে ঘৰুৱা কথাবাৰ্ত্তা কওঁতেও, তাৰ মাজত দুটা চাৰিটা অশুদ্ধকৈ উচ্চাৰণ কৰা বঙ্গালী শব্দ সুমাই কথা পতাটো বৰ গৌৰৱৰ কথা যেন ভাবিছিল। এনে আওকটীয়াৰ সঁচৰ আজিলৈকে তেনেই পিৰি উঠা নাই। অলপতে এজন অসমীয়া মানুহ আন এজন গণ্যমান্য অসমীয়া মানুহৰ সৈতে দেখা কৰিবলৈ আহিছিল। আমি যিমান দূৰ জানো মানুহজন নিখুঁত অসমীয়া; তেওঁৰ কোনো পুৰুষতে বঙ্গালীৰ সৈতে লেতপেত নাই।

পিছে মানুহজনে, আনজন অসমীয়া মানুহৰ লগত বঙ্গালী ভাষাত কথা পাতিবলৈ ধৰিলে ; আনজনেও ইচ্ছা নথকাতো, বঙ্গালী ভাষাৰে উত্তৰ দিবলৈ বাধ্য হ'ল। আমি শুনি অবাক! এই মানুহজনৰ মনত, বঙ্গালী সাধুভাষা বুলি বিশ্বাস নথকা হলে, অসমীয়া মানুহৰ লগত কথা কওঁতে কেতিয়াও তেওঁ বঙ্গালী ভাষা নবলকিলেহেঁতেন। আমি শুনি আচৰিত হৈছো, অলপতে আৰু এজন পপীয়াতৰাৰ নিচিনাকৈ মুখ পোহৰোৱা নিখুঁত অসমীয়া ডাঙৰীয়াই, কিবা এটা কথাত, অসমীয়া ভাষাক তেওঁৰ এলাগী-তিকতা পাতি, বঙ্গালী ভাষাকহে লাগী ঘৈণী বুলিবলৈ ভাল পাইছিল। অসমীয়া মানুহৰ মনত এনেবোৰ বিজাতায় ভাব ওপজাৰ ঘাই কাৰণ, সেই কালত অসম দেশত. বঙ্গালী ভাষা সুমুৱাই নহয় নে?

অসমীয়া ভাষাৰ বদলি আদালতত বঙ্গালী ভাষা সুমুৱাটো যে আমাৰ কম হানি হ'ল এনে নহয়। প্ৰথমতে, দেশৰ ডাঙৰ ডাঙৰ কামবিলাক বিদেশীৰ হাতলৈ গ'ল। দ্বিতীয়তে, আদালতৰ ভাষা সৰ্ব্বসাধাৰণৰ প্ৰতি এটা দোৱানৰ নিচিনা হৈ পৰিল। সেই কালত সৰহ ভাগ আমোলা ৰংপুৰ, ঢাকা আদি পূৰ্ব্ববঙ্গৰ মানুহ আছিল, স্বভাৱতেই তেওঁবিলাকৰ ভাষাৰ লগত অসমীয়া ভাষা মিহলি হৈ আদালতত এটা অপূৰ্ব্ব ভাষাৰ সৃষ্টি হ'ল। শুদা অসমীয়া জনা বা শুদা বঙ্গালী জনা মানুহৰ পক্ষে এই আদালতৰ ভাষা এটা অবোধ্য ভাষা হৈ পৰিল। তেতিয়াৰেপৰা, আদালতৰ ভাষা আজিলৈকে, এটা বঙ্গালী-ফাৰ্চী-অসমীয়া-হিন্দিৰ খিচিৰি হৈ চলি আহিছে। সেই বাবেই পুৰণি শ্ৰেণীৰ মানুহে, আজিকালিও অসমীয়া লেখিবলৈ হলে, আদালতৰ ভাষাৰে খিচিৰি পগায়। তৃতীয়তে, অসমীয়া সৰ্ব্বসাধাৰণ ৰায়তৰ কষ্টৰ সীমা নাইকিয়া হ'ল। ৰজাৰ আগত প্ৰজাই য'ত দুখৰ কথা গোচৰ কৰে তাকে আদালত বোলে ; এই আদালতত বিদেশী ভাষা হোৱাত, দুখীয়া ৰায়তে য'ত উকিল নধৰাকৈয়ে, অনেক সময়ত হাকিমৰ আগত দুখৰ কথা জনাব পাৰিলে-হেঁতেন, তেনে সামান্য কথা এটা জনাবলৈকো, পইচা দি, উকিলৰ সহায় লব লগা হৈছিল আৰু অনেক সময়ত উকিল ধৰিবলৈ পইচা নথকাত দুখৰ কথা হয়তো ৰজাক জনাবও নোৱাৰিছিল। বঙ্গালী ভাষা, ৰজাৰো ভাষা নহয়, প্ৰজাৰো ভাষা নহয় ; এনেস্থলত, এটা দুই পক্ষে নজনা ভাষাৰে দুয়ো দুইকো বুজিব লগা হোৱাত কিমান অসুবিধা হৈছিল, তাক বুজিবলৈ বহুত গমি নেচালেও হয়।

যদিও অসমৰ পঢ়াশালি আৰু আদালতত, অসমীয়া ভাষাৰ সলনি বঙ্গালী ভাষা সুমুৱাত আমাৰ ইমানবোৰ হানি হৈছিল, হক কথা কবলৈ গ'লে আমি সেইবাবে ইংৰাজ শাসন-প্ৰণালীক দোষ দিব নোৱাৰোঁ; কিয়নো ইংৰাজ গৱৰ্ণমেণ্টে, ১৮৩৭ চনত পাচ হোৱা ২৯ আইন অনুসৰি, সকলো স্থানীয় গৱৰ্ণমেণ্টকে, আন ভাষাৰ সলনি দেশীয় ভাষা চলাবলৈ পূৰা অধিকাৰ দিছিল আৰু সেই নিয়ম মতে বঙ্গদেশ আৰু হিন্দুস্থানৰ স্থানীয় গৱৰ্ণমেণ্টে, সেই সেই দেশত নিজ মাতৃ-ভাষাৰে সাধাৰণক শিক্ষা দিয়াৰ উপায়ো কৰিছিল। আমাৰ দেশৰ স্থানীয় গৱৰ্ণমেণ্টে ইচ্ছা কৰা হলে অসমীয়া ভাষাও চলাব পাৰিলেহেঁতেন। অসম গৱৰ্ণমেণ্টৰ অজ্ঞতাৰ দোষতহে অসমীয়া ভাষাৰ এনে লৈলৈ-থৈথৈ অৱস্থা হৈছিল। অসমৰ ইংৰাজ হাকিমসকলে স্বাৰ্থপৰ বঙ্গালী বিষয়াবিলাকৰ টুটকীয়া কথা নুশুনি নিজে বিচাৰ কৰি চোৱা হলে, তেওঁবিলাকে কেতিয়াও অসমৰ আদালত আৰু পঢ়াশালিত অসমীয়া ভাষাৰ সলনি বঙ্গালী নুসুমালেহেঁতেন। সকলো আমাৰ মানুহৰে দুৰ্দ্দশা বুলিব লাগিব।

এইদৰে বঙ্গালী ভাষাই অসমৰ পঢ়াশালি আৰু আদালতত, ১৮৭১ চনলৈকে একছত্ৰ ৰাজত্ব ভোগ কৰিছিল। কোনো অসমীয়া মানুহে, তেওঁ-বিলাকৰ মাতৃভাষাৰ হকে ওঁঠ লৰোৱাও নাছিল। যি হক, এনেতে বোধকৰোঁ অসমীয়া ভাষাৰ প্ৰতি বিধি প্ৰসন্ন হ'ল; বহুতদিনীয়া নিকাৰ ভুঞ্জাৰ পাছত তাৰ পৰিত্ৰাণৰ দিনে আকৌ ভুমুকি মাৰিলেহি। ১৮৩৬ চনত আমেৰিকাৰ জগত-বিখ্যাত ব্যাপ্টিষ্ট মিছন ছোচাইটিৰ সভ্যসকলে শুভ লগ্নত আহি অসমত ভৰি দিলেহি; আকৌ অসমীয়া ভাষাৰ কপাল ফুলিবৰ আগন্তুক হ'ল। এই পাদ্ৰি চাহাবসকল এন্ধাৰ অসমত খৃষ্টধৰ্ম্মৰ পোহৰ সুমুৱাবলৈ আহিছিল। তেওঁবিলাকে ভাবি চিন্তি দেখিলে, অসমীয়া ভাষাৰ নুমাওঁ নুমাওঁ হোৱা চাকিটিত তেল নিদিলে খৃষ্টধৰ্ম্মৰ আলোকেৰে মানুহৰ মন পোহৰ কৰা টান হব। কাজেই অসমীয়া ভাষাৰ শলিতা গছিৰ গুৰিত তেল ঢালিবলৈ, তেওঁ-বিলাক সাজু হ'ল। উজনিৰ শিৱসাগৰত দুখন ছপাখানা পাতি, দুখন এখনকৈ অসমীয়া ভাষাত খৃষ্টধৰ্ম্মৰ বিষয়ে সৰু সৰু পুথি ছপাই, তেওঁবিলাকে মানুহৰ মাজত বিলাবলৈ ধৰিলে আৰু তাৰ লগে লগে দুখন চাৰিখন অসমীয়া সাহিত্যৰ বিষয়ে পুথি লেখিও অসমীয়া সাহিত্য-ভড়ালত জাপিবলৈ আৰম্ভ কৰিলে। ইহাতে শ্ৰীৰামপুৰৰ পাদ্ৰি চাহাবসকলেও, সেই উদ্দেশ্যেৰেই,

অসমীয়া ভাষাৰ ফাললৈ চকু দিলে; তেওঁবিলাকে কলিয়াবৰৰ পৰা আত্মাৰাম শৰ্ম্মা নামেৰে এজন অসমীয়া পণ্ডিতক শ্ৰীৰামপুৰলৈ নিয়াই, তেওঁৰ হতুৱাই গোটেইখন বাইবেল পুথি অসমীয়া ভাষালৈ ভঙ্গাই ১৮১৩ চনত ছপা কৰি উলিয়ালে। ১৮৪০ চনত মাননীয় ৰবিঞ্চন চাহাবে এখনি অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰকাশ কৰিলে। এইখনিয়েই অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণ। ১৮৪৬ চনত শিৱসাগৰৰ পাদুৰি চাহাবসকলে গোট খাই 'অৰুনোদই' নামেৰে এখনি বহুমূলীয়া মাহেকীয়া কাকত প্ৰকাশ কৰিলে; এইখনি অসমীয়া ভাষাত প্ৰথম বাতৰি কাকত আৰু সমালোচনী; এই কাকতখনিত সাহিত্য, বুৰঞ্জী, বিজ্ঞান, ধেমেলীয়া কথা আদি সকলোবিধ প্ৰস্তাৱৰ আলচ কৰি আৰু তাত নানা তৰহৰ বাতৰি প্ৰকাশ কৰি, চুকৰ ভেকুলীৰ নিচিনা অসমীয়া মানুহক পাশ্চাত্য সভ্যতাৰ পোহৰলৈ আনিবলৈ, পাদুৰি চাহাবসকলে নথৈ চেষ্টা কৰিছিল। 'অৰুনোদই' অসমৰ ডাঙৰ সৰু সকলো শ্ৰেণীৰ মানুহৰ মানতে আতোলতোলৰ বস্তু হৈ উঠিছিল; কোনো পুৰুষত বাতৰি কাকতৰ সোৱাদ নোপোৱা অসমীয়া মানুহেও বৰ হেঁপাহেৰে 'অৰুনোদই' পঢ়িছিল আৰু মানুহৰ মনত ই ইমান দকৈ শিপাইছিল যে আজিকালিও লেখাপঢ়া নজনা মানুহে যেই সেই বাতৰি কাকত দেখিলেই 'অৰুনোদই' বুলিহে কয়। ১৮৪৮ চনত মাননীয় ব্ৰাউন চাহাবে "Grammatical Notices of the Assamese Language" বুলি ইংৰাজী ভাষাত এখনি অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰকাশ কৰিছিল; এইখনি অসমীয়া ভাষাৰ দ্বিতীয় ব্যাকৰণ। ১৮৬৮ চনত মাননীয় ব্ৰন্সন চাহাবে এখন অসমীয়াৰপৰা অসমীয়া আৰু ইংৰাজী অভিধান গোটাই প্ৰকাশ কৰে। এইখনেই অসমীয়া ভাষাৰ প্ৰথম অভিধান; দুখৰ বিষয় এইখনেই আমাৰ ভাষাত শেহ অভিধান হবলগীয়া হৈছে।[১] মিঃ ব্ৰন্সনৰ অভিধানখন অসমীয়া ভাষাৰ আজিকালিৰ এটাইবোৰ অভাব গুচাব পৰা নহয়। তেতিয়াৰ পাদুৰি চাহাবসকলে অসমীয়া ভাষাৰ আখৰ-জেঁাটনি বিষয়ে কিছুমান ভুল কৰিছিল; সেই ভুল বিশ্বাস অনুসৰিয়েই এই অভিধানখনিতো আখৰ জেঁাটোৱা হৈছে।

আশাশুধীয়া আৰু পৰোপকাৰী পাদুৰিসকলে এইদৰে অকল অসমীয়া ভাষাত ব্যাকৰণ, অভিধান, মাহেকীয়া কাকত উলিয়ায়ে যে ক্ষান্ত আছিল এনে নহয়; যি যি বিষয়তে সাহিত্য অলপ নিচলা আছিল তাক পূৰঠ

[১] তেতিয়া হেমকোষ ওলোৱা নাছিল।—সম্পাদক

কৰিবলৈ প্ৰাণটাকি চেষ্টা কৰিছিল; আৰু তাৰ বাহিৰেও গৱৰ্ণমেণ্টৰ মনৰপৰা অসমীয়া ভাষা বঙ্গালী ভাষাৰ চহা অৱস্থা, এই ভুল বিশ্বাসটো দূৰ কৰিবলৈ, বঙ্গালী আৰু অসমীয়া ভাষাৰ মাজত থকা মনিব নোৱাৰা প্ৰভেদবিলাকো গৱৰ্ণমেণ্টৰ আগত ফটফটীয়াকৈ দেখুৱাইছিল। তেওঁবিলাকে, অসমীয়া ভাষা এটা যে স্বতন্ত্ৰীয়া ভাষা, এইটো প্ৰমাণ কৰিবলৈ, বঙ্গালী বিষয়াসকলৰ কথাকে নকওঁ, খোদ গৱৰ্ণমেণ্টৰ সৈতেও যুঁজ কৰিব লগা হৈছিল। তেওঁবিলাকে শিক্ষা বিভাগৰ ডাঙৰ বিষয়াসকলৰ চকুত আঙ্গুলি দি, অসমীয়া ভাষা অসমৰ মানুহৰ মাতৃভাষা, এতেকে সিহঁতক অসমীয়া ভাষাৰে শিক্ষা দিয়াহে যুগুত আৰু সম্ভৱ, এই কথাটো বুজাই দিবলৈকো অসীম পৰিশ্ৰম কৰিবলগীয়া হৈছিল। দুখৰ বিষয়, তেওঁবিলাকে পাদুৰিসকলৰ কথালৈ অলপো কাণ দিয়া নাছিল। অনেক মানুহ আছে সিহঁতে কাৰণ নুবুজাকৈয়ে অনেক কাম কৰে আৰু আনে উপযাচি তাৰ কাৰণ বুজাই দিলেও বুজনি লবলৈ লাজ পায়। এনেবিধ মানুহ যদি কেনেবাকৈ ক্ষমতাশীল মানুহ হবলৈ পায়, তেনেহলে সিহঁতৰ উদ্ভণ্ডালিত পৃথিবীয়ে হোন্দোলদোপ কৰিবলৈ ধৰে; সিহঁতে নিজৰ স্বাৰ্থ নেথাকিলেও আনৰ অপকাৰ কৰি ক্ষমতাৰ আপচু ব্যৱহাৰ কৰাটোকে জীৱনৰ সকাম বুলি ভাবে। অসমৰ সেই কালৰ শিক্ষা-বিভাগৰ গৰাকীবিলাকো অনেকেই এই শ্ৰেণীৰ মানুহ আছিল; তেওঁবিলাকে অসমীয়া ভাষা, অসমীয়া মানুহৰ প্ৰতি নো কিমান লাগতিয়াল তাক বুজিও নুবুজাৰ ভাও ধৰিছিল। পিছে পাদুৰি চাহাবসকলে যেতিয়ালৈকে অসমৰ আদালত আৰু পঢ়াশালিৰপৰা বঙ্গালী ভাষাক খেদাই তাৰ ঠাইত অসমীয়া ভাষাক বহুৱাব নোৱাৰিলে তেতিয়ালৈকে গৱৰ্ণমেণ্টৰ সৈতে ঘোৰ বাক-বিতণ্ডা কৰিলে, আৰু ১৮৭১ চনত অসমীয়া ভাষাক আকৌ আগৰ ঠাইত যেতিয়া বহুৱালে, তেতিয়াহে তেওঁবিলাক শান্ত হ'ল।

শিৱসাগৰৰ পাদুৰি চাহাবসকলে অসমীয়া ভাষাৰ শব্দাৱলীতো বহুত পোহ দিলে। তেওঁবিলাক ইংৰাজী শব্দৰ ভাব লৈ বহুত অসমীয়া শব্দ গঢ়িলে। আৰু তাতকৈও, অসমীয়া ভাষাৰ যিবোৰ মিঠা মিঠা সুৱলা শব্দও ব্যৱহাৰ নকৰাত মামৰ বন্ধ গৈছিল, সেই শব্দবোৰ ঘঁহি মাজি, পাদুৰি চাহাবসকলে আকৌ ব্যৱহাৰৰ উপযুক্ত কৰিলে। এইকাৰণে অসমীয়া ভাষাই কেতিয়াও পাদুৰি চাহাবসকলৰ গুণ নোলোৱাকৈ থাকিব নোৱাৰে। কিন্তু তেওঁবিলাক বেলেগ ধৰ্ম্মী, বেলেগ আচাৰী, বিদেশী মানুহ বাবে,

যিমানকৈয়ে, অসমীয়া ভাষা শিকক নিশিকক—ভাষাৰ স্বাভাৱিক গুণবিলাক (Idiom) অলপহে অধিকাৰ কৰিব পাৰিছিল। তেওঁবিলাকে কিতাপত আৰু বাতৰি-কাকতত যি ভাষা লেখিছিল, সেইটো অসমীয়া ভাষাৰ সহজ অৱস্থা নহয়। তেওঁবিলাকৰ ভাষাটো আমি "খৃষ্টিয়ানী-অসমীয়া" বুলিব পাৰোঁ; কোনো অসমীয়া মানুহে তেনে ভাষা নকয় বা নেলেখে। আপোনাসকলে মোৰ কথাটো ভালকৈ বুজিবৰ নিমিত্তে মই এইখিনিতে তেওঁবিলাকৰ ভাষাৰ চানেকী টোকা তুলি শুনাওঁ:—"মৰণৰ ভই হেলা কৰা এজনৰ কথা।—হুঙ্গাৰি দেশৰ এজন খ্রীষ্টিয়ান ৰজাই এদিন আপোনাৰ মনৰ বৰ বিয়াকুল পাইছিল, তেনেতে ৰজাৰ ভায়েকে তেওঁত সুধিলে তোমাৰ মনত কিয় এনে চিন্তাৰে বিয়াকুল হৈছে? তাতে ৰজাই মাত লগাই কলে, হে ভাই, পৰম ঈশ্বৰৰ আগত মই মহা অপৰাধি হৈচোঁ; সেই নিমিত্তে মৰণ আৰু বিচাৰৰ সময়ত ঈশ্বৰৰ সাখ্যাতে থিয় হব লাগিব, এই দুই কথাতে মোৰ মনত অতি ভই জনমিছে। তাতে ৰজাৰ ভায়েকে হাঁহি কলে এনে বিষয়ত চিন্তা কৰা আপোনাৰ উচিত নহই, ইয়াতে কেৱল মনৰ সুখহে গুচে। তাতে ৰজাই একো উত্তৰ নকৰি ভায়েকক কুসলে বিদায় দিলে।" আৰু এডোখৰ পদ্য শুনক:—"গিত।—মই কত জিৰণি পাওঁ, ক্লান্ত হৈ মনৰ বিশ্রাম, সাগৰ বা দিপৰ সিমা লৈ বিচাৰিলে নেপাম। জি সুখ বিচাৰোঁ মই, সংসাৰত নাই উতপন; আয়ুসৰ পাচত আয়ুস ৰই, মৰণৰ পাচ মৰণ।" তেওঁবিলাকৰ লেখাত কেনে এটা কোমল ভাব আছে দেখিছে নে? ভালকৈ মাত নুফুটা কেঁচুৱা ল'ৰাৰ মাতত যেনে এটা মনমোহা সুৱলা ভাব আছে, এই পাদুৰি চাহাবসকলৰ ভাষাতো তেনেকুৱা এটা ভাব নাইনে বাৰু? আমাৰ ভাষাৰে শব্দাৱলীৰ সংযুক্ত আখৰৰ শব্দ সৰহ নথকাত, সি স্বভাৱতেই কোমল আৰু মিঠা; তাতে আকৌ পাদুৰি চাহাবসকলৰ মুখৰপৰা এধা ফুটা এধা নুফুটা হৈ ওলোৱাত সি আৰু কেনে সোৱাদ হৈছে!

তেওঁবিলাকৰ এই ভাষাই কিন্তু অসমীয়া সাহিত্যক অলপো ভঁজুৱা কৰিব নোৱাৰিলে। তেওঁবিলাকৰ ভাষা তেওঁবিলাকতে লাগি ৰ'ল; তেওঁবিলাকৰ ভাষাৰ যিটো spirit সিহে অসমীয়া সাহিত্য গোটইটোত বিয়পাইছে।

পাদুৰি চাহাবসকলে অসমীয়া সাহিত্যৰ আৰু এটা উপকাৰ কৰি গ'ল; সি তেওঁবিলাকে কৰা সকলোবোৰ কামতকৈ ডাঙৰ। অভিধান ছপোৱা, ব্যাকৰণ উলিওৱা, বাতৰি কাকত প্রকাশ কৰা আদি সকলোবোৰতকৈ সি

প্ৰধান ; আন কাৰণে নহলেও অসমীয়াই অসমীয়া ভাষা জগতত থাকে মানে সেই এটা কামৰপৰাই পাদুৰি চাহাবসকলৰ গুণ নকৈ থাকিব নোৱাৰে। সেইটি আৰু আন একো নহয়। তেওঁবিলাকে আমাৰ ভাষাক এটা সুৰ শিকাই গ'ল। এই সুৰটি আগেয়ে অসমীয়া ভাষাই নেজানিছিল ; ভাৰতবৰ্ষৰ কোনো ভাষাই নেজানিছিল—সি ইংৰাজী সাহিত্যৰ নিজা সম্পত্তি ; তাক পাদুৰি চাহাবসকলে সাত সাগৰ তেৰ নৈ পাৰকৈ আনি ভাৰতবৰ্ষৰ ভাষাবিলাকক শিকাই দিলেহি। এই সুৰৰ তাঁৰডালিয়ে ভাৰতবৰ্ষীয় সভ্যতা ( আৰ্য্যামি ) আৰু পাশ্চাত্য সভ্যতা ( চাহাবানি ) দুইৰো মাজত লগুণ-গাঁঠিৰ নিচিনা হৈছে। বৰ্ত্তমান যুগৰ ভাৰতবৰ্ষীয় আন আন সাহিত্যৰ দৰে, অসমীয়া সাহিত্যৰো যতে টোকৰ মাৰা, এই বিলাতী সুৰটিৰ গুণগুণনি শুনিবলৈ পাবা ; তুমি সেই সুৰটিৰ স্বভাৱ নুবুজিব পাৰা, কিয়নো, তুমি এই সুৰটি উপজিবৰেপৰা শুনি ডাঙৰ হৈছা। কিন্তু শঙ্কৰদেৱক মাতি আনা, মাধৱদেৱক মাতি আনা, তেওঁবিলাকে ততালিকে তোমাক বুজাই দিব, আঙ্গুলিৰে ধৰি দেখুৱাই দিব, সে এইটো ভাৰতবৰ্ষীয় সুৰ নহয়, বিলাতী সুৰ। আজিকালি আমি সমাজৰ যেই ফাললৈকে চকু দিওঁ, সেই ফালেই এই আৰ্য্যামি আৰু চাহাবানিৰ মধুৰ সংযোগ দেখিবলৈ পাওঁ ; অনেকে এই বনকুঁৱৰী ঋষিকুমাৰীৰ ওচৰত ঢালে তৰোৱালে বীৰ পুৰুষজনক দেখি ভয়ত অজ্ঞান হয় ; আমি তেওঁবিলাকক কওঁ, ভাৰতবৰ্ষীয় সভ্যতা আৰু পাশ্চাত্য সভ্যতা দুইটা মিহলি হৈ যি সভ্যতা জন্মিব সেই সভ্যতাই যুগমীয়া সভ্যতা। এই বনকুঁৱৰী ঋষিকুমাৰীৰ ওচৰলৈ ঢালে-তৰোৱালে এই বীৰপুৰুষজনক অনা বাবে পাদুৰি চাহাবসকল অমৰ হব। আৰু তেওঁবিলাকে[১] যে অসমীয়া ভাষাক ইংৰাজী সাঁচত ঢালি এই সম্বন্ধটি ঘনিষ্ঠ কৰিলে, তাৰ বাবে তেওঁবিলাক অসমীয়া মানুহৰ চিৰস্মৰণীয় হৈ থাকিব।

শিৱসাগৰৰ পাদুৰি চাহাবসকলৰ ওচৰত যে অসমীয়া ভাষা কিমান ধৰুৱা তাক কৈ অন্ত কৰিব নোৱাৰি। তেওঁবিলাকে অসমীয়া ভাষাক বৰ অসময়ত সহায় কৰিলে। উচুটিয়া নেমাতি হক কথা কবলৈ হলে, ব্যেপ্টিষ্ট মিচনৰ এই সমজুৱাসকলে আমাৰ ভাষাক আৰু সাহিত্যক মৰণৰ হাতৰপৰা ৰক্ষা কৰিলে, এই যে নুমাব খোজা অসমীয়া সাহিত্যৰ শলিতা গছি আকৌ টিমিকি টিমিকিঁ জ্বলিছে, সি কেৱল পাদুৰি চাহাবসকলে উচিত সময়ত গুৰিত তেল ঢালিলে তাৰ বলতে হে, নতুবা অসমীয়া ভাষা, অসমীয়া সাহিত্য কি

[১] অৰুনোদই ; আগষ্ট, ১৮৫২

জানি একেবাৰেই লোপ পালেহেঁতেন, একেবাৰেই লোপ নেপালেও নগা মিকিৰৰ দোৱানৰ নিচিনাই এটা দোৱান হ'লহেঁতেন, এনে দুৰ্ভাৱনা ভাবিব পাৰি।

( ৮ )

শিৱসাগৰৰ মিচনেৰিসকলে এইদৰে অসমীয়া ভাষাৰ নিমিত্তে যুঁজ কৰোঁতে দুজন এজন দেশীয় ডেকায়ো তেওঁবিলাকক বৰ সহায় কৰিছিল। সেইসকলৰ ভিতৰত সকলোতকৈ প্ৰধান স্বৰ্গীয় মহাত্মা আনন্দৰাম ঢেকিয়াল ফুকন। ১৭৫১ শকৰ আহিন মাহত ফুকনৰ জন্ম হয়। তেওঁ ১৮৪১ চনলৈকে গুৱাহাটীৰ ইংৰাজী ইস্কুলত পঢ়ি তাৰ পিছত কলিকতালৈ গৈ তাৰ হিন্দু কলেজত নাম লগাই তিনি বছৰ মাথোন পঢ়িবলৈ পালে; অনেক কাৰণত সোনকালে অসমলৈ উভতি আহিব লগাত পৰিল। ফুকনৰ জ্ঞান আৰ্জ্জিবলৈ বৰ হেঁপাহ আছিল; তেওঁ কলেজ এৰি কলিকতাৰপৰা গুচি আহিলেও ঘৰত আহি পঢ়া-শুনা এৰি দিয়া নাছিল। তেওঁ গুৱাহাটীৰ সুনিপুণ পাদুৰি ব্ৰেণ্ড চাহাবৰ ওচৰত আকৌ ইংৰাজী পঢ়িবলৈ ধৰিলে, আৰু অতি অলপ দিনৰ ভিতৰতে সকলোৰে জনা-শুনা এজন বিখ্যাত লোক হৈ উঠিল। তাৰ পিছত ফুকনে আইন পঢ়িবলৈ ধৰে। অলপ দিনৰ ভিতৰতে আইন-কানুনতো পকা হৈ উঠে। অত দিনে কিন্তু ফুকনে অসমীয়া ভাষাৰ বিষয়ে একো ভবা নাছিল। পাদুৰি চাহাবসকলে অসমীয়া ভাষাৰ নিমিত্তে ইমানকৈ যতন কৰা দেখি ফুকনেও ভাবি চাই জানিলে, অসমীয়া ভাষাৰ উন্নতিৰ বাহিৰে অসমীয়া মানুহৰ উন্নতিৰ বাট নাই। সেই দিনাৰপৰা ফুকন পেটে সৈতে অসমীয়া ভাষাৰ ভকত হ'ল। শিৱসাগৰৰ পাদুৰীসকলৰে সৈতে একে গোট হৈ 'অৰুনোদই'ত অসমীয়া ভাষাৰে উপদেশপূৰ্ণ ৰচনা লেখিবলৈ ধৰিলে। অসমীয়া মানুহক ইংৰাজী সাহিত্য আৰু বিজ্ঞানৰ শিক্ষাৰে চিনাকি কৰিবৰ মনেৰে ফুকন ডাঙৰীয়াই ১৮৪৯ চনত, "অসমীয়া লৰাৰ মিত্ৰ" নাম দি কেবাখনিও সাৰগৰ্ভ পুথি লেখিবলৈ ধৰে আৰু অসমত থকা ডাঙৰ ইংৰাজ হাকিমসকলৰ আৰু দেশীয় ভাল মানুহসকলৰপৰা পঁচা তুলি তাৰে সেই দুখন পুথি প্ৰকাশো কৰিছিল; অসমীয়া মানুহৰ আগ্ৰহ নেদেখি আৰু গৱৰ্ণমেণ্টেও

সহায় নকৰাত তেওঁ আৰু তাৰ তৃতীয় ভাগ প্ৰকাশ নকৰিলে। ফুকনৰ "অসমীয়া লৰাৰ মিত্ৰ"ৰ নিচিনা কিতাপ অসমীয়া ভাষাত আজিলৈকে ওলোৱা নাই বুলিলেই হয়। বঙ্গদেশত পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ "বোধোদয়" যেনে, অসমত এসময়ত ফুকনৰ "লৰাৰ মিত্ৰ"ও তেনেকুৱা হৈছিল। এইবোৰৰ বাহিৰেও তেওঁ ১৮৫৫ চনত "A Few Remarks on the Assamese Language and on Vernacular Education" নামে এখনি ইংৰাজী পুথি লেখি প্ৰচাৰ কৰে। তেওঁ এই পুথিখনত দেখুৱাবলৈ চেষ্টা কৰিছে যে অসমীয়া ভাষা এটা স্বতন্ত্ৰ সাহিত্য থকা বেলেগ ভাষা আৰু অসমীয়া মানুহক অসমীয়া ভাষাৰে শিক্ষা দিয়াহে যুগুত। অসমীয়া ভাষাত, ডাঙৰ ডাঙৰ বৈজ্ঞানিক আৰু দাৰ্শনিক ভাববিলাক প্ৰকাশ কৰিব নোৱাৰি বুলি যে অপবাদ দিয়া হৈছিল ফুকনে এই পুথিখনত তাক সুন্দৰকৈ খণ্ডাইছে। তেওঁ বিপক্ষ সপক্ষ নানাবিধৰ যুক্তিৰে সৈতে এই কথাকেইটা প্ৰমাণ কৰি তাৰৈ ইংৰাজ বিষয়াসকলৰ মন আকৰ্ষিবলৈ প্ৰাণ টাকি চেষ্টা কৰিছিল; আৰু তেওঁৰ এই চেষ্টাৰ বহুত ভাল ফলো ধৰিছিল। অসমীয়া ভাষা যে ভাৰতবৰ্ষৰ আন কোনো ভাষাতকৈ কোনোমতে হীন নহয়, ফুকন ডাঙৰীয়ায়ে এইটো কথা প্ৰথমতে সৰ্ব্বসাধাৰণক প্ৰমাণ কৰি দেখুৱায়। সঁচা কথা কবলৈ গ'লে আনন্দৰাম ঢেকিয়াল ফুকনে অসমীয়া ভাষাৰ উন্নতিৰ নিমিত্তে যিমান যতন কৰিছিল, আজিলৈকে কোনেও সিমান কৰা নাই। অসমীয়া মানুহৰ দুৰ্ভাগ্য-বশতঃ নীচেই ডেকা বয়সতে (৩০ বছৰ নৌ হওঁতেই) ইহলোক পৰিত্যাগ কৰিলে; নহলে, তেওঁ অসমীয়া ভাষাৰ কত যে উন্নতি সাধিলেহেঁতেন কোনে কব? গৱৰ্ণমেণ্টৰ চাকৰী কৰি তেওঁ যি এফেৰি আহৰি পাইছিল, তাক তেওঁ দেশীয় মানুহ আৰু ভাষাৰ উন্নতিৰ অৰ্থে খৰচ কৰিছিল। তেওঁৰ জীৱনত আহিঁ লবলগীয়া বহুত ডাঙৰ ডাঙৰ গুণ আছে; সেইবোৰ গুণ বিবৰি কোৱা এনে এটা ক্ষুদ্ৰ প্ৰস্তাৱৰ কাম নহয়, এখন ডাঙৰ কিতাপৰ কাম। ফুকনৰ যুক্তি, সঙ্গত বিচাৰ, গভীৰ জ্ঞান, চোকা বুদ্ধি আৰু উদ্ভাবিকা শক্তি, কাৰ্য্যকৰী বহুদৰ্শিতা আৰু উদাৰ দেশহিতৈষিতাৰ কথা শুনিলে আপোনালোকে আচৰিত নোহোৱাকৈ থাকিব নোৱাৰে। কৰ্ণেল হপ্‌কিন্‌ন্‌ চাহাবে যে ফুকনৰ বিষয়ে কৈ গৈছে, "বঙ্গদেশত ৰামমোহন ৰায় যেনে, অসমত আনন্দৰাম ফুকনো তেনে আছিল; কিন্তু সেই দুই দেশৰ অৱস্থাৰ প্ৰভেদলৈ আৰু আনন্দৰাম ফুকনৰ নিজৰ উন্নতিৰ নিমিত্তে যিমান সুচল আছিল, তাৰৈ চাই তেওঁক

ৰামমোহন ৰায়তকৈও অসাধাৰণ লোক বোলা উচিত।” ইয়াৰ এটা আখৰো মিছা নহয়। বঙ্গালী ভাষা ৰাজা ৰামমোহনৰ ওচৰত যিমান ধৰুৱা, অসমীয়া ভাষাও আনন্দৰাম ঢেকিয়াল ফুকনৰ ওচৰত সিমান ধৰুৱা। যেতিয়ালৈকে জগতত অসমীয়া ভাষাৰ শেষ শব্দ থাকিব তেতিয়ালৈকে, আনন্দৰাম ফুকনৰ নাম অসম আকাশত ভোটা তৰাৰ নিচিনাকৈ জিলিকি থাকিব।

অসমীয়াৰ উন্নতিৰ অৰ্থে, খৃষ্টান মিচনেৰিসকলৰ লগত যোগ দিয়া দেশীয় ভদ্ৰলোকৰ ভিতৰত আনন্দৰাম ঢেকিয়াল ফুকনৰ পিছতে নাম কৰিব লগীয়া, যাদুৰাম ডেকাবৰুৱা। এৱেঁই প্ৰথমতে ১৮৩৯ চনত অসমীয়া আৰু বঙ্গলী ভাষাত এখনি বৰ ডাঙৰ অভিধান লেখে। অভিধানখনি সংগ্ৰহ কৰি তেওঁ কৰ্ণেল জেন্‌কিন্সক ভেটি দিয়ে; জেন্‌কিন্সে আকৌ তাকে শিৱসাগৰৰ মিচন চচাইটিক দান কৰে। যাদুৰাম বৰুৱাৰ এই অভিধানখনিকে গড়িলা লৈহে পিছত ব্ৰন্সন্ চাহাবে অসমীয়া ভাষাৰ অভিধানখনি লেখে। যাদুৰাম বৰুৱাই লেখা পূৰা অভিধানখনি, কৰবাত পোৱা যায়নে নেযায় আমি এতিয়াও জানিব পৰা নাই; তথাপি সি যেতিয়া ছপা হৈ ওলোৱা নাছিল ইমানদিনৰ অপ্ৰতিপালত নষ্ট হোৱাই সম্ভৱ। এই অভিধানখনি আনন্দৰাম ঢেকিয়াল ফুকনে দেখি কৈ গৈছে বোলে “যাদুৰাম ডেকাবৰুৱাৰ অভিধান-খনি এখনি বৰ ডাঙৰ অভিধান আৰু ইয়াত প্ৰায় এটাইবোৰ অসমীয়া শব্দই আছে।” আখৰ-জোঁটনি সম্বন্ধে সেইকালৰ অসমীয়া ভাষাৰ লেখক-সকলে, কি চাহাব কি দেশীয় সকলোৱে, যাদুৰামকে আৰ্হি লৈছিল। যাদুৰাম বৰুৱাৰ মতে, আমি যিটো কথা যেনেকৈ উচ্চাৰণ কৰোঁ, তাক লেখোঁতেও তেনেকৈ লেখিব লাগে; সেইবাবে তেওঁ একে উচ্চাৰণৰ আখৰ-বিলাকৰ (যেনে, শ, ষ, স, চ, ছ, জ, ঝ) ভিতৰত এটা আখৰ মাথোন ব্যৱহাৰ কৰি ইবোৰ এৰি দিছিল। যথাৰ্থ কথা কবলৈ গলে, তেনে মতৰ বাবে ৺যাদুৰাম বৰুৱা অলপো দোষী নহয়; আচলতো উচ্চাৰণলৈ চাইহে কথা লেখা উচিত। সেই বুলিয়েই পাৰিলে, এটা শব্দৰ মূল হেৰাবলৈ দিব নেলাগে। আজিকালি আখৰ জোঁটাওঁতে শব্দৰ মূল আৰু উচ্চাৰণ দুইটা ৰাখিবলৈ চেষ্টা কৰা হৈছে; আৰু য'ত মূল ৰাখিলে উচ্চাৰণৰ বিশেষ ব্যাঘাত হয়, ত'তহে মূল এৰি দি, যাদুৰাম বৰুৱাৰ আৰ্হিৰে কেৱল উচ্চাৰণৰ আৰ্হিকে ৰখা হয়। যাদুৰাম ডেকাবৰুৱা অসমীয়া ভাষাৰ প্ৰতি জনচনৰ (Dr. Johnson) নিচিনা হলেও অসমীয়াৰ ভিতৰত কোনো বচৱেল

( Boswell ) নথকাত, তেওঁৰ নাম অতি কম লোকেহে জানে। মই অতি দুখেৰে জনাওঁ যে তেওঁ গোলাঘাটত এজন সকলোৱে জনা-শুনা মুক্তিফ আছিল; ইয়াৰ বাহিৰে তেওঁৰ জীৱনী সম্বন্ধে আৰু একো নাজানো। যি যতন কৰি যাদুৰাম ডেকাবৰুৱাৰ জীৱনী বিষয়ে কথাবিলাক গোটাই প্ৰকাশ কৰে, তেওঁ যে সকলোৰে শলাগৰ পাত্ৰ হব তাক আৰু কবই নেলাগে।

আনন্দৰাম ঢেকিয়াল ফুকন আৰু যাদুৰাম ডেকাবৰুৱাৰ বাহিৰে আৰু দুজন অসমীয়া ডাঙৰীয়াই অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে যথেষ্ট পৰিশ্ৰম কৰিছিল। এজন ৰাধানাথ বৰবৰুৱা, আনজন কাশীনাথ তামুলীফুকন। এই দুজনে গোট খাই ১৮৪৪ চনত অসম দেশৰ এখনি বুৰঞ্জী-পুথি গোটাই প্ৰকাশ কৰিছিল। আহোমৰ ভাষাত লেখা বুৰঞ্জীৰপৰা, বাইলুং আদিৰ সহায়ত, এই পুথি গোটাওঁতে তেওঁবিলাকে যে বহুত পৰিশ্ৰম কৰিবলগীয়া হৈছিল তাত অলপো সন্দেহ নাই। পূৰ্ব্বে ১৮২৯ চনত ৺হলিৰাম ফুকন ডাঙৰীয়াইও বঙ্গালী ভাষাত এখন অসম-বুৰঞ্জী, তাতকৈ অনেক ডাঙৰ, কৰলৈ গলে এইখনিয়েই অসমীয়া ভাষাত ছপা হোৱা প্ৰথম বুৰঞ্জী। নকৈ ছপা নোহোৱাত এই সুন্দৰ পুথিখনিৰ নাম মুমাব লগা হৈছেহি। পুথিখনি যেনে সাৰুৱা, কোনোৱে নকৈ ছপা কৰিলে তেওঁৰ যে দইন পৰিব আমি এনে নেভাবোঁ।

এইদৰে বঙ্গালী বিষয়া আৰু ইংৰাজ হাকিমবিলাকৰ কোপদৃষ্টিত পৰিও খ্ৰীষ্টীয়ান মিচনেৰী আৰু দেশহিতৈষী অসমীয়া ডাঙৰীয়াসকলৰ যত্নত, অসমীয়া ভাষা অলপ অলপকৈ উন্নতিৰ ফালে আগবাঢ়িবলৈ ধৰিলে। অসমীয়া ভাষাৰ অভিধান, ব্যাকৰণ ছপা হ'ল, বুৰঞ্জী ছপা হ'ল, অসমীয়া ভাষাত কাকত ওলাল। এইবোৰ দেখি শুনি অসমীয়া ভাষাৰ শত্ৰুবিলাকৰ মুখো আগতকৈ জাপ খালে। এনে সময়তে বঙ্গদেশৰ ( তেতিয়া বঙ্গদেশ আৰু অসম-দেশ এজন সৰু লাটচাহাবৰ দ্বাৰাই শাসিত হৈছিল ) সৰু লাট, স্যাৰ জৰ্জ্জ কেম্বেলে, ১৮৭১ চনত, অসমীয়া ভাষাক আকৌ আগৰ ঠাইত থাপিলে, অৰ্থাৎ অসমদেশৰ পঢ়াশালি আৰু আদালতবিলাকৰপৰা বঙ্গালী ভাষা উঠাই তাৰ থলত অসমীয়া ভাষা ব্যৱহাৰ কৰিবলৈ আদেশ কৰিলে। সেই দিনৰেপৰা অসমীয়া ভাষাৰ সোঁতে যিটো গতি ললে, সেই গতিতেই আজিলৈকে চলি আছে। উদাৰ প্ৰকৃতিৰ কেম্বেল চাহাবে, অসমীয়া ভাষাৰ ভাল ভাল লেখকসকলক বঁটা দি উৎসাহ দিয়াত, অসমীয়া ভাষাত তেতিয়াৰপৰা বহুত

ন ন লেখাক ওলাবলৈ ধৰিলে, আৰু দুখন এখনকৈ সাৰুৱা কিতাপেও বদৰ পোহৰ দেখিলে। স্যাৰ জৰ্জ্জ কেম্বেলৰ দিনৰপৰা আজিলৈকে কুৰিবছৰত বহুত অসমীয়া ভাল ভাল লেখক ওলাইছে আৰু কিতাপ-পুথিও লেখা হৈছে, ছপা হৈছে; এইবিলাকৰ বিষয়ে আপোনাসকলে জানেই। সেইবাবেই আৰু নকৈ কোৱাৰ প্ৰয়োজন নেদেখোঁ; তেও বুলি মই আপোনাসকলৰ আগত দুজন অসমীয়া ভাষাৰ লেখকৰ উল্লেখ নকৰি থাকিব নোৱাৰোঁ। তেওঁবিলাক দুজনৰ নাম আৰু তেওঁবিলাকে অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে কি কি কৰিছে তাৰ কথা নোকোৱাকৈয়ে মই যদি অসমীয়া ভাষাৰ বুৰঞ্জী সামৰোঁ, তেতিয়াহলে তাক অসমীয়া ভাষাৰ পুৰা বুৰঞ্জী কেৱে নোবোলে। মই কাৰ কথা ভাবিছোঁ বোধকৰোঁ আপোনাসকলে মই নৌ কওঁতেই বুজিব পাৰিছে; এজন বায় শ্ৰীযুক্ত গুণাভিৰাম বৰুৱা বাহাদুৰ, যি আজি আমাৰ সভাপতিৰ আসনত বহি গোটেইখন সভাক এনেকৈ শুৱাই ধৰিছে। আনজন শ্ৰদ্ধাস্পদ ডাঙ্গৰীয়া শ্ৰীযুক্ত হেমচন্দ্ৰ বৰুৱা। যদিও আপোনালোক সকলোৱে জানে, ডাঙ্গৰীয়া গুণাভিৰাম বৰুৱাই অসমীয়া সাহিত্যৰ কিমান উপকাৰ সাধিছে, তথাপি ডাঙ্গৰীয়াৰ প্ৰতি মোৰ আন্তৰিক শ্ৰদ্ধা আৰু ভক্তিৰ নিদৰ্শনস্বৰূপে কেই এষাৰমান কথা নোকোৱাকৈ এনে সুযোগ কোনোমতে এৰি দিব নোৱাৰোঁ। ডাঙ্গৰীয়া গুণাভিৰাম বৰুৱাৰ গাত বিনয়, সৰলতা, ঔদাৰ্য্য, পৰোপকাৰিতা আদি যিবিলাক অসংখ্য গুণ আছে, তাৰ ভিতৰত, তেওঁৰ স্বদেশৰ প্ৰতি অকপট চেনেহেই সকলোতকৈ প্ৰধান। অসমীয়া মানুহৰ প্ৰতি মৰমেই তেওঁৰ অসমীয়া ভাষাৰ প্ৰতি মৰমৰ মূল কাৰণ। তেওঁ অসমীয়া মানুহক পেটে সৈতে ভাল পায়, সেই গুণে অসমীয়া মানুহৰ মুখৰ মাত অসমীয়া ভাষাও তেওঁৰ ভালপোৱাৰ বস্তু। আৰু সেইবাবেই তেওঁ নানাবিধ জঞ্জালত ব্যাপৃত থাকিও অসমীয়া ভাষাৰ কিতাপ বচা সভাৰ চেক্ৰেটৰী হবলৈ আগবাঢ়িছিল আৰু তেওঁৰ আন আন কৰিবলগীয়া কামৰপৰা অৱসৰ পালেই তাক অসমীয়া সাহিত্যৰ উন্নতি সাধিবলৈ যতবিলাক বাট আছে আপোনাসকলে তাৰ এটাই-বোৰতে গুণাভিৰাম বৰুৱাৰ খোজৰ চিন দেখিবলৈ পাব। নাটক, জীৱনচৰিত, বুৰঞ্জী, ভূগোল, বিজ্ঞান, আদি এটা সাহিত্য সৰ্ব্বাঙ্গ পূৰা কৰিবলৈ যিবোৰ পুথি লাগে প্ৰায় এটাইবোৰবে একোখন তেওঁ লেখিছে। তেওঁৰ এই কিতাপ-বিলাক এপিনে অসমীয়া সাহিত্য-ভঁড়ালৰ প্ৰতি ঢোকাৰ নিচিনা হৈছে। তেওঁৰ "আসাম বুৰঞ্জী" অসমীয়া সাহিত্য-ভঁড়ালৰ এখনি বহুমূলীয়া বস্তু।

গুণাভিৰাম বৰুৱাই যি উৎসাহেৰে অসমীয়া সাহিত্যত পোনতে হাত দিছিল, এতিয়া সেই বুঢ়া বয়সতো তেওঁৰ সেই উৎসাহ অলপো কমা নাই। অলপ দিন হৈছে মাথোন "আসাম-বন্ধু" উলিয়াই তেওঁ অসমীয়া সাহিত্যৰ বহুত উপকাৰ কৰিলে; যদিও অসমীয়া মানুহৰ দোষত, "আসাম-বন্ধু" বহুত বছৰ টিকিব নোৱাৰিলে, তথাপি যি অলপ দিন সি জীয়াই আছিল, তাৰ ভিতৰতে সি মাহেকীয়া আচল কাম কি তাক ভালকৈ দেখুৱাইছিল। "আসাম-বন্ধু"ৰ আগেয়ে অসমত যিবোৰ মাহেকীয়া কাকত ওলাইছিল, সেই এটাইবোৰ নামতেহে মাথোন মাহেকীয়া কাকত আছিল। ডাঙৰীয়াৰ অসমীয়া ভাষালৈ যে মৰম অসীম আৰু এটা বুঢ়া বয়সতো যে তেওঁৰ হৃদয়ত উৎসাহ অপাৰ, তাৰ ফটফটীয়া প্ৰমাণ এই যে তেওঁ কষ্টকৈ আহি আমাৰ সভাৰ আজি সভাপতিৰ আসনত বহি আমাকো উৎসাহিত কৰিছেহি।

ডাঙৰীয়া হেমচন্দ্ৰ বৰুৱাৰ ওচৰতো অসমীয়া ভাষা আৰু সাহিত্য কিমান ধৰুৱা মই তাঁক কৈ শেষ কৰিব নোৱাৰোঁ। তেওঁ সৰুকালৰেপৰা অসমীয়া ভাষাৰ উন্নতিৰ নিমিত্তে বহুত খাটিছে আৰু আমি দেখাত সেই খাটনিৰ সম্পূৰ্ণ সুফল ধৰিছে। অসমীয়া ভাষাৰ দোষ-গুণবিলাক তেওঁৰ দৰে পাত-পাতকৈ চাই, এটা মত গঢ়ি লোৱা মানুহ গোটেইখন দেশতে দুটা আছেনে নাই সন্দেহ। আন আন সাহিত্যলৈ চকু দিলে দেখা যায়, সাহিত্য আৰু ভাষাৰ গুৰিয়ালৰ নিচিনা হবলৈ মানুহে অসংখ্য কিতাপ পুথি লেখিব লাগে; কিন্তু হেমচন্দ্ৰ বৰুৱাই নিচেই তাকৰ কিতাপ লেখিও অসমীয়া ভাষাৰ গুৰিয়ালৰ নিচিনা। তেওঁৰ "কানীয়াৰ কীৰ্ত্তন" অসমৰ কানি-খোলাৰ এখনি ফট্‌ফটীয়া চিত্ৰ, "বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰি" অসমীয়া সমাজৰ ভিতৰ ভাগ কেনে পচা আৰু ঘিণলগা তাৰ প্ৰকৃত বুৰঞ্জী। হেমচন্দ্ৰ বৰুৱাৰ "কানীয়া-কীৰ্ত্তন" আৰু "কোৱা ভাতুৰি" নপঢ়া অসমীয়া মানুহ বোধ কৰো নিচেই কম হে আছে। আৰু কিতাপ দুখনিৰপৰা সদাই যেন ৰস টোপা-টোপে পৰিব লাগিছে; যতবাৰ পঢ়া কেতিয়াও আমনি নেলাগে। তেওঁ ইস্কুলীয়া ছাত্ৰৰ নিমিত্তে কেবাখনিও পুথি লেখি গবৰ্ণমেণ্টৰপৰা বঁটা পাইছে, কিন্তু তেওঁ লেখা সকলো কিতাপৰ ভিতৰত তেওঁৰ "অসমীয়া ভাষাৰ ব্যাকৰণে"ই ৰজা। অসমীয়া ভাষাত আজিলৈকে যত ব্যাকৰণ ওলাইছে তাৰ ভিতৰত, এইখন ব্যাকৰণেই আচল ব্যাকৰণ নামৰ যোগ্য। এই ব্যাকৰণখনিৰপৰাই অনেকে হেমচন্দ্ৰ বৰুৱাক অসমীয়া ভাষাৰ ওজা বুলি ভাবে। মোৰ মনেৰে

হলে, তেওঁ সম্পাদনা কৰা "আসাম-নিউছে" অসমীয়া ভাষাৰ নিমিত্তে যিমান কৰিলে, তেওঁ লেখা এখনি কিতাপেও সিমান কৰিবপৰা নাই। যেতিয়া প্ৰথমতে "আসাম-নিউছ" ওলায়, তাৰ ভাষা দেখি মানুহে অনেক ইতিকিং কৰিছিল; অনেকে দোষ ধৰিছিল বোলে, কি ভাতখোৱা মাছখোৱা ভাষাৰে বাতৰি কাকত লেখে? তাৰ মূৰত থকা "সাতদিনীয়া বাতৰি কাকত" এই ফাঁকিটো দেখি অনেকে ঠাট্টা কৰি কৈছিল বোলে, "কাকত" নেলেখি তুলা-পাত লেখিলে আৰু আচল অসমীয়া হব। কিন্তু গালি-শপনি খাই 'আসাম-নিউছ"ৰে শেহত জয় হ'ল। অশলাগী অসমীয়া মানুহৰ অনুগ্ৰহত "আসাম-নিউছ" মৰিশালি পালে; কিন্তু "আসাম-নিউছে" যি ভাষা শিকাই গ'ল, আজি-কালিৰ অসমীয়া গদ্য ভাষাই তাকেহে আওৰাইছে। শ্ৰীযুত হেমচন্দ্ৰ বৰুৱাই "শব্দকোষ" নাম দি, অসমীয়া ভাষাৰ যিখন অভিধান লেখি থৈ গৈছে, সি কেতিয়াবা দিনৰ পোহৰলৈ ওলালে আমি আৰু অভিধানৰ নিমিত্তে চিয়ঁৰ-বাখৰ কৰিব নলগা হব।

ডাঙ্গৰীয়া হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা দুই জনেই বুঢ়া হৈছেহি; জগদীশ্বৰৰ ওচৰত অন্তৰেৰে সৈতে কামনা কৰিছোঁ যেন দুয়োজন ডাঙৰীয়া আৰু অনেক কাল সুস্থ শৰীৰেৰে থাকি জাতীয় সাহিত্য পুৰঠ কৰিব পাৰে।

তৃতীয়া যুগৰ বিষয়ে আৰু এটা কথা কলেই, অসমীয়া ভাষাৰ বুৰঞ্জীৰ বিষয়ে মোৰ কবলগীয়া অন্ত পৰিব। এই যুগৰ প্ৰধান লেখকসকলৰ কথা মই যি পাৰো অলপ কলোঁ; এতিয়া এই যুগত নো আজিলৈকে কি কি সাৰুৱা কিতাপ ওলাইছে, তাৰ কথা এবাৰ ভাবি চোৱা যাওক। আপোনা-সকলৰ আগত কৈ আহিছোঁ যে, অসমীয়া ভাষাৰ সলনি আসাম দেশত বঙ্গালী ভাষা চলোৱাৰেপৰা আকৌ ঘূৰি অসমীয়া ভাষাক আগৰ ঠাইত থপালৈকে, খ্ৰীষ্টীয়ান মিচনেৰিসকলেই যি দুখন কিতাপ উলিয়াইছিল, তাৰ পিছ ভাগত, দেশীয় যি দুজন এজন ডাঙৰীয়াই অসমীয়া ভাষাৰ প্ৰতি কৃপা দৃষ্টি কৰিছিল, তেওঁবিলাকৰ কাল অসমীয়া ভাষাক আগৰ ঠাইত বহুৱাবলৈ যুজ কৰোঁতেই গ'ল; তেনে একো ভাল কিতাপ ওলাবলৈ নেপালে। তাৰ পিছত যেতিয়া অসমীয়া ভাষা পুনৰ অসমৰ আদালত আৰু পঢ়াশালিত চলিবৰ হুকুম হ'ল, তেতিয়াৰপৰা অসমীয়া ভাষাত বহুত ভাল ভাল কিতাপ ওলাব লাগিছিল; কিন্তু দুখৰ বিষয়, আপোনাসকলৰ আগত নাম কবলগীয়া অতি কম কিতাপহে ওলাইছে। শ্ৰীযুত ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ "আসাম-

বুৰঞ্জী” আৰু ডাঙৰীয়া হেমচন্দ্ৰ বৰুৱাৰ “অসমীয়া ভাষাৰ ব্যাকৰণ” এই ছুখন কিতাপ বাদ দি ধৰিলে original সাহিত্যৰ ঘৰত কিজানি শূন্যহে দিব লাগিব! অৱশ্যে ইস্কুলীয়া ছাত্ৰৰ নিমিত্তে অনেক শলাগিব লগীয়া কিতাপ ওলাইছে, কিন্তু এইবোৰ কিতাপে জাতীয় সাহিত্যক কিমান চহকী কৰিছে তাকহে কব নোৱাৰোঁ। এতিয়ালৈকে তেনে কোনো ভাল কিতাপ নোলালেও, এটা কথা দেখি আমি পেটে সৈতে বৰ ৰং পাইছোঁ যে আজিকালি অসমীয়া ভাষাই এটা ঠগ লব খুজিছে; আৰু শিক্ষিত ডেকাসকলে অসমীয়া ভাষাৰ ফাললৈ সদয় দৃষ্টি কৰিছে। এই ডেকাসকলৰ অনেকেই কালত ভাল লেখক হবগৈ পৰিব বুলি আমাৰ বৰ আশা হৈছে। অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ নিমিত্তে, এই ছুইটি বৰ লাগতিয়াল বস্তু। জগদীশ্বৰে আমাৰ আশা সফল কৰক।

# সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ

( ২ )

বন্ধুসকল! আজি অসমীয়া সাহিত্য-সভাৰ বছেৰেকীয়া সম্মিলনৰ দিন। জাতীয়-জীৱনৰ ই এটা পৰম উৎসৱৰ দিন। আজি ইয়াত আমাৰ দেশৰ সকলো ঠাইৰপৰা জননী জন্মভূমিৰ পূজাৰ নিমিত্তে, মাতৃভাষা আৰু জাতীয় সাহিত্যৰ উন্নতিৰ অৰ্থে, সকলো সন্তান একেলগ হৈছেহি। এই আনন্দৰ দিনত আহক, সকলোৱে সেই বিশ্বপতি বিশ্বনাথৰ পবিত্ৰ আৰু মধুৰ নাম মুখত লৈ আমাৰ এই শুভকাৰ্য্য আৰম্ভ কৰোহঁক। যিজনৰ কৃপাৰ বলত বোবাই কথা কব পৰা হয় আৰু খোড়ায়ো পৰ্ব্বত লঙ্ঘিব পাৰে, সেইজনৰ কৃপাৰ বলতে আমাৰ এই অনুষ্ঠানেও সিদ্ধি লাভ কৰিব। কৃষ্ণ কৃপাহি কেৱলম্।

প্ৰাৰ্থনা

মই অসম জননীৰ এজন নিচেই নিঃকিন সন্তান। কি ভাবি যে আপোনালোকে মোক এনে এখন জাতীয় সভাৰ সভাপতি পাতি এই গধুৰ বোজা মোৰ মূৰৰ ওপৰত তুলি দিলে তাক আপোনালোকেহে জানে। এই অভাজনে আজিলৈকে মাতৃভাষা আৰু জাতীয় সাহিত্যৰ এনে কোনো কাম কৰিব পৰা নাই যাৰ বাবে মই আজি এই সন্মানৰ ওখ আসনত বহিবলৈ সাহ কৰিব পাৰোঁ। আপোনাসকলে মোক এই বাৰেৰে সৈতে তিনিবাৰ এই সন্মানৰ আসন গ্ৰহণ কৰিবৰ নিমিত্তে আহ্বান কৰিছে। প্ৰথম দুবাৰ বিশেষ কাৰণৰ নিমিত্তে আপোনাসকলৰ আদেশ পালন কৰিব নোৱাৰি বৰ লাজ আৰু বেজাৰ পাইছোঁ। এইবাৰ আৰু আপোনাসকলৰ আদেশ প্ৰত্যাখ্যান কৰিবলৈ মোৰ সাহে নুজুৰিলে। নিজৰ সকলো হীনতা আৰু দুৰ্ব্বলতা কাতি কৰি থৈ আপোনাসকলৰ আদেশ শিৰত লৈ আজি আপোনাসকলৰ আগত থিয় হৈছোঁহি। আপোনাসকলৰ এই স্নেহৰ বাবে দেহে-কেহে শলাগ লৈছোঁ। আপোনাসকলৰ শুভ ইচ্ছাই যেন মোৰ প্ৰতি জননী জন্মভূমিৰ আশীৰ্ব্বাদ স্বৰূপ হওক আৰু সেই আশীৰ্ব্বাদৰ বলতে যেন মোৰ দুৰ্ব্বল হৃদয়ে এই মহৎ সভাৰ কাৰ্য্য-প্ৰণালী উপযুক্তৰূপে চালনা কৰিবলৈ বল পায়। এই অভাজনক আপোনাসকলে যিদৰে মৰম কৰি এই

শলাগ

আসনত বহুৱাইছে, সেইদৰে পুতৌ কৰি মোৰ সকলো ভুলভ্ৰান্তি, সকলো অপৰাধ যেন ক্ষমা কৰিব।

## শোণিতপুৰ

আজি আমি এই পুৰাণপ্ৰসিদ্ধ পুণ্যভূমি শিৱভক্ত বাণৰজাৰ ৰাজধানী শোণিতপুৰত সাহিত্য সেৱা-স্বৰূপ মহাযজ্ঞত সমৱেত হৈছোহঁক। ইতিহাসে ঢুকি নোপোৱা যুগৰ ধ্বংসাৱশেষবিলাকে এতিয়াও বাণকুমাৰী উষাদেবীৰ কীৰ্ত্তি-কলাপ শত মুখেৰে ঘোষণা কৰিব লাগিছে। বাণৰজাই পূজা কৰা মহাভৈৰৱ এতিয়াও এই নগৰৰ অধিষ্ঠাতৃ দেৱতা স্বৰূপে বিৰাজ কৰিছে। এই জিলাৰ পূবফালে বাণৰজাৰ স্থাপিত দ্বিতীয় কাশী বিশ্বনাথ ক্ষেত্ৰ 'ছমাহ তৰত, ছমাহ জলত' বিৰাজ কৰিছে। এই নগৰৰ চাৰিওকাষে সিচঁৰতি হৈ পৰি থকা শিলবিলাকে অসমীয়া মানুহৰ পূৰ্ব্বপুৰুষবিলাকৰ শিল্পবিদ্যা, কলা-বিদ্যাৰ অতীত গৌৰৱ চিয়ঁৰি চিয়ঁৰি কব লাগিছে। এই নগৰৰ ব্ৰহ্মপুত্ৰৰ দাঁতিত ধেনুখীৰুৱা পৰ্ব্বতৰ ভৰা শিলটোত যি ফলি কটা আছে পাঠ উদ্ধাৰ কৰি মহা মহা পণ্ডিতসকলে নতুন খ্যাতি অৰ্জ্জন কৰিছে। মহাপৰাক্ৰমী হিন্দুৰজা হৰ্জ্জৰবৰ্ম্মণৰ ৰাজধানী হৰুপেশ্বৰ এই জিলাৰ কোনো এঠাইত গুপ্ত-ভাৱে অৱস্থান কৰিছে। পৰ্ব্বতীয়া গাৱঁলৈ যোৱা বাটৰ দাঁতিত কুষভাণ্ডক পুখুৰীয়ে যেনেকৈ প্ৰাগ্ ঐতিহাসিক যুগৰ স্মৃতি জাগৰিত ৰাখিছে, তাৰ ওচৰতে থকা হৰ্জ্জৰবৰ্ম্মণে খনোৱা হাজাৰা পুখুৰীয়েও ঐতিহাসিক যুগৰ আদি ভাগত এই দেশৰ শৌৰ্য্য-বীৰ্য্য আৰু কাৰ্য্যকুশলতাৰ প্ৰতি আমাৰ মন আকৰ্ষণ কৰিছে। এই নগৰৰ লগত উষা আৰু চিত্ৰলেখা আইদেউৰ মধুৰ স্মৃতি এনেভাৱে গঁথা আছে যে এটা ভাবিলে আনটো আপোনাআপুনি উদয় হয়হি। আৰ্য্য সাহিত্যত উষাৰ প্ৰেম এক নতুন সৃষ্টি। উষাই অনিৰুদ্ধক স্বপ্নত দেখি তেওঁৰ প্ৰতি প্ৰেমত আকুল হ'ল। চকুৰ মিলনত ওপজা প্ৰেম কালিদাসে শকুন্তলাত আৰু ছেক্সপিয়াৰে টেম্পেষ্ট ( Tempest )ত বৰ্ণনা কৰি গৈছে, কিন্তু পৃথিবীৰ আন কোনো সাহিত্যতে স্বপ্নত ওপজা প্ৰেমৰ কথা আছে বুলি শুনা নাই। হিন্দু জাতিয়ে চিত্ৰকলাৰ অনেক অনুশীলন আৰু উন্নতি কৰিছিল। কিন্তু ভাৰতবৰ্ষৰ চিত্ৰবিদ্যাৰ আদিতে প্ৰাচীন সাহিত্যত যাৰ নাম পোৱা যায় তেওঁ এই শোণিতপুৰৰে জীয়াৰী চিত্ৰলেখা। ভাৰতবৰ্ষৰ আত্মপুৰুষ নৰৰূপী ভগৱান শ্ৰীকৃষ্ণৰ যি মূৰ্ত্তিয়ে আজি ভাৰতবাসীৰ নয়ন ৰঞ্জন

কৰিছে, যি নৱদুৰ্ব্বাদল শ্যাম মূৰতিয়ে কোটি কোটি ভকতৰ প্ৰাণত ভকতিৰ অমিয়া ঢালি শুকান হৃদয়ত প্ৰেমৰস সঞ্চাৰ কৰিছে, সেই মূৰ্ত্তিৰ নিমিত্তে জগতবাঁসী কাৰ ওচৰত ঋণী ?—চিত্ৰলেখাৰ প্ৰাণসখী উষাৰ ওচৰত। ভগৱান শ্ৰীকৃষ্ণই নৰলীলা সম্বৰণ কৰি বৈকুণ্ঠলৈ গতি কৰিবৰ আগতে দাৰুকক আদেশ কৰিলে অনিৰুদ্ধৰ পুত্ৰ বজ্ৰনাভক মথুৰাৰ সিংহাসনত স্থাপন কৰিব লাগে! সেই অনুসাৰে দাৰুকে বজ্ৰনাভক আৰু তেওঁৰ মাক উষাদেৱীক মথুৰাত থলেগৈ। যদুকুল ধ্বংসৰ পিচত শ্ৰীকৃষ্ণই বৈকুণ্ঠলৈ গমন কৰাৰ কিছুকালৰ পিচত উষাদেৱীয়ে এদিন পুতেক বজ্ৰনাভক ক'লে—"বোপাই! মই তোমাৰ প্ৰপিতামহ ভগৱান শ্ৰীকৃষ্ণক দেখিছিলোঁ। শ্ৰীকৃষ্ণক নিজে চকুৰে দেখা কোনো কোনো শিলাকটীয়া বাঢ়ৈ এতিয়াও জীয়াই থাকিব পাৰে। তেনে কোনো বাঢ়ৈ অনাই শ্ৰীকৃষ্ণৰ প্ৰতিমূৰ্ত্তি এখন কটাই দিয়া, যাতে সেই শ্ৰীমুখ মই সদায় চাই থাকিব পাৰোঁ।" মাকৰ এই কথা শুনি বজ্ৰনাভে এজন বুঢ়া আৰু বিচক্ষণ বাঢ়ৈ অনাই এখন কলা কষটি শিলৰ শ্ৰীকৃষ্ণৰ মূৰ্ত্তি কটায়। উষাদেৱীয়ে সেই মূৰ্ত্তি চাই, মুখৰ আকৃতি ঠিক হৈছে কিন্তু অঙ্গ-প্ৰত্যঙ্গ ঠিক হোৱা নাই বুলি কলে। তেতিয়া সেই বাঢ়ৈয়ে আৰু এখন মূৰ্ত্তি কাটে। সেই মূৰ্ত্তি চাই উষাই কলে যে মূৰৰপৰা কঁকাললৈকে এইডোখৰ শ্ৰীকৃষ্ণৰ নিচিনা ঠিক হৈছে কিন্তু হাত আৰু ভৰিৰ গঢ় ঠিক হোৱা নাই। তেতিয়া বাঢ়ৈয়ে অতি পৰিশ্ৰমেৰে আৰু এখন মূৰ্ত্তি কাটিলে। উষাদেৱীয়ে সেইখন শ্ৰীকৃষ্ণৰ ঠিক প্ৰতিমূৰ্ত্তি হৈছে বুলি কলে। এই তিনি মূৰ্ত্তি বৃন্দাবনত গোবিন্দ, গোপীনাথ আৰু মদনমোহন নামেৰে প্ৰতিষ্ঠিত হ'ল। তেনেহলে শোণিতপুৰৰ জীয়াৰী উষাদেৱীৰ অনুগ্ৰহতে জগতত শ্ৰীকৃষ্ণৰ প্ৰতিমূৰ্ত্তি ৰক্ষিত হ'ল। এনেকুৱা অসংখ্য গৌৰৱান্বিত পৌৰাণিক আৰু ঐতিহাসিক পূৰ্ব্ব-স্মৃতিৰ মাজত বহি আমি আজি অসমীয়া সাহিত্যৰ চৰ্চ্চা কৰিবলৈ হাতত লৈছোঁ। এনেহেন পুণ্যক্ষেত্ৰত যে আমাৰ আশা ফলৱতী হব তাক সহজে অনুমান কৰিব পাৰি।

## সাহিত্য-সভা

এইখন অসম সাহিত্য-সভাৰ চতুৰ্থ সম্মিলন। এই চাৰি বছৰে সাহিত্য-সভাই কিভাবে অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতি কৰিবৰ নিমিত্তে চেষ্টা কৰিছে তাক আপোনাসকলে সভাৰ সম্পাদক ডাঙৰীয়াৰপৰা ভালকৈ

জানিব। চাৰি বছৰীয়া সভাৰপৰা অৱশ্যে আপোনাসকলে বৰ ডাঙৰ কাম আশা কৰিব নোৱাৰে। বয়স চাই এই সভাই যি যি কাম হাতত লৈছে তাৰ ভিতৰত যি যি কাম কৰি উঠিছে তাক ভালেই বুলিব লাগিব। পৃথিবীত কোনো ডাঙৰ কাম একেদিনাই হোৱা নাই। এই সভা বয়সত নিচেই কেঁচুৱা হলেও, ই অতি শুভক্ষণত জন্ম গ্ৰহণ কৰিছে। ইয়াৰ আগেয়ে অসমীয়া সাহিত্য চৰ্চ্চা কৰিবৰ নিমিত্তে যি সভা স্থাপিত হৈছিল, তাৰ নাম "অসমীয়া ভাষাৰ উন্নতি-সাধিনী সভা" আছিল। সেই সভাৰ জন্মৰ সময়ত সাহিত্য-আকাশ ডাৱৰে ছাটি থৈছিল। এই দেশ ইংৰাজ শাসনৰ তললৈ অহাত, অসমীয়া ভাষা আৰু সাহিত্যৰ ওপৰত শনিৰ যি দৃষ্টি পৰিছিল, সি প্ৰায় ইংৰাজী উনৈশ শতিকাৰ শেষলৈকে ভোগ কৰিছিল। অসমীয়া ভাষাৰ উন্নতি-সাধিনী সভাই এই ঋষ্টৰ হাত এৰুৱাবলৈ অনেক যাগ-যজ্ঞ কৰিব লগা হৈছিল। অ, ভা, উ, সা, সভাৰ জন্ম কালত, অসমৰ মজলীয়া স্কুলবিলাকতো অসমীয়া ভাষাই ঠাই পোৱা নাছিল। কিন্তু অ, ভা, উ, সা, সভাৰ সমৱেত চেষ্টাত আৰু তাৰ সমজুৱাবিলাকৰ ব্যক্তিগত চেষ্টাত অসমীয়া ভাষাই অকল যে মজলীয়া স্কুলত ঠাই পালে এনে নহয়, কলিকতা বিশ্ববিদ্যালয়ৰ মেট্ৰিকুলেশ্যন, ইণ্টাৰমিডিয়েত আৰু শেহত বি, এ, পৰ্য্যন্ত তাৰ অধিকাৰ বিস্তৃত হ'ল। এই কালৰ ভিতৰতে অসমীয়া ভাষাৰ অভিধান ছপা কৰোৱা হ'ল। উনৈশ শতিকাত অ, ভা, উ, সা, সভাই অসমীয়া ভাষাৰ যিবোৰ শত্ৰু আছিল, সেই-বিলাকক পৰাস্ত কৰি অসমীয়া ভাষাৰ ভেঁটি টানকৈ বান্ধি যি কাৰ্য্যৰ নিমিত্তে তাৰ জন্ম হৈছিল তাৰ খলকনি নৌ মাৰ যাওঁতেই এই সাহিত্য-সভাৰ জন্ম হ'ল। অ, ভা, উ, সা, সভাই যি ভেঁটি বান্ধিলে, সেই ভেঁটিতে বিচিত্ৰ সাহিত্য মন্দিৰ সাজিবৰ নিমিত্তে এই সভাই জন্ম লৈছে। এতিয়া আৰু অসমীয়া ভাষা এটা উপভাষা আৰু অসমীয়া সাহিত্য এটা নোম-নেগুৰ বৰ্জ্জিত অপসাহিত্য বুলি কবলৈ সাহ কৰা মানুহ নিচেই কম; তেনে মানুহ নাই বুলি কলেও বোধ কৰো মিছা কোৱা নহব। এই নিৰ্ম্মল বতৰত অসমীয়া সাহিত্যৰ নাওখনি যে সুকলমে ভটিয়াই যাব পাৰিব তাৰ অনেক চিন পোৱা গৈছে। এতিয়া সি বি,-এ, পৰীক্ষা চেৰাই এম,-এ, পৰীক্ষাত বিশেষৰূপে ঠাই লৈছেগৈ। আজি-কালি ঈশ্বৰৰ কৃপাত অসমীয়া ভাষা ইমান উধাইছে যে কলিকতা বিশ্ববিদ্যালয় অকল অসমীয়া ভাষাতে এম,-এ, পৰীক্ষা লবলৈ স্থিৰ কৰিছে আৰু বঙলাত এম,-এ, দিব খোজা ছাত্ৰয়ো এই ভাষা বিশেষ যত্নেৰে পঢ়িবলগা

হৈছে। যি বঙালী ভাইবিলাকে এদিন অসমীয়া ভাষাৰ নাম শুনিলেও নাক কোঁচাইছিল, যি বঙালীবিলাকে অসম দেশত পুৰুষানুক্ৰমে থাকিও অসমীয়া পঢ়া আৰু সেই ভাষাত কথা কোৱা বিশেষ লাজৰ কথা বুলি ভাবিছিল, আজি সেই বঙালীয়েই অসমত কোনো কালে ভৰি নিদিয়াকৈ নিজৰ দেশত থাকিয়েই বিশ্ববিদ্যালয়ৰ মহলাত এম,-এ, পৰীক্ষা দিওঁতে অসমীয়া ভাষা পঢ়িব লগা হৈছে। ইয়াৰ পৰা অসমীয়া ভাষাৰ ভৱিষ্যত যে বৰ উজ্জ্বল তাক সহজে অনুমান কৰিব নোৱাৰিনে? সঁচা কথা কব লাগিলে এতিয়াহে অসমীয়া ভাষা আৰু সাহিত্যৰ ক্ষেত্ৰত আচল কামৰ দিন আহিছে। অতদিনে তাৰ জীৱন ৰক্ষাৰ নিমিত্তে যুজ-বাগৰ কৰোতেই গ'ল। এই শুভ-মুহূৰ্ত্তত অসম সাহিত্য-সভাৰ জন্ম হৈছে। এই সভাৰ জন্মৰ লগত যে অসমীয়া জাতিৰ জীৱনৰ ঘনিষ্ট সম্বন্ধ ৰৈছে তাক বিবৰি কবৰ একো সকাম নাই। এই সভাই এতিয়া বৰ্ত্তমান ক্ষেত্ৰৰ উপযোগী কাম কেনেভাবে কৰিলে অসমীয়া ভাষাৰ আৰু উন্নতি সাধন কৰিব পাৰি, তাৰ আলোচনা কৰিবলৈ আমি এই সম্মিলনত গোট খাইছোঁহক।

## সাহিত্য কি বস্তু

সাহিত্যৰ উন্নতি চৰ্চ্চা কৰাৰ আগেয়ে সাহিত্য বস্তুটো কি সেই বিষয়ে এটা স্পষ্ট ধাৰণা কৰা উচিত। সাহিত্য বুলিলে আমি সাধাৰণতে পদ্য, কাব্য, নাটক, উপন্যাস, জীৱন-চৰিত আদিৰ দোষ-গুণ বিচাৰ সম্বন্ধে ৰচনা আদিকে বুজোহঁক। ইতিহাস, দৰ্শন, বিজ্ঞান আদিও সাধাৰণ সাহিত্যৰ বাহিৰত পৰে। কিন্তু সাহিত্যৰ এইটো নিচেই সংকীৰ্ণ সংজ্ঞা। সাহিত্য হৈছে এটা জাতিৰ জীৱনৰ প্ৰতিকৃতি। এখন জীৱন-চৰিত্ৰই যেনেকৈ এজন মানুহৰ আকৃতি-প্ৰকৃতি, স্বভাৱ-চৰিত্ৰ সকলো প্ৰকাশ কৰে সেই দৰেই জাতীয় সাহিত্যই এটা জাতিৰ আকৃতি-প্ৰকৃতি, স্বভাৱ-চৰিত্ৰ, গঢ়-গতি, উন্নতি-অৱনতি সকলোবিলাক প্ৰকাশ কৰে। সংক্ষেপকৈ ক'বলৈ গ'লে এটা জাতিৰ ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ বিষয়ে যি সাধনা সেয়ে সেই জাতিৰ সাহিত্য। যি জাতিৰ সাহিত্য নাই, সেই জাতি জীয়াই থাকোঁতেও মৰা। সাহিত্য নথকা জাতি আন এটা জাতিৰ সংঘৰ্ষণত আহিলেই সি তাৰ জাতীয় জীৱন সজীৱ ৰাখিব নোৱাৰে। তাৰ উদাহৰণৰ নিমিত্তে আমি দূৰলৈ যাব নেলাগে, আমাৰ দেশলৈ যে বছৰি বছৰি হেজাৰে হেজাৰে চাহ-

বাগিচাৰ কুলিবিলাক আহিছে সিহঁতৰ জাতীয় সাহিত্য নাই বাবে একালত সিহঁত এই দেশৰ মানুহৰ লগত মিহলি হৈ যাব। সিহঁতে কেতিয়াও নিজৰ জাতীয় জীৱন ৰক্ষা কৰিব নোৱাৰে; কিন্তু বঙালী জাতিয়ে হেজাৰ বছৰ বাস কৰিলেও তেওঁবিলাকে এই দেশৰ মানুহৰ লগত মিহলি হৈ যোৱাৰ অলপো আশঙ্কা নাই। তাৰ কাৰণ হৈছে বঙালী জাতিৰ জাতীয় সাহিত্য আছে। সাহিত্য হৈছে এটা জাতিৰ প্ৰাণ স্বৰূপ। সাহিত্যহীন জাতি এটা প্ৰাণশূন্য দেহৰ নিচিনা। আমি সাহিত্যক যেতিয়া এই বহল ভাবেৰে গ্ৰহণ কৰোঁ, তেতিয়া এটা জাতিৰ সাহিত্যত তাত সকলো ৰকমৰ চেষ্টা প্ৰতিফলিত দেখিবলৈ পাওঁ, তেতিয়া আমি সাহিত্যত সেই জাতিৰ সকলো ৰকমৰ ভাবৰ অভিব্যঞ্জনা দেখিবলৈ পাওঁহক। আমি জাতীয় সাহিত্যৰ এই অৰ্থ গ্ৰহণ কৰি তাৰ উন্নতিৰ আলোচনা কৰিবলৈ যোৱাই সঙ্গত বিবেচনা কৰোঁ। তেতিয়া হ'লে আমাৰ আলোচনা কেৱল কাব্য, নাটক, উপন্যাসতে সীমাৱদ্ধ নেথাকি জাতীয় জীৱনৰ উন্নতিৰ বিষয়ে সকলো কথাতে খাটিব। তেনেহলে, জাতীয় সাহিত্যৰ উন্নতি মানে যি জাতীয় জীৱনৰ উন্নতি মানেও সেয়ে। সাধনাৰ ফলত এজন মানুহৰ মনত যেতিয়া এটা ভাৱৰ তৰঙ্গ উঠে সি অভিব্যক্ত হবলৈ তোলপাৰ কৰি উঠে আৰু সেই ভাব সাহিত্য ৰূপে প্ৰকট হয়। প্ৰত্যেক মানুহেই তেওঁ যি দেশত উপজিছে, সেই দেশ আৰু কালৰ ভাৱ-সমষ্টিৰ একো একোটা বীজ স্বৰূপ। সেই মানুহজনৰ ভাৱত তেওঁৰ দেশ আৰু কালৰ ধৰ্ম্ম, শিক্ষা, আচাৰ, ব্যৱহাৰ, ৰাজনীতি, সকলোবিলাকৰ ৰং প্ৰতিফলিত নোহোৱাকৈ কেতিয়াও থাকিব নোৱাৰে। যিবোৰ জাতীয় ভাৱৰ ভিতৰত তেওঁৰ জীৱন গঠিত হৈছে কাৰ সাধ্য আছে যে সেই ভাৱবিলাক তেওঁৰ চৰিত্ৰৰপৰা মচি পেলাব পাৰে। সেই গুণে প্ৰত্যেক মানুহৰ লিখাতে তেওঁৰ জাতীয় চৰিত্ৰৰ বিকাশ হৈছে আৰু সেই গুণেই এটা জাতিৰ সমৱেত চেষ্টাৰ ফল যি জাতীয় সাহিত্য, তাত গোটেইটো জাতিৰ উৎকৰ্ষণা ( culture ) আৰু আদৰ্শ ( ideal ) পুঞ্জীকৃত হৈ বৈছে।

## সাহিত্যৰ দুটা ভাব

আমি সাহিত্যৰ যি স্বভাৱ নিৰ্দ্দেশ কৰিলোঁ, তাৰ দুটা ভাৱৰ লগতহে আমাৰ বিশেষ সম্বন্ধ। সহিত শব্দৰ অৰ্থ হৈছে মিলন অৰ্থাৎ সকলোৱে মিলিজুলি যি কাম কৰোইক সেয়ে সাহিত্য। কিন্তু ভাবি চালে দেখা যায়

যে কিছুমান বিষয়ত সাহিত্য ৰচনা কৰিবলৈছে আমাৰ সমবেত চেষ্টাৰ প্ৰয়োজন ; সেয়ে ইতিহাস, নৃতত্ব, সমাজতত্ব, শব্দকোষ ব্যাকৰণ, ইত্যাদি। কিন্তু কাব্য লিখোঁতে, বিজ্ঞান দৰ্শনৰ তত্ব আৱিষ্কাৰ কৰোঁতে আমি সকলোৱে মিলিজুলি নকৰি, অকলশৰে নিৰ্জ্জনত বহিহে কৰিব পাৰোহঁক। সেই গুণে প্ৰথম বিধৰ সাহিত্য ৰচনাৰ বিষয়তহে সাহিত্য-সভাৰ নিচিনা জাতীয় সমিতিয়ে বিশেষ ভাবে সহায় কৰিব পাৰে। আমি যেতিয়া এনেকুৱা সভা পাতি সাহিত্যৰ বিষয়ে আলোচনা কৰিবলৈ যাওঁ, তেতিয়া আমি সাহিত্যৰ এই দুবিধ ভাবৰ কথা মনত ৰাখিব লাগিব।

## আমাৰ পুঁজি

যেনেকৈ হাতত পুঁজি নেথাকিলে কোনো কাৰবাৰ কৰিব নোৱাৰি, সাহিত্যৰ উন্নতি ক্ষেত্ৰতো মূলধন বা পুঁজিৰ আৱশ্যক। সাহিত্য সম্বন্ধে আমাৰ হাতত পুঁজি কি আছে তাক এবাৰ ভাবি চোৱা যাওক। বৰ সৌভাগ্যৰ কথা যে সাহিত্য বিষয়ত আমাৰ পুঁজি নিচেই কম নহয়। আমাৰ পূৰ্ব্বপুৰুষবিলাকে আমাৰ নিমিত্তে যি সাহিত্য-সম্পদ এৰি থৈ গৈছে তাক মূলধন কৰি আমি অতি সাহসেৰে এই কাম হাতত লৈ সিদ্ধিৰ পথত আগবাঢ়িব পাৰোহঁক। এই সাহিত্য সম্পদ আমাৰ আজিৰ নহয় ; প্ৰায় এহেজাৰ বছৰৰ সাঁচতীয়া বাপতি সাহোন। মই পুঁজিৰ বিষয়ে কবলৈ গৈ আপোনাসকলক ভাষা-বিজ্ঞানৰ জটিল সমস্যাৰে বিৰক্ত কৰিবলৈ অলপো ইচ্ছা কৰা নাই। কিন্তু বুৰঞ্জীৰ ফালৰপৰা কেইআষাৰমান কথা নকলে মোৰ ভাবটো ফুটাই তুলিব পৰা টান দেখি, সেই বিষয়ে যিমান চমু আৰু সহজকৈ পাৰোঁ কেইআষাৰমান কথা কবলৈ আপোনাসকলৰ অনুমতি প্ৰাৰ্থনা কৰিছোঁ। আপোনাসকলে মন দি মোৰ কথা কেইআষাৰ শুনিলে পৰম কৃতাৰ্থ মানিম।

এই দেশৰ মানুহৰ সাহিত্যৰ প্ৰতি অনুৰাগ এটা স্বাভাৱিক প্ৰবৃত্তি। অতি আগৰ কথা নকওঁ, কিন্তু চীন দেশৰপৰা অহা বিখ্যাত পৰিব্ৰাজক হিউয়েনস্যাঙে সপ্তম শতাব্দীৰ আগ ভাগতে এই দেশ চাবলৈ আহে। তেতিয়া আমাৰ দেশৰ ৰজা আছিল ভাৰত-বিখ্যাত ভাস্কৰবৰ্ম্মা। হিয়েনচাঙে এই দেশ সম্বন্ধে তেওঁৰ ভ্ৰমণ-বৃত্তান্তত যি বিৱৰণ লিখি থৈ গৈছে তাত লিখা আছে যে এই দেশৰ মানুহবিলাক বৰ সাহিত্যপ্ৰিয়। এই পৰিব্ৰাজকজনে

তেওঁৰ ভ্ৰমণ-বৃত্তান্তত এই দেশ বা আন দেশ সম্বন্ধে যিবোৰ কথা লিখি থৈ গৈছে তাৰ কোনো কথাই আজিলৈকে মিছা বা অতিৰঞ্জিত বুলি প্ৰমাণিত হোৱা নাই, বৰং পৃথিবীৰ সকলো পণ্ডিতে তেওঁৰ ভ্ৰমণ-বৃত্তান্তক ভাৰতবৰ্ষৰ প্ৰাচীন ইতিহাস সম্বন্ধে অতি প্ৰামাণিক গ্ৰন্থ বুলি স্বীকাৰ কৰিছে। সেই গ্ৰন্থত অসমীয়া মানুহৰ এই সাহিত্য-প্ৰিয়তাৰ কথা মিছা বা অতিৰঞ্জিত বুলি ভাবিবৰ কোনো কাৰণ নাই। এইটো হৈছে এহেজাৰ বছৰৰ আগৰ কথা। সেই কালতো অসমীয়া মানুহে সাঁচি-পাতত পুথি লিখাৰ দস্তুৰ আছিল। ভাস্কৰবৰ্ম্মা ৰজাই ভাৰত-সম্ৰাট হৰ্ষবৰ্দ্ধন বা দ্বিতীয় শিলাদিত্যৰ লগত দেখা কৰিবলৈ যাওঁতে যি যি ভেঁটী নিছিল তাৰ ভিতৰত এখন সাঁচিপতীয়া পুথিও আছিল! এই কথা মহাকবি বাণভট্টই তেওঁ ৰচনা কৰা শ্ৰীহৰ্ষচৰিতত উল্লেখ কৰি গৈছে। সেইকালৰ অসমীয়া মানুহৰ সাহিত্যানুৰাগ আৰু সাঁচিপতীয়া পুথি লিখি ৰখা দস্তুৰৰ লগত, আজিকালিৰ অসমীয়া মানুহৰ পুথিৰ ওপৰত মৰমৰ কথা বিজাই- চালে, আমাৰ দেশৰ মানুহ যে স্বভাৱতে সাহিত্যপ্ৰিয় সেইবিষয়ে অলপো সন্দেহ নেথাকে। অসমীয়া মানুহৰ ঘৰে ঘৰে যেনেকৈ একোটি পুথি-ভঁড়াল আছে আন কোন দেশৰ মানুহৰ তেনে পুথি-ভঁড়াল আছে কব পাৰে নে? এনে নিভাঁজ সাহিত্যানুৰাগেই অসমীয়া জাতিৰ সাহিত্য-সম্পদৰ মূল।

(১) আমাৰ প্ৰথম পুঁজি হৈছে আমাৰ দেশৰ উজনিৰপৰা নামনিলৈকে প্ৰচলিত গীতবিলাক। গীত মানে মই পৌৰাণিক আৰ্হিৰ ৰচনা কোৱা নাই। কিন্তু অসমীয়া বোৱাৰী-জীয়াৰী আৰু গৰখীয়া ল'ৰা, অসমীয়া ডেকা-গাভৰু আৰু টঙিৰখীয়া, ম'হৰখীয়া মানুহৰ মুখে মুখে চলি অহা, ধাইনাম, গৰখীয়া নাম, বিহুনাম, বিয়ানাম, আইনাম, বাৰমাহী গীত ইত্যাদিৰ কথাহে কৈছো। অনেকে ভাবিব পাৰে যে সাহিত্যৰ লেখত এইবোৰৰ কি মূল্য আছে? কিন্তু মই কওঁ যে এই গাৱঁলীয়া গীতবিলাকত আমাৰ মানুহৰ জাতীয় চৰিত্ৰ যেনেকৈ ফুটি উঠিছে আন কম বিষয়তহে তেনেকৈ ফুটি উঠিছে। পৃথিবীৰ সকলো জাতিৰ ভিতৰতে এনেকুৱা ধৰণৰ গীত প্ৰচলিত আছে আৰু সেই গীতবোৰ সকলো জাতিয়ে অতি আদৰেৰে ৰক্ষা কৰিছে; কিন্তু আজিলৈকে আমি এই স্বভাৱ-সঙ্গীতবিলাকক জাতীয় সম্পত্তি বুলি ভাবিবলৈ শিকা নাই, সেইগুণেই তাক আমি নিৰক্ষৰ চহাৰ হাতত এৰি দি হাত সাৱটি বহি আছোহঁক। এই গীতবিলাকত আমাৰ জাতিৰ শিশু অৱস্থাৰ জীৱনৰ নানা

বিধৰ ভাৱবিলাক—যেনে মৰম, ভয়, ৰং-ধেমালি, প্ৰেম এনে ভাবে গঁথা আছে যে সেইবিলাক লোপ হবলৈ দিলে আমাৰ জাতীয় জীৱনৰ যি আচল ঝৰণা তাকে শুকাই যাবলৈ দিয়াৰ নিচিনা হব। এই গাৱঁলীয়া গীতবিলাক স্বভাৱ-শিশুৰ স্বাধীন হিয়াত উঠা আবেগ-তৰঙ্গৰ ঘাত-প্ৰতিঘাতৰ প্ৰতিধ্বনি। তাত শিল্পীৰ শিল্প-কৌশল নেথাকিব পাৰে, তাত শৃঙ্খলাৱদ্ধ সমাজৰ সজোৱা-পৰোৱা ভাৱৰ লহৰী নেথাকিব পাৰে, কিন্তু আমি সেই প্ৰকৃতিৰ প্ৰেৰণাৰ ভিতৰত জাতীয় জাগৰণৰ মূৰ্ত্তিমান জলন্ত ছবি দেখি মোহিত নোহোৱাকৈ থাকিব নোৱাৰোঁ। সেইগুণেই কওঁ যে এই গাৱঁলীয়া নাওঠা গীতবিলাক আমাৰ সাহিত্যৰ অমূল্য নিধি। এনেহেন জাতীয় সম্পত্তিলৈ আওকাণ কৰিলে লক্ষ্মীয়ে আমালৈ যে পিঠি দিব সি ধ্ৰুৱপ।

(২) আমাৰ আৰু এক সম্পত্তি হৈছে আমাৰ সাহিত্যৰ ভণিতা-বিলাক। এই ভণিতাবিলাক জাতীয় জ্ঞান-ভঁড়ালৰ কমোৱা সোণ। ডাঙৰ পণ্ডিতবিলাকে স্থিৰ কৰিছে যে জাতীয় জীৱনৰ গতকালৰ জ্ঞান আৰু অভিজ্ঞতাৰ ধাৰক স্বৰূপ এই ভণিতাবিলাকক ডাক নামে এজন মহাপুৰুষে সংগ্ৰহ কৰি খৃষ্টীয় সপ্তম শতাব্দীত সাহিত্য আকাৰে অসমীয়া জাতিক দান কৰি গৈছে। ডাক নামে সৰ্চাসঁচিকৈয়ে এজন পুৰুষ আছিল নে নাই, আৰু থাকিলেও তেওঁ কেতিয়া ক'ত জন্ম গ্ৰহণ কৰিছিল তাৰ এতিয়াও একো স্থিৰ সিদ্ধান্ত হোৱা নাই। কিন্তু অসমীয়া সাহিত্যত ডাক-ভণিতা বুলি যি পুথি আছে, তাৰে প্ৰত্যেক ভণিতাকে অসমীয়াৰ মুখে মুখে শুনিবলৈ পোৱা যায়। ডাক-ভণিতাবিলাক অসমীয়া মানুহৰ friend, philosopher and guide স্বৰূপে যে সোঁৱৰণীৰ অতীত কালৰপৰা আজিলৈকে পুৰুষানুক্ৰমে চলি আহিছে তাৰ অকণো ভুল নাই। ডাক-ভণিতাক বহুমূলীয়া বুলি জানিয়েই বহুত চোৰে চুৰকৈ নিবলৈ অনেক বাৰ চেষ্টা কৰিছে, কিন্তু তাক অসমীয়া জাতিৰপৰা চুৰ কৰি নিয়া অতি অঘাইত চোৰৰ পক্ষেও অসম্ভব। এই ভণিতাবিলাক পুথি আকাৰে উজনিৰপৰা নামনিলৈকে হেজাৰ হেজাৰ অসমীয়া মানুহৰ ঘৰত আছে আৰু তাত বাজেও ভণিতাবিলাকে অসমীয়াৰ তেজ-মাংস, হাড়-মগজুত এনে ভাৱে সোমাইছে যে যেতিয়ালৈকে চোৰ বা ডকাইতে অসমীয়াৰ জাতিয়ত্বটো নিব নোৱাৰে তেতিয়ালৈকে এই ভণিতাবিলাক আমাৰপৰা অপহৰণ কৰিব নোৱাৰে। কোনো কোনোৱে আমাৰ এই পূৰ্ব্ব-পুৰুষৰ পুঞ্জীকৃত জ্ঞানৰাশিক কুসংস্কাৰ বুলি ভবা দেখা গৈছে। এইবোৰ

যে আমাৰ জাতীয় সংস্কাৰ তাৰ কোনো ভুল নাই, কিন্তু কুসংস্কাৰ নে সুসংস্কাৰ তাকহে ঠিককৈ কব নোৱাৰি। ভাস্কৰবৰ্ম্মাই হৰ্ষবৰ্দ্ধনক "অগৰুত্বক নিৰ্ম্মিতা" অৰ্থাৎ সাঁচিপতীয়া কি পুথিখন দিছিল কব নোৱাৰি, কিন্তু ডাক-ভণিতা যে ভাৰত-সম্ৰাটক দিবৰ উপযুক্ত উপঢৌকন তাত কোনো সন্দেহ নাই।

( ৩ ) আমাৰ আৰু এটা প্ৰধান সম্পদ হৈছে আমাৰ মন্ত্ৰৰ পুথিবিলাক অৰ্থাৎ বেজালি সাহিত্য। আপোনাসকলে জানে যে কামৰূপ তন্ত্ৰৰ দেশ। এই দেশতে তন্ত্ৰ শাস্ত্ৰৰ জন্ম হৈছিল বুলি কয়। এই তন্ত্ৰৰপৰাই মন্ত্ৰৰ উদ্ভৱ হৈছিল। অতি প্ৰাচীন কালৰেপৰা অনেক সভ্য জাতিয়ে মানুহৰ শৰীৰ আৰু মনৰ ওপৰত মন্ত্ৰৰ প্ৰভাৱ স্বীকাৰ কৰি আহিছে। মন্ত্ৰক অবিশ্বাস কৰিবলৈ গলে তাৰ লগতে তন্ত্ৰকো অবিশ্বাস কৰিব লাগিব। কিন্তু যেতিয়ালৈকে মানুহে প্ৰকৃতি মাৰ্গক অৱলম্বন কৰি থাকিব অৰ্থাৎ ধৰ্ম্ম, অৰ্থ, কাম এই ত্ৰিবৰ্গৰ সাধনা কৰি থাকিব, তেতিয়ালৈকে তন্ত্ৰক অবিশ্বাস কৰিবৰ উপায় নাই। জগতত মানুহৰ পুৰুষাৰ্থ হৈছে চাৰি বিধ, যেনে—ধৰ্ম্ম অৰ্থাৎ নীতি, অৰ্থ অৰ্থাৎ ঐশ্বৰ্য্য বা উপায়, কাম অৰ্থাৎ সংযত কামনা আৰু মোক্ষ হৈছে, পৰমপুৰুষাৰ্থ। যিবোৰ শাস্ত্ৰই কেৱল মোক্ষ লাভৰ উপায় বিধান কৰিছে সেইবিলাকক নিগম শাস্ত্ৰ বোলে। এই মাৰ্গৰ পৰিণতি হৈছে সন্ন্যাসত। এই সুন্দৰ সংসাৰত যতবিলাক উপাদেয় ভোগৰ বস্তু আছে সেইবিলাকৰ মধুৰ ৰসৰ সোৱাদ লৈ, আত্মা-পৰমাত্মাৰ একত্ব অনুভূতিৰ যি সাধনা, তন্ত্ৰ বা আগম শাস্ত্ৰৰ সেয়ে প্ৰতিপাদ্য বিষয়। তন্ত্ৰৰ আচল মানে হৈছে শাসন অৰ্থাৎ সংযমী হৈ ধৰ্ম্ম, অৰ্থ আৰু কাম এই তিনিবৰ্গৰ সাধনা শিক্ষা। পাশ্চাত্য শিক্ষাৰ ফলত এক শ্ৰেণীৰ মানুহ উদ্ভৱ হৈছিল যি তন্ত্ৰৰ নাম শুনিলেই কাণত হাতদি শ্ৰীবিষ্ণু স্মৰণ কৰিছিল, কিন্তু ভাৰতৰ ভাগ্য পৰিবৰ্ত্তনৰ কাৰণেই হওক বা আন যি কাৰণৰপৰাই হওক, আৰ্থাৰ এভেলন, কলিকতা হাইকৰ্টৰ জজ চাৰ জন উড্ৰফৰ নিচিনা ইংৰাজ পণ্ডিতৰ তন্ত্ৰ-শাস্ত্ৰৰ ওপৰত শ্ৰদ্ধা দেখি, আজিকালি সেই শ্ৰেণী মানুহৰ মনতো তন্ত্ৰৰ প্ৰতি অশ্ৰদ্ধাৰ ভাব কম যেন দেখা গৈছে। আশা কৰিব পাৰি যে তন্ত্ৰৰ প্ৰতি মানুহৰ মন আকৃষ্ট হৈ তন্ত্ৰৰ প্ৰকৃত উদ্দেশ্য অসমীয়া মানুহে এদিন ভালকৈ উপলব্ধি কৰিব পাৰিব। আপোনালোকৰ অনেকে শুনিছে যে মন্ত্ৰৰ বলত মানুহে সাপ, বাঘ, ভালুকৰ নিচিনা হিংস্ৰ জন্তুৰ ওপৰতো কেনেকৈ প্ৰভাৱ বিস্তাৰ

কৰে। প্ৰাচীন কামৰূপত উদ্ভৱ হোৱা এই মন্ত্ৰবিলাকে এদিন যে গোটেইখন ভাৰতবৰ্ষত প্ৰভাৱ বিস্তাৰ কৰিছিল, তাৰ প্ৰমাণ হৈছে যে আজিকালিও ভাৰতবৰ্ষৰ যতে ততে মন্ত্ৰৰ লগত "কামৰূপৰ কামাখ্যা মাও" কথাফাঁকি শুনিবলৈ পোৱা যায়। ভাৰতবৰ্ষৰ সকলো দেশৰ মানুহে আজিকালিও এইদেশৰ মানুহক যাদুকৰ বুলি ভাবে। অসম দেশ বুলিলে অনেক ঠাইত নুবুজিব পাৰে কিন্তু "কামৰূপ কামাখ্যা" বুলিলে নুবুজা মানুহ কমহে ওলাব। ভাৰত যুদ্ধত এই দেশৰ ৰজা ভগদত্তৰ পৰাক্ৰম দেখি, তেওঁক "কামৰূপী" আখ্যা দিছিল। মোৰ কেতিয়াবা মনত এনে ভাব হয় যে এই দেশৰ ওপৰত আন দেশৰ মানুহৰ এনে ধাৰণাৰপৰাই এই দেশৰ নাম কামৰূপ হৈছে। এই মন্ত্ৰবিলাকৰ ভাষা অতি পুৰণি। অনেক স্থলত তাৰ অৰ্থই বোধগম্য নহয়। তাৰপৰাই বুজিব পাৰি যে মন্ত্ৰবিলাক আমাৰ অতি প্ৰাচীন সম্পত্তি।

(৪) আমাৰ ধৰ্ম্ম-সাহিত্য এটা প্ৰধান সম্পত্তি। সাহিত্যৰ এই বিভাগত আমি যিমান চহকী আন কোনো বিভাগতে সিমান চহকী নহওঁ। অসমীয়া সাহিত্যৰ বুৰঞ্জী লিখা হোৱা নাই। কেতিয়া কোনে তাক লিখিব তাকে কব নোৱাৰোঁ, কিন্তু সেই বুৰঞ্জী লিখা হলে দেখিব যে প্ৰায় খৃষ্টীয় বাৰ শতিকাৰ আৰম্ভতে এই দেশত ধৰ্ম্ম-সাহিত্যৰ উৎপত্তি হৈছিল। যিবোৰ মানুহৰ হাতত ধৰ্ম্ম শিক্ষাৰ ভাৰ আছিল, যেতিয়া তেওঁবিলাকে দেখিলে যে সৰ্ব্বসাধাৰণৰ ভিতৰতো ধৰ্ম্মজ্ঞানৰ নিমিত্তে আকাঙ্ক্ষা জাগৰিত হৈছে, তেতিয়া তেওঁবিলাকে অশিক্ষিত আৰু অৰ্দ্ধশিক্ষিত মানুহৰ মনৰ আকাঙ্ক্ষা পূৰণ কৰিবৰ নিমিত্তে সংস্কৃত-সাগৰ মথন কৰি সনাতন ধৰ্ম্মৰ অমূল্য ৰত্নবিলাক উদ্ধাৰ কৰি সকলো বৰ্ণৰ ভিতৰত সমানে বিলাই দিলে। আমাৰ দেশৰ কোন মানুহজনে অতি প্ৰথমতে এই মহৎ কামত হাত দিলে তাক আমি এতিয়াও ঠিককৈ জানিব পৰা নাই। আজিলৈকে যিমান জানিব পৰা গৈছে, প্ৰহ্লাদ-চৰিত্ৰৰ অসমীয়া অনুবাদক কবিবৰ হেমসৰস্বতীৰ পিতাক ৰুদ্ৰসৰস্বতী বা ৰুদ্ৰকন্দলিয়েই প্ৰথমতে দেশীয় ভাষাত মহাভাৰতৰ দ্ৰোণ পৰ্ব্বৰ এক অংশ অনুবাদ কৰে। তেওঁ লিখাত এইদৰে ভণিতা দিছে—"সাত্যকি প্ৰবেশ এইমানে সমাপতি। হৰিৰ সেৱক ৰুদ্ৰকন্দলি সম্প্ৰতি।" ৰুদ্ৰকন্দলিয়ে বা সম্ভৱতঃ তেওঁৰ আগৰ কোনো কবিয়ে যে এই সংস্কৃত সাহিত্যৰ অগাধ সমুদ্ৰ মথিবলৈ আৰম্ভ কৰিলে, তেতিয়াৰপৰা আমাৰ ভাষাত ৰামায়ণৰ অনুবাদ, নানা পুৰাণৰ অনুবাদ হবলৈ ধৰিলে। মাধৱ কন্দলিয়ে বাল্মীকি ৰামায়ণ

অতি সুললিত পদ্য ভাষাত লিখি অসমীয়া মানুহৰ হাতত দিলে। এইজন কবিয়েই অসমীয়া ভাষাক যি সাঁচত ঢালিলে, সেই সাঁচেই প্রায় আজিলৈকে চলি আহিছে। অসমীয়া সাহিত্যৰ পূর্ণচন্দ্র শঙ্কৰদেৱেও এইজন কবিৰ আৰ্হি লৈহে অসমীয়া পদ্য লিখিবলৈ আৰম্ভ কৰে। ইংৰাজী সাহিত্যত মহাকবি চচাৰৰ ( Chaucer ) যি স্থান, অসমীয়া সাহিত্যত মাধব কন্দলিৰো সেই স্থানেই। ৰুদ্ৰকন্দলি, হেমসৰস্বতী আৰু মাধৱ কন্দলি ( সম্ভৱতঃ দুর্গাবৰ আৰু পীতাম্বৰ চক্রবর্ত্তীও ), শঙ্কৰদেৱ, মাধৱদেৱ, ৰামসৰস্বতী, অনন্তকন্দলি, শ্রীধৰ কন্দলি আৰু আন আন বহুত কবিৰ পূর্ব্ববর্ত্তী আছিল। তেওঁবিলাকে অসমত যি ধৰ্ম্ম-সাহিত্যৰ সূত্ৰপাত কৰিলে পৰবর্ত্তী কালত শঙ্কৰদেৱ আৰু তেওঁৰ সমসাময়িক আৰু পাচৰ আন কবিয়ে তাৰ শ্ৰী শতগুণে বঢ়াই জাতীয় জীৱনত ধৰ্ম্ম-সাহিত্যৰ প্ৰভাৱ বিস্তাৰ কৰি থৈ গৈছে। কিন্তু শঙ্কৰদেৱৰ প্ৰতিভাৰ আভাই আমাৰ ধৰ্ম্ম-সাহিত্যক যেনেকৈ উজ্জ্বল কৰিছে আন কোনো কবিৰ প্ৰতিভাই তেনে কৰিব পৰা নাই। জনসাধাৰণৰ মাজত পৌৰাণিক ধৰ্ম্মৰ প্ৰতিষ্ঠাৰ উদ্দেশ্যেই যে আমাৰ ধৰ্ম্ম-সাহিত্য ৰচিত হৈছিল তাত কোনো ভুল নাই আৰু সেই উদ্দেশ্য যে অতি সুন্দৰকৈ সফল হৈছিল, অসমীয়া জাতিৰ বৰ্ত্তমান জীৱনেই তাৰ আচল প্ৰমাণ। সিদিনা মাজুলীত ৰাজ-প্ৰতিনিধি লৰ্ড চেমছ্‌ফৰ্ডে কি কি কৈছে, আপোনালোকে সকলোৱে শুনিছে। তেওঁ আমাৰ চাৰি সত্ৰীয়া গোসাঁঞিসকলক আগত লৈ যি কৈ গৈছে তাৰ প্ৰত্যেক আখৰেই সঁচা। তেওঁ কৈছে ঃ—

"Assam is now and always has been a deeply religious Province. About 450 years ago a wave of Vaisnavite reform passed over India and nowhere was the movement stronger and deeper than in Assam."

গোসাঁঞিসকলক উল্লেখ কৰি কৈছিল ঃ—

"Both by their example and by their precept, the Abbots the Majuli have made the people of the Brahmaputra Valley, what they are today, one of the most peaceable and loveable races in India, nature's true gentlemen."

অসমীয়া ভাষাত কবলৈ হলে, তেওঁ কৈছিল যে অসম দেশখন আগৰে-পৰা আজিলৈকে এখন পৰম ধাৰ্ম্মিক দেশ। প্ৰায় চাৰে চাৰিশ বছৰৰ আগেয়ে গোটেইখন ভাৰতবৰ্ষ ব্যাপি যি এটা বৈষ্ণৱ ধৰ্ম্মৰ ঢৌ উঠিছিল তাৰ

প্ৰভাৱ আন কোনো দেশতে অসমতকৈ বেছি বিস্তাৰ হোৱা নাছিল। আজি যে ব্ৰহ্মপুত্ৰ উপত্যকাৰ মানুহবিলাক ভাৰতবৰ্ষৰ আন সকলো দেশৰ জাতি-বিলাকতকৈ শান্ত আৰু মৰমলগা আৰু স্বভাৱতে ভদ্ৰ, তাৰ মূলত মাজুলীৰ এই গোসাঁঞিসকলৰ দৃষ্টান্ত আৰু শিক্ষায়ে। অসমৰ ধৰ্ম্ম-সাহিত্যৰ শিক্ষাই যে এই গোসাঁঞিসকলৰ শিক্ষা তাক নকলেও হব। এই ধৰ্ম্ম-সাহিত্যই অসমীয়া মানুহৰ মনত নতুন আশা, নতুন আকাঙ্ক্ষা জাগৰিত কৰি প্ৰাণত নতুন জীৱন সঞ্চাৰ কৰিলে আৰু ভাৰতবৰ্ষৰ এটা পৰ্ব্বতীয়া চুকত পৰি থাকিও তেওঁবিলাক যে ভাৰতীয় শিক্ষা আৰু ভাৱৰ অধিকাৰী তাক ভালকৈ বুজিবলৈ দিলে। যি শিক্ষাৰ পৰা মানুহে নিজৰ আত্মাৰ প্ৰসাৰ বুজিব পাৰে আৰু যি শিক্ষাৰপৰা আনৰ লগত নিজৰ একত্ববোধ জাগৰিত হয়, সেই শিক্ষা অসমীয়া মানুহে এই ধৰ্ম্ম-সাহিত্যৰপৰাই লাভ কৰিছে। এই ধৰ্ম্ম-সাহিত্যক অসমীয়া মানুহে চিৰকাল অতি যতনেৰে প্ৰতিপাল কৰি আহিছে। সেই কাৰণে তাৰ বিষয়ে বহলাই কবৰ কোনো সকাম নাই। মুঠতে ইয়াকে কলেই হব যে অসমৰ ধৰ্ম্ম-সাহিত্য অসমীয়া মানুহৰ জাতীয় জীৱনৰ ঘাই সম্বল আৰু মোল নাইকিয়া বাপতি সাহোন।

(৫) ধৰ্ম্ম-সাহিত্যৰ অঙ্গস্বৰূপে শঙ্কৰদেৱ, মাধৱদেৱ আদি কবিসকলে অসমীয়া ভাষাত যি নাট্য সাহিত্যৰ সৃষ্টি কৰিলে সি অসমৰ অনুপম সম্পদ। যি কালত এই মহাপুৰুষসকলে আমাৰ নাট্য-সাহিত্য শ্ৰজন কৰিলে, সেইকালত ভাৰতবৰ্ষত নিচেই কম দেশতহে দেশীয় ভাষাত নাট্য-সাহিত্য আছিল। এই নাট্য-সাহিত্যই অসমীয়া মানুহৰ হৃদয়ত লীলাতত্ত্বৰ মধুৰ অমিয়া প্ৰবাহ বোৱাই অসমীয়া মানুহৰ জীৱন সুখময় আৰু আনন্দময় কৰি তুলিছিল। এই নাট্য-সাহিত্য অসমীয়া মানুহৰ এটা আপুৰুগীয়া সম্পদ।

(৬) ধৰ্ম্ম-সাহিত্যৰ আৰু এটা অঙ্গ হৈছে আমাৰ সঙ্গীত-সাহিত্য। অসমীয়া মানুহক কোনো কোনোৱে সঙ্গীতপ্ৰিয় জাতি নহয় বুলিব খোজে, কিন্তু এই কথাৰ কোনো ভেঁটি নাই তাক অসমৰ সঙ্গীত-সাহিত্যয়ে প্ৰমাণ কৰিছে। শঙ্কৰদেৱ-মাধৱদেৱৰ ওচৰত অসমীয়া জাতি সঙ্গীত-সাহিত্যৰ নিমিত্তে কিমান ঋণী তাক কৈ ওৰ পেলাব নোৱাৰি। শঙ্কৰদেৱৰ আগেয়ে এই দেশত চহা-সঙ্গীত ( folk-songs ) থাকিলেও সুকুমাৰ বিদ্যা বুলি সঙ্গীত অভ্যাস কৰা কোনো প্ৰমাণ পোৱা নেযায়। অৱশ্যে শঙ্কৰদেৱৰ পিচত অনিৰুদ্ধ, ৰামানন্দ আদি কবিয়ে ধৰ্ম্ম-বিষয়ে অনেক সঙ্গীত ৰচনা কৰি সঙ্গীত-

সাহিত্যৰ সৌন্দৰ্য্য বঢ়াই গৈছে। সঙ্গীত-সাহিত্যৰ অঙ্গস্বৰূপে এই দেশত আৰু ভাৰতবৰ্ষত নানাবিধ বাদ্যযন্ত্ৰও যে প্ৰচলিত হৈছিল তাৰ স্পষ্ট প্ৰমাণ পোৱা গৈছে। ধৰ্ম্ম-সাহিত্যই যেনেকৈ ভাৰতবৰ্ষৰ আন আন জাতিৰ লগত আমাৰ সম্বন্ধৰ সূত্ৰপাত কৰিছিল, তেনেকৈয়ে সঙ্গীত-সাহিত্যয়ো অসমীয়া জাতি যে বিৰাট ভাৰতীয় আৰ্য্য জাতিৰে এটা অঙ্গ সেই ভাব দৃঢ় কৰি তুলিছিল। তেনেহলে এনে এটা সাহিত্যক জাতীয় সম্পদ নুবুলি কি বুলিব?

(৭) নাট্য-সাহিত্যৰ দৰে গল্প-সাহিত্যও অসমীয়া জাতিৰ এটা বিশেষ সম্পত্তি। অসমীয়া জাতিয়ে যেনে পুৰণি গদ্য-সাহিত্যৰ গৌৰৱ কৰিব পাৰে আন কোনো জাতিয়ে তেনে গৌৰৱ কৰিব নোৱাৰে। ভট্টদেৱৰ কথা-গীতা দেখি ঋষি-কল্প বিজ্ঞান-আচাৰ্য্য ছাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ে যোৱা বছৰত ছাত্ৰ-সম্মিলনীত এই তেজপুৰতে কি অভিমত প্ৰকাশ কৰি গৈছিল বোধকৰো তাক আপোনাসকলৰ মনত থাকিলেও তাক উল্লেখ কৰা একো অসঙ্গত নহব। তেওঁ এইদৰে কৈছিল—

"Assamese prose literature developed to a stage in the far distant sixteenth century, which no other literature of the world reached, except the writings of Hooker and Latimer in England. The Katha Gita shows clearly that the Assamese literature developed to a standard in the sixteenth century which the Bengalee literature has reached only in the time of Iswar Chandra and Bankim Chandra. In fact, if some Assamese scholars now get up and say that it is the Bengalee who has borrowed his prose from Assamese literature and enriched his own, it will be very difficult to dislodge him."

ইয়াৰ অৰ্থ হৈছে যে অতি দূৰৰ ষোল শতিকাত অসমীয়া গদ্য-সাহিত্য যিমান উধাইছিল, ইংলণ্ডৰ হুকাৰ আৰু লেটিমাৰৰ লিখা বাদ দিলে, পৃথিবীৰ আন কোনো সাহিত্যই সিমান উধাব পৰা নাছিল। কথা-গীতাই ভালকৈ দেখুৱাইছে যে অসমীয়া সাহিত্যই ষোল শতিকাত যি অৱস্থা পাইছিল, বঙালী সাহিত্যই ঈশ্বৰচন্দ্ৰ আৰু বঙ্কিমচন্দ্ৰৰ দিনতহে সেই অৱস্থা পাইছিল। প্ৰকৃততে যদি কোনো অসমীয়া পণ্ডিতে এতিয়া উঠি কয় যে বঙালীয়েহে অসমীয়া সাহিত্যৰপৰা গদ্য ধাৰ কৰি নি তেওঁবিলাকৰ সাহিত্য চহকী কৰিছে তেনেহলে তেওঁক পৰাস্ত কৰা টান হব।

ছাৰ প্ৰফুল্লই অকল কথা-গীতাৰ গদ্যৰ আৰ্হি দেখিয়েই এইদৰে কবলৈ বাধ্য হৈছিল। কিন্তু কথা-ভাগৱত, কথা-ৰামায়ণ, কথা-ঘোষা আদি গ্ৰন্থৰ গদ্য ভাষাৰ আৰ্হি দেখা হলে আৰু যে কি কলেহেঁতেন তাক সহজে অনুমান কৰিব পাৰি। আমাৰ মানুহে আজিও আমাৰ এই গদ্য-সাহিত্য সম্পদৰ মোল বুজিবপৰা নাই। নহলে আমি আজি কথা-গীতাৰ দৰে কথা-ভাগৱতো সকলো অসমীয়াৰ হাতে হাতে দেখিলোঁহেঁতেন। সি যি কি নহওক, গল্প-সাহিত্য যে অসমৰ এটা বহুমূলীয়া সম্পত্তি তাত একো ভুল নাই।

(৮) আমাৰ বুৰঞ্জী-সাহিত্যও আৰু এটা তুলনা নাইকিয়া সম্পত্তি। ভাৰতবৰ্ষৰ কোনো দেশীয় ভাষাই আমাৰ দেশৰ বুৰঞ্জীৰ নিচিনা গৌৰব কৰিব নোৱাৰে। এই দেশত আহোম ৰাজ্যৰ প্ৰতিষ্ঠা তেৰ শতিকাত হয়। তেতিয়াৰেপৰা এই দেশত ধাৰাবাহিকৰূপে ঐতিহাসিক ঘটনাবিলাক লিখি ৰখা দস্তুৰ আৰম্ভ হয়। আগৰদিনত অসমীয়া ভাল মানুহৰ বুৰঞ্জী-জ্ঞান এটা বৰ লাগতিয়াল গুণ বুলি গণ্য হৈছিল। সেই কালত অসমীয়া মানুহে যে কেৱল নিজৰ দেশৰহে বুৰঞ্জী আলোচনা কৰিছিল তেনে নহয়; ওচৰ-চুবুৰীয়া জাতিবিলাকৰ বুৰঞ্জী তেওঁবিলাকৰ আলোচনাৰ বিষয় আছিল। কিছুদিন পূৰ্ব্বে মই এখন অসমীয়া ভাষাত লিখা বৰ্দ্ধমানৰ বুৰঞ্জী পুৰণি পুথি পাইছিলোঁ। গৌৰীপুৰত বঙ্গ-সাহিত্য-সম্মিলন হোৱাত গৌৰীপুৰৰ ৰজা বাহাদুৰৰ অনুৰোধত সেই পুথিখন মই সম্মিলনীত দেখুৱাবৰ নিমিত্তে পঠাইছিলোঁ। কবলৈ বৰ বেজাৰ আৰু লাজ লাগে যে পুথিখনত কোনোবা বঙ্গীয় সাহিত্যিকৰ হাত পৰিল। অনেক চেষ্টা কৰিও আৰু পুথিখন ঘূৰাই নেপালোঁ। আহোম ৰজাবিলাকে অসমীয়া ভাষা গ্ৰহণ কৰা দিনৰেপৰা অসমীয়া সাহিত্যৰ অনেক উপকাৰ সাধন কৰিছিল কিন্তু তাৰ ভিতৰত বুৰঞ্জী-সাহিত্যই তেওঁবিলাকৰ প্ৰধান দান। যি বুৰঞ্জী-সাহিত্য বুদ্ধিস্বৰ্গনাৰায়ণ, চক্ৰধ্বজ, ৰুদ্ৰসিংহ, শিৱ-সিংহৰ নিচিনা ৰজাৰ চৰিত্ৰই, মোমাই তামুলী, লাচিত ফুকন, কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা, পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ নিচিনা মন্ত্ৰীৰ চৰিত্ৰই আৰু ৰমণী গাভৰু, নাংবক্ৰ আৰু জয়মতীৰ নিচিনা নাৰী চৰিত্ৰই অলঙ্কৃত কৰিছে, সেই বুৰঞ্জী সাহিত্য যে আমাৰ কিমান ডাঙৰ সম্পত্তি তাক বিশেষকৈ কোৱাৰ আৱশ্যক নাই। আন আন দেশৰ ৰজাবিলাকৰ লগত আমাৰ দেশৰ ৰজাৰ যিবোৰ ঐতিহাসিক চিঠি লিখালিখি হৈছিল, সেই চিঠিবোৰো আমাৰ বুৰঞ্জী-সাহিত্যৰ এটা বিশেষ অলঙ্কাৰ।

(৯) অসম দেশৰ বনভূমিত চৰি-ফুৰা বনৰীয়া হাতীবিলাক অতি পুৰণি কালৰেপৰা আজিলৈকে এটা ডাঙৰ সম্পত্তি বুলি গণ্য হৈ আহিছে। কুৰুক্ষেত্ৰ যুদ্ধত এই দেশৰ ৰজা ভগদত্তই যি এটা প্ৰকাণ্ড হাতীৰ ওপৰত উঠি যুদ্ধ কৰিছিল, তাক দেখি ভাৰতবৰ্ষৰ সকলো ৰজাই আচৰিত মানিছিল। মহাকবি কালিদাসে এই দেশৰ ৰজাৰ হাতী-বাহিনীৰ প্ৰশংসা কৰি তাক অমৰ কীৰ্ত্তি দান কৰি গৈছে। আজিকালিও এই দেশৰ হাতীয়ে দেশ-দেশান্তৰলৈ গৈ নিজৰ নিমিত্তে আৰু নিজৰ জন্মভূমিৰ নিমিত্তে অক্ষয় কীৰ্ত্তি আৰ্জ্জিছে। মোহন গজৰ কীৰ্ত্তি আজিলৈকে নেপাল দেশত জ্বলি আছে। এই দেশত বনৰীয়া হাতী ধৰি তাক ঘৰচীয়া কৰা প্ৰণালী আৰু তাক ৰাজ্যৰ নানা কামত লগোৱা দস্তুৰ আৰু কি হাতীৰ কি লক্ষণ, হাতীৰ কি ৰোগ হলে কি চিকিৎসা কৰিব লাগে ইত্যাদি বিষয়ৰ নানা পুথি লিখি আমাৰ পূৰ্ব্বপুৰুষ-বিলাকে আমাৰ সাহিত্যৰ ভঁড়াল চহকী কৰি থৈ গৈছে। এই হস্তীবিদ্যা অসম দেশৰ এটা অনুপম সম্পদ। মই আজি ইয়াত দেখুৱাবৰ নিমিত্তে হস্তীবিদ্যাৰ্ণব নামে যি এখন পুথি আনিছোঁ তাক দেখিলে আপোনাসকলে ভালকৈ বুজিব পাৰিব যে আগৰ কালত অসম দেশত হস্তীবিদ্যাৰ কেনে আলোচনা হৈছিল। এই পুথিৰ সুন্দৰ সুন্দৰ চিত্ৰবিলাকে আগৰ দিনত আমাৰ দেশত চিত্ৰবিদ্যাৰ কেনে অনুশীলন আছিল সেই বিষয়েও কিছু আভাস দিব। এই পুথিখন দেখি ৰবীন্দ্ৰনাথ ঠাকুৰৰ নিচিনা কবি আৰু ছাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ৰ নিচিনা বৈজ্ঞানিক মোহিত হৈ গৈছে। আমাৰ ভূতপূৰ্ব্ব চীফ্ কমিছনাৰ ছাৰ আৰ্চদেল আৰ্ল চাহাবে এই পুথি দেখি কৈছিল যে এনে এখন আচৰিত গ্ৰন্থ য়ুৰোপৰ কোনো দেশতো নোলাব।

(১০) আমাৰ সাহিত্যৰ আৰু এটা প্ৰধান সম্পদ হৈছে আমাৰ দেশৰ পুৰণি পুথিবিলাক। আপোনাসকলে বোধকৰোঁ জানে যে মোৰ দিহামতেই অসম গৱৰ্ণমেণ্টে আমাৰ দেশৰ পুৰণি পুথিবিলাকক ধ্বংসৰ হাতৰপৰা ৰক্ষা কৰিবলৈ যত্ন কৰে। সেই কামৰ নিমিত্তে মোক গৱৰ্ণমেণ্টে ছমাহৰ নিমিত্তে Special dutyত (বিশেষ কামত) নিযুক্ত কৰে। কবলৈ লাজ আৰু বেজাৰ লাগে যে কেইজনমান চকুচৰহা আৰু হিংসাকুৰীয়া মানুহে মোৰ বিপক্ষে এনে এটা ষড়যন্ত্ৰ সৃষ্টি কৰে যে মই এই দেশহিতকৰ কামটো অতি উৎসাহেৰে হাতত লৈয়ো আধৰুৱা অৱস্থাতে তাক এৰি দিবলৈ বাধ্য হওঁ। মই কেৱল কেইখনমান জিলাৰপৰা লৰালৰিকৈ বেলেগ বেলেগ বিষয়ৰ প্ৰায় আঢৈশখন-

মান পুথিহে সংগ্ৰহ কৰিব পাৰিলোঁ। তেতিয়া মই অসম দেশত থকা পুথিৰ মোটামুটি এটা পিয়ল লৈ দেখিছিলোঁ যে আমাৰ দেশত কমকৈও বেলেগ বেলেগ বিষয়ত প্ৰায় পাঁচ হেজাৰমান পুথি আছে। সেই পুথিবিলাকৰ এখন তালিকা প্ৰস্তুত কৰা অসম সাহিত্য-সভাৰ এটা বৰ উচিত কাম হব বুলি ভাবোঁ। এই পুথিবিলাক অসমীয়া মানুহে নিজৰ প্ৰাণতকৈয়ো মূল্যবান বুলি ভাবে। এনে ভাৱৰপৰাই এই পুথিবোৰ আজিলৈকে তিষ্ঠি আছে; নহলে অতদিনে কি জানি তাৰ অস্তিত্বই লোপ হ'লহেঁতেন। তথাপি বছৰি বছৰি যে আমাৰ দেশত কত পুথি নষ্ট হৈছে তাৰ ঠিকনা নাই। আমাৰ দেশৰ মানুহৰ ঘৰবিলাক কাঠ-বাঁহৰ আৰু এই দেশৰ হাৱাও স্বভাৱতে সেমেকা। বছৰি বছৰি কত ঘৰ পুৰি গৈছে, কত ঘৰ ভাগি গৈছে, কত ঘৰ বানপানীত ভাহি গৈছে আৰু তাৰ লগে লগে কত পুথি নষ্ট হৈছে, তাৰ কথা ভাবিলে স্বাভাৱিকতেই চকুৰ পানী ওলায়। মই আপোনাসকলক দেখুৱাবৰ নিমিত্তে আৰু এখন পুথি আনিছোঁ। এইখন কবিৰাজ চক্ৰবৰ্ত্তীয়ে কৰা "শঙ্খচুড-বধ কাব্য"। এই পুথিখনো নানাবৰণীয়া চিত্ৰেৰে ভৰা। এই পুথিখন মই এজনী কেও-কিছু নাইকিয়া বুঢ়ী বিধবা তিৰোতাৰ হাতত পাওঁ। তাইৰ উৰুখা ঘৰৰ তলত পুথিখনৰ কি অৱস্থা হ'ল, তাক আপোনাসকলে নিজ চকুৰে চাবৰ নিমিত্তে পুথিখন লৈ আহিছোঁ। এই পুথিখন দেখুৱায়ে মই চীফ কমিছনাৰ চাহাব বাহাদুৰৰ মনোযোগ অসমীয়া পুথিৰ প্ৰতি আকৰ্ষণ কৰোঁ। এই পুথিখনৰ এনেকুৱা শোচনীয় অৱস্থা দেখি আৰু এনে বহু পুথি বছৰি নাশ হ'ব লাগিছে বুলি শুনিয়েই তেওঁ সেইবিলাকক ৰক্ষা কৰিবৰ বিধান কৰে। কিন্তু আমাৰ যেনে দুৰ্ভাগ্য, বিধতাই দিলেও তিৰোতাই নিদিয়াৰ নিচিনাকৈ, শিক্ষাৰ অভিমান কৰা, দেশপ্ৰেমিকৰ ভাও ধৰা অসমীয়া মানুহেই তাত প্ৰতিবন্ধক জন্মালে। ইয়াতকৈ আৰু কিবা বেজাৰৰ কথা আছে নে? এতিয়াও কওঁ যদি আপোনাসকলে প্ৰকৃতপক্ষে অসমীয়া সাহিত্যৰ উন্নতি কৰিব খোজে তেনেহলে পোনপ্ৰথমতে আমাৰ এই অমূল্য সম্পদ পুথিবোৰক ধ্বংসৰ হাতৰপৰা ৰক্ষা কৰিবলৈ চেষ্টা কৰক।

ওপৰত অসমীয়া সাহিত্যৰ যি দহোটা সম্পদৰ উল্লেখ কৰিলোঁ তাত বাজে যে আমাৰ সাহিত্য সম্পদ নাই এনে নহয়, কিন্তু সেইবিলাকৰ কথা কৈ আৰু আপোনাসকলক আমনি লগাব নোখোজোঁ। এনেবিলাক সাহিত্য-সম্পদৰ পুঁজি যেতিয়া আমাৰ হাতত আছে, মোৰ বোধেৰে আমি অতি

সাহেৰে সাহিত্য-ক্ষেত্ৰত কাম কৰিবলৈ আগবাঢ়িব পাৰোঁ। অতুলনীয় পৈতৃক সম্পত্তিৰ অধিকাৰী হৈয়ো, এটা মানুহে নিজে কোনো কাম নকৰি বহি খাবলৈ ধৰিলে তাক যেনেকৈ সকলোৱে ঘিণ কৰে আৰু অসাঠন আৰু অভাজন বোলে, সেইদৰে সাহিত্য-জগতত আমি এনে সম্পদৰ অধিকাৰী হৈয়ো, নিজৰ সাধনা অনুসৰি এই সম্পদবিলাকৰ যথোচিত ব্যৱহাৰ কৰি যদি তাক বঢ়াবলৈ যত্ন নকৰোঁহঁক, তেনেহলে আমাৰ দশাও তেনেই হ'ব। আমি যদি নিজ নিজ সুবিধাৰ উচিত ব্যৱহাৰ নকৰোঁ তেনেহলে ইয়াকেই প্ৰমাণ কৰিমহঁক যে আমি এনেবিলাক সম্পদৰ অধিকাৰী হবৰ সম্পূৰ্ণ অযোগ্য; "এক পুৰুষে সাত হাল বায়। সাত পুৰুষে নাম কৈয়ে খায়॥" এই পটন্তৰ আমাৰ গাতে ভালকৈ ফলিয়াব।

## আমাৰ কৰ্ত্তব্য

এতিয়া কথা হৈছে আমি সাহিত্যৰ উন্নতি কৰিবলৈ হলে কি কৰিব লাগিব। সংক্ষেপে কবলৈ গলে আমাৰ কৰিবলগীয়া কাম হৈছে যি আছে তাক ৰক্ষা কৰা আৰু যি নাই তাক অৰ্জ্জন কৰা। আমাৰ যি আছে তাৰ আভাস মই ওপৰত অলপমান দিছোঁ। এনেবিলাক সম্পদৰ কোনটো কি উপায়ে ৰেৰক্ষা কৰিব পাৰি তাৰ আলোচনা কৰি সোনকালে কাম হাতত নললে পিচত মূৰ ভুকুৱাই মৰিলেও তাৰ কোনো ফল নহব। অভিভাষণত এইবোৰ উন্মুকিয়াই দিয়াৰ বাহিৰে বিতংকৈ আলোচনা কৰা অসম্ভৱ। বেলেগ বেলেগ বিষয়ে তলতীয়া সমিতি পাতি তাৰ বিষয়ে উপায় নিৰ্দ্ধাৰণ কৰক, যাতে হেলাত কাৰ্য্য নাশ নহয়। পুৰণিক ৰক্ষা কৰিবৰ নিমিত্তে আমি যেনেকৈ তৎপৰ হব লাগে, নতুনকৈ সৃষ্টি কৰিবলৈকো সেইদৰে আগবাঢ়িব লাগে। নহলে জাতীয় জীৱনত পঁয়া লাগিব।

## টকা লাগে

সাহিত্যৰ প্ৰকৃত উন্নতি কৰিবলৈ হলে জয়জয়তে আমাক টকা লাগে। টকা নহলে কোনো কামকে কৰিব নোৱাৰি। ধনেই ধৰ্ম্মৰ মূল বুলি বুঢ়ালোকে এনেই কৈ যোৱা নাই। আপোনাসকলে এই টকা গোটোৱা কাম আগেয়েই হাতত লৈছে। গুৱালপাৰা আৰু বৰপেটাৰ মানুহে যেনেকৈ মুকলি হাতেৰে এই কাৰ্য্যৰ নিমিত্তে বৰঙণি দিছে, এইবাৰ তেজপুৰৰ মানুহেও সেইদৰেই বৰঙণি দিব

বুলি আশা নকৰিবৰ কোনো কাৰণ নেদেখোঁ। সেইদৰে বছৰি বছৰি সাহিত্য-সন্মিলনৰ অধিবেশন পাতি প্ৰত্যেক জিলাৰ আৰু মহকুমাৰপৰা বৰঙণি তুলি আনি অচিৰে জাতীয় সাহিত্যৰ উন্নতিৰ অৰ্থে এটা টকাৰ ডাঙৰ পুঁজি হাতত লব পাৰোঁ। আমাৰ দেশত ধনী মানুহ নেথাকিলেও এতিয়াও খাবলৈ নাইকিয়া, পিন্ধিবলৈ নাইকিয়া মানুহৰ সংখ্যা নিচেই তাকৰ। ৰাইজে নখ জোকাৰিলে নদী বয়। অসমীয়া ৰাইজক বুকুত লৈ আমি নিশ্চয় এটা সাহিত্য বিষয়ে জাতীয় পুঁজি কৰিব পাৰোহঁক। এনে এটা পুঁজি আমাৰ হাতত হলেই আমি (১) আমাৰ দেশৰ এতিয়াও ছপা নোহোৱা পুৰণি পুথিবিলাক ছপা কৰি উলিয়াব পাৰোহঁক। (২) পুৰস্কাৰ ঘোষণা কৰি অনেক বিষয়ত ভাল ভাল মৌলিক গ্ৰন্থ লিখাব পাৰোহঁক। (৩) উপযুক্ত মানুহ নিযুক্ত কৰি গোটেইখন দেশত সিঁচৰতি হৈ পৰি থকা মূল্যবান গ্ৰন্থবিলাক সংগ্ৰহ কৰি এঠাইত সাহিত্য-সভাৰ এটা পুথি-ভঁড়াল স্থাপন কৰিব পাৰোহঁক। আৰু (৪) সাহিত্য-সভাৰ মুখপত্ৰ স্বৰূপে এখন ভাল মাহেকীয়া কাকত উলিয়াই মানুহৰ মাজত দেশ-বিদেশৰ জ্ঞান বিস্তাৰ কৰিব পাৰোহঁক। টকা থাকিলেও সাহিত্যৰ উন্নতিৰ নিমিত্তে আৰু কিমান কৰিব পাৰোহঁক। অসমীয়া মানুহৰ সাহিত্যানুৰাগৰ কথা পূৰ্ব্বেই কৈ আহিছো। অসমীয়া মানুহৰ এটা প্ৰধান গুণ হৈছে তেওঁলোকৰ মাতৃভাষাৰ ওপৰত স্নেহ। এই গুণটো অসমীয়া মানুহৰ কি মতা, কি তিৰোতা, কি বুঢ়া, কি ল'ৰা সকলোৰে ভিতৰত সমান ভাৱে থকা দেখা যায়। সকলো জাতিৰে নিজৰ মাতৃভাষাৰ ওপৰতে স্নেহ থকা স্বাভাৱিক, কিন্তু অসমীয়া মানুহৰ অনুৰাগ যিমান বেছি আন কম জাতিৰ হে তেনে অনুৰাগ দেখা যায়। অসমীয়া মানুহক অতি সহজে খং তোলাব খুজিলে আন একো নকৰি কেৱল অসমীয়া ভাষাক নিন্দা কৰিবা। তেতিয়া দেখিবা লৰ্ড চেমছ্‌ফোৰ্ডৰ শান্তশিষ্ট অসমীয়া মানুহে কেনে ৰুদ্ৰমূৰ্ত্তি ধাৰণ কৰে। অসমীয়া মানুহৰ মাতৃভাষাৰ প্ৰতি এই নিভাঁজ প্ৰেমৰ যদি আমি সজ ব্যৱহাৰ কৰিব পাৰোঁ, তেনেহলে এনে টকাৰ পুঁজি গঠন কৰা একো টান কাম নহব। কিন্তু অকল টকা হলেই অসমীয়া সাহিত্যৰ উন্নতি কৰিবপৰা নেযাব। সাহিত্যক্ষেত্ৰত আমাৰ কি কি অভাৱ আছে তাক ভালকৈ বুজি লব লাগিব।

আমি এতিয়া ধীৰভাৱে ভাবি চাব লাগে যে আজিকালি আমি সাহিত্য-ক্ষেত্ৰত গৌৰৱ কৰিব লগা কিবা কাম কৰিব পাৰিছোঁহঁক নে? বোধকৰো আপোনাসকলে সকলোৱে এক বাক্যে স্বীকাৰ কৰিব যে আগৰ দিনত

আমাৰ সাহিত্য যেনে চহকী আছিল, আজিকালিৰ দিনত সি তেনে দুখীয়া। আমাৰ বৰ্ত্তমান সাহিত্যত আছে কেইখনমান স্কুলীয়া ল'ৰাৰ পাঠ্য কিতাপ আৰু কেইখনমান তৃতীয় শ্ৰেণীৰ নাটক আৰু উপন্যাস। যদি আমি সঁচাকৈয়ে অসমীয়া ভাষাৰ উন্নতি কৰিব খুজিছোঁ তেনেহলে তাৰ বৰ্ত্তমান দীন অৱস্থা দূৰ কৰিব লাগিব। তাকে কৰিবলৈ হলে আমাৰ দেশৰ শিক্ষিত লোকসকলে কোনো লাভৰ আশা নকৰাকৈ মাতৃভাষাৰ সেৱা ব্ৰত কৰিব লাগিব; জাতীয় স্বাৰ্থৰ ওচৰত নিজৰ স্বাৰ্থ বলিদান কৰিব লাগিব। বলিদানৰ বাহিৰে কেতিয়াও কোনো যজ্ঞ সম্পাদন কৰিব নোৱাৰি। এইটো সকলো দেশৰ বুৰঞ্জীৰে আদি শিক্ষা। বলিদান মানে মঙহ খাবৰ নিমিত্তে পশুবধ নহয়। মাতৃপূজা মহাযজ্ঞত মহাশক্তিৰ পূজাত নিজক উছৰ্গা কৰাহে আচল বলিদান। যি জাতিয়ে যিমান বলিদান কৰিব পাৰে, সেই জাতিয়ে সিমান সিদ্ধিলাভ কৰিব পাৰে। এই যে মহাযুদ্ধ গ'ল তাতো যি জাতিয়ে যিমান বলিদান কৰিলে সেই জাতিয়ে সিমান ফল লাভ কৰিব। তেনেহলে সাহিত্যৰ উন্নতি সাধন কৰিবলৈ যাওঁতে আমি স্বাৰ্থত্যাগ কৰিবলৈ সাজু হব লাগিব। মান-মৰাণৰ উপদ্ৰৱত এই দেশ এনে জুৰুলা হ'ল যে আগৰ কালৰ জাতীয় শক্তি একেবাৰেই লোপ পোৱাৰ নিচিনা হ'ল। সেই গুণেই আমাৰ মানুহৰ মনৰ বল আজি-কালি নিচেই কম। সেই লুপ্ত শক্তিৰ উদ্বোধন কৰিবলৈ হলে আমি আকৌ আত্ম-বলিদানৰ মহামন্ত্ৰেৰে দীক্ষিত হব লাগিব। যেতিয়ালৈকে আমাৰ সাধন থকা শিক্ষিত মানুহে কড়াই-ক্ৰান্তিয়ে লাভৰ আশা নেদেখিলে কিতাপ লিখিবলৈ হাতত নলব, তেতিয়ালৈকে আমাৰ সাহিত্যৰ আশা অতি দূৰত। আমাৰ দেশৰ আগৰ দিনৰ লিখকসকলে এনেকুৱা লাভ-লোকচানৰ হিচাব কৰি সাহিত্যৰ সেৱা কৰিবলৈ যোৱা হলে আজি আমি এইদৰে পুৰণি সাহিত্য-সম্পদ উল্লেখ কৰি গৌৰৱ কৰিবলৈ নেপালোঁহেঁতেন।

## আমাৰ জাতীয় চৰিত্ৰ

আমাৰ হাতত টকাৰ পুঁজি হলেই আৰু আমি স্বাৰ্থত্যাগ কৰিবলৈ সাজু হলেই যে আমাৰ সাহিত্য একে দিনাই গজি উঠিব এনে আশাও কৰিব নেলাগে। আমাৰ দেশত আজি যে সাহিত্যই গা কৰিব পৰা নাই, মোৰ মনেৰে তাৰ ঘাই কাৰণ হৈছে আমি জাতীয় চৰিত্ৰৰ বিষয়ে কোনো কথা নভবাকৈ সাহিত্যৰ উন্নতি কৰিব খুজিছোঁহঁক। এনে কৰা কিন্তু অসম্ভৱ।

সাহিত্যই যেনেকৈ জাতীয় চৰিত্ৰ ৰক্ষা আৰু বিকাশ কৰে সেই জাতীয় চৰিত্ৰইহে আকৌ জন্মক্ষেত্ৰ ৰচনা কৰে। যেনেকৈ সকলো বিধৰ মাটিতে সকলো বিধৰ শস্য নহয়, তেনেকৈ সকলো জাতিৰ মাজতে সকলো বিধৰ সাহিত্য উদ্ভৱ হোৱা অসম্ভৱ। আমি জাতীয় চৰিত্ৰৰ ভু নলৈ কিতাপ লিখিবলৈ গৈছো গুণেই অসমীয়া মানুহৰ মনত লগা কৰি কিতাপ লিখিব পৰা নাই আৰু সেই গুণেই আমাৰ দেশত এটা পঢ়ৰৈ সমাজৰ ( Reading Public ) সৃষ্টি হোৱা নাই। এসময়ত বঙ্গদেশতো পঢ়ৰৈ সমাজ নাছিল। কিন্তু বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়ৰ দিনৰপৰাই বঙ্গদেশত পঢ়ৰৈ সমাজ গঠিত হ'ল। বঙ্কিমচন্দ্ৰই জাতীয় প্ৰকৃতিৰ অনুৰূপ কৰি যেতিয়া উপন্যাস লিখি বঙালী মানুহৰ হাতত দিলে তেতিয়াই বঙ্গদেশত Reading Publicৰ সৃষ্টি হ'ল। বঙালী জাতিৰ ভাৱ-প্ৰৱণতা হৈছে স্বাভাৱিক চৰিত্ৰ। সেইগুণে উপন্যাসৰ নিচিনা অতিৰঞ্জিত সাহিত্যই বঙালী হৃদয় ততালিকে অধিকাৰ কৰিলে। মোৰ বোধেৰে আমাৰ দেশত উপন্যাসৰ নিচিনা সাহিত্যই কেতিয়াও পঢ়ৰৈ সমাজ গঢ়িব নোৱাৰিব। এই দেশৰ মাটি যেনে টান আৰু পানী যেনে গধুৰ, মানুহৰ স্বভাৱো তেনে টান আৰু গধুৰ। অসমীয়া মানুহ স্বভাৱতে টান আৰু গধুৰ। অসমীয়া মানুহ স্বভাৱতে গহীন। কোনো এটা নতুন কথালৈ তেওঁবিলাকৰ মন আকৰ্ষণ কৰিবলৈ টান, কিন্তু এবাৰ মনত এটা কথা সুমাই দিব পাৰিলে তাক সহজে একৰাও টান। আমাৰ দেশৰ ভৌগোলিক অৱস্থায়ো এই বিষয়ত আমাক সহায় কৰে। এই দেশৰ সীমাত থকা দুৰ্গম পৰ্ব্বত আৰু বেগৱতী নদীবিলাকৰ নিমিত্তে সহজে এই দেশলৈ এটা নতুন ভাব সোমাব নোৱাৰে, কিন্তু এবাৰ সোমালে সি আকৌ সহজে ওলাই যাবও নোৱাৰে। অসমীয়া মানুহ স্বভাৱতেই স্বাধীনতাপ্ৰিয় আৰু শান্তিপ্ৰিয়। অসমীয়া মানুহে সেই গুণেই আগ ধৰি কাৰো লগত চিনাকি হব নোৱাৰে। অসমীয়া মানুহে বেজী সিওঁ বেজী সিওঁ কৰি ফুৰিব নোৱাৰে আৰু মোক তোল মোক তোল কৰিও নুফুৰে। অসমীয়াই অসাৰ কথা কব নেজানে; যি কয় তাকে কৰিব খোজে। অসমীয়া মানুহ স্বভাৱতে সবল আৰু সঁচাকথা ভালপোৱা। অসমীয়াই "আমি হোজা অসমীয়া" বুলি কবলৈ ভাল পায়। অসমীয়া ভাষাত খোচামোদ বুলি এটা শব্দ নাই—সেই কাৰণে অনেক সময়ত অসমীয়া মানুহৰ স্বাৰ্থৰ অনেক ক্ষতি হৈছে। আমাৰ জাতীয় চৰিত্ৰত স্ত্ৰীভাৱৰ প্ৰাবল্যতকৈ পুৰুষ ভাৱৰ প্ৰাবল্য বেছি। পুৰুষভাৱ স্বভাৱেই

দান কৰিছে কিন্তু স্ত্ৰীভাৱ পাবলৈ হলে আমাৰ সাধনাৰ আৱশ্যক—সেই গুণেই আমাৰ দেশৰ উপাস্য দেৱতা ৺কামাখ্যাদেৱী। কিন্তু প্ৰকৃতিৰ জয় অৱশ্যম্ভাৱী। সেই গুণেই এই দেশত তন্ত্ৰশাস্ত্ৰৰ জন্ম হলেও ইয়াৰ মানুহৰ সৰহভাগেই বৈষ্ণৱ। অসমীয়া জাতিৰ চৰিত্ৰ চাই উপন্যাস, নাটকতকৈ বুৰঞ্জী, দৰ্শন, ধৰ্ম্মনীতি, ৰাজনীতি, সমাজনীতি বিষয়ৰ সাহিত্যইহে আমাৰ মানুহৰ মনক বিশেষভাৱে আকৰ্ষণ কৰিব পাৰিব।

## জাতীয় আৰ্হি

এটা জাতিৰ জাতীয় চৰিত্ৰ গঠিত হয় জাতীয় আৰ্হিৰ ওপৰত। ভাৰতীয় আৰ্য্য জাতিৰ আৰ্হিয়েই অসমীয়া জাতিৰো আৰ্হি। এটা জাতিৰ দোষ আৰু গুণৰপৰা যিবোৰ শক্তিৰ উদ্ৰেক হয়, সেইবোৰ শক্তিয়েই কেন্দ্ৰীভূত হৈ জাতিটোক উন্নতিৰ পথত চালনা কৰে। সেই কেন্দ্ৰই হৈছে এটা জাতিৰ আদৰ্শ ( ideal )। ভাৰতীয় আৰ্য্য-শিক্ষাৰ চৰম ফল হৈছে আত্মা-পৰমাত্মাবোধ। আৰ্য্যজাতিৰ সভ্যতা বোলাঁ, ধৰ্ম্ম বোলা, শিল্প বোলা, সাহিত্য বোলাঁ,—সকলোবোৰৰ শেষ লক্ষ্য হৈছে আত্মা-পৰমাত্মাবোধ। এই বিশুদ্ধ জ্ঞান লাভ কৰিবলৈ তেওঁবিলাকৰ সাধনা আছিল ত্যাগ। পাশ্চাত্য সভ্যতাৰ সমাজ-শক্তিৰ কেন্দ্ৰ বা culture হৈছে ভোগ। ব্যক্তিগত সুখ-স্বচ্ছন্দতা, স্বত্বৰ দাবী আৰু অধিকাৰ লাভ কৰাই পাশ্চাত্য সভ্যতাৰ প্ৰধান ঐশ্বৰ্য্য। পাশ্চাত্য শিক্ষাৰ ফলত আৰু পাশ্চাত্য সভ্যতাৰ অনুকৰণৰ ফলত ভাৰতীয় আটাইবোৰ জাতীয় আদৰ্শ কঁপি উঠিছে। চাৰিওফালে জনশক্তিৰ অভাৱনীয় জাগৰণ আহি পৰিছে। অধিকাৰী অনধিকাৰী ভেদে সকলোৱে স্বাধীন চিন্তাৰ সোঁতেৰে, জাতীয় পুৰাতন আৰ্হি ভঁহাই দিবলৈ চঞ্চল হৈ উঠিছে। পৃথিবীৰ সকলো জাতিৰ ভাৱৰ সংঘৰ্ষণত এই চাঞ্চল্য ইমান উঠলি উঠিছে যে স্বেচ্ছাচাৰিতাৰ উচ্ছৃঙ্খল ভাৱে সমস্ত পৃথিবীক কঁপাই তুলিছে। এই কালটো আমাৰ জীৱনৰ এটা সন্ধি সময়। আমি এই সময়ত অতি সাৱধানেৰে বাট নুবুলিলে আমাৰ জাতীয় আদৰ্শৰ কেন্দ্ৰচ্যুতি ঘটা সম্ভৱ। আমি সাহিত্য সাধনা কৰিবলৈ যাওঁতে, এই জাতীয় আৰ্হিৰ প্ৰতি ভালকৈ লক্ষ্য ৰাখিব লাগিব। আমি সতৰ্ক হব লাগিব যাতে পাশ্চাত্য ভাৱত বিভোৰ হৈ আমাৰ সাহিত্যক ভোগসাধনাৰ উচ্ছৃঙ্খল মাৰ্গত নেপেলাওঁহক। ভাৰতবৰ্ষত আজি যি ভাৱ-তৰঙ্গৰ ঘাত-প্ৰতিঘাত উঠিছে তাৰপৰা ৰক্ষা পাবৰ

আমাৰ উপায় নাই। কিন্তু ভাৰতীয় ধৰণীৰ নিচিনা এই জাতীয় আহি যেন আমি নেহেৰুৱাওঁ, তাৰ নিমিত্তেহে বিশেষ সতৰ্ক হব লাগিব। যদি কেতিয়াবা সাহিত্যৰ বিশেষ দৰকাৰ আছিল সি এতিয়াও সাহিত্যৰ সহায়ৰ বাহিৰে এই জাতীয় স্পন্দনক সুপথে চলাবৰ আন কোনো উপায় নাই। সমগ্ৰ ভাৰতবৰ্ষত আজিকালি যি এটা জাতীয়ত্বৰ ভাৱ জাগি উঠিছে সেইটো এটা বৰ মঙ্গলৰ কথা। কিন্তু জাতীয় আদৰ্শ ৰক্ষা কৰি জাতীয়ত্বৰ ভাৱ জাগ্ৰত কৰিব নোৱাৰিলে সি জাতীয় জাগৰণ নহৈ জাতীয় মৰণতহে পৰিণত হব। পৰক অনুকৰণ কৰি নিজৰ নিজস্ব বা স্বধৰ্ম্ম এৰি পৰধৰ্ম্ম গ্ৰহণ কৰিবলৈ গলেই পতন বা মৰণ। অসমীয়া জাতিৰ জাতীয়ত্ব ৰক্ষা কৰাত অসমীয়া সাহিত্যৰ সাৰ্থকতা। আপোনাসকলে যেন আকৌ নেভাবে যে মই পাশ্চাত্য সভ্যতা বেয়া বুলিছোঁ আৰু সেই সভ্যতাৰ সকলো কথাকে দলিয়াই পেলাবলৈ কৈছোঁ। ভগৱানে গীতাত কৈছে "নহি জ্ঞানেন সদৃশং পবিত্ৰমিহ বিদ্যতে।" য'তে আমি প্ৰকৃত জ্ঞান পাওঁ তাকে গ্ৰহণ কৰিম। কিন্তু আমি জাতি নেৰো। অসমৰ চক্ৰেটিছ ডাকপুৰুষে কৈ গৈছে—"নেৰিবা আদি-মূল, নেৰিবা জাতি-কুল, নেৰিবা বোলা-বচন"। এই "আদি মূলে"ই হৈছে আমাৰ জাতীয় আদৰ্শ। ইংৰাজী সাজপাৰ পিন্ধাত, ইংৰাজী কথা কোৱাত, আন কি ইংৰাজী খানা খোৱাত আমাৰ জাতীয়ত্ব নেযায়, কিন্তু আমাৰ চিন্তাৰ ধাৰা, আমাৰ আধ্যাত্মিকতা, আমাৰ জাতীয় সভ্যতাক এৰি জাতীয় প্ৰাণশক্তিৰ কেন্দ্ৰ পৰিত্যাগ কৰাত অমাৰ জাতীয়ত্ব লোপ পাব। য়ুৰোপৰ ভোগ-ৰাগাত্মক সভ্যতা, স্বত্ব-প্ৰধান ধৰ্ম্ম আৰু সাম্যবাদ আমাক নেলাগে। আমি আমাৰ ত্যাগমূলক সভ্যতা, কৰ্ত্তব্য-প্ৰধান ধৰ্ম্ম আৰু একত্ববাদ লৈয়ে সুখী থাকিম। তেওঁবিলাকৰ সাম্যবাদ মতে সকলো মানুহ সমান আৰু সেই গুণে ভোগ-মাৰ্গত সকলোৰে সমস্বত্ব আছে কিন্তু আমাৰ একত্ববাদ মতে সকলো মানুহ সমান, একে কিন্তু সকলোৰে সংস্কাৰ একে নহয়। সেইগুণে অধিকাৰী ভেদে অনাসক্ত ভোগৰ ভিতৰত ত্যাগ অভ্যাস কৰি ব্যক্তিগত স্বত্বক, সমাজগত কৰ্ত্তব্যৰ অধীন কৰি আত্মাৰ লগত পৰমাত্মাৰ যোগ কৰিব। এয়ে আৰ্য্য জাতিৰ শিক্ষা আৰু এই শিক্ষা প্ৰচাৰ কৰিবলৈকে আমাক জাতীয় সাহিত্য লাগে। আমি যেন কেতিয়াও আমাৰ জাতীয় সাহিত্যক জাতীয় আদৰ্শৰপৰা আঁতৰাই নিবলৈ চেষ্টা নকৰোঁ। সাহিত্য-সেৱকসকলৰ ওচৰত, অসমীয়া সাহিত্য সন্মিলনীৰ সমজুৱাসকলৰ ওচৰত, এয়ে মোৰ একান্ত গোহাৰি।

সামৰণিত জাতীয় ভাষাৰ বিষয়ে একেষাৰ কথা কৈয়ে মোৰ বক্তৃতা শেষ কৰিম। ভাষা হৈছে সাহিত্যৰ সাজপাৰ মাথোন, ভাব হৈছে তাৰ দেহ আৰু আদর্শ হৈছে তাৰ প্ৰাণ। সাহিত্যৰ দেহ যদি নিৰোগী থাকে আৰু প্ৰাণ যদি সবল থাকে, লিখকৰ অভিৰুচি মতে তাক সাজপাৰ পিন্ধোৱাত কোনো বাধা নাই; সৌন্দর্য্য আৰু ৰসৰ উদ্রেক কৰিব পাৰিলেই হ'ল। কিন্তু আমাৰ নিভাঁজ জাতীয় ভাষা হৈছে আমাৰ হোজা গাৱঁলীয়া মানুহৰ ভাষাহে। সেই গুণে আমাৰ গাৱঁলীয়া মানুহৰ মুখৰ ভাষাকে, ব্যাকৰণৰ বিধানেৰে সংস্কাৰ কৰি সাহিত্য ৰচনা কৰাহে আমাৰ প্ৰধান কর্ত্তব্য। নচেৎ আমাৰ সাজপাৰ যেনে খিচিৰি হৈছে ভাষাও তেনে খিচিৰি হ'ব।

# ছাত্ৰ-সন্মিলনৰ সভাপতিৰ অভিভাষণ

মোৰ পৰমপ্ৰিয় ছাত্ৰবন্ধুসকল! আপোনসকলে আজি মোক ছাত্ৰ-সন্মিলনৰ সভাপতিৰ পদত বৰণ কৰি যিদৰে সন্মানিত কৰিলে, তাৰ বাবে আপোনাসকলক নথৈ শলাগ লৈছোঁ। যি আসন ভাৰত-বিখ্যাত ডক্তৰ প্ৰফুল্লচন্দ্ৰ ৰায় আৰু পণ্ডিত-প্ৰবৰ ডক্তৰ ভাণ্ডাৰকাৰৰ নিচিনা মহৎজনসকলে অলঙ্কৃত কৰি গৈছে, সেই আসনত বহিবৰ নিমিত্তে মোৰ নিচিনা নগণ্য মানুহ যে নিতান্ত অযোগ্য মই তাক ভালকৈ বুজোঁ। সেই কথা জানি-বুজিও যে মই এইবাৰ আপোনাসকলৰ কথাত অমত প্ৰকাশ নকৰিলোঁ, তাৰ ঘাই কাৰণ হৈছে আপোনাসকলৰ মনত বেজাৰ নিদিয়া। যোৱা বছৰতো আপোনা-সকলে মোক এই সন্মেলনৰ সভাপতি হ'বলৈ আহ্বান কৰিছিল; কিন্তু মই তেতিয়া ছুটী লৈ আন ঠাইলৈ যাবলগীয়া হোৱাত আপোনাসকলৰ অনুৰোধ ৰক্ষা কৰিব নোৱাৰিলোঁ। এই বছৰ আকৌ আপোনাসকলে অনুৰোধ কৰাত মই আপোনাসকলক মনত বেজাৰ দিয়াৰ ভয়তে সভাপতি হবলৈ মান্তি হলোঁ।

আপোনাসকলে যোৱা ছবছৰত অসম দেশৰ বেলেগ বেলেগ ঠাইত বছৰি গোট খাই ছাত্ৰজীৱনৰ উন্নতিৰ অৰ্থে আৰু ছাত্ৰ অৱস্থাত থকাত আগলৈ মাতৃ-পূজাৰ আয়োজন শিক্ষাৰ অৰ্থে যি আলোচনা কৰিছে, তাক সকলো দেশ-হিতৈষী আৰু চিন্তাশীললোকে ভালকৈ পঢ়ি চাইছে। সেই বিষয়ে কোনো কথা উল্লেখ কৰি মই আপোনাসকলৰ মূল্যবান সময় নষ্ট কৰিব নোখোজোঁ। মোৰ মনত এটা কথাই খেলাইছে দেখি তাক আপোনাসকলক নিবেদন কৰিব খোজোঁ। এই সন্মেলন প্ৰথম বছৰ গুৱাহাটীত বহিছিল আৰু তাত মোৰ পৰম বন্ধু শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই সভাপতিৰ আসন গ্ৰহণ কৰিছিল। দ্বিতীয় বছৰ যোৰহাটত বহে আৰু তৃতীয় বছৰ ডিব্ৰুগড়ত, চতুৰ্থ বছৰ তেজপুৰত, পঞ্চম বছৰ গোলাঘাটত, ষষ্ঠ বছৰ গুৱাহাটীত বহে। এইবাৰ সপ্তম বছৰৰ সন্মেলনো গুৱাহাটীতে বহিছে। সাত বছৰৰ ভিতৰত তিনি বছৰ সন্মেলনৰ বৈঠক গুৱাহাটীত বহাৰ বিশেষ কাৰণ নিশ্চয় থাকিব

---

* অসম ছাত্ৰ সন্মিলনৰ সপ্তম অধিবেশন, গুৱাহাটী, ৩১-১২-১৯২২

পায়। মোৰ মনেৰে বছৰি সম্মেলনৰ বৈঠক আমাৰ দেশৰ বেলেগ ঠাইত বহাহে বাঞ্ছনীয়; কিয়নো এইখন সকলো অসমীয়া ছাত্ৰৰ জাতীয় সম্মেলন আৰু সকলো ঠায়ে তাৰ প্ৰভাৱ অনুভৱ কৰিবলৈ পোৱা উচিত।

গুৱাহাটীত তিনি বছৰ সম্মেলনৰ বৈঠক হোৱা যে অশোভন হৈছে তেনে নহয়; বৰং এইটো অতি সঁচা কথা যে আমাৰ দেশৰ ভিতৰত গুৱাহাটীতকৈ পুৰণি আৰু সকলোপিনে সুচল জিলা নাই বুলি ডাঠি কব পাৰি। এই ঠাইতে প্ৰাগ্ ঐতিহাসিক যুগত প্ৰৱল পৰাক্ৰমী ভগদত্ত ৰজাই ৰাজধানী পাতি সাগৰলৈকে সীমা বহলাই ৰাজত্ব কৰিছিল আৰু তেওঁৰো বহু শ বছৰ পূৰ্ব্বে ইয়াত অমূৰ্ত্তৰাজ নামে এজন চন্দ্ৰবংশী ৰজাই প্ৰাগ্-জ্যোতিষপুৰ নামে নগৰ স্থাপন কৰে। এই দেশতে তন্ত্ৰশাস্ত্ৰৰ মহাপীঠ মহামায়া কামাখ্যা বৰ্ত্তমান। এই নগৰত ৰাজধানী থকা কালতে ভাৰত-বিখ্যাত ভাস্কৰবৰ্ম্মাৰ দিনত চীনদেশৰ পৰিব্ৰাজক য়ুয়ানচ্যুংএ পদাৰ্পণ কৰে। ঐতিহাসিক আৰু সাধকৰ চকুত এই ঠাইতকৈ পৱিত্ৰ আৰু মহিমামণ্ডিত ঠাই অলপহে আছে আৰু কবিৰ চকুত এই ঠাই যে প্ৰকৃতিৰ কাম্যকানন বা লীলানিকেতন বুলি পৰিগৃহীত হব সি কোনো আচৰিত কথা নহয়। এনে এখন ঠায়ে অসমৰ ছাত্ৰসকলৰ মন এবাৰ, দুবাৰ বা তিনিবাৰ যে আকৰ্ষণ কৰিব সি একো আচৰিত নহয়। ভগৱানৰ ওচৰত সৰল অন্তঃকৰণেৰে প্ৰাৰ্থনা জনাইছোঁ, যেন এই মহাপৱিত্ৰ পঞ্চতীৰ্থৰ স্থান-মাহাত্ম্যয়ে আপোনা-সকলৰ সকলো কাৰ্য্য সুকলমে সিদ্ধি কৰে।

অসম ছাত্ৰ-সম্মেলনৰ সম্পাদকে মোলৈ লিখিছিল—"আশা কৰোঁ যথা-সময়ত আপোনাৰ নিচিনা হোতা পাই শীতকালৰ চেঁচা হৈ থকা সম্মেলনে আকৌ নতুন উদ্যম চক্ৰত পিহখোৱা হৃদয়তো আশাৰ সঞ্চাৰ নোহোৱাকৈ থকা নাছিল।" আপোনালোকে যোৱা কেই বছৰত নিভাঁজ অন্তঃকৰণেৰে দেশসেৱা ব্ৰত শিৰত লৈ যিবোৰ সৎকামত হাত দিছে, তাৰ নিমিত্তে আপোনা-সকলক শত ধন্যবাদ দিছোঁ আৰু অন্তৰৰ তলিৰ পৰা আশীৰ্ব্বাদ কৰিছোঁ যেন এইদৰে বছৰি বছৰি কৰ্ত্তব্যৰ পথত অদম্য সাহসেৰে আগবাঢ়িব পাৰে আৰু ভৱিষ্যত জীৱনত নিজৰ আৰু মাতৃভূমিৰ অশেষ কল্যাণ সাধন কৰি দেশৰ একো একোটি উজ্জ্বল ৰত্ন বুলি খ্যাতি লাভ কৰিব পাৰে। সাধকপ্ৰৱৰ তুলসীদাসৰ সেই মহাবাক্যটি যেন আপোনাসকলৰ গাতে ফলিওৱা দেখিবলৈ পাওঁহক। তেওঁৰ বাক্যটিৰ অৰ্থ হৈছে—যেতিয়া তুমি পৃথিবীলৈ আহিছিলা

তুমি কান্দি কান্দি আহিছিলা আৰু ওচৰচুবুৰীয়া সকলোৱে হাঁহিছিল, কিন্তু তুমি এনে কাম কৰিবা যাতে তুমি যেতিয়া পৃথিৱী এৰি যোৱা, তেতিয়া যেন তুমি হাঁহি হাঁহি যোৱা আৰু আৰু আনে যেন তোমাৰ নিমিত্তে হিয়া ভুকুৱাই কান্দে।

আমি যে এইবোৰ সভা-সমিতি আৰু সম্মেলন কৰোঁহক ইয়াৰ উদ্দেশ্য কি ? আমি ইহজগতত কি বিচাৰিছোঁহক ? আমাৰ সকলোকে কি লাগে ? আমাক ভাল খাবলৈ লাগে, ভাল পিন্ধিবলৈ লাগে, ভাল ঘৰত থাকিবলৈ লাগে, ভাল চাকৰি লাগে, ভাল আইন-কানুন লাগে, ভাল শাসন-প্ৰণালী লাগে, ভাল ব্যৱসায়-বাণিজ্য লাগে, ভাল শিল্পবিদ্যা লাগে, ভাল বেহা-বেপাৰ লাগে, ভাল শস্য লাগে, ভাল গৰু-মহ লাগে, ঘোঁৰা লাগে, বাগী লাগে, পালে হাৱাগাড়ীও লাগে। এই মহাসভাত এনে কোনো আছে নে যাক এই বস্তুৰ এটা নহয় এটা নেলাগে ? বোধকৰোঁ প্ৰতিজনকে এইবোৰ লাগে। আমি কাজিয়া কৰোঁ কোনটো ভাল ধৰ্ম্ম, আমি বাদ-বিতণ্ডা কৰি মৰোঁ কোনটো ভাল দস্তুৰ, কোনটো বেয়া ; আমি সকলোতকৈ যিখন ভাল আৰু উন্নতশীল সমাজ সেইখন সমাজৰ সমজুৱা হব খোজোঁ। এইবোৰ আমি সকলোৱে বিচাৰোঁ হয়, কিন্তু আমি নিজে হলে ভাল হবলৈ চেষ্টা কৰিব নোখোজোঁ। আমি পাহৰি যাওঁ যে মানুহ ভাল নহলে, তেওঁ কৰা কোনো কামেই ভাল হ'ব নোৱাৰে। কাম কৰা সিমান টান নহয়, ভাল কাম কৰা যিমান টান ; আকৌ ভাল কাম কৰাও সিমান টান নহয়, তাক ভালভাৱে কৰা যিমান টান। যিদিনা মানুহে ভালভাৱে তৈয়াৰ হব সেইদিনাই সকলো ভাল হব। ৰজা ভাল হ'ব, প্ৰজা ভাল হব, খোৱা-পিন্ধা-থকা সকলো ভাল হব। মানুহ যেতিয়া ভালভাৱে তৈয়াৰ হব তেতিয়াহে তেওঁ বুজিব পাৰিব কোনটো প্ৰকৃততে ভাল আৰু কোনটো প্ৰকৃততে বেয়া। তেনেহলে আমি বুজিব নোৱাৰোঁ নে এই ছাত্ৰ-সম্মেলনৰ আচল উদ্দেশ্য হৈছে কেনেকৈ এই দেশৰ ছাত্ৰবিলাকক ভাল ছাত্ৰ কৰিব পাৰি। এনে সভা-সমিতি যে আমি অতি ডাঙৰ আৰ্হি আগত লৈ কৰোঁ, তাৰ অকণো ভুল নাই ; এইবোৰ কাম কৰিও যে আমাৰ উদ্দেশ্য সাধন কৰিব নোৱাৰোঁহক তাৰ কাৰণ কি ? মোৰ মনেৰে হলে তাৰ ঘাই কাৰণ মাথোন এটাহে। আমি প্ৰতিজনেই ভাবোঁ এই ভাল কামটো কৰা নিতান্ত ভাল, কিন্তু আমি অতবোৰ আছোঁ, মই যেনিবা নকৰিলোঁৱেই, আনবোৰেতো কৰিব পাৰে। প্ৰতিজনে এইদৰে ভাবোঁতেই

আমাৰ কোনো কাম কৰা নহয়। এই সম্মেলনৰ প্ৰতি সমজুৱাই যদি আজি ভাবে যে আনে যি কৰে কৰক কিন্তু মই মোৰ কৰ্ত্তব্য কৰিম, তেনেহলে ইয়াত কোনো ভুল নাই যে আমি প্ৰতি বছৰে যিবোৰ প্ৰস্তাৱ কৰোঁ সকলোবোৰ কাৰ্য্যত পৰিণত হ'ব। আমাক লাগে কি? লাগে সাহস আৰু কৰ্ত্তব্য-পৰায়ণতা।

আৰু এটা কথা-অনেক সময়ত যে আমিও কোনো এটা কাম ভালকৈ কৰিব নোৱাৰোঁ তাৰ কাৰণ হৈছে, আমি সেই কামটোৰ বিষয়ে জানিবলগীয়া সকলো কথা দকৈ গমি নোচোৱাকৈ কামটো হাতত লওঁ আৰু অৱশেষত তাক ভালকৈ কৰিব নোৱাৰোঁহঁক। মই যদি এখন গাড়ী সাজিব খোজোঁ, তেনেহলে মই আগেয়ে শিকিব লাগিব গাড়ীখনৰ বেলেগ বেলেগ অংশবোৰ কেনেকৈ লগ লগায় আৰু তাৰ কোন অংশৰ কি আৱশ্যক। তেনেহলে আমি এটা মানুহ গঢ়িবলৈ হলেও ভালকৈ জানিব লাগিব, মানুহৰ গাত কি কি আছে আৰু সেইবোৰৰ প্ৰয়োজন কি? মানুহৰ শৰীৰত কি কি অংশ আছে তাক ভাবোঁতে, কেনেকৈ ধুন মাৰি কাপোৰ পিন্ধিব লাগে, কেনেকৈ ডাঢ়িৰ আগখিনি চপাই কাটি নতুন ঢং উলিয়াবৰ দিহা কৰিব লাগে বা কেনেকৈ সেওঁতা ফালি সকলোৰে চকুত লগা হব লাগে বা বেছি দামৰ চাবোনৰ শৰাধ কৰি মটীয়া বৰণক বগা কৰিবলৈ কাৰবাৰ কৰিব লাগে, মই তাক কোৱা নাই। কৰবলৈ বেজাৰ লাগে যদিও আজিকালি ছাত্ৰৰ লাহ-বিলাহত অনেক সময় যায়। আগৰ আৰ্য্য ঋষিসকলৰ মতেৰে ছাত্ৰবিলাকে পঢ়া সময়টো কঠোৰ ব্ৰহ্মচৰ্য্যৰ নিয়ম পালি চলিব লাগে। আজিকালি ব্ৰহ্মচৰ্য্য পালন কৰা দূৰৰ কথা, কি কি নিয়ম আগৰ দিনত ছাত্ৰই পালন কৰিছিল, তাক শুনিলেও মানুহে আচৰিত মানিব আৰু আগৰ ঋষিসকল যে নিতান্ত অৰসিক আছিল সেই কথাতো কাৰো দুই মত নহব। ছাত্ৰই গুৰুৰ আশ্ৰমত সংযম-ইন্দ্ৰিয় হৈ পঢ়া বিষয়ত তপস্যা আৰম্ভ কৰিব। তেওঁ কেতিয়াও জিভাৰ সোৱাদৰ নিমিত্তে মধুৰ নিচিনা মিঠা বস্তু নেখাব। ইন্দ্ৰিয়ৰ পুষ্টিকৰ মাংসৰ আহাৰ নেখাব। গন্ধমাল্যৰ নিচিনা বিলাসিতাৰ বস্তু নিপিন্ধিব। স্ত্ৰীৰ বিষয়ে সমাজিকতো নেভাবিব, প্ৰাণী হিংসা নকৰিব, ছাতি নলব আৰু খৰম নিপিন্ধিব, তাচ-পাশা নেখেলিব, লোভ, মোহ, কাম, ক্ৰোধ, মদ, মাৎসৰ্য্য আদি নীচ প্ৰবৃত্তিবিলাকক দমন কৰিবলৈ শিক্ষা কৰিব, ইত্যাদি, ইত্যাদি। এইবোৰ নিয়মৰ কথা শুনি, অনেক ছাত্ৰই হয়তো মনত ভাবিছে যে

সেইকালত Prevention of cruelty to the animals আইনৰ প্ৰচলন নাছিল নেকি? আজিকালিৰ এনেহেন সভ্যযুগত এইবোৰ বাজে কথা কৈ সময় নষ্ট কৰাৰ কোনো ফল নাই।

আমি আগতে কৈছিলোঁ যে ভাল মানুহ গঢ়িবলৈ হলে আগেয়ে জানিব লাগিব যে কি কি বস্তু লৈ মানুহ হৈছে। এইটো বোধকৰোঁ সকলোৱে জানিব যে মানুহৰ এটা মন আছে, যিহেৰে তেওঁ জানিব পাৰে। তাত বাজে মানুহৰ এখন হৃদয় আছে যিহেৰে অনুভব কৰিব পাৰে, অৰ্থাৎ যাৰপৰা ৰাগ বা দ্বেষ জন্মে এই দুয়োত বাজে আছে এটা শৰীৰ, যিহেৰে মানুহে কাম কৰে। এনে এজন মানুহে (১) জীয়াই থাকে, (২) অনুভৱ কৰে আৰু গমনাগমন কৰে, (৩) বুজিব পাৰে আৰু কথা কয়। মানুহ আৰু পশুৰ ভিতৰত প্ৰভেদ হৈছে কেৱল মানুহৰ জ্ঞান আছে, পশুৰ জ্ঞান নাই, নতুবা নীচ বৃত্তিবোৰে মানুহ আৰু পশু দুয়োতে একে ভাবেই কাম কৰে। তেনেহলে মন, হৃদয় আৰু শৰীৰ এই তিনিটা খুটিৰ ত্ৰিপদীখনতে মানুহ বহি আছে। এটা খুটা যদি ছিঙি পেলোৱা বা সোলোক-ধোলোককৈ থোৱা, তেনেহলে মানুহজন ততালিকে মাটিত পৰি যাব। এইখিনিতে বোধকৰোঁ এটা কথা কৈ থোৱা যুগুত হ'ব। এই তিনিটা বস্তুৰ বাহিৰে যে মানুহৰ ভিতৰত আন সামগ্ৰী নাই সেইটো নহয়; কিন্তু সেইবোৰ লেখত ধৰিলে, মানুহ নহৈ দেৱত্ব লাভ কৰিব। আমি যেতিয়ালৈকে আচলতে মানুহ নাম লবৰ উপযুক্ত হব নোৱাৰোঁ তেতিয়ালৈকে মানুহৰ ওপৰ খাপলৈ যোৱা মাল-মছলা লৈ লৰা-চলা কৰাৰ কোনো আৱশ্যক নেদেখোঁ। আমি সম্প্ৰতি ইয়াতে সন্তুষ্ট থাকিম, যদি আমি এটা সবল আৰু সুস্থ শৰীৰ পাওঁ আৰু এটা সবল আৰু সুস্থ মন পাওঁ আৰু বহল এখন হৃদয় পাওঁ। মনৰ আহাৰ হৈছে জ্ঞান, ৰোগ হৈছে অসত্যতা। শৰীৰৰ আহাৰ হৈছে সুস্থতা বা নিকজ অৱস্থা আৰু ৰোগ হৈছে স্বাস্থ্য-বিধিৰ অপ্ৰতিপালন আৰু হৃদয়ৰ আহাৰ হৈছে স্নেহ আৰু দয়া আৰু ৰোগ হৈছে হিংসা আৰু খিয়াল। তেনেহলে আমি যদি প্ৰকৃতপক্ষে মানুহ নামৰ উপযুক্ত হব খোজোঁ, আজি আমি ভাল ছাত্ৰ বা লৰা হ'ব লাগিব, কাৰণ সকলোৱে জানে "Child is the father of man"। তেনেহলে ভাল ছাত্ৰ হব খুজিলে হব লাগিব সত্যৰ উপাসক, প্ৰেমৰ উপাসক আৰু স্বাস্থ্যৰ উপাসক। এই কেইটা শুনোতে সৰু হলেও তাৰ সাধনা অতি কঠোৰ আৰু এইকেইটা সাধনাত সিদ্ধিলাভ কৰোঁতে ছাত্ৰজীৱনৰ সমস্ত সাৰ্থকতা নিৰ্ভৰ কৰিছে।

ভাৰতবৰ্ষত আগৰ কালত ছাত্ৰজীৱনৰ আৰ্হি কেনে আছিল তাক আমি ওপৰত অলপ উমুকিয়াই আহিছোঁ। সভ্যজগতৰ সকলো ঠাইতে প্ৰাচীন কালৰেপৰা ছাত্ৰজীৱনক উন্নত কৰিবৰ নিমিত্তে চিন্তাশীল লোকসকলে নানা প্ৰকাৰে চেষ্টা কৰি আহিছে। সকলো দেশৰ বুৰঞ্জীয়ে এই বিষয়ে সাক্ষী দিছে। পুৰাতন গ্ৰীচত দুই ৰকম প্ৰণালীৰে ল'ৰাক শিক্ষা দিছিল; একৰকম প্ৰণালীক স্পাৰ্টান আৰু আন ৰকমক এথেনিয়ান বুলিছিল। স্পাৰ্টান প্ৰণালীমতে শাৰীৰিক উন্নতিৰ নিমিত্তে বিশেষ যত্ন কৰিছিল। সাহসী আৰু দুখ সহিব পৰা যোদ্ধা তৈয়াৰ কৰাই এই প্ৰণালীৰ প্ৰধান উদ্দেশ্য আছিল। তেওঁবিলাকৰ মতে, প্ৰতি মানুহেই দেশৰ সম্পত্তি আৰু সেইগুণে দেশক শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰাই প্ৰতি মানুহৰ কৰ্ত্তব্য। শাৰীৰিক বল আৰু যুদ্ধবিদ্যাত নিপুণতা লাভ কৰাই শিক্ষাৰ প্ৰধান লক্ষ্য আছিল। এথেনিয়ান প্ৰণালীমতে শৰীৰ আৰু মন দুয়োৰো উন্নতি সাধন কৰা শিক্ষাৰ উদ্দেশ্য আছিল। এই প্ৰণালীত ছাত্ৰক সঙ্গীত আৰু সুকুমাৰ বিদ্যাত পাৰ্গত কৰিবলৈ চাইছিল। সৌন্দৰ্য্যবোধ, শিল্পকলা, বাগ্মিতা, তত্ত্বজ্ঞান তেওঁবিলাকৰ শিক্ষাৰ প্ৰধান অঙ্গ আছিল। এথেনিয়ান প্ৰণালীৰ প্ৰৱৰ্ত্তক আছিল চক্ৰেটিছ, প্লেটো আৰু এৰিষ্টটল। পৃথিৱীৰ ভিতৰত পোনপ্ৰথমে গ্ৰীকবিলাকেই শিক্ষাক বৈজ্ঞানিক প্ৰণালীত প্ৰতিষ্ঠিত কৰে। তেওঁবিলাকেই জয়জয়তে মানুহৰ সকলো লুকাই থকা ক্ষমতাবিলাকক নিয়মমতে বিকাশ কৰিবৰ নিমিত্তে শিল্পবিধান কৰে।

ৰোম দেশৰ শিক্ষা পদ্ধতিৰ মুখ্য উদ্দেশ্য আছিল মানুহক সকলো কামৰ নিমিত্তে কামিলা কৰা; ৰাজভক্ত প্ৰজা আৰু সাহসিক যোদ্ধা তৈয়াৰ কৰাই শিক্ষাৰ ঘাই উদ্দেশ্য আছিল। ৰোমত এজন শিক্ষিত মানুহ মানে বুজাইছিল তেওঁ ন্যায়পৰায়ণ, উদাৰ আৰু কৰ্ম্মী লোক। ৰোমত সাধাৰণ-তন্ত্ৰ প্ৰতিষ্ঠা হবৰ দিনৰপৰা প্ৰতি গৃহস্থৰ ঘৰ তেওঁৰ পৰিবাৰৰ ল'ৰা-ছোৱালী-বিলাকৰ শিক্ষা-ক্ষেত্ৰ বুলি গণ্য কৰা হয় আৰু প্ৰাথমিক শিক্ষাগুৰু মাক-বাপেকক নিৰ্দ্দিষ্ট কৰা হয়। কিন্তু এইদৰে দিয়া শিক্ষাৰ ফল ভাল নোহোৱাত ৰোমানবিলাকে গ্ৰীচ দখল কৰাৰ পিছত তেওঁবিলাকৰ নিজৰ শিক্ষা-প্ৰণালী পৰিত্যাগ কৰি গ্ৰীচ প্ৰণালীকে গ্ৰহণ কৰিলে।

ইংলণ্ড, আমেৰিকা, জাপান আদি আধুনিক জাতিবিলাকৰ শিক্ষা-প্ৰণালীতো মানুহৰ এই তিনিটা বস্তুক অৰ্থাৎ মন, হৃদয় আৰু শৰীৰক উন্নত

কৰাৰ বিশেষ বন্দোৱস্ত আছে। তেনেহলে বোপাদেওসকল! আপোনাসকলে ভালকৈ বুজি লব লাগে যে কিছুমান কিতাপ পঢ়ি বা মুখস্থ কৰি কেইটামান পৰীক্ষা 'পাছ' কৰাই মানুহৰ পৰম পুৰুষাৰ্থ নহয়। ছাত্ৰ অৱস্থাতে মনৰ উৎকৰ্ষ সাধন কৰি সত্যপৰায়ণ, হৃদয়ৰ উৎকৰ্ষ সাধন কৰি হৃদয়বান আৰু শৰীৰৰ উৎকৰ্ষ সাধন কৰি নিৰোগী আৰু বলবান হোৱা শিক্ষাৰ ঘাই উদ্দেশ্য। সকলো দেশতে অতি প্ৰাচীন কালৰেপৰা শিক্ষাৰ এই তিনিটা উদ্দেশ্য লাভ কৰিবৰ নিমিত্তেই প্ৰচলন হৈ আহিছে।

আন আন দেশৰ শিক্ষা-পদ্ধতিৰ কথা উল্লেখ কৰি প্ৰাচীন কালত ভাৰতবৰ্ষত শিক্ষা-পদ্ধতি কেনে আছিল সেই বিষয়ে কোনো কথা নকলে আপোনাসকলে মোক দূষিব পাৰে, সেই গুণে প্ৰাচীন ভাৰতত শিক্ষা কেনে আছিল তাকো কওঁ শুনক। আৰ্য্য-শিক্ষাৰ মূলমন্ত্ৰ মোক্ষ লাভ হলেও তাক কৰ্ম্ম, ভক্তি আৰু জ্ঞানৰ ভিতৰেদি পোৱাৰহে বিধান কৰিছে। প্ৰতি মানুহৰ পুৰুষাৰ্থক চাৰিভাগে ভাগ কৰিছিল, যেনে, ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ। মোক্ষক পৰম পুৰুষাৰ্থ বুলি ধৰিলেও তাৰ অধিকাৰী স্বভাৱতে কম হব বুলি ভাবি সৰ্ব্বসাধাৰণ মানুহৰ নিমিত্তে ধৰ্ম্ম, অৰ্থ আৰু কাম এই তিনি বৰ্গৰ সাধনা বিধান কৰিছিল। অনেকে ভুল কৰে যে হিন্দুৰ শিক্ষা আছিল মানুহক সংসাৰ-ত্যাগী বা সংসাৰী কৰা। ত্যাগ শিক্ষাৰ চৰম উদ্দেশ্য হলেও অনাসক্ত ভোগকহে তেওঁবিলাকে ত্যাগ বুলি ধৰিছিল। প্ৰাচীন ভাৰতবৰ্ষত বিশ্ব-বিদ্যালয়বিলাক কেনেকৈ সৃষ্ট হ'ল সেই কথা কবলৈ গলে অনেক কব লাগে। সেই দেখি এইখিনিতে আমি সেইবিলাকৰ নাম আৰু তাত কেনেকৈ ছাত্ৰ-বিলাকক পঢ়াইছিল তাকেহে মাত্ৰ উল্লেখ কৰিম। আজিলৈকে অনুসন্ধানৰ ফলত জানিব পৰা গৈছে যে প্ৰাচীন ভাৰতত এই ছটা বিশ্ববিদ্যালয় আছিল যেনে, তক্ষশীলা, শ্ৰীধান্যকটক, নালন্দা, উদান্তপুৰী, দেৱবিহাৰ বা বিক্ৰমশীলা আৰু উজ্জয়িনী।

তক্ষশীলাত যি বিশ্ববিদ্যালয় আছিল সি খৃঃ পূঃ এক শতিকালৈকে আছিল। এই বিশ্ববিদ্যালয়ৰ তলত কেইবাখনো চতুষ্পাঠী আছিল আৰু তাত ওঠৰ বিধ বিদ্যা শিক্ষা দিয়া হৈছিল। ভাস্কৰ্য্য-বিদ্যা, চিত্ৰাঙ্কন, মূৰ্ত্তিকটা আৰু আন আন হাতেৰে কৰা বিদ্যা শিক্ষা দিয়া হৈছিল। ইয়াতে অত্ৰেয় ঋষিয়ে আয়ুৰ্ব্বেদ শিক্ষা দিছিল। বুদ্ধদেৱৰ চিকিৎসক জীৱক এই অত্ৰেয় মুনিৰে ছাত্ৰ আছিল। এই বিদ্যালয়তে জীৱকে সাত বছৰ পঢ়িছিল আৰু পাণিনি আৰু

চাণক্যও এই বিদ্যালয়ৰে ছাত্ৰ আছিল। এই বিশ্ববিদ্যালয়ত পঢ়িবলৈ পশ্চিমৰপৰা, পাৰস্য দেশৰপৰা ছাত্ৰ আহিছিল আৰু বেকট্ৰিয়া আৰু মগধ দেশৰপৰাও ছাত্ৰ আহি পঢ়িছিল। যেতিয়া ই হিন্দু-বিশ্ববিদ্যালয় গুচি বুদ্ধ-বিশ্ববিদ্যালয় হ'ল তেতিয়া ইয়ালৈ চীন দেশৰপৰাও বহুত ছাত্ৰ আহি পঢ়িছিল।

শ্ৰীধান্যকটক বিশ্ববিদ্যালয় অম্ৰাৱতী নগৰৰ ওচৰত আছিল। ইয়াত হিন্দু আৰু বৌদ্ধ দুয়োবিধ শিক্ষাকে দিয়া হৈছিল। এই বিশ্ববিদ্যালয়ো খৃঃ পূঃ এক শতিকালৈকে বৰ্ত্তমান আছিল। এই বিশ্ববিদ্যালয়ৰ প্ৰধান শিক্ষক আছিল নাগাৰ্জ্জুন।

নালন্দা বিশ্ববিদ্যালয়ত বেদ, চিকিৎসা আৰু অঙ্কশাস্ত্ৰ শিক্ষা দিয়া হৈছিল; এই বিদ্যালয় খৃঃ পূঃ এক শতিকাৰপৰা আঠ খৃষ্টাব্দলৈকে বৰ্ত্তমান আছিল। এই বিশ্ববিদ্যালয়ৰ বাহিৰে-ভিতৰে দহ হাজাৰ ছাত্ৰ আছিল। শীলভদ্ৰ নামে এজন উদাসীন পণ্ডিত এই বিশ্ববিদ্যালয়ৰ বিখ্যাত অধ্যক্ষ আছিল। ইয়াত কোনো খৰচ নোলোৱাকৈ শিক্ষাদান কৰিছিল আৰু ইয়াত ব্যাকৰণ, তৰ্কশাস্ত্ৰ, চিকিৎসাশাস্ত্ৰ, দৰ্শনশাস্ত্ৰ আৰু আধ্যাত্ম-বিজ্ঞান শিক্ষা দিয়া হৈছিল। ইয়াৰ যিটো পুথিভঁৰাল আছিল সি ভাৰতবৰ্ষৰ সকলো পুথি-ভঁৰালতকৈ ডাঙৰ আছিল। সেই পুথিভঁৰালটো ন-তলীয়া আছিল আৰু তাৰ নাম আছিল ৰত্নোদধি। শিক্ষাগাৰটোৰ এশটা কোঠালীত এশটা শ্ৰেণী বহিব পৰিছিল। এই বিশ্ববিদ্যালয়ৰ ছাত্ৰবিলাক ভাৰতবৰ্ষৰ সকলো ঠাইৰ ছাত্ৰৰ আদৰ্শ আছিল। সাতশ বছৰৰ ভিতৰত এজন ছাত্ৰৰো অশিষ্টাচাৰৰ কথাৰ উল্লেখ নাই। দেশ-বিদেশৰ ছাত্ৰ আহি নালন্দা ভৰি পৰিছিল, কিন্তু তাৰ শিক্ষাৰ আদৰ্শ ইমান ওখ আছিল যে কম ছাত্ৰইহে তাত প্ৰৱেশ লাভ কৰিব পাৰিছিল। এই বিশ্ববিদ্যালয়ত যেতিয়া চীনদেশৰ পৰিব্ৰাজক য়ুয়ানচ্যাঙে যোগশাস্ত্ৰ পঢ়ে তেতিয়া আমাৰ দেশৰ ৰজা ভাস্কৰবৰ্ম্মাই তেওঁক এই দেশলৈ আহিবলৈ অনুৰোধ কৰি চিঠি লিখে। নালন্দাৰ বিহাৰৰ ঠাইখন এতিয়া আৰ্কিয়োলজিকেল ডিপাৰ্টমেণ্টে খানি চোৱাত ভাস্কৰবৰ্ম্মাৰ চিঠিৰ লগত যোৱা এটা পোৰা-মাটিৰ মোহৰ পোৱা গৈছে। কোনে কব যে এই মোহৰটো ভাস্কৰবৰ্ম্মাই য়ুয়ানচ্যাঙক নিমন্ত্ৰণ কৰা পত্ৰৰ মোহৰ নহয়?

উদান্তপুৰৰ বিশ্ববিদ্যালয় পাল ৰজাবিলাকৰ আগৰেপৰা আছিল কিন্তু খৃষ্টীয় ৮ম শতাব্দীতহে ই বিশেষ খ্যাতি লাভ কৰে। এই বিশ্ববিদ্যালয়ৰ এটা বহুমূলীয়া পুথিভঁৰাল আছিল যাক মুছলমানবিলাকে ১২০২ খৃঃত নষ্ট কৰিলে।

বিক্রমশিলা বা দেৱবিহাৰত বিশ্ববিদ্যালয় ৮ম খৃষ্টীয় শতাব্দীত ধৰ্ম্মপাল ৰজাই স্থাপন কৰে। এই বিশ্ববিদ্যালয়ৰ তলত ছটা উচ্চ বিদ্যালয় আৰু ১০৮ জন অধ্যাপক আছিল। এই বিদ্যালয় ৪০০ বছৰৰ পিচত নষ্ট হয়। ছাত্র থাকিবৰ নিমিত্তে বিদ্যালয়ৰ গাতে লগা চাৰিখন সত্র অর্থাৎ ছাত্রাবাস আছিল; তাত ছাত্রবিলাকে বিনা খৰচে খাবলৈ আৰু থাকিবলৈ পাইছিল।

উজ্জয়িনীত যি বিশ্ববিদ্যালয় আছিল তাত একালত অর্থাৎ বিক্রমাদিত্যৰ ৰাজত্বৰ সময়ত ভাৰতবৰ্ষৰ সকলো পণ্ডিত লোকসকলৰ মিলনক্ষেত্র আছিল। এই বিশ্ববিদ্যালয় বুদ্ধদেৱৰ দিনতো প্রখ্যাত আছিল।

আৰ্য্য-শিক্ষাৰ ৬৪ কলা বিদ্যাৰ শিক্ষা এই বিশ্ববিদ্যালয়বিলাকত তলত দিয়া ১১ বিভাগত শিক্ষা দিয়া হৈছিল:—

(১) সাহিত্য, (২) গৃহপালন-বিদ্যা, (৩) ৰন্ধন-বিদ্যা, (৪) সাজসজ্জা আৰু পৰিচ্ছদ-বিদ্যা (৫) হাতেৰে কাম কৰা বিদ্যা, (৬) শিল্প-বিদ্যা, (৭) বিজ্ঞান, (৮) সঙ্গীত-বিদ্যা, (৯) নাট্য-বিদ্যা, (১০) শিষ্টাচাৰ বিদ্যা, (১১) শাৰীৰিক ব্যায়াম বিদ্যা।

ওপৰত কোৱা কথাৰপৰা আপোনাসকলে ভালকৈ দেখিছে যে অন্যান্য সভ্য দেশতে ছাত্রৰ শিক্ষাৰ নিমিত্তে যি বন্দোবস্ত কৰিছিল, এই দেশতো তাতকৈ কোনো মতে কম বন্দোবস্ত কৰা নাছিল। আগৰ কালত ছাত্র-বিলাকে শিক্ষা লাভ কৰি নানা বিষয়ত যেনেকৈ সিদ্ধি লাভ কৰি নতুন নতুন তত্ত্ব আৰু সত্য আৱিষ্কাৰ কৰিছিল, এতিয়ানো ভাৰতবৰ্ষৰ ছাত্রই কিয় তেনে সত্য আৱিষ্কাৰ কৰিবলৈ সমর্থ নহয়? যদিওবা দুই-এজনে কৰবাত দুই-এক তত্ত্ব আৱিষ্কাৰ কৰিছে সি ধৰ্ত্তব্য নহয়। তেনেহলে কি অভিভাৱক সকলোৱে এবাৰ ভাবি চোৱা উচিত নহয় নে এনে হবৰ কাৰণ কি?

যদিওবা গৱৰ্ণমেণ্টে বছৰি কোটি কোটি টকা আমাৰ ল'ৰাৰ শিক্ষাৰ নিমিত্তে খৰচ কৰিছে আৰু যদিও লাখে লাখে ল'ৰাই শিক্ষা লাভ কৰিব লাগিছে, তথাপি কিয় আজিকালি চিন্তা কৰি নতুন তত্ত্ব বাহিৰ কৰিব পৰা ছাত্রৰ সংখ্যা ইমান কম? মোৰ ক্ষুদ্র বুদ্ধিৰে যিমান ঢুকি পাইছে এনে হবৰ প্রধান কাৰণ হৈছে আগৰ দিনত আজিকালিৰ দৰে শিক্ষাৰ উদ্দেশ্য চাকৰি নাছিল। আগৰ কালৰ শিক্ষাৰ উদ্দেশ্য আছিল মানুহৰ সজ বৃত্তিবোৰক ফুলাই তুলি অসৎ বৃত্তিবোৰক তুলি বা দমি পেলাই তেওঁক জীৱন যুদ্ধৰ নিমিত্তে ভালকৈ সাজু কৰা। এতিয়া শিক্ষাৰ উদ্দেশ্য সেয়ে; কিন্তু বর্ত্তমান কালত

খোৱা-পিন্ধাৰ সমস্যা দিনে দিনে টান হৈ অহাত ছাত্রবিলাকে জীৱন-সংস্থানৰ কোনো উপায় নেদেখি দলে দলে স্কুল আৰু কলেজত সোমাইছেগৈ ;—উদ্দেশ্য হৈছে কি উপায়েৰে ভালকৈ পেট পোহাৰ দিহা কৰিব পাৰি। এইদৰে হাঁ অন্ন—হাঁ পেট, হাঁ অন্ন—হাঁ পেট ভাবোঁতে ভাবোঁতে আমাৰ সৰহ ভাগ ছাত্র একেবাৰেই উদৰ-সর্ব্বস্ব হৈ পৰিছে। এইটো বর্ত্তমান কালৰ আর্থিক অৱস্থাৰ আৱশ্যম্ভাবী ফল। মই ভাবোঁ আজি যদি গৱর্ণমেণ্টে ভাল চাকৰি দিবলৈ এম-এ বা বি-এ 'পাছ' কৰিব নেলাগে বুলি এখন জাননী দিয়ে তেনেহলে এম-এ, বি-এ পঢ়া ছাত্রৰ সংখ্যা কমি যাব। য'ত শিক্ষাৰ উদ্দেশ্য এনে নীচ হৈ পৰিছে তাত উচ্চ ফলৰ আশা কেনেকৈ কৰিব পাৰি! সিদিনা অর্থাৎ এই ডিচেম্বৰৰ ১১ তাৰিখে কলিকতাৰ স্কটিছ চার্চ্চ কলেজৰ বঁটা বিতৰণ কৰোঁতে যি কেই আষাৰ বহুমূলীয়া কথা বঙ্গদেশৰ গৱর্ণৰ লর্ড লিটনে কৈছিল তাক আপোনাসকলে ভালকৈ চাবলগীয়া। তেওঁ কৈছিল—

"After all the improvement is not exclusively a matter of spending money as some people seem to think. Of course, in these days when the economic pressure is so great it is inevitable that young man should be anxious about obtaining a lucrative profession but Colleges and Universities are not employment bureaus and the students who look upon them only as doorway into business will miss their real value."

সকলো মানুহে ইচ্ছা কৰে বিদ্যা পাবলৈ, ধন পাবলৈ আৰু শক্তি পাবলৈ; কিন্তু এইটো বস্তু পালেই যে মানুহৰ জীৱন সার্থক হয় সি কেতিয়াও হ'ব নোৱাৰে। আমি সর্ব্বসাধাৰণতে দেখিবলৈ পাওঁ যদি সাধু মানুহৰ হাতত এই তিনিটা বস্তু পৰে তেনেহলে তাৰ ফল ভাল হব পাৰে কিন্তু খল মানুহৰ হাতত এই তিনিটা বস্তু পৰিলে তাৰ ফল সদায় বেয়া হয়। সেই-গুণেই আমাৰ জ্ঞানীসকলে কৈ গৈছে—

"বিদ্যা বিৱাদায়, ধনং মদায়,
শক্তি পৰেষাং পৰিপীড়নায়।
খলস্য সাধোর্বিপৰিতমেতৎ
জ্ঞানায় দানায় চ ৰক্ষাণায়॥"

বোপাদেওসকল! মনত ৰাখিব যে বিদ্যা তাকেহে বোলে যি যুক্তি দিব পাৰে। 'সা বিদ্যা যা বিমুক্তয়ে।' ধন আৰ্জ্জি দুদিনৰ বেহা পতা বিদ্যা

আৰ্জ্জনৰ উদ্দেশ্য নহয়। ভগৱানে গীতাত কৈছে, 'নহি জ্ঞানেন সদৃশং পৱিত্ৰমিহ বিদতে।' জ্ঞানৰ নিচিনা পৱিত্ৰ বস্তু আৰু ইহজগতত নাই। জ্ঞানৰ প্ৰতি নিৰ্ভাজ শ্ৰদ্ধাই যদি জ্ঞান অৰ্জ্জনৰ কাৰণ নহয় তেনেহলে আন কাৰণে অৰ্জ্জা জ্ঞানৰ ফল কেতিয়াও সুখ আৰু শান্তিৰ কাৰণ হব নোৱাৰে। আপোনাসকলে এতিয়াও সংসাৰত প্ৰৱেশ কৰা নাই। সংসাৰত প্ৰৱেশ কৰিলে দেখিবলৈ পাব যে অকল ধনেই মানুহক সুখ আৰু শান্তি দিব নোৱাৰে। অনেক ধনীলোকৰ জীৱনৰ ঘটনাৱলী শুনিলে এজন নিচেই দুখীয়া মানুহেও তেওঁৰ লগত জীৱনৰ সালসলনি কৰিব খুখুজিব। আমাৰ যত কষ্ট, যত দুখ তাৰ সৰহভাগেই আমাৰ নিজৰ সৃষ্ট নহয় নে? আমি যে সদায় 'হা হতোস্মি' কৰি ফুৰোঁ তাৰ নিমিত্তে কোন দায়ী? আমাক কিয় একোৱে নোজোৰে? আমি এই সংসাৰত থাকিমেই বা কিমান দিন আৰু আমাক লাগেই বা কিমান বস্তু? এজন ইংৰাজ কবিয়ে কৈছে—

> "Man wants but little here below
> Nor wants that little long."

ই অতি সঁচা কথা।

আমি অনেক সময়ত লোকৰ অৱস্থা দেখি সেই অৱস্থা মোৰো হক বুলি লোভ কৰি কিছুমান মিছামিছি অভাৱৰ কল্পনা কৰি আমাৰ সকলো সুখ আৰু শান্তি বিসৰ্জ্জন দিওহঁক! ইয়াতকৈ আৰু কিবা ডাঙৰ ভুল আছে নে? লোভতকৈ আৰু কিবা ডাঙৰ শত্ৰু মানুহৰ আছে নে? ভালকৈ ভাবি চালে সংসাৰত যতবিলাক পাপ হয় তাৰ মূলত লোভকেহে দিখিবলৈ পোৱা যায়। সেইগুণে প্ৰকৃত জ্ঞানলাভৰ প্ৰথম ফল লোভক জয় কৰিবলৈ শিকা। মহাভাৰতৰ উদ্যোগ পৰ্ব্বৰ এঠাইত কৈছে—

> "লোভঃ প্ৰজ্ঞানমাহন্তি প্ৰজ্ঞা হন্তি হতহ্ৰিয়ম।
> হ্ৰীৰ্হতো বাধতে ধৰ্ম্মং ধৰ্ম্মোহন্তি হতশ্ৰিয়ঃ॥

লোভে প্ৰজ্ঞা নষ্ট কৰে। প্ৰজ্ঞা নষ্ট হলে হ্ৰী অৰ্থাৎ লাজ নষ্ট হয়। লাজ নষ্ট হলে ধৰ্ম্ম নষ্ট হয়। ধৰ্ম্ম নষ্ট হলে শ্ৰী নষ্ট অৰ্থাৎ হতশ্ৰী হয়। অসমীয়া মানুহে পৰক শাও দিবলৈ হলে 'হতশ্ৰী হ'। ইয়াতকৈ ডাঙৰ অভিসম্পাত আমাৰ ভাষাত নাই। লোভে তেনে হতশ্ৰী কৰে। সেইগুণে মই কওঁ ছাত্ৰজীৱনত আন শিক্ষা লাভ কৰাৰ লগে লগে আমাৰ মনুষ্য-জীৱনৰ প্ৰধান শত্ৰু লোভ, মোহ, কাম, ক্ৰোধ, মদ, মাৎসৰ্য্য—এই ছটা ৰিপুক দমন

কৰিবলৈ শিকিব লাগে। আপোনাসকলৰ এই কোমল বয়সেই সেই সাধনাৰ উপযুক্ত কাল। এবাৰ এই কাল গত হলে আৰু সি কেতিয়াও ঘূৰি নাহে। এইকালতে আপোনালোকৰ হৃদয়-ফলিত যি আঁক পৰিব সেই আঁক আৰু চিৰজীৱনৰ নিমিত্তে থাকি যাব। শত চেষ্টা কৰিলেও সেই দাগ আৰু মুঠে। দাৰ্শনিক কবি ওমৰ খায়ামে যে কৈছে তাৰ প্ৰতি আখৰেই সত—

"Moving finger writes
And having all
Moves on ; nor all,
They piety nor wit,
Shall lure it back
To cancel half a line
Nor all thy tears
Wash out a word of it."

ছাত্ৰই চাকৰিৰ আশাৰে পৰীক্ষা 'পাছ' কৰি শেহত চাকৰি নেপাই একেবাৰেই নিৰাশ হৈ পৰে। প্ৰকৃতপক্ষে সেই ছাত্ৰজনৰ মনৰ বৃত্তিবোৰৰ প্ৰকৃত শিক্ষা হোৱা হলে তেওঁৰ তেনে অৱস্থা কেতিয়াও নহ'লহেঁতেন। সংসাৰত সকলো মানুহেই চাকৰি কৰি খাবলৈ অহা নাই। এই বিশাল ধৰণীত চাকৰিৰ বাহিৰেও অসংখ্য পথ আছে, তাৰেই এটা নহয় এটাক আশ্ৰয় কৰি সুখেৰে জীৱন নিৰ্ব্বাহ কৰিব পাৰি। এই বিষয়ে মোৰ এজন পৰম বন্ধু শ্ৰদ্ধেয় শ্ৰীযুত দেবেশ্বৰ গোস্বামীয়ে 'কৃষি সম্পদ' বুলি এখন বঙলা মাহেকীয়া পত্ৰত, 'আমাৰ ইক্ষু-চাষ' নামেৰে প্ৰবন্ধত যি বহুমূলীয়া উপদেশ ডেকাসকলক দিছে তাক আপোনাসকলৰ আগত প্ৰকাশ নকৰাকৈ থাকিব নোৱাৰিলোঁ। এওঁ এজন আমাৰ দেশৰ আদৰ্শ খেতিয়ক। তেওঁ সামান্য মূলধনেৰে কুঁহিয়াৰ খেতি কৰিবলৈ আৰম্ভ কৰি কেইবছৰমানৰ ভিতৰতে কল-কাৰখানা বহুৱাই গুড় আৰু চেনি তৈয়াৰ কৰি নিজেও আঢ্যৱন্ত হ'ল আৰু দেশকো উদাহৰণ দেখুৱালে। ওপৰত কোৱা বঙ্গদেশৰ কাকতখনৰ সম্পাদকে তেওঁৰ বিষয়ে জানিব পাৰি তেওঁৰ জীৱন-বৃত্তান্ত সেই কাকতত লিখিবলৈ বৰকৈ টানি ধৰাত তেওঁ বঙলা ভাষাতে সেই পত্ৰিকাত তেওঁৰ কুঁহিয়াৰ খেতিৰ বিষয়ে সকলো কথা কৈ ডেকাসকলক এইদৰে উপদেশ দিছে—

"আমৰা যেৰূপ যত্ন যেৰূপ, পৰিশ্ৰম ও যেৰূপ অৰ্থ ব্যয় কৰিয়া দাসত্ব কৰিবাৰ অভিপ্ৰায়ে বিদ্যা-শিক্ষা কৰি এবং ৪০।৫০ টাকা মাহিনায় চাকৰি

কৰিয়া দিন-ৰাত হাড়ভাঙ্গা খাটুনি খাটিয়াও স্বীয় জীবন সাৰ্থকবোধ কৰিয়া থাকি তাহাৰ শতাংশেৰ একাংশ পৰিশ্ৰম সহকাৰে কৃষি-শিক্ষা কৰিয়াও কৃষি কাৰ্য্যে প্ৰবৃত্ত হইলে, দাসত্বেৰ আপেক্ষাও যে অধিক অৰ্থোপাৰ্জ্জন কৰিয়া মহা সুখ-শান্তিতে জীৱিকা নিৰ্ব্বাহ কৰিতে পাৰা যায় তাহা আমি মুক্তকণ্ঠে ও নিঃসন্দেহে বলিতে পাৰি। পৰেৰ গোলামি না কৰিয়া স্বাধীনভাৱে কৃষি-কাৰ্য্য কৰিতে পাৰিলে সৎপথে ৰহিয়া দেৱ-চৰিত্ৰ লাভ কৰিয়াও আপনাৰ পৰিবাৰ সকলকেই বিবিধ সামগ্ৰী পৰমা তৃপ্তিৰ সহিত অন্ন যোগাইতে পাৰে। এমন পৱিত্ৰ, শান্তিপ্ৰদ ও বিমল আনন্দদায়ক কাৰ্য্যও আৰ নাই, পক্ষান্তৰে পৰেৰ গোলামিতে যে কি সুখ তাহা আৰ কাহাকেও বুঝাইয়া দিতে হইবে না। আমাদেৰ দেশেৰ কেৰাণী বাবুদেৰ প্ৰতি দৃষ্টিপাত কৰিলেও তাহা সম্যকৰূপে উপলব্ধি হইবে। দাসত্বই বা এখন মিলে কোথায়। সৰকাৰ বাহাদুৰ কয়জনকে দিবেন। সকলেই চাকৰিৰ জন্য লালায়িত কিন্তু এখন চাকৰিৰ মায়া ছাড়িয়া কৃষিৰ দিকে কি মনোযোগ কৰা উচিত নহে? আমাদেৰ মধ্যে অনেকেৰই যে মূলধনেৰ অভাব এবং আমাদিগকে উৎসাহ দেয় বা আৰ্থিক সাহায্য কৰে এমত বড় কেহ নাই ইহা স্বীকাৰ্য্য, কিন্তু তথাপি ইহাও স্বীকাৰ কৰিতে হইবে যে মানুষেৰ একান্ত ইচ্ছা ৰহিলে, শত-সহস্ৰ বাধা-বিঘ্ন দূৰ কৰিয়া শত-শত শত্ৰুৰ হস্ত হইতে ৰক্ষা কৰিয়াও সৰ্ব্বসিদ্ধিদাতা ভগবান কোন না কোন প্ৰকাৰে সিদ্ধিৰ উপায় কৰিয়া দিবেন। ইচ্ছা থাকিলেই উপায় হয়— আমাৰ জীৱন এ মহাকাব্যেৰ সত্যতা সত্যই প্ৰত্যক্ষ কৰিতেছি। সুতৰাং কাহাৰও নিৰাশ হইবাৰ কাৰণ নাই। কেবল 'মন্ত্ৰেৰ সাধন কিম্বা শৰীৰ পতন' এই মূলমন্ত্ৰ বিশেষভাৱে স্মৰণ কৰিয়াই কাৰ্য্য হস্তক্ষেপ কৰিতে হয়।" —মোৰ মনেৰে আমাৰ ডেকাসকলক ইয়াতকৈ উৎসাহপূৰ্ণ কথা কবলৈ আৰু একো নাই।

বন্ধুসকল! মোৰ সময়ৰ অনাটন নোহোৱা হলে আপোনাসকলক মোৰ বহুত কবলগীয়া আছিল। আপোনাসকলৰ এই সন্মিলনখনিৰ উদ্দেশ্য হৈছে ভৱিষ্যতলৈ বা এতিয়াও কেনেকৈ জননী জন্মভূমিক সেৱা কৰিব পাৰি তাৰ আয়োজন কৰা। ময়ো ছাত্ৰজীৱনৰেপৰা আপোনাসকলৰে নিচিনা দেশ-সেৱা ব্ৰত ধৰা মানুহ। সেইগুণে এই বিষয়ত আপোনাসকলক উপদেশ স্বৰূপে কেইআষাৰমান কথা কবৰ আছে বুলি ভাবোঁ, ভাবি চাওক আপোনাসকলৰ কৃতিত্বৰ ওপৰতে আমাৰ দেশৰ সকলো মঙ্গলামঙ্গল নিৰ্ভৰ কৰিছে, আপোনা-

সকলে এই সম্মেলন পাতি বছৰি বছৰি আপোনালোকৰ স্নুবিধা-অস্নুবিধা, আকাঙ্ক্ষা আদিৰ বিষয়ে আলোচনা কৰা অতি সজ কাম হৈছে। কথাতে কয় ‘সংহতি কার্য্যসাধিকা।’ আপোনাসকলে ছাত্র জীৱনৰেপৰা মুঠ বান্ধিবলৈ শিক্ষা কৰাও বৰ মঙ্গলৰ কথা হৈছে। দেখা গৈছে ভাৰতবৰ্ষৰ আন আন প্রদেশৰ ছাত্রসকলেও এনে সম্মিলনৰ প্রতিষ্ঠা কৰিছে। ছাত্রজীৱনৰ সর্ব্বাঙ্গীণ উন্নতি কৰাই যে এই সম্মিলনৰ ঘাই উদ্দেশ্য তাক নকলেও সকলোৱে বুজিব। কিন্তু আপোনাসকলক মই এইখিনিতে সোঁৱৰাই দিবলৈ বাধ্য হৈছোঁ যে এনে সম্মিলনৰ পক্ষে বা বিপক্ষে সকলো কথা কৈ অতালেও এইটো সঁচা কথা যে আপোনাসকল এতিয়াও ছাত্রহে। ছাত্রৰূপে আপোনালোকৰ প্রধান কাম হৈছে জীৱন-সংগ্রামত প্রবৃত্ত হবলৈ মাল-মচলা গোটোৱা। এতিয়াই সংগ্রামত প্রবৃত্ত হলে মাল-মচলা কৰ পৰা হব। আপোনাসকলে বিশ্বজগতৰ চাৰিও-ফালে চকু দি চাবচোন, দেখিব যে এই জগতত তিনিটা প্রধান নিয়মে সততে কাৰ্য্য কৰিব লাগিছে। কি জীৱ-জগত, কি উদ্ভিদ-জগত দুয়ো এই তিনিটা নিয়মৰে অধীন। প্রথমে গছে ৰস টানি আনে যাক ইংৰাজীত Absorption বোলে। তাৰ পাছত সেই ৰস হজম কৰি শৰীৰ পুষ্ট কৰে অর্থাৎ Assimilation আৰু তাৰ পিছতহে ফুল আৰু ফলৰ জন্ম প্রদান অর্থাৎ Reproduction। আপোনাসকলৰ এই কালত প্রধান কাম হৈছে, অর্থাৎ Absorption আৰু Assimilation, কিন্তু Reproduction সময় এতিয়াও হোৱা নাই। ওপৰত কোৱা দুবিধ কার্য্য এতিয়াও ভালকৈ কৰি আপোনাসকল মন আৰু শৰীৰ পুষ্ট কৰি Reproduction কেতিয়াও ভাল নহব। সেইগুণে আপোনাসকলৰ পুৰুষাৰ্থ এতিয়া ঘাইকৈ Assimilation আৰু Absorptionতহে বেছি পৰিমাণে আবদ্ধ ৰাখিব লাগে। যদি এই দুবিধ প্রক্রিয়াৰ অলপো হানি নোহোৱাকৈ আন কিবা আত্মহিতকৰ বা দেশহিতকৰ কাম কৰিব পাৰে, সি অতি সুন্দৰ কথা। মোৰ মনেৰে এতিয়া আপোনাসকলৰ কিতাপ লিখিবৰ সময় হোৱা নাই, কিয়নো, কিতাপ লিখা কামটো Reproductionৰ ভিতৰতহে পৰিব। আপোনাসকলে এতিয়া কোনো কাম স্বাধীনভাৱে কৰিবলৈ হাতত নলৈ আপোনাসকলৰ অগ্রজবিলাকক সহায় কৰা ভাৱে কৰিলে অতিশয় শোভনীয় হব। আপোনাসকলৰ ছাত্র আৰু ছাত্র ‘শব্দৰ ধাতুৰ অর্থলৈ মন কৰিলেই মোৰ উপদেশৰ মৰ্ম্ম বুজিব পাৰিব। ছাত্র আৰু ছত্র দুয়োটা শব্দ সংস্কৃত ছদ্ ধাতুৰপৰা আহিছে। ছদ্ ধাতুৰ অর্থ আচ্ছাদন।

আপোনাসকল যেতিয়ালৈকে ছাত্রাৱস্থাত থাকিব তেতিয়ালৈকে মুকলিমূৰীয়া হব নোৱাৰে। আপোনালোক শুক স্বৰূপ আবৰণ বা ঢাকনিৰ তলত আছে। আপোনাসকলে যেতিয়া অৱসৰ পায় তেতিয়া এনে কাম কৰি যাওক যাৰ দ্বাৰাই আপোনাসকল আগৰ লোকসকলৰ কামত সহায় হয়; যেনে, আপোনা-সকলে বন্ধত যেতিয়া অসম দেশৰ বেলেগ বেলেগ ঠাইলৈ যায় তেতিয়া গাৱঁৰ ভিতৰত থকা কিম্বদন্তী, পুৰণি কীৰ্ত্তি, সাধুকথা, গাৱঁলীয়া গীত আদি সংগ্ৰহ কৰিব পাৰে আৰু গোটাব পাৰে পুৰণি পুথিবিলাক। সেইবিলাকক সংস্কাৰ কৰিবলৈ আপোনাসকলৰ আহৰি ক'ত? কিন্তু আপোনাসকলে সেইবোৰ সংগ্ৰহ কৰি ডাঙৰবিলাকক দিব পাৰে; সুবিধা পালে বৰঙনি তুলিও তেওঁ-বিলাকক দিব পাৰে। সংক্ষেপতে কবলৈ গলে ছাত্ৰজীৱনৰ উপযোগী টকা-কড়ি নলগা আৰু অলপ সময় লগা যিবোৰ কাম সেইবোৰ কামহে আপোনা-লোকৰ উচিত কাম। বাহিৰা কামত সময় নিয়াই যদি জীৱন-গঠন, চৰিত্ৰ-গঠন, ইন্দ্ৰিয়-সংযম আদি কামত অৱহেলা কৰা হয় তেতিয়া হলে তাতকৈ আৰু দেশৰ দুৰ্দ্দশাৰ কথা একো নহব। সেইগুণে আপোনাসকলে যিবোৰ কাম হাতত লব খোজে তাক অতি ধীৰভাৱে বিবেচনা আৰু বিচাৰ কৰিহে হাতত লব নতুবা আচলতে ভুল কৰা হব। সকলো কামত হাত দিয়াৰ আগতে দেশ-কাল-পাত্ৰ বিবেচনা কৰিহে তাক হাতত লোৱা উচিত।

মোৰ আৰু এটা কথা কবলগীয়া আছে। এইটো বৰ বেজাৰৰ কথা অথচ তাক নকলেও নহয়। আমি সকলোৱে দেখিছোঁ আৰু আপোনাসকলেও নিশ্চয় মন কৰিছে যে, আমি ছাত্ৰজীৱনত যেনেকৈ ছাত্ৰৰ দেশ-মাতৃক সেৱা কৰিবৰ আগ্ৰহ আৰু আকাঙ্ক্ষা দেখিবলৈ পাওঁক, কৰ্ম্মজীৱনত তেনে দেখা নাপাওঁ। যিসকল লোকে ছাত্ৰজীৱনত দেশৰ কথাৰ নিমিত্তে প্ৰবল উৎসাহ দেখুৱাই ছিল, সেই সকলেই কৰ্ম্মজীৱনত প্ৰৱেশ কৰা মাত্ৰকে দেশৰ সকলো কামলৈকে পিঠি দি বহে। ইয়াৰ কাৰণ কি কব নোৱাৰোঁ। ইয়াৰ কাৰণ দুটা হব পাৰে। এটা হৈছে যে তেওঁৰ জীৱনৰ সাধনা-তেল সকলো ছাত্ৰজীৱনতে খৰচহৈ যোৱাত এতিয়া আৰু বন্তি নজ্বলা হ'ল; আৰু এটা কাৰণ হৈছে যে জীৱন সংগ্ৰামত এহাতে ঢাল আৰু এহাতে তৰোৱাল লৈ প্ৰবৃত্ত হল হয় কিন্তু দুয়োখন হাত বন্দী হোৱাত আৰু যুদ্ধ কৰিব নোৱাৰা হ'ল। পাছৰটো কথা যি জীৱনত সফলকাম হব পৰা নাই তেনে লোকতহে খাটে কিন্তু যি জীৱনত আশা কৰাতকৈ বেছি সফলকাম হৈছে তেওঁবিলাককহে আৰু

অমনোযোগী হোৱা দেখিবলৈ পোৱা যায়। তাহানি আমাৰ এজন কলিকতাত থকা বন্ধুৱে ( যিজন আজিকালি আমাৰ দেশৰ বৰ ডাঙৰ মানুহ ) অসমলৈ আহি কাৰ্য্য-ক্ষেত্ৰত প্ৰৱেশ কৰি দেশহিতকৰ কোনো কামতে হাত নিদিয়াত, আমি এনে হোৱাৰ কাৰণ সোধাত তেখেতে কৈছিল যে তেখেতসকল যেতিয়া কলিকতাত আছিল তেতিয়া দেশৰ ওপৰত আৰু দেশীয় মানুহৰ ওপৰত বৰ Sympathy আছিল কিন্তু দেশলৈ ঘূৰি আহি মানুহবিলাকৰ কথা-বাৰ্ত্তা দেখি Sympathyৰ ঠাইত Aparthy আহিল আৰু এতিয়া তেওঁবিলাকৰ ব্যৱহাৰ দেখি Aparthy গুচি Antipathy হে হৈছে। এই কথাটো বন্ধুজনে ধেমালিৰ ছলেৰেহে কৈছিল, এতিয়া দেখিছো অনেকৰ তেনে অৱস্থা হোৱা দেখা গৈছে, আগৰবিলাকৰ ভিতৰত যি হৈ গ'ল, এতিয়া আপোনাসকলক বিশেষকৈ অনুৰোধ কৰিছো যেন আপোনালোকে এতিয়াৰেপৰা সতৰ্ক হব, যেন তেনেকুৱা দোষে আপোনালোকক স্পৰ্শ কৰিব নোৱাৰে। এতিয়া আপোনাসকলে যিমান সজ কামকে নকৰক সেইবোৰ 'ভাও' বুলিহে ধৰিব। কৰ্ম্মক্ষেত্ৰত প্ৰৱেশ কৰি যি কাম কৰিব সেই কাম অনুসৰিহে আপোনাসকলৰ কৃতিত্বৰ জোখ-মাখ কৰিব।

আজিকালি পৃথিবীৰ সকলো ঠাইতে শিক্ষা বিষয় লৈ নানা ৰকম আলোচনা হব লাগিছে। সকলো চিন্তাশীল লোকৰ মত হৈছে যে বৰ্ত্তমান প্ৰচলিত শিক্ষা-সংস্কাৰ নিতান্ত আৱশ্যক হৈছে। আপোনাসকল যি বিশ্ব-বিদ্যালয়ৰ ছাত্ৰ, সেই বিশ্ববিদ্যালয়ৰ পৰিয়ালসকলেই স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে বৰ্ত্তমান শিক্ষাৰ প্ৰণালীয়ে জাতীয় চৰিত্ৰ গঠনত বিশেষ সহায় কৰিব পৰা নাই। আজিকালি বছৰি বছৰি সৰহ ল'ৰাই পৰীক্ষা 'পাছ' কৰিছে সঁচা, কিন্তু প্ৰকৃত শিক্ষিত লোকৰ সংখ্যা সেইভাৱে বঢ়া নাই। পৰীক্ষা 'পাছ' কৰা আৰু প্ৰকৃত শিক্ষিত হোৱা একে কথা নহয়। ইংলণ্ড দেশত শিক্ষাৰ যেনেকৈ প্ৰচাৰ হৈছে পৃথিৱীৰ কম দেশতহে তেনে হৈছে। কিন্তু মহামহো-পাধ্যায় মাইকেল ই. চেদলাৰ মহাশয়ে কৈছে,—"We need in England a system of elementary education which does more to train the children to think."

ইংলণ্ডতে যেতিয়া এনে অৱস্থা হৈছে আমাৰ দেশত তাৰ ফল আৰু বেয়া যে হব তাক কবৰ সকাম নাই, কিয়নো, আমাৰ শিক্ষা হৈছে বিদেশী ভাষাৰ মাজেদি। আজিকালিৰ শিক্ষা কেনে অচিন্তভাৱে চলিছে তাৰ পৰীক্ষা

চাবলৈ হলে এজন ছাত্রক যদি সোধা যায় যে তুমি কি হবৰ নিমিত্তে শিক্ষা কৰিছা তেনেহলে তেওঁ বোধকৰোঁ কবলৈ বাধ্য হব যে মই সেই কথা এতিয়াও ভবা নাই। বোধকৰোঁ এই কথাটো শতকৰা ৯৯ জন ছাত্রত খাটিব। এনেকুৱা চিন্তাহীন শিক্ষাই আমাক জাতীয় চৰিত্র-গঠনত কেনেকৈ সহায় কৰিব? আজিকালিৰ শিক্ষাৰ প্রধান দোষ হৈছে যে ল'ৰাক চিন্তা কৰিবলৈ শিকোৱা নাই। কেনেভাৱে চিন্তা কৰিব লাগে তাক নজনাকৈ কৰ্ম্মজীৱনত প্রৱেশ কৰি কেউফালে এন্ধাৰ দেখা হৈছে। চেদলাৰ চাহাব বাহাদুৰে ইংলণ্ডৰ শিক্ষা সম্বন্ধে কৈছে,—

"More should be done for the physical development of children. More should be done to kindle intellectual interest. More should be done to teach them how to work for themselves. It needs to produce intelligence, combined with will-power and with a sense of responsibility for the national welfare."

ভাৰতবৰ্ষৰ শিক্ষা-প্রণালীতো এই এটাইবোৰ অভাৱ অতি মাত্রাৰে বৰ্ত্তমান আছে।

চেদলাৰ চাহাবে শিক্ষাৰ বিষয়ে আৰু এটা কথা কৈছে যে ইংলণ্ডতো আজিকালি অনেক মানুহে ল'ৰাক ধৰ্ম্ম-শিক্ষা নিদিয়াতো বৰ বেয়া পাইছে। তেওঁ কৈছে,—

"There is at present throughout England a strongly marked dislike of the idea of making all education in the elementary schools purely secular in character. There is however, no general agreement as to any common form of religious teaching which could be made compulsory in all cases. The drift of opinion is towards allowing varieties of religious teaching to be given in accordance with parental preference. Multitudes of parents do not care what religious instruction is given, but on the whole they want something in the form of religious knowledge to be taught."

আমাৰ দেশতো শিক্ষাৰ লগে লগে ল'ৰাই জাতীয় ধৰ্ম্মৰ বিষয়ে একো নোপোৱাত যি শিক্ষা পাইছে চৰিত্র গঠনত সি তেনে সহায় কৰিব পৰা নাই। বিদ্যালয়ত ধৰ্ম্ম শিক্ষা নিদিলেও বুজন ছাত্রসকলে নিজকে নিজে

ধৰ্ম্ম-শিক্ষা দিয়া নিতান্ত আৱশ্যক বুলি ভাবিছে। আমাৰ ধৰ্ম্মৰ ভিতৰত যিবোৰ অতি সুন্দৰ কথা আছে তাক জানিবলৈ নোপোৱাত অনেক ছাত্ৰৰ মনত জাতীয় ধৰ্ম্ম-কৰ্ম্মৰ ওপৰত শ্ৰদ্ধা আৰু বিশ্বাস কমি আহিছে। এনে শিক্ষাৰ ফল যে বৰ বেয়া তাক সহজে বুজিব পাৰি। মিঃ হাৱেল চাহাবে তেওঁৰ 'The History of Aryan Rule in India' কিতাপৰ ভূমিকাত লিখিছে,—

"Whatever unintcntional or not no greater spiritual injury can be done to a people than to teach them to udervalue or despise the achievements of their forefather."

বাস্তৱিকতে ই অতি সঁচা কথা। নিজৰ দেশৰ ওপৰত পিতৃ-পিতামহৰ ওপৰত ভক্তি কৰিবলৈ যি শিক্ষাই নিশিকায়, তেনে শিক্ষাৰপৰা উপকাৰ নহৈ অশেষ অপকাৰহে হয়। সেই গুণেই মই বিশেষকৈ কওঁ যে আপোনা-সকলে নিজেই নিজক ধৰ্ম্ম-শিক্ষা দিবলৈ পাছ নোহোঁহকে।

দেখক আমিনো সংসাৰত কিমান দিন জীয়াই থাকিম। সেই গুণে সকলোৰে ওপৰত যি ধৰ্ম্ম তাৰ প্ৰতি যেন আপোনাসকলৰ অৱহেলা নহয়। আমাৰ শাস্ত্ৰই কৈছে যে 'মই অজৰ অমৰ'—এনে ভাবি বিদ্যা আৰু অৰ্থ সঞ্চয় কৰিম কিন্তু মৃত্যুৱে চুলিত ধৰি আছে এনে ভাবি ধৰ্ম্ম আচৰণ কৰিম। আপোনালোকে ভাবিছে নে যে এই নশ্বৰ দেহাটোৱেই আমাৰ সকলো। দেহৰ ভিতৰত যি অবিনশ্বৰ আত্মাপুৰুষে প্ৰকাশ কৰিছে তাৰ জেউতি দেখিবলৈ এবাৰো ইচ্ছা নকৰে নে? আপুনি এবাৰ ভাবি নেচায় নে আপুনি কি—আপুনি সেই হিৰণ্যগৰ্ভ ভগৱানৰে এটি ফিৰিঙতি নহয় নে আৰু দেহৰূপ মন্দিৰৰ অধিষ্ঠাত্ৰী দেৱতা নহয় নে? আৰু এইটোও এবাৰ ভাবি চাওকচোন যে আপুনি কেৱল ঘটনাৰ আৱৰ্ত্তত পৰি বাট হেৰুওৱা বাটৰুৱাৰ নিচিনাকৈ এই জগতলৈ অহা নাই। বিশ্বস্ৰষ্টাৰ শৃঙ্খলাবদ্ধ নিয়মৰ তলতীয়া হৈ এক মহান উদ্দেশ্য সাধনৰ নিমিত্তে আমি ইয়ালৈ আহিছোঁ। আমি যেতিয়া ইয়াৰপৰা বাজ হৈ যাওঁ তেতিয়াও ভগৱানৰ সেই নিয়মৰ বশৱৰ্ত্তী হৈহে ওলাই যাম। তেনেহলে আমাৰ নিৰাশ হবৰ কোনো সকাম নাই। সেই বিশ্বনিয়ন্তাই আমাক আমাৰ কৰ্ত্তব্য-পথলৈ লৈ যাব। আমি কেৱল তেওঁৰ ওপৰত নিৰ্ভৰ কৰিবলৈ পাহৰিব নেলাগে। তেনেহলে আহক আমি কবিৰ সুৰত সুৰ মিলাই গাওঁহক—

Higher higher will we climb
Up the mount of glory
That our names may live through time
In our country's story ;
Happy when her welfare calls.
He, who conquers, he who falls.

আকৌ এবাৰ হৃদয় খুলি গাওঁহক—

Onward onward may we press,
Through the path of duty ;
Virtue is true happiness,
Excellence true beauty
Minds are of celestial birth,
Make we then a heaven of earth.

# পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী

## তৃতীয় খণ্ড

### প্ৰথম পৰিচ্ছেদ

# শৰাইঘাটৰ যুদ্ধ

## ( ১ )

অসম দেশৰ ওপৰত অনেক দিনৰপৰা দিল্লীৰ মুচলমান সম্ৰাটবিলাকৰ চকু আছিল। যি দিল্লীশ্বৰক সেই কালৰ মানুহে "দিল্লীশ্বৰো বা জগদীশ্বৰো বা" বুলি জগদীশ্বৰৰ লগত তুলনা কৰিছিল, আৰু যি দিল্লীশ্বৰে সমগ্ৰ ভাৰতবৰ্ষত একছত্ৰ ৰাজত্ব স্থাপন কৰি এচিয়া আৰু ইউৰোপৰ চকুত চমক লগাইছিল, সেই দিল্লীশ্বৰৰ আগত অসমৰ নিচিনা এখন ক্ষুদ্ৰ ৰাজ্যই স্বাধীনতা ৰক্ষা কৰি থাকিব আৰু তাৰ ৰজাই "স্বৰ্গদেউ" খিতাপ লৈ টিঘিল-ঘিলাই, ই সহ্য নহবৰেই কথা। যি দেশৰ অগৰুচন্দন, গান্ধকলাই, হাতী, হাতীদাঁত আৰু হাতীদাঁতৰ পাটী, বিছনী, পালেং আৰু সিংহাসন, চোঁৱৰ, ম'ৰাৰ পাখী, পাট-কাপোৰ আৰু মেজাঙ্কৰী কাপোৰৰ নিচিনা লাহ-বিলাহৰ বস্তুৰ খ্যাতি দিল্লীৰ দৰবাৰত সততে প্ৰতিধ্বনিত হৈছিল, সেই দেশ নিজ ৰাজ্যৰ ভিতৰত সুমাই লবলৈ যে বিলাসী দিল্লীৰ সম্ৰাটবিলাকে অহোপুৰুষাৰ্থ কৰিব, সি একো আচৰিত কথা নহয়।

অসমদেশ আক্ৰমণ কৰিবৰ নিমিত্তে মুচলমানবিলাকে এবাৰ নহয়, দুবাৰ নহয়, অসংখ্যবাৰ সৈন্য পঠিয়াইছিল। কিন্তু তেতিয়াৰ কালৰ অসমীয়া মানুহৰ অদম্য স্বাধীনতাপ্ৰিয়তাৰপৰাই হওক বা অসমীয়া সৈন্যৰ যুদ্ধ-কৌশলৰ-পৰাই হওক, অসম দেশৰ প্ৰাকৃতিক অৱস্থাৰপৰাই হওক, এই ক্ষুদ্ৰ ৰাজ্যক মহাপ্ৰতাপশালী দিল্লীৰ সম্ৰাটে কৰতলীয়া কৰিবলৈ সমৰ্থ নহ'ল। আমাৰ লগত মুচলমানৰ যতবাৰ যুদ্ধ হ'ল, সকলোবিলাক ঘটনা বিবেচনা কৰি চালে, শৰাইঘাটত হোৱা যুদ্ধই সকলোতকৈ প্ৰধান; কিয়নো, এই যুদ্ধত মহা অভিমানী ঔৰংজেব পাটচাই যি শিক্ষা পালে, তাৰপৰাই অসম দেশ জয় কৰা আশা একেবাৰেই পৰিত্যাগ কৰিলে। এই যুদ্ধৰ পিচত বৰফুকনৰ লগত মুচলমানবিলাকৰ ২।১ বাৰ কাজিয়া লাগিছিল সঁচা, কিন্তু সেইবিলাক যুদ্ধ নাম পাবৰ যোগ্য নহয়। সেইগুণে অসম মুচলমান ৰণৰ, শৰাইঘাটৰ যুদ্ধকে শেষ যুদ্ধ বুলিব লাগে। এই যুদ্ধই এফালে যেনেকৈ দিল্লীৰ সম্ৰাটৰ উজ্জ্বল

গৌৰৱত কলঙ্কৰ কালিমা ঢালিলে, আনফালে অসমীয়া সৈন্যৰ যুদ্ধ-কৌশল আৰু কাৰ্য্যনিপুণতা ফট্‌ফটীয়া কৰি প্ৰকাশ কৰিলে।

এই যুদ্ধৰ কাৰণ হ'ল, পূৰ্ব্বে জয়ধ্বজ সিংহ স্বৰ্গদেৱ মুচলমানৰ লগত যুদ্ধত হাৰিলত, গড়গাওঁত এই সন্ধি হ'ল যে, মুচলমানবিলাকে দক্ষিণ পাৰে অসুৰৰ আলি আৰু উত্তৰ পাৰে বৰ নদীৰ পূৰলৈ নেযাব আৰু অসম ৰজাই তেওঁবিলাকক বছৰি ২০টা হাতী, আৰু "পেচকচৰ" বাবে তিনি লাখ টকা আৰু ৯০টা হাতী "চই" দিব। এই সন্ধিত দিল্লীৰ সম্ৰাট আওৰেংজেবে সম্মতি দিয়াত তেওঁৰ লগত মিত্ৰতা দৃঢ় কৰিবৰ নিমিত্তে পাটচালৈ তেওঁৰ জীয়েক ৰমণী গাভৰুক অলঙ্কাৰ বাদ ২০ হেজাৰ সোণৰ মোহৰ, ১ লাখ ২০ হেজাৰ টকা, ৩০টা হাতী, ১০০ বেটী আৰু ১০০ বন্দী যৌতুকে সৈতে দিল্ললৈ পঠায়, আৰু পেচকচৰ ভিতৰৰ ২৮১০০০ টকা আৰু ৩০টা হাতীও পঠোৱা হ'ল। বাকী থাকিল কেৱল ১৯০০০ টকা আৰু ৫০টা হাতী।

জয়ধ্বজসিংহ মহাৰাজে এই যুদ্ধত মহৎ অপমান পালে আৰু তাৰ অলপ দিনৰ পিচতে ইহ সংসাৰ পৰিত্যাগ কৰিলে। ১৫৮৫ শকত চক্ৰধ্বজ-সিংহ অসমৰ ৰাজপাটত বহিল আৰু তেওঁ মুচলমানক "চই" দিবৰ কাৰণে ৰাইজৰ ওচৰত বৰঙণি পেলাই ৭ লাখ টকা তুলিলে। মিৰজুমলা উলটি যাওঁতে তেওঁৰ লগৰ সেনাপতি এজনে ৰচিতখাঁক গুৱাহাটীত ফৌজদাৰ পাতি থৈ গৈছিল; কিন্তু কিছুমান দিনৰ পিচতে পাটচাই চৈয়দ ফিৰুজখাঁক ফৌজদাৰ পাতি পঠিয়াই ৰচিতখাঁক মাতি নিলে। ৰচিতখাঁই আমাৰ দেশৰ অৱস্থা আৰু মানুহৰ ধৰণ-ধাৰণ ভালকৈ জানিছিল। সেই গুণে তেওঁ আছিল মানে মুচলমান আৰু আমাৰ ভিতৰত একো গণ্ডগোল হোৱা নাছিল। কিন্তু ফিৰুজ খাঁ নতুন মানুহ, তেওঁ আহিয়েই আমি দিবলৈ বাকী থকা, "পেচকচ" সাধিবৰ নিমিত্তে আমাৰ ৰজালৈ বৰ টান কথা কৈ কটকী পঠালে। এনে সময়তে কলিয়াবৰত থকা আমাৰ ফুকন, আৰু ৰাজখোৱাই স্বৰ্গদেৱলৈ জনাই পঠালে যে, মুচলমানৰ বৰ কথা আৰু বেয়া ব্যৱহাৰ সহিব নোৱাৰা হৈ উঠিছে। চক্ৰধ্বজসিংহ বৰ সাহসী আৰু অভিমানী ৰজা আছিল; তেওঁ মুচলমানৰ টান কথা সহিব নোৱাৰি বাকী থকা "চই নিদিওঁ" বুলি স্থিৰ কৰি যুদ্ধ কৰিবলৈ প্ৰস্তুত হ'ল। এয়েই ৰণৰ কাৰণ।

এই ৰণ দুইবাৰ হয়। প্ৰথমবাৰত চৈয়দ চানা আৰু চৈয়দ ফিৰুজ সেনাপতি আছিল; দ্বিতীয়বাৰত ৰাজা ৰামসিংহ সেনাপতি হৈ আহিছিল। চৈয়দ

চানা আৰু চৈয়দ ফিৰুজৰ লগত আমাৰ সৈন্যৰ বাঁহবাড়ী, কাজলিমুখ, ইটাখুলি, ব্ৰহ্মনদীৰ মুখ আৰু গুৱাহাটী—এই পাঁচ ঠাইত যুদ্ধ হয়। ওপৰত লিখা আটাইকেইটা ঠাইতে মুচলমান সৈন্য পৰাজিত হ'ল, লাচিত বৰফুকনে মুচলমান সেনাক মানাহৰ মুখলৈ খেদি নি তাৰপৰা চৈয়দ ফিৰুজ আৰু চৈয়দ চানাক বহুত মুচলমান সৈন্যেৰে সৈতে বন্দী কৰি ধৰি আনে। চৈয়দ ফিৰুজ আৰু চৈয়দ চানাক গড়গাৱঁলৈ পঠিয়াই, বাকী মুচলমান সেনাক বৰফুকনে গুৱাহাটীতে কাটি পেলায়। চৈয়দ ফিৰুজ আৰু চৈয়দ চানাক গড়গাৱঁত কটা হ'ল। মুচলমানবিলাকৰ সকলো অস্ত্ৰ-শস্ত্ৰ বৰফুকনৰ হাতত পৰিল।

এই ৰণৰ কাল সম্বন্ধে মতভেদ দেখা যায়। দুখন সাঁচিপতীয়া পুৰণি পুথিত ১৫৯০ শকত এই ৰণ লাগে বুলি লিখা আছে। ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰেও সম্ভৱতঃ এনেকুৱা বুৰঞ্জী পুথিৰ ওপৰতে নিৰ্ভৰ কৰি ১৫৯০ শককে এই ৰণৰ কাল বুলি ঠাৱৰ কৰিছে। কিন্তু নগাওঁ জিলাৰ এখন বাগিছাত এটা বৰতোপ ওলাইছে, তাত এইদৰে লিখা আছে "শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণ দেৱ মহাৰাজাধিৰাজ চক্ৰধ্বজসিংহেন জয়ালব্ধাস্ত্ত সংগ্ৰামে যবনানাং ক্ষয়ে পুনঃ। প্ৰাপ্ত মন্ত্ৰমিদংভুপ যশোবিহননং ধ্ৰুবং। শাকে ১৫৮৯।" ইয়াত বাজেও উত্তৰ গুৱাহাটীৰ কানাই-বৰশী শিলত যি ফলি কটা আছে তাত লিখা আছে যে, ১৫৮৯ শকৰ আঘোন মাহত চৈয়দ চানা আৰু চৈয়দ ফিৰুজক যুদ্ধত জিনি কটাৰ পিচত এই গড় নিৰ্ম্মাণ কৰা হ'ল; অৰ্থাৎ যি গড় কানাই-বৰশী শিলৰ ওচৰত অন্ত হৈছে, সেই গড় এই ৰণৰ বিজয় কীৰ্ত্তি স্বৰূপে নিৰ্ম্মাণ কৰা হৈছিল। গুৱাহাটীৰ বৰ্ত্তমান চাৰ্কিট হাউচৰ টোলত এটা শিল পোৱা হৈছে, তাত লিখা আছে যে, বৰবৰুৱাৰ পুত্ৰ লাচিত বৰফুকনে ১৫৮৯ শকত মুচলমানবিলাকক ৰণত ঘটুৱাই সেনাপতি ফিৰুজ আৰু বহুত মুচলমান সৈন্য, আৰু অনেক অস্ত্ৰ-শস্ত্ৰ পালে। এইবিলাক প্ৰমাণৰপৰা ফট্‌ফটীয়াকৈ দেখা যায় যে, চৈয়দ ফিৰুজ আৰু চৈয়দ চানাৰ লগত আমাৰ যি যুদ্ধ লাগিছিল, তাৰ শক ১৫৮৯ হে হ'ব, ১৫৯০ নহয়।

যেতিয়া ঔৰংজেৱ পাটচাই শুনিলে যে, লাচিত বৰফুকনে মুচলমানৰ হাতৰপৰা গুৱাহাটী ললে আৰু চৈয়দ ফিৰুজক যুদ্ধত হৰুৱাই ধৰি নিলে, তেতিয়া তেওঁ খঙত বিবশ হৈ, অসম দখল কৰিবৰ নিমিত্তে প্ৰতিজ্ঞা কৰিলে আৰু ৰাজা ৰামসিংহক সোণ খটোৱা জিনৰে সৈতে এটা যুদ্ধৰ ঘোঁৰা আৰু মুকুতা লগোৱা পেটীয়ে সৈতে এখন সোণৰ কাম-কৰা তৰোৱাল খিলাত দি

সেনাপতি পদত বৰণ কৰি লগত এক ফৌজ দিল্লীৰ ৰাজকীয় সেনা আৰু এক ফৌজ বঙ্গদেশৰ নবাবৰ অধীনৰ সেনা দি অসম জয় কৰিবলৈ পঠালে। ৰামসিংহ ৰজা জয়পুৰৰ অন্তৰ্গত অম্বৰ দেশৰ ৰজা প্ৰথম জয়সিংহৰ পুত্ৰ; তেওঁ ঔৰংজেৱ পাটচাৰ বৰ বিশ্বাসী ভৃত্য আৰু বিখ্যাত যোদ্ধা আছিল। তেওঁৰ পিতাক জয়সিংহৰ সাহায্যতে ঔৰংজেৱে দিল্লীৰ ৰাজপাট লাভ কৰে। ৰামসিংহে ১৫৮৯ শকৰ চ'ত মাহত সসৈন্যে কামৰূপ পালেহি। তামুলি ফুকনৰ বুৰঞ্জীমতে ৰামসিংহৰ লগত ৯ লাখ সৈন্য আহিছিল। কিন্তু এখন সাঁচি-পতীয়াবুৰঞ্জীমতে তেওঁৰ লগত ৩০০০ অশ্বাৰোহী, ১৮০০০ পদাতি আৰু ১৫০০ কোচবিহাৰৰ কাঁড়ী সৈন্যহে আহিছিল। ৰামসিংহৰ লগত আচলতে কিমান সৈন্য আহিছিল তাক সঠিককৈ কোৱা টান হলেও, তেওঁৰ লগত যে সেই কালৰ কেইবাজনো বিখ্যাত যোদ্ধা সেনানায়কৰূপে আহিছিল তাৰ অলপো সন্দেহ নাই। নচৰতখাঁ, কিৰাত সিংহবৰ্ত্তিয়া, ৰঘুনাথ সিংহ, ৰইৰামদেও আৰু ৰচিত-খাঁকে আদি কৰি যোদ্ধাবিলাক এই যুদ্ধলৈ আহিছিল বুলি মুচলমান বুৰঞ্জীয়েও স্বীকাৰ কৰে। এনে সমাৰোহেৰে সৈন্য পঠোৱাত ঔৰংজেৱে যে অসম জয় কৰিবৰ নিমিত্তে দৃঢ় প্ৰতিজ্ঞ হৈছিল তাক ভালকৈ বুজিব পাৰি।

স্বৰ্গদেৱ চক্ৰধ্বজসিংহে অনেক সৈন্য লগত লৈ ৰামসিংহে অসম আক্ৰমণ কৰিবলৈ আহিছে বুলি শুনি সকলো ডা-ডাঙ্গৰীয়া, বৰুৱা-ফুকনসকলৰ লগত পৰামৰ্শ কৰি; মছলমানৰ লগত যুঁজ দিবলৈ বিশেষ আয়োজন কৰি বৰুৱা আৰু ফুকনসকলক নিজ নিজ কাঁড়ী-বাৰুৱতী সষ্টম কৰিবলৈ আদেশ দিলে আৰু মোমাই তামুলী বৰবৰুৱাৰ পুত্ৰ লাচিত বৰফুকনক আটাইবোৰ ফৌজৰ ওপৰত বৰ সেনাপতি পাতি বাৰিষা নপৰেমানে ৰামসিংহক যুদ্ধ নকৰাকৈ ৰাখিবৰ নিমিত্তে দিহা দিলে। বৰফুকনে স্বৰ্গদেৱৰ আদেশ অনুসৰি বাৰিষা নপৰেমানে ৰামসিংহক যুদ্ধৰপৰা ক্ষান্ত ৰাখিবৰ মনেৰে, ৰামসিংহৰ ওচৰলৈ কটকী পঠিয়াই তেওঁৰ আগমনৰ উদ্দেশ্য কি সুধি পঠিয়ালে, আৰু ইপিনে গুৱাহাটীৰ কেইওফালে যি গড় আছিল তাক মেৰামত কৰিবৰ নিমিত্তে মানুহ লগালে আৰু তলত লিখাৰ দৰে গড়ৰ ঠায়ে ঠায়ে সেনাপতিবিলাকৰ কোঠ বহুৱালে।

(১) **ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে :—অমৰাজুৰিৰপৰা পাণ্ডুলৈকে** গুইমেলা বৰগোঁহাই ফুকনক, খহোৱা বুৰুজৰপৰা কামাখ্যাৰ পশ্চিম খট্‌খটীলৈকে বি দৈয়ঙ্গীয়া ৰাজখোৱাক, ছুৱাৰ গৰিলাত দোলাকাষৰীয়া বৰুৱা লাটুমক,

পাৰঘোপাৰ পৰা ধেনুখিৰোৱালৈকে বাৰুকিয়াল বৰগোঁহাইক, গোটা আলিৰপৰা অসুৰৰ আলিৰ মূৰলৈকে নেওগ হাজৰীকাক, অসুৰৰ আলিত কমলাবৰীয়া গোঁহাই ফুকনক, অসুৰৰ আলিৰ দক্ষিণ পৰ্ব্বতত মৰঙ্গিখোৱা বৰচেটিয়াক, উষাহৰণ পৰ্ব্বতত জাতিচন্দন গোঁহাইক, ওভোটা শিমলুৰ বাটত শলগুৰীয়া ৰাজখোৱা চক্ৰপাণিত থৈ লগত ৰীতিমতে সৈন্য-সামন্ত দি প্ৰতি বাৰবেঁওৰে একোটা বৰহিলৈ বা বৰতোপ পাতিলে।

(২) **ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে**:—জুৰিয়াৰপৰা শৰাইঘাটলৈকে বৰ অভয়াপুৰীয়া ৰাজখোৱা সেন গোঁহাইক, শৰাইঘাটত মাজু অভয়পুৰীয়া ৰাজখোৱাক, কেঁকুৰিৰপৰা লঠিয়ালৈকে সৰু অভয়পুৰীয়া ৰাজখোৱাক, লঠিয়া পৰ্ব্বতত বাঁহগৰীয়া বুঢ়াগোঁহাইক, লঠিয়াৰপৰা চিলা পৰ্ব্বতলৈকে মিৰি সন্দিকৈ ফুকন আৰু নেওগ হাজৰীকাক, সেন্দুৰী ঘোপাৰপৰা খৰাঘৰীয়াৰ আলিলৈকে দিহিঙ্গীয়া ৰাজখোৱাক, ৰংমহলত পেলন চাৰিঙ্গীয়া ফুকনক, ৰংমহলৰপৰা কানাইবৰশীবোৱা শিললৈকে ধলাগোঁহাই গজপুৰীয়া ৰাজখোৱাক, চাহবুৰুজত ৰূপ সন্দিকৈক, কুৰুৱাত বৰপাট গোঁহাই আৰু ৰাইডঙ্গীয়া ৰাজখোৱাক থৈ নিয়মমতে সৈন্য-সামন্ত দি কোঠ পাতিলে আৰু বাৰবেঁওৰে বাৰবেঁওৰে একোটা বৰহিলৈ বহুৱালে। এই যুদ্ধত অসমৰ সৈন্যই ৭ বিধ হিলৈ ব্যৱহাৰ কৰিছিল:—(১) কামায়ন, (২) টোৱা, (৩) জমুৰ, (৪) গঠিয়া জুম্বৰ, (৫) কেচাই, (৬) পহলঙ্গি আৰু (৭) পাথৰ কলাই।

(৪) **ব্ৰহ্মপুত্ৰৰ পানীত**:—উত্তৰ পাৰে দিহিঙ্গীয় ৰাজখোৱাক আৰু বুঢ়াগোঁহাই ফুকনক, দক্ষিণ পাৰে শলগুৰীয়া ৰাজখোৱা, টঙচু ৰাজখোৱাক আৰু কলঞ্চু নেওগক ৰাখিলে। বৰসেনাপতি লাচিত নিজে ইটাখুলিৰ নামনিত থাকিল।

ওপৰত লিখা বিৱৰণৰপৰা আগৰ দিনত অসমীয়া জাতিৰ যুদ্ধ-কৌশল আৰু বন্দৱস্তৰ কেনে শৃঙ্খলা আছিল তাক ভালকৈ বুজিব পাৰি। যি জাতিয়ে নিজৰ দেশ শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰিবলৈ ইমান আত্মত্যাগ কৰিছিল, তাক ভাবিলে আজিকালিৰ অসমীয়া মানুহক সেই জাতিৰ সতি-সন্তান বুলি কোনোবাই ভাবিব পাৰে নে?

ৰজা ৰামসিংহৰ ওচৰলৈ যি কটকী গৈছিল, তেওঁৰ আগত ৰামসিংহে বৰফুকনলৈ এইদৰে কৈ পঠালে, বোলে পূৰ্ব্বে আলিয়াৰ খাঁ আৰু মোমাই তামুলী বৰবৰুৱাৰ ভিতৰত যি সন্ধি হৈছিল তাত অসুৰৰ আলি আৰু বৰনদীক

অসম আৰু মুচলমানৰ ৰাজ্যৰ সীমা বন্ধা হৈছিল, সেই সন্ধিমতে গুৱাহাটী পাটচাৰ ৰাজ্যৰ ভিতৰ। এতেকে, গুৱাহাটী তেওঁবিলাকক এৰি দিয়ক, নহলে "দুই ঘৰীমান যুঁজিও চাব পাৰে, আৰু তালৈকো যদি তীৰ-বন্দুক নাই, তেওঁক খুজিলেও দিব পাৰে।" কটকীৰ মুখে ৰামসিংহৰ এই ব্যঙ্গ কথা শুনি আমাৰ ডা-ডাঙ্গৰীয়াসকলৰ গা দহোগুণে জ্বলি উঠিল, আৰু দান চাই সমিধান দিয়া উচিত ভাবি বৰফুকনে আকৌ কটকীৰ আগত এইদৰে কৈ পঠালে, "শুনিছোঁ, ৰজা ৰামসিংহ মান্ধাতা ৰজাৰ গোষ্ঠী আৰু জয়সিংহৰ পুত্ৰ, ইমান বৰলোকৰ পোৱালিৰ মুখত এনে সৰু কথা কেনেকৈ ওলাল! দুই ঘৰীমান যে যুঁজিব খোজে, ১।৪ বছৰ যুঁজিবলৈ সাহ নাই নে কি? আৰু আমি যে তেওঁক তীৰ-বন্দুক খোজাৰ কথা কৈছে ভাল, এতিয়া তেওঁকে লাগিব পাৰে থাওক; দুই-চাৰি বছৰৰ পিচত আমাৰ লাগিলে খোজা যাব। কিন্তু গুৱাহাটী ঈশ্বৰে আমাক দিছে, তাক মুচলমানক কদাপি এৰি দিয়া নাযায়।"

এনে সমিধান পাই, ৰামসিংহ আৰু বেলি নকৰি শুৱালকুচিলৈ খোজ ললে। তেওঁ পৰম হিন্দু আছিল; যাওঁতে বাটত হাজোৰ মাধৱ দেৱালয়ত বহুত টকা ভাঙ্গি নিজে পূজা কৰিলে। সসৈন্য আহি আগিয়াথুটি পৰ্ব্বতৰ কিছু নামনিত তামিঘৰা তৰি কৌঠ মাৰিলে, আৰু তেওঁৰ লগত অহা ৰচিতখাঁই কিছু উজাই আমাৰ সৰু হিলৈৰ গুলিয়ে ঢুকি নোপোৱা অথচ বৰহিলৈৰ গুলিয়ে চেৰাই যোৱা ঠাই চাই, তামিঘৰা তৰি কৌঠ দি থাকিল।

এনেতে, ৰামসিংহ আৰু ৰচিতখাঁৰ ভিতৰত কন্দল লাগিল। এদিন ৰাতি ৰামসিংহৰ কৌঠত আমাৰ বৰহিলৈৰ গুলি পৰাত ৰামসিংহৰ ভতিজাক ততালিকে মৰিল। তাতে ৰামসিংহে ৰচিতখাঁক দুবাৰো মাতি পঠিয়ালে কিন্তু ৰচিতখাঁই এতিয়া যাব নোৱাৰোঁ বুলি কৈ পঠালে। ৰচিতখাঁই তেওঁৰ কৌঠত তেতিয়া গান-বাজনা শুনিছিল। ৰচিতখাঁ নোযোৱা দেখি ৰামসিংহে মনত ভাবিলে যে, ৰচিতখাঁৰ লগত আগৰেপৰা অসমীয়া মানুহৰ জনাশুনা আছে আৰু এতিয়াও তেওঁ অসমীয়াৰ ওচৰ চাপি কৌঠ পাতিছে; এনে বিপদৰ সময়ত মাতি পঠিওৱাতো যেতিয়া নাহিল, কি জানি তলে তলে তেওঁ শত্ৰুৰ লগত যোগ হ'বৰ মতলব কৰিছে। এনে ভাবি ৰামসিংহে ৰচিতখাঁক তৎক্ষণাৎ যি ঠাইত আছিল তাৰপৰা কৌঠ উঠাই আনিবলৈ হুকুম দিলে। ৰচিতখাঁই তাতে মৰণান্তিক অপমান পাই বঙ্গদেশলৈ অকলৈ উভটি গ'ল। ইপিনে ৰামসিংহে অনেক মুচলমান সৈন্য লৈ শৰাইঘাটত আমাৰ গড় আক্ৰমণ কৰিলে।

এই যে যুদ্ধ চুৰু হ'ল, ক্রমাগত দিন-ৰাতি অবিশ্রান্তভাবে চাৰি মাহ যুঁজ চলিল; দুয়োপক্ষে অসংখ্য সেনা ৰণত পৰিল। আমাৰ সেনাই গড়ৰ ভিতৰত থাকি যুদ্ধ কৰাৰ বাবে আমাৰ হানিতকৈ মুচলমানৰ হানি অনেক বেছি হ'ল। অসমীয়া সেনাৰ বৰতোপৰ আগত হেজাৰে হেজাৰে মুচলমান সেনা বাগৰিবলৈ ধৰিলে। অধিকাংশ স্থলত মুচলমান সেনাৰ জয় অশ্বাৰোহী সেনাৰ ওপৰত নিৰ্ভৰ কৰা দেখিবলৈ পোৱা যায়। কিন্তু শৰাইঘাটৰ যুদ্ধত অশ্বাৰোহী সেনাৰ পৰা একো লাভেই নহ'ল। চাৰিমহীয়া যুঁজত তেওঁবিলাকৰ পদাতিক সেনাৰো ভালকৈ পৰালি পৰিল, ইপিনে বান-বাৰিষাৰ কাল পালেহি।

ঔৰেংজেব পাটচাই ৰামসিংহৰ পদাতি সেনাৰ বল কমা বাতৰি পাই, আকৌ চৰিপ্‌খাঁৰ তলত বহুত পদাতি সেনা কামৰূপলৈ যাত্রা কৰালে। ৰামসিংহে মৰোঁ-জীওঁ-সোওঁ-আধি কৰি আকৌ নতুন উৎসাহেৰে যুদ্ধ আৰম্ভ কৰিলে, কিন্তু তেওঁৰ উদ্যমৰ একো ফল নধৰিল। শৰাইঘাটৰ ফালে গড় পাৰ হ'ব পৰা আশা নেদেখি তেওঁ পাণ্ডুৰ ফালে ৰাঙ্গলীবুৰুজৰ তলে সিন্ধি কাটি তাত খাৰ ভৰাই, গড় উৰুৱাই দিবলৈ বুধি কৰিলে; শেন-চকুৱা ৰৰফুকনে তলে তলে চোৰাংচোৱাৰপৰা সেই কথাৰ সম্ভেদ লৈ গড় ভাঙিলেই তাক ততালিকে তৈয়াৰ কৰিবৰ নিমিত্তে সকলো সৰঞ্জাম আৰু মানুহ ঠিক কৰি ৰাখিলে। ৰামসিংহে সিন্ধিৰ মুখৰ খাৰত জুই লগাই গড় ভঙা মাত্রকে গোটেইখন ঠাই ধুৱলি কুৱলি হ'ল আৰু কাকো কেৱে নেদেখা হ'ল। সেই সুযোগতে আমাৰ মানুহে ভগা গড় ততালিকে বান্ধি পেলালে। ৰামসিংহে তুৰুকচৱাৰ সৈন্যক গড়ৰ ভিতৰলৈ সুমাবলৈ যি ফন্দি পাতিছিল সি একেবাৰেই বিফল হ'ল। ৰামসিংহে তাৰ পাচত আকৌ শৰাইঘাটৰ ফালেই গড় পাৰ হ'বলৈ প্ৰাণটাকি যত্ন কৰিলে। দুয়ো দলৰ ভিতৰত বিষম যুদ্ধ হ'ল। ৰামসিংহৰ দুৰ্দ্দম্য ৰাজপুত সেনাই আমাৰ কাঁড় আৰু বৰতোপৰ গুলিৰ বাধা নগণি একে হেচোকাতে গড় পাৰ হ'বলৈ লৰ ধৰিলে; আমাৰ সেনায়ো অজস্র গুলি বৰষিবলৈ ধৰিলে; অলেখ পালোৱান যুঁজাৰু বাগৰি পৰিল; মৰণক ইতিকিং কৰি চাৰিজন সৈনিকে গড়ৰ ওপৰত উঠিলগৈ; আমাৰ সেনাই তৎক্ষণাত সিহঁতক তৰোৱালেৰে কাটি বগৰাই পেলালে। ৰামসিংহে নিৰুৎসাহী হৈ সৈন্য পাচ-হোঁহকাই নিলে। শৰাইঘাটত থকা আমাৰ সেনাপতি মাজু অভয়পুৰীয়া ৰাজখোৱাক জিনিবৰ আশা পৰিত্যাগ কৰি ৰামসিংহে লঠিয়াৰ ফালে গড় পাৰ হ'বৰ অভিপ্ৰায়েৰে সেইফালে কাঁড়ে-গুলিয়ে চুকি নোপোৱা ঠাইত

কোঁঠ মাৰিবলৈ আৰম্ভ কৰিলে। লঠিয়াত বাঁহগড়ীয়া বুঢ়াগোঁহায়ে ৰামসিংহৰ সেনাৰ আলেখ-লেখ চাই আছিল; যেতিয়া সিহঁত কোঁঠ মৰাত ব্যস্ত আছিল, তেতিয়া আমাৰ সেনা ফেটাই সিহঁতক ছিন্ন-ভিন্ন কৰি পেলালে। তাতো ৰামসিংহৰ বহুত সেনা হানি হ'ল। বহুত মৰিল, অনেক বন্দী হ'ল, আৰু সৰহভাগ পলাই সাৰিল। ৰামসিংহে ভাটীৰ ফালৰপৰা গুৱাহাটী লব পৰাৰ কোনো আশা নেদেখি, উজাই দৰঙ্গেদি সোমাবৰ মনেৰে দৰঙ্গৰ ফালে আগ বাঢ়িল। দৰঙ্গত তেতিয়া এজনা ৰাণীয়ে ৰাজত্ব কৰিছিল। বৰফুকনে আগেয়েই মুচলমানে দৰঙ্গ সোমাবৰ চেষ্টা কৰিব পাৰে বুলি ভাবি, ৰাণীৰ লগত বহুত সেনা দি যুদ্ধৰ নিমিত্তে সাজু কৰি ৰাখিছিল। ৰামসিংহে দৰঙ্গৰ সীমাত ভৰি দিব খোজা মাত্ৰকে ৰাণীয়ে বাধা কৰি পঠালে, আৰু যুদ্ধৰ নিমিত্তে সেনা পঠালে। দৰঙ্গৰ সীমাতে তুমুল যুদ্ধ হ'ল আৰু বহুত মুচলমান সেনা ৰণত পৰিল। ৰামসিংহে বেজাৰ আৰু অপমানত মৰাৰ তুল্য হৈ, তাৰপৰা উভটি আহি দলিবাৰী পচৰিয়াত কোঁঠ দি ৰ'লহি।

স্বৰ্গদেৱ চক্ৰধ্বজসিংহে দিনক দিনে যুদ্ধৰ জয় বাতৰি পাই আনন্দত উথলি উঠিছিল। ৰামসিংহে দলিবাৰীত কোঁঠ পাতি থকা শুনি তাতে গৈ তেওঁক আক্ৰমণ কৰিবৰ নিমিত্তে বৰফুকনক আদেশ কৰিলে। কিন্তু, দূৰদৰ্শী বৰফুকনে ৰজালৈ জনাই পঠালে যে, যি ঠাইত ৰামসিংহই কোঁঠ দি আছে, সেই ঠাইত আক্ৰমণ কৰিলে তাৰ ফল ভাল নহ'ব। এতেকে আমি আক্ৰমণ নকৰি সুযোগ বিচাৰিছো। কিন্তু, স্বৰ্গদেৱে বৰফুকনৰ কথাত মঞ্জুৰ নহৈ বৰ-ফুকনক খং কৰি যেনে-তেনে মতে ৰামসিংহক যুদ্ধত পৰাজয় কৰিব লাগে বুলি টান হুকুম দিলে। ৰজাই খং কৰা শুনি বৰফুকনে মনত বৰ বেজাৰ পালে, আৰু ততাতৈয়াকৈ আমাৰ বহুত সেনা গড়ৰ বাজ কৰি মুচলমানৰ সেনাৰ লগত দলিবাৰীত ৰণ কৰিবলৈ উলিয়াই পঠিয়ালে। আমাৰ সৈন্যে খেদি যোৱা দেখি প্ৰথমতে ৰামসিংহই তেওঁৰ সেনা কিছু পাচ-হোহঁকাই নিলে। আমাৰ সেনা যেতিয়া আৰু আগ বাঢ়িল, তেতিয়া ৰামসিংহৰ তুৰুকচৰাৰী সেনা বিজুলী বেগেৰে আহি আমাৰ সেনাৰ ওপৰত পৰিলহি। সেই একে-দিনাৰ যুঁজতে আমাৰ ১০০০০ হেজাৰ মানুহ নিপাত হ'ল। যি মানুহ থাকিল, হুঁহকি গৈ গড়ৰ ভিতৰ সোমালগৈ। সেই দিনা বৰফুকনে দোপদৰত বহি বহুত অপেক্ষা কৰিলে আৰু ক'লে বোলে "আমাৰ মানত একো-একোটা সেনা একো-একোটা হাতীৰ নিচিনা। তাৰ ঘাটি হয় বুলিহে আমি আগ-

পিচ চাওঁ। কেইটা ডাঙৰ যুঁজ হৈ গ'ল, তাতে আমাৰ ইমান মানুহ নপৰিল। আজি সামান্য কথা এটাতে অতবোৰ সৈন্য লয় পালে।" বৰফুকনে এই যুদ্ধৰ ফল ৰজালৈ জনাব খোজাত বাঁহগড়ীয়া বুঢ়াগোঁহায়ে এই বুলি মানা কৰিলে যে, "বাড়ীৰ ভিতৰৰ পুখুৰী এটা সিঁচিলেও ৮।১০টা মানুহক শিঙিয়ে ফুটে। এখন ৰণত ৮।১০ হেজাৰ মানুহ পৰিব তাকে আকৌ স্বৰ্গদেৱক জনাব লাগে কিয় ?" ৰামসিংহে যুদ্ধ কৰি কোনোমতে গুৱাহাটী লব পৰাৰ আশা নেদেখি পণ্ডিত-ৰায়ক কটকী কৰি বৰফুকনৰ ওচৰলৈ পঠিয়াই কোৱালে যে, গুৱাহাটী পাট-চাক এৰি দিয়ক, আৰু গুৱাহাটীত গড় মৰা খৰচৰ বাবে তিনি লাখ টকা লওক। বৰফুকনে ৰামসিংহৰ প্ৰস্তাৱ বুঢ়াগোঁহাইৰ লগত আলোচনা কৰি চাই স্থিৰ কৰিলে যে, গুৱাহাটী এৰি দিলে মুচলমানে গোটেইখন অসম দেশকে লব, এতেকে কোনোমতে গুৱাহাটী মুচলমানক এৰি দিয়া যুক্তিসঙ্গত নহয়। এই কথা স্বৰ্গদেৱলৈ জনাই পঠোৱাত, স্বৰ্গদেৱেও সেই মতকে ভাল বুলিলে। ৰামসিংহক সেই ভাৱেৰে উত্তৰ দিয়া হ'ল।

ৰামসিংহে বল আৰু কৌশলেৰে গুৱাহাটী লব নোৱাৰা দেখি, ছল-চক্ৰান্তেৰে লবৰ নিমিত্তে বুদ্ধি সাজিলে। এইবাৰ ৰামসিংহে আমাৰ কটকী মাধৱচৰণক বহুত টকা ভেটি দি ক'লে যে, বৰফুকনক বুজাই-বঢাই যেনে তেনে মতে গুৱাহাটীখন তেওঁক এৰি দিব লাগে।

সেই কাৰ্য্য উদ্ধাৰ কৰিবলৈ আন কাৰবাক ভেটি দিব লাগিলে তাকো দিবলৈ ৰামসিংহে স্বীকাৰ কৰিলে। কিন্তু মাধৱচৰণে এনে কথা বৰফুকনৰ আগত ক'বলৈ সাহ নকৰিলে। ছল-বল-কৌশল সকলোতে পৰাস্ত হৈ ৰামসিংহে ব্ৰহ্মপুত্ৰ নদীয়েদি উজাই গুৱাহাটী উঠিবৰ নিমিত্তে চেষ্টা কৰিলে। ১৫৯০ শকৰ ভাদ মাহত চৰিপ্‌খাঁক নৌ-সেনাৰ সেনাপতি পাতি শৰাইঘাটৰ-পৰা বহুত সাহিয়াল সেনাক নাৱেৰে উজাই পঠালে। পণ্ডিতৰায়ে বৰফুকনক দোপদৰলৈ আহোঁতে দেখি গৈছিল। সেইপিনে গুৱাহাটীলৈ ঘোঁৰা তুলিব পাৰিব বুলি ভাবি নাৱতে তুৰুকচৰাৰী সেনাবিলাকক পঠাইছিল। পণ্ডিতৰায় যোৱাৰ পাচতে বৰফুকনে মুচলমানইঁতে তেনে চেষ্টা কৰিবৰ সম্ভৱ বুলি ভাবি, দিন-ৰাতি কৰি আন্ধাৰ বালিত গড় বন্ধালে। ডুশাৰী শালৰ খুটা পুতি তাত নগাধাৰি পাতি মাজত বালি দি এই গড় বন্ধাইছিল। আন আন ডাঙৰীয়াসকলে বৰফুকনৰ এনে বুদ্ধি দেখি নথৈ প্ৰশংসা কৰিছিল। চৰিপ্‌খাঁৰ সৈন্যৰ নাও, আমাৰ পানীৰখীয়া সেনাক পৰাস্ত কৰি উজাই

আহিবৰ দেখি পানীফুকনে শক্ৰুৰ নাওৰ ওপৰত গুৱাহাটীৰ পাৰৰপৰা তোপ চলাবলৈ আদেশ কৰিলে কিন্তু গণকইঁতে ক্ষণ বেয়া হৈছে, ক্ষণ ভাল হলে আমি কম, এই বুলি তোপ মাৰিবলৈ মানা কৰিলে। চাই থাকোঁতে থাকোঁতে শক্ৰুৰ নাও আহি আন্ধাৰু বালিৰ পোন পালেহি, তথাপি গণকইঁতে এতিয়াও শুভক্ষণ মিলা নাই বুলি কৈ তোপ চলাবলৈ হাক দিলে। বহুত দিনৰ মানসিক আৰু কায়িক পৰিশ্ৰমৰ ফল স্বৰূপে সেই দিনা বৰফুকনৰ তীৱকঁপে জ্বৰ উঠিছিল। যেতিয়া বৰফুকনে শুনিলে যে, মুচলমান সেনা নাৱেৰে উজাই আহি আন্ধাৰু বালিৰ পোন পাইছেহি, তথাপি আমাৰ মানুহে গণকৰ বাধা শুনি (অৰ্থাৎ খেণ মিলা নাই) দুই পাৰৰপৰা তোপ চলোৱা নাই, তেতিয়া তেওঁ বিচনাৰপৰা উঠিব নোৱাৰাৰ নিমিত্তে বিছনাই সৈতে বাহিৰলৈ নিবলৈ আদেশ দিলে। বাহিৰলৈ গৈ মুচলমান সৈন্য গুৱাহাটীৰ নিচেই ওচৰ চপা দেখি, তেওঁ পীৰা মাটিত থবলৈ নিদি একেবাৰেই নাৱত তুলিবলৈ হুকুম দিলে। আৰু ৰাইজক শুনাই কলে, "মোক স্বৰ্গদেৱে মুচলমানৰ হাতৰপৰা গুৱাহাটী ৰাখিবলৈ ইয়াত থৈছে। এতিয়া মই গুৱাহাটী মুচলমানক শোধাই দি গড়গাৱঁত ল'ৰা-তিৰোতা লৈ সুখ কৰিবলৈ যাম নে? মোক আজি মুচলমানে ধৰি নিয়ক; ৰাইজে মহাসুখে উজাই গৈ মহাৰাজক সেই বাতৰি দিয়কগৈ।" এই বুলি বৰফুকনে তেওঁৰ নাও ব্ৰহ্মপুত্ৰৰ মাজলৈ এৰি দিবলৈ ক'লে। বৰফুকনৰ নাও এৰি দিয়া দেখি দুই পাৰৰ মানুহ বিচূৰ্ত্তি হ'ল, আৰু যেয়ে যেনিয়ে পালে, আন আন বৰুৱা-বৰফুকনসকলে নিজ নিজ নাও বৰফুকনৰ নাৱৰ আগ কৰি মেলি দিলে। সেই সময়ত এটা তুমুল হুলস্থুল লাগিল। আৰু নাৱেৰে ব্ৰহ্মপুত্ৰ ঢাক খাই গ'ল; এনে কি নাৱে-নাৱে ভৰি দি ব্ৰহ্মপুত্ৰ ইপাৰ সিপাৰ হ'ব পৰা হৈছিল। বৰফুকনৰ খং দেখি, (জ্যোতিষৰ মতে শুভক্ষণ মিলালৈ নবৈ-বে.শ.) গণকৰ বাধা নেওচি পেলাই দুইপাৰৰপৰা শত্ৰু-সৈন্যৰ ওপৰত বৰতোপৰ গুলি বৰষিবলৈ ধৰিলে। বৰতোপৰ গুলি পৰি, মুচলমানৰ বহুত নাও বুৰিল আৰু তাৰ লগতে অনেক সৈন্য ঘোঁৰাই সৈতে তললৈ গ'ল। এটা গুলি লাগি যেতিয়াই সেনাপতি ৰচিতখাঁ পৰিল, মুচলমান সেনাৰ ভিতৰত বেমেজালি লাগি যেয়ে যেনেকৈ পালে পলাই প্ৰাণৰক্ষা কৰিবলৈ ধৰিলে। কিছুমান বুৰুৱা নাও লৰালৰিকৈ ভটীয়াই দিলে, সিহঁতক আমাৰ তোপৰ গুলিয়ে যিমানদূৰ পাৰে সিমান দূৰলৈকে খেদিলে। আমাৰ সেনায়ো সিহঁতক নাৱেৰে খেদি নিলে। মুচলমানৰ বহুত

তোপ, খাৰ, বন্দুক আৰু নাও আমাৰ মানুহৰ হাতত পৰিল। ৰামসিংহে কেউপিনে পৰাস্ত হৈ লাজ আৰু অপমানত অসম জয় কৰাৰ আশা পৰিত্যাগ কৰি ভটীয়াই গ'ল। ৰামসিংহই আমাৰ সৈন্যৰ সাহ-বল আৰু কাৰ্য্য-কৌশল দেখি প্ৰশংসা কৰি গ'ল; বোলে, "প্ৰত্যেক অসমীয়া সেনাই নাও বাব পাৰে, মাটি খানিব পাৰে, আৰু তোপ আৰু হিলৈ মাৰিব পাৰে। এনেকুৱা সকলো কামত নিপুণ সেনা মই ভাৰতবৰ্ষৰ কোনো ঠাইতে দেখা নাছিলোঁ।"

এই যুদ্ধৰ পিচত অসমৰ মানাহৰ সীমা মানাহৰ মুখলৈকে বহলাই বৰফুকনে চকি আৰু ঘাট পাতি তাত বহুত সেনা থৈ গুৱাহাটীলৈ উভটি আহিল। ১৫৯০ শকৰ কাতি মাহত এই যুদ্ধ শেষ হয়। পাঠক, এবাৰ এই যুদ্ধৰ বৃত্তান্ত পঢ়ি ভাবি চাওক, একালত অসমীয়া মানুহ কি আছিল আৰু আজি-কালিয়েই বা কি অৱস্থাৰ হ'ল। যি জাতিৰ সেনাক শত্ৰুৱেও অকপটভাৱে প্ৰশংসা কৰিবলৈ বাধ্য হৈছিল, সেই জাতিৰ আজি কিয় এনে দশা হ'ল? শৰাইঘাটৰ যুদ্ধৰ বৃত্তান্ত পঢ়ি বোধ হয় যেন ৰুছ-জাপানৰ যুদ্ধৰ কথাহে পঢ়িছোঁ। আমাৰ দেশৰ মানুহে একালত এনেকুৱা যুদ্ধৰ কৌশল জানিছিল, এনেকুৱাকৈ দেশৰ নিমিত্তে নিৰ্ভয়ে প্ৰাণ দিবলৈ আগবাঢ়িছিল, আৰু এনেকুৱা কাৰ্য্যক্ষম আছিল বুলি কোনোবাই বিশ্বাস কৰিবনে? পাঠক! আহঁা, সকলোৱে সৰল চিত্তেৰে এই অধঃপতনৰ কাৰণ অনুসন্ধান কৰোহঁক।

# মহাৰাজ ৰুদ্ৰসিংহৰ দিনত অসম

ইংৰাজী ত্ৰয়োদশ শতাব্দী সকলো সভ্য দেশৰ বুৰঞ্জীতে এটি বৰ প্ৰসিদ্ধ কাল। এই শতাব্দীৰ আৰম্ভতে পৃথিৱীত বহুত ডাঙৰ ডাঙৰ কামৰ অনুষ্ঠান আৰম্ভ কৰা হয়। আজিকালি আমি মনুষ্য-সভ্যতাৰ যি উন্নত অৱস্থা দেখিবলৈ পাইছো তাৰ সঁচ প্ৰায় এই শতাব্দীতে পচোৱা হয়। এই শতাব্দীতে বৃটিছ স্বাধীনতাৰ কামৰ ফলি 'মেগ্নাকাৰ্টাৰ' উৎপত্তি আৰু এই শতাব্দীতেই ইংলণ্ডৰ মহাসভা 'পাৰ্লিয়ামেণ্ট'ৰ ভিত্তি স্থাপন। মুঠতে এই শতাব্দীত নানাবিধ পৰিবৰ্ত্তনৰ হেন্দোলনিয়ে গোটেইখন পৃথিৱীক কঁপাই তুলিছিল। আটলাণ্টিক মহাসমুদ্ৰৰ সিফালে ইংলণ্ডবাসীয়ে প্ৰফুল্ল চিত্তেৰে জগতবাসীৰ আগত তেওঁ-বিলাকৰ অক্ষয় স্বাধীনতাৰ কথা ঘোষণা কৰিছে আৰু অকৰ্ম্মণ্য ( King John ) 'জন'ক ৰাজ্যচ্যুত কৰি সিংহাসন গ্ৰহণ কৰিবলৈ ফ্ৰান্সৰ লুইক আহ্বান কৰিছে। ইফালে খিলজিবংশৰ আল্লাউদ্দিনে দিল্লীত মুছলমান সিংহাসন অটল-ভাৱে স্থাপন কৰি দাক্ষিণাত্যৰ গৰ্ভত বিজয় পতাকা থিয় কৰিছেগৈ। এনে সময়তে উত্তৰ শ্যান দেশৰপৰা কিছুমান ভগনীয়া মানুহে, সিদ্ধ যোগীৰ সমাধি মন্দিৰ, প্ৰকৃতিৰ কাম্য-কানন কামৰূপৰ ফাললৈ লাহে লাহে আগবাঢ়িছে; এয়েই আহোম ৰাজত্বৰ সূত্ৰপাত আৰু কামৰূপৰ 'অসম' নামৰ আৰম্ভণ।

১১৫০ শকত চুকাফা ৰজাই এই ৰাজত্বৰ গুটি সিঁচে, মহাৰাজ ৰুদ্ৰসিংহৰ দিনত সেই গুটি গজি গছ হয় আৰু পুৰন্দৰসিংহৰ দিনত সেই গছ পচোৱা বতাহত উভালি পৰে। অসমত আহোম ৰজাৰ ৰাজত্ব কাল ৬১০ বছৰ। এই ৬১০ বছৰ আহোম ৰজাৰ তলত থকা সামাজিক, ৰাজনৈতিক আদি সকলো বিষয়তে অসমত বহুত পৰিৱৰ্ত্তন ঘটে। আহোম শাসনৰ আগেয়ে, অসমত সমাজ আদিৰ যি অৱস্থা আছিল তাৰ লগত আহোম শাসনৰ পাছৰ অৱস্থা তুলনা কৰি চালেই তাক ভালকৈ বুজিব পাৰি। দুজন বেলেগ প্ৰকৃতিৰ মানুহ বহুদিন একেলগে থাকিলে, তেওঁলোকৰ দোষ-গুণ মিহলি হৈ প্ৰকৃতিৰ সামঞ্জস্য হোৱা সকলোৱে দেখিছে। ৰজা আৰু প্ৰজাৰ ভিতৰত যি সম্বন্ধ সি যেই সেই দুটা মানুহৰ সম্বন্ধতকৈ অৱশ্যে দৃঢ়তৰ। তেনেস্থলত কোনো বংশৰ ৰজাই বংশাদিক্ৰমে এখন দেশত ৰাজত্ব কৰিবলৈ হলে, সেই দেশৰ

প্ৰজাৰ ৰীতি-নীতিৰ সৈতে ৰজাৰ ৰীতি-নীতি মিহলি হোৱা একো অসম্ভৱ নহয়; আৰু বিশেষতঃ ৰজাই যদি প্ৰজাৰে সৈতে সকলো পিনে মিল হ'ব খোজে, তেতিয়া আৰু তেনে মিহলি নোহোৱাহে অসম্ভৱ। বাস্তৱিকতে অসম দেশত সেয়ে হৈছিল। আজিকালি আমি যাক 'পুৰণি সমাজ' বা 'আগৰ দিন' বোলোঁ (অৰ্থাৎ ইংৰাজী শিক্ষাৰ ঢৌৱে নোপোৱা সামাজিক অৱস্থা) সি কেৱল হিন্দু প্ৰজাবিলাকৰ আৰু আহোম ৰজাসকলৰ ৰীতি-নীতিৰ মিহলি অৱস্থা মাথোন। কিন্তু এইটো ইয়াৰ ভিতৰত চাবলগীয়া কথা যে যদিও অসমীয়া মানুহে কথায় কথায় "ৰজাৰ ধৰ্ম্মই প্ৰজাৰ ধৰ্ম্ম" বুলি কয় আৰু সচৰাচৰো, প্ৰজাই বেছিকৈ ৰজাৰ নিয়মৰ অনুৱৰ্ত্তী হোৱা দেখা যায়, তথাপি পুৰাতন অসমত তাৰ বিপৰীত হৈছিল; ৰজাই প্ৰজাৰ মাত-কথা ৰীতি-নীতিৰ অনুৱৰ্ত্তী হৈছিল; তাৰ ঘাই কাৰণ হৈছে ৰাজবংশীয় মানুহৰ অলপীয়া সংখ্যা। ওপৰত আমি যি ৰজা আৰু প্ৰজাৰ ৰীতি-নীতিৰ মিহলি হোৱাৰ কথা কলোঁ সি ছুদিন বা চাৰিদিনতে হোৱা নাছিল; সৰ্ব্বসাধাৰণৰ অতৰ্কিতভাৱে সদায় অলপ অলপ কৰি হৈ আছিল। মহাৰাজ ৰুদ্ৰসিংহৰ দিনত এই অতৰ্কিত পৰিৱৰ্ত্তন সম্পূৰ্ণৰূপে বিকশিত হৈছিল। আমি এই প্ৰবন্ধত তাক দেখুৱাবৰ যথাসাধ্য চেষ্টা কৰিছোঁ।

১৬১৬ শকত ৰুদ্ৰসিংহ, তেওঁৰ পিতা গদাধৰসিংহ স্বৰ্গদেৱৰ পৰকাল হোৱাৰ পাচত অসমৰ ৰাজ-সিংহাসন আৰোহণ কৰে। বুৰঞ্জী পঢ়ি তেওঁৰ ল'ৰাকালৰ বিষয়ে একো নাজানো আৰু তেওঁ কিমান বয়সত ৰজা হৈছিল নাজানো; কিন্তু ওচৰাওচৰি কথাবিলাক আলোচনা কৰি চাই, ৰজা হোৱাৰ সময়ত তেওঁৰ বয়স ২৯।৩০ বছৰৰ কম আছিল যেন বুলিব নোৱাৰি। সি যি কি নহওক, তেওঁ যি বয়সত ৰজা হৈছিল, তেতিয়া তেওঁ ৰাজপাট গ্ৰহণ কৰিবৰ সম্পূৰ্ণৰূপে যোগ্য আছিল, ইয়াকে জানিলেই আমাৰ কাম চলিব। আহোম ৰাজত্বৰ আৰম্ভৰেপৰা তেওঁৰ দিনলৈকে ৪৬৮ বছৰ অৰ্থাৎ গোটেই আহোম ৰাজত্বৰ প্ৰায় ৫ ভাগৰ ৪ ভাগ কাল, এই কালতেই আহোম ৰাজত্বৰ পূৰ্ণ বিকাশ হয়। তাৰ কাৰণ ৰুদ্ৰসিংহ ল'ৰাৰজা, তেওঁৰ আগেয়ে যিবিলাক আহোম ৰজা হৈ গৈছিল, সেই সকলোবিলাকৰ ভিতৰত প্ৰধান। তেওঁৰ শিশুকালৰ বিষয়ে একো নজনা বাবে তেওঁ কিবা শিক্ষা পাইছিলনে নাই পোৱা আমি তাক সঠিককৈ ক'ব নোৱাৰোঁ। উপৰি ৰজাসকলৰ দস্তুৰ চাই, শিক্ষা নোহোৱা-টোৱেই সম্ভৱ; কিন্তু তেওঁৰ কাৰ্য্যবিলাক চাই, দেশত শিক্ষা বিস্তাৰ কৰিবলৈ

যত্ন কৰালৈ চাই তেওঁক এজন অশিক্ষিত বোলাও যুক্তিসঙ্গত নহয়। ৰুদ্ৰসিংহ মহাৰাজে ৰচনা কৰা কেইবাটাও ধৰ্ম্মবিষয়ক গীত আমি দেখিবলৈ পাইছোঁ। তেওঁৰ কামবিলাক চাই আমি পদে পদে দেখিম তেওঁ বৰ বুদ্ধিমান, বিবেচক, মৰমিয়াল, ৰঙীয়াল, ধাৰ্ম্মিক আৰু প্ৰজাৰঞ্জক আছিল। দোষৰ ভিতৰত তেওঁৰ এটা বেয়া দোষ আছিল। "মই সকলোতকৈ ডাঙৰ"—তেওঁৰ মনত এই ভাৱটো বৰ দকৈ বহিছিল; এই দোষটো যে নিজৰ দেশৰ বাহিৰে জগতৰ একো বিষয় নজনাৰ পৰা হৈছিল, তাৰ একো ভুল নাই, সেই গুণে এইটো তেওঁৰ দোষ নুবুলি, তেওঁৰ সময়ৰ দোষ বুলি ধৰাই ভাল। তেওঁৰ গুণবিলাক লেখত ললে সেই দোষ আমি পাহৰিব পাৰোঁ।

"একোহি দোষো গুণসন্নিপাতে নিমৰ্জ্জতীন্দুকিৰণেষ্বাবাঙ্কঃ"। তেওঁ গুণত যেনে শুৱলা আছিল ৰূপতো তেনে ধুনীয়া আৰু শুৱনী আছিল। কুইন এলিজাবেথৰ দৰে, তেৰোঁ কুৰূপ মানুহক দেখিবলৈ বেয়া পাইছিল। আনকি, তেওঁৰ কোঁৱৰ লক্ষ্মীসিংহ অলপ কলা হোৱা বাবে, তেওঁক মৰম নকৰিছিল। তেওঁ সজোৱা জয়সাগৰ দ'লৰ গাত যুদ্ধৰ সাজেৰে ঘোঁৰাৰ ওপৰত উঠি থকা এটা মূৰ্ত্তি কটা আছে সেইটো অনেকে তেওঁৰ মূৰ্ত্তি বুলি কয়। সেইটো যদি আচলতে তেওঁৰ মূৰ্ত্তি হয় তেনেহলে বাস্তৱিকে মহাৰাজ ৰুদ্ৰসিংহ এজন বৰ ধুনীয়া আৰু ৰাজযোগ্য পুৰুষ আছিল।

ৰুদ্ৰসিংহই ৰাজভাৰ গ্ৰহণ কৰিয়েই, সমাজ সংস্কাৰ কৰাটো তেওঁৰ জীৱনৰ এটা প্ৰধান কাম বুলি ভাৱে। তেওঁৰ পিতৃ ৰজাৰ দিনত সমাজত যিবোৰ বিশৃঙ্খলা ঘটিছিল সেইবোৰৰ ভিতৰত ডাঙৰ হৈ, তেওঁ অৱশ্যে তাক দকৈ বুজিব পাৰিছিল। তন্ত্ৰপ্ৰধান সৌমাৰ পীঠত কেইজনমান অসমীয়া মহাপুৰুষৰ যত্নত বিশুদ্ধ ভাগৱতী ধৰ্ম্ম প্ৰচাৰিত হয়। কালক্ৰমে সেই ধৰ্ম্মই অনেকৰ জীৱিকা হৈ পৰে; অনেক মহাজন আৰু ভকতৰ উৎপত্তি হয়—অনেক অকামিলা এলেহুৱা মানুহে, এখন সত্ৰৰ মহাজন বা ভকত নাম ধৰি বহি খোৱা নিচেই উজু দেখি, নিজে নিজে মহাজন আৰু ভকত হ'বলৈ ধৰিলে। গদাধৰসিংহই পুখুৰী খনোৱা আৰু দ'ল সজোৱা কামত খটাবলৈ পাইকৰ সংখ্যা নিচেই তাকৰ পাই অনুসন্ধান কৰি জানিলে যে সকলোৱে ভকত বা মহাজন ভাৱ ধৰি কামলৈ নহা হ'ল। তেওঁ সমাজৰ অৱস্থা ভালকৈ বুজি ললে আৰু ভকতসকলৰ ফাকিত ভোল নগৈ বলেৰে অনেকৰ হাতত কোৰ মূৰত পাচি দি হজলৈ পঠিয়ালে। দুষ্টবিলাকৰ চক্ৰান্তত অনেক সাধুৱেও এই অৱস্থা ভুগিবলগীয়া

হৈছিল। সেই সময়ত অনেকে দেশ এৰি ভাগি যাবলৈ ধৰিলে আৰু সমাজত নানাৰকমৰ বিশৃঙ্খলা উপস্থিত হ'ল। পিছে, ৰুদ্ৰসিংহ মহাৰাজে বৰ পৰিশ্ৰম কৰি মহাজনবিলাকক বেলেগ শ্ৰেণীত ভাগ কৰি ডাঙৰ সৰু অনুসাৰে শিষ্য বাটি দি মাজুলীত পাতিলে। যিবোৰক পদচ্যুত কৰিলে সেইবোৰক বড়া, শইকীয়া, বাৰিক আদি সৰু সৰু বিষয় দিলে; আনবোৰ মানুহক পূৰ্ব্বৰ প্ৰতাপসিংহ মহাৰাজে (বুঢ়াৰজা) যি বেলেগ বেলেগ খেলত ভাগ কৰি থৈ গৈছিল সেই-দৰেই ৰাখিলে; এইদৰে বহুত পৰিশ্ৰম কৰি সকলোৰে দিহা লগাই ৰাজবিষয়া-সকলৰ সংস্কাৰত হাত দিলে। গদাধৰসিংহই আগৰ ৰাজবিষয়াসকলৰ কোনোক ভক্তি, কোনোক মাৰি তেওঁবিলাকৰ ঠাইত ন ন বিষয়া সুমাই লোৱাত সুশাসনত বৰ বিঘিনি জন্মিছিল, আৰু দেশত বৰ হুলস্থুল লাগিছিল, ৰুদ্ৰসিংহই উপযুক্ত লোকসকলক শাসন কাৰ্য্যত সুমাই, আকৌ শান্তি স্থাপন কৰে।

১৪১৯ শঁকত যেতিয়া স্বৰ্গনাৰায়ণ অসমৰ ৰজা হয়, তেতিয়াই প্ৰথমে হিন্দুধৰ্ম্ম পৰিগৃহীত হয়; তাৰেপৰা ৰুদ্ৰসিংহৰ দিনলৈকে ২০০ বছৰ। এই দুশবছৰৰ ভিতৰত হিন্দুধৰ্ম্মৰ বহুত উন্নতি হয়; অনেক ঠাইত দ'ল-দেৱালয় সজাই ৰজা-সকলে হিন্দু দেৱ-দেৱীৰ মূৰ্ত্তি স্থাপনা কৰে; আৰু তেতিয়া ভাগৱতী ধৰ্ম্ম ক্ৰমে মানুহৰ মনত দকৈ বহিবলৈ ধৰিলে; নিচেই চহা মানুহেও, মহাভাৰত, ভাগৱত আদি পঢ়িব পৰা হ'ল। ৰজাসকলৰ ভিতৰত, কোনো কোনোৱে ভাগৱতী বা মহাপুৰুষীয়া ধৰ্ম্মকে গ্ৰহণ কৰিছিল, কোনোৱে বা পুৰাতন কামৰূপত প্ৰচলিত তান্ত্ৰিক ধৰ্ম্মত দীক্ষিত হৈছিল। ৰুদ্ৰসিংহ বৰ আত্মশ্লাঘী আছিল বুলি আমি পূৰ্ব্বে কৈছোঁ। অসম দেশত থকা মহাজনসকল তেওঁৰ প্ৰজা; এতেকে ৰজা হৈ তেওঁবিলাকৰ ওচৰত দীক্ষিত হোৱা নিচেই নীচ আৰু অযুগুত কথা—এনে ভাৱ কৰি শান্তিপুৰৰ শোভাকৰ ভট্টাচাৰ্য্যৰ ঘৰৰ কৃষ্ণৰাম ন্যায়বাগীশ নামে এজন পণ্ডিতক অনাই, তেওঁৰ ওচৰত দীক্ষিত হ'ল আৰু তেওঁৰ ডাঙৰ ডাঙৰ বিষয়া-সকলকো মন্ত্ৰ গ্ৰহণ কৰিবলৈ কলে। ৺কৃষ্ণৰাম ন্যায়বাগীশক বহুত ব্ৰহ্মোত্তৰ মাটি দান কৰি কামাখ্যা বা নীলাচল পৰ্ব্বতত বাস কৰিবলৈ দিলে। তাৰে-পৰা তেওঁবিলাকৰ পো-নাতিক পৰ্ব্বতীয়া গোসাঞী বোলা হ'ল। ৰুদ্ৰসিংহ মহাৰাজে, বহুত দ'ল সজাই প্ৰতিমা স্থাপন কৰে, আৰু তাৰ ওচৰে ওচৰে পুখুৰী খনাই দিয়ে। সেইবিলাকৰ ভিতৰত জয়সাগৰ দ'ল আৰু পুখুৰীয়েই বৰ ডাঙৰ, আৰু এতিয়ালৈকে আছে। সেই দ'লৰ মূৰত যিটো সোণৰ কলসী আছিল তাক বিপ্লৱৰ সময়ত মানে চিঙি নিলে; আৰু পুখুৰীটোৰ পাৰ খহি

বোকা বান্ধ খাই এতিয়া বেয়া হৈছে আৰু চাৰিও পাৰ অগাধ হাবিৰে পোত খাইছে।*

আহোমবিলাকৰ ভাষা অসমীয়া মানুহৰ পক্ষে একেবাৰেই দোৱানৰ নিচিনা আছিল; ৰজাই প্ৰজাৰ, প্ৰজাই ৰজাৰ মাত নুবুজা আছিল, তাৰপৰা প্ৰজাতকৈ ৰজাৰ অসুবিধা বেচি হৈছিল। সেই গুণে আহোম ৰজাসকলে, নৰ্ম্মানবিলাকে ইংলণ্ড শাসন কৰিবলৈ আঁতোতে নিজ ভাষা এৰি ইংলণ্ডীয় ভাষা গ্ৰহণ কৰাৰ দৰে, নিজ ভাষা এৰি তাৰ ঠাইত অসমীয়া ব্যৱহাৰ কৰিবলৈ ধৰিলে, ক্ৰমে আহোম ভাষা লুপ্ত হ'বলৈ ধৰিলে, কেৱল দেওধাই, বাইলুং আদিৰ দ্বাৰাই ধৰ্ম্মৰ কামত ব্যৱহৃত হোৱা হ'ল। যেতিয়া আহোম পৰিবাৰৰ ভিতৰত হিন্দুধৰ্ম্মৰ বিস্তাৰ ক্ৰমে বেচি হবলৈ ধৰিলে, আৰু যিবোৰ আহোম হিন্দু হ'ল সেইবোৰে হিন্দু নোহোৱাবোৰক বিজাতিৰ দৰে ঘিণাবলৈ ধৰিলে, তেতিয়া আহোম ভাষা আৰু একেবাৰেই লুপ্ত হ'ল; আহোমবিলাকে অসমীয়া ভাষাকে মাতৃ-ভাষা বুলি গ্ৰহণ কৰিলে। কিন্তু সেই সময়ত ভাৰতবৰ্ষৰ আন দেশৰ দৰে অসমতো সংস্কৃত ভাষাহে জ্ঞান অৰ্জ্জা ভাষা আছিল, সেই গুণে কথা কোৱা ভাষাৰ উন্নতি কৰিবলৈ কাৰো মন নাছিল। সৰ্ব্বসাধাৰণে অসমীয়া ভাষাক এনে তুচ্ছ জ্ঞান কৰা দেখিহে ৺শঙ্কৰদেৱ, ৺মাধৱদেৱ আদি কৱিসকলে শুদ্ধ কথা কোৱা ভাষা নিলিখি 'ব্ৰজ' বুলি উড়িয়া ভাষাৰে ভাজ দি লিখিছিল। যিসকল ৰজাই দেশত শিক্ষা বিস্তাৰ কৰিবলৈ মন কৰিছিল, তেওঁলোকেও নিয়ম নজনাত, একো নতুন উপায় উলিয়াব নোৱাৰি আগৰসকলৰ দৰে গাৱেঁ গাৱেঁ একোখন পঢ়াশালি পাতি দিছিল। ৰুদ্ৰসিংহ ৰজাৰ শিক্ষা বিস্তাৰ কৰিবলৈ বৰ ইচ্ছা আছিল যেন বুজিব পাৰি, কিন্তু সেই বিষয়ে তেওঁ একো উন্নতি কৰিব নোৱাৰিলে। আগৰ ৰজাসকলে যি কৰিছিল, তেৰোঁ তাকে কৰিলে, বেছিৰ ভাগত ভাটীত পঢ়ি আহিবলৈ, কেইজনমান ল'ৰা পঠাইছিল। ৰুদ্ৰসিংহই যি যি বিষয়ত দেশৰ উন্নতি হ'ব পাৰে তাৰ সকলো বিলাকতে হাত দিছিল। অসম দেশৰে সৈতে আন আন দেশৰ মাজত বেহা-বেপাৰ চলাবলৈ বৰ পুৰুষাৰ্থ কৰিছিল। তেওঁ এইটো-ভালকৈ বুজিছিল যে, দেশজাত বস্তু বিদেশলৈ পঠিয়াই, তাৰ সলনি বিদেশজাত বস্তু আনি দেশ চহকী কৰাই বেহাৰ আচল অভিপ্ৰায় আৰু তাক কামত পৰিণত কৰিবলৈ এফেৰিও ত্ৰুটী নকৰিছিল। তেওঁ সেই

* আজিকালি ইংৰাজ গৱৰ্ণমেণ্ট পুখুৰীটো কিছু পৰিমাণে ভালকৈ ৰাখিছে।

অভিপ্ৰায়েৰেই বঙ্গদেশৰ নবাব, পঞ্জাবৰ ৰজা আৰু মধ্য ভাৰতবৰ্ষৰ ৰজাৰ লগত মিত্ৰতা কৰি, সেইবোৰ দেশলৈ হাতী-দাঁত, মেজাঙ্কৰী ইত্যাদি বস্তু পঠিয়াই তাৰ সলনি হীৰা, মাণিক, মুক্তা আদি বস্তু দেশলৈ আনিছিল। তেওঁৰ দিনত তিব্বত দেশৰ সৈতেও অসম দেশৰ ডাঙৰ ভাৱেৰে বেহা চলিছিল। দেশত শিল্পৰ উন্নতি কৰিবলৈকো তেওঁ বৰ পৰিশ্ৰম কৰিছিল; সেই ভাৱেৰে বঙ্গদেশৰপৰা বহুত সোণাৰী, কঁহাৰ আৰু দৰ্জ্জি অনাই দেশত পাতিলেহি। ৰংপুৰ নগৰখন মহাৰাজ ৰুদ্ৰসিংহয়ে সজোৱা; তাত থকা 'তলাতল' আৰু 'ৰংঘৰ' যি এবাৰ দেখিছে, সিয়েই মহাৰাজৰ বুদ্ধিৰ আৰু ৰুচিৰ প্ৰশংসা নকৰাকৈ থাকিব নোৱাৰে। জয়সাগৰ দ'ল আৰু পুখুৰীয়ে আজিলৈকে তেওঁৰ সাধ্বী-মাতৃ জয়মতীৰ সতীত্বৰ স্মৃতি আৰু অলৌকিক মাতৃ-ভক্তিৰ নিদৰ্শন অসমীয়া মানুহৰ হৃদয়ত সজাগ ৰাখিছে। দ'লবিলাকৰ গাত যিবোৰ মূৰ্ত্তি কটা আছে, তাক দেখিও সেই কালৰ শিল্পনৈপুণ্য আৰু মহাৰাজৰ মাৰ্জ্জিত ৰুচিৰ চিনাকি পোৱা যায়। ৰংপুৰলৈ যোৱা বাটৰ শিলৰ সাঁকোও এইজন ৰজায়ে বন্ধায়; ইয়াৰ বাহিৰেও মানুহৰ অহা-যোৱা সুচল কৰিবলৈ তেওঁ অনেক বাট আৰু আলি বন্ধায়, সেইবোৰৰ অনেক ভাগি গৈছে, অনেক এতিয়ালৈকে আছে।

উদয়াদিত্যৰ দিনৰেপৰা গদাধৰসিংহৰ দিনৰ আৰম্ভলৈকে দেশত বৰ বিপ্লৱ উপস্থিত হৈছিল। পাত্ৰ-মন্ত্ৰীবিলাকৰ যেয়ে যি ফৈদকে ভাল পাইছিল, সেই ফৈদৰে এজনক ৰজা পাতিছিল। এইদৰে দেশত প্ৰায় অৰাজক হৈ উঠিছিল। মন্ত্ৰীবিলাকৰ ভিতৰত যি যি বেছি চক্ৰী আছিল তেৱেঁই ৰাজপাট ভোগ কৰিছিল। এই অলপ দিনৰ ভিতৰতে চাৰিজন ৰজাক বিহ খুৱাই মাৰে, এজনে পাত্ৰ-মন্ত্ৰীৰ ভয়তে আত্মহত্যা কৰে, আৰু এজনেহে সোঁত মৰণেৰে সংসাৰ ত্যাগ কৰিবলৈ পায়। গদাধৰসিংহই সিংহাসন গ্ৰহণ কৰিয়েই এইবোৰ সংস্কাৰ কৰিবলৈ ধৰে, আৰু কিছু পৰিমাণে কৃতকাৰ্য্যও হয়। তথাপি ৰুদ্ৰসিংহৰ দিনতহে সেইবোৰ বিপ্লৱে একেবাৰেই শান্ত ৰূপ ধৰে। গদাধৰসিংহ এনে বিশৃঙ্খলাৰ মাজত পৰি তেওঁ দেশত যি মাটিৰ পিয়ল চলাবলৈ আৰম্ভ কৰিছিল তাক সম্পূৰ্ণ কৰিব নোৱাৰিলে, ৰুদ্ৰসিংহইহে তাক সম্পূৰ্ণ কৰিলে। এই পিয়লৰপৰা তেওঁ দেশৰ উৎপন-ভগন সকলো বিষয় আৰু সৰ্ব্বসাধাৰণ মানুহৰ অৱস্থা ভালকৈ বুজা হ'ল, আৰু সেই দেখিহে দেশৰ প্ৰকৃত উপকাৰ কৰিব পাৰিলে।

এইদৰে অনেক উপকাৰ সাধি, নিৰাপদে ১৮ বছৰ ৰাজত্ব ভোগ কৰি ১৬৩৬ শকত মহাৰাজ ৰুদ্ৰসিংহই ইহ-সংসাৰ পৰিত্যাগ কৰিলে; ৰুদ্ৰসিংহৰ নিচিনা এজন ৰজা নহ'লে, এই ১৮ বছৰৰ ভিতৰত ইমানবিলাক কাম কৰা বৰ আচৰিত কথা। আহোম ৰজাবিলাকৰ দণ্ডবিধিৰ কথা শুনিলে গাৰ নোম ডাল ডাল হয়। নাক-কাণ কটা, চকু কঢ়া, জিভা কুটা নিচেই সামান্য শাস্তিৰ লেখতহে লোৱা হৈছিল। মানুহৰ জীৱনক পশুৰ জীৱনতকৈও নীচ আৰু নিমৰমিয়াল ভাৱে ব্যৱহাৰ কৰা হৈছিল। কিন্তু মহাৰাজ ৰুদ্ৰসিংহ অন্য ৰজাবিলাকৰ দৰে নিমৰমিয়াল নাছিল। আহোম ৰজাবিলাকে ৰাজপাট গ্ৰহণ কৰিবৰ সময়ত 'শিঙৰি' ঘৰত উঠোতে এটি নৰবলি দিয়াৰ দস্তুৰ অতি পুৰণি কালৰেপৰা চলি আহিছিল। মহাৰাজ ৰুদ্ৰসিংহৰ কোমল হৃদয়ত এনে নিষ্ঠুৰতা সহ্য নহ'ল—তেওঁ নৰবলিৰ বদলি এটা ম'হ বলিৰ নিয়ম চলালে। ৰুদ্ৰসিংহ স্বভাৱত তেওঁৰ বাপেকৰ সম্পূৰ্ণ বিপৰীত আছিল। গদাধৰসিংহৰ বৃত্তান্ত পঢ়োতে বা শুনোতে এটা ৰাক্ষস বা অসুৰৰ সাধুকথা শুনা যেনহে লাগে; কিন্তু ৰুদ্ৰসিংহক এজন দেৱতাৰ নিচিনা জ্ঞান হয়। গদাধৰসিংহই বিনা দোষত চাংমাইবিলাকক হত্যা কৰাৰ কথা মনত পৰিলে ভয়ত বুকু কঁপিবলৈ ধৰে। কিন্তু ৰুদ্ৰসিংহই মানুহ বলিৰ ঠাইত ম'হ বলি চলোৱালৈ মনত পৰিলে তেওঁলৈ ভক্তি আৰু প্ৰেমেৰে হৃদয় পূৰ হয়। ৰুদ্ৰসিংহ মহাৰাজ নিজে যেনে মৰমিয়াল আৰু প্ৰজাৰ হিতাকাঙ্ক্ষী আছিল, তেওঁৰ দিনত দূৰণি ঠাইবিলাক শাসন কৰিবলৈ পঠোৱা সন্দিকৈ ফুকনকে আদি কৰি প্ৰতিনিধি-সকলো বৰ দয়ালু প্ৰকৃতিৰ লোক আছিল। সেই গুণেই তেওঁ দেশত ইমানবোৰ উপকাৰ কৰিবলৈ সুবিধা পালে। তাত বাজেও, সেই সময়ত বাহিৰত একো তেনে ৰণ-বিগ্ৰহ নাছিল, দেশৰ আয়তনো বৰ বেছি আছিল। অৰ্থাৎ মুচলমান-বিলাকৰ সৈতে যুদ্ধত লাচিত ফুকনে মানাহ নদীকে অসম আৰু বঙ্গদেশৰ সীমা ঠিক কৰিছিল। ৰুদ্ৰসিংহ ৰজাৰ বিষয়ে আৰু এটা কথা কৈ আমি এই প্ৰবন্ধ শেষ কৰিম। তেওঁ বৰ ৰঙিয়াল আছিল বুলি আমি পূৰ্ব্বে উল্লেখ কৰিয়াইছোঁ। হাতী-যুঁজ, কুকুৰা-যুঁজ, শেন-মেলা আদি খেল অসমত তেৰেঁই প্ৰথম চলায়। এইবোৰ খেল চাবৰ আৰু আনক দেখুৱাবৰ অভিপ্ৰায়েই এনে এখন বহল মুকলি পথাৰৰ ওচৰতে ৰংঘৰ সজাইছিল। আহোম ৰজাবিলাকৰ ভিতৰত ৰুদ্ৰসিংহ ইন্দ্ৰস্বৰূপ আছিল; আহোম ৰজা আটাইবিলাক তেওঁৰ নিচিনা গুণশালী হোৱা হ'লে অসমীয়া মানুহে আহোম ৰাজত্বৰ বাহিৰে অন্য ৰাজত্ব কেতিয়াও বাঞ্ছা নকৰিলহেঁতেন।

# শ্যান জাতি

পুবে চীন দেশৰ য়ুনান প্ৰদেশ, পচিমে অসম আৰু মণিপুৰ, উত্তৰে মিচিমি পৰ্ব্বত আৰু দক্ষিণে মান দেশ—এই চাৰি সীমাৰ ভিতৰত থকা ঠাই-ডোখৰকে শ্যান দেশ বোলে, আৰু তাৰ অধিবাসীবিলাকক শ্যান বা শ্যাম জাতিৰ মানুহ বোলে। শ্যান দেশখন আজিকালি মান দেশৰ অন্তৰ্গত প্ৰদেশ মাথোন। শ্যান জাতিৰ আৰু এটা নাম হৈছে 'টাই'। পুৰাতত্ত্ববিদ্ পণ্ডিত-সকলে অনুসন্ধান কৰি স্থিৰ কৰিছে যে এই টাই জাতিৰ আদিম বাসস্থান হৈছে চীন দেশৰ দক্ষিণ-পশ্চিম অংশ। তালৈ অহাৰ পূৰ্ব্বে, তেওঁবিলাক চীন দেশৰ চিচোৱান আৰু চেঞ্চি নৈৰ মাজত থকা কিউলুং পৰ্ব্বতবিলাকৰ অধিবাসী আছিল বুলি স্থিৰ কৰা হৈছে। তেওঁবিলাকে কেতিয়া আৰু কি কাৰণে কিউলুং পৰ্ব্বতৰপৰা নামি আহি য়ুনান প্ৰদেশত বসতি কৰেহি, সেই বিষয়ে পুৰাতত্ত্ব এতিয়াও নিমাত! কিন্তু য়ুনান প্ৰদেশত তেওঁবিলাক যে এটা পৰাক্ৰমী জাতিৰূপে বাস কৰিছিল আৰু সেই ঠাইত যে তেওঁবিলাক অনেক শতিকালৈকে সেই ভাবেই বিখ্যাত আছিল, সেই বিষয়ে অনেক ঐতিহাসিক প্ৰমাণ আছে। তেওঁবিলাকে কেতিয়া আৰু কেনেকৈ য়ুনানৰপৰা আহি মান দেশৰ উত্তৰ ভাগত অৰ্থাৎ আজিকালিৰ শ্যাম দেশত সোমালহি সেই বিষয়ে শ্যান পুৰাবৃত্তই এইদৰে কয় যে ৭৮ খৃষ্টাব্দত চীন দেশৰ সম্ৰাটৰ প্ৰতিনিধি বিষয়া কেইজন মানৰ বিপক্ষে য়ুনান দেশৰ শ্যান জাতিৰ 'লাইলাও' ৰজাই বিদ্ৰোহ আচৰণ কৰাত দুই পক্ষৰ ভিতৰত এখন দুৰ্ব্বাদল যুদ্ধ লাগে। সেই যুদ্ধত শ্যানবিলাক হাৰে আৰু চিন-ভিন হৈ পৰে। তেতিয়াই তেওঁবিলাকৰ অনেক মানুহ ভাগি আহি উত্তৰ মান দেশত ঠাই লয়হি আৰু তেতিয়াৰে-পৰা মান দেশৰ সেই ভাগৰ নাম শ্যান দেশ হয়।

তেওঁবিলাক যদিওবা প্ৰথমে ভগনীয়াভাৱেই এই দেশত সোমাইছিলহি, তথাপি অলপ দিনৰ ভিতৰতে এটা সুগঠিত জাতি হৈ পৰে আৰু নতুন দেশত নতুন উৎসাহেৰে এটা ভৱিষ্যত প্ৰবল জাতিৰ সূত্ৰপাত কৰে। তেওঁবিলাকৰ সতি-সন্তানবিলাকেই ৬২৯ খৃষ্টাব্দত 'শ্যানচাও' নামে বিখ্যাত সাম্ৰাজ্যৰ ভিত্তি স্থাপন কৰে। এসময়ত এই সাম্ৰাজ্য ইমান সমৃদ্ধিশালী হৈ উঠে যে গোটেই-খন মান দেশেই তাৰ অধীন হৈ পৰে। য়ুনান দেশৰ দক্ষিণ-পশ্চিম ফালৰপৰা

ওলাই ঐৰাৱতী নদীৰ স্বেলী বুলি এখন নৈ পৰিছে; সেই নৈখনৰ আৰু এটা নাম হৈছে 'নাম মাও' অৰ্থাৎ বৰ নৈ। শ্যান ভাষাত 'মাও' মানে 'বৰ' আৰু 'নাম' মানে নৈ। স্বেলী নৈৰ উপত্যকাক সাধাৰণতে তাৰ মানুহে 'নাম মাও' বোলে। এই 'নাম মাও' উপত্যকা আৰু তাৰ কাষৰ পাজৰৰ ঠাইবিলাকেই ( যেনে ভামো, সংমিত আৰু ছৈ্বনবী ) হৈছে শ্যানবিলাকৰ আচল বুনিয়াদী ঠাই আৰু তাৰ অধিবাসীবিলাকেই টাই জাতিৰ অতি পুৰণি আৰু সম্মানী শাখা। সেই কাৰণে আন আন ঠাইৰ শ্যানবিলাকে 'নাম মাও'ৰ শ্যানবিলাকক 'টাইলং' অৰ্থাৎ বৰ টাই আৰু নিজক 'টাই নৈ' অৰ্থাৎ সৰু টাই বুলি স্বীকাৰ কৰে। আনকি, শ্যাম দেশবিলাকেও 'টাই নৈ' অৰ্থাৎ 'সৰু টাই' বুলি হে নিজৰ পৰিচয় দিয়ে। এই শ্যান জাতিটো যদিবাও মূলত একেই আছিল, তথাপি পিচত থকা ঠাই লৈ তেওঁবিলাকৰ ভিতৰত কেইবাটাও ঠাল হৈ পৰে। ঐতিহাসিকবিলাকে সাধাৰণতঃ এই জাতিটোক চাৰিটা ঠালত বিভক্ত কৰে; যেনে—উত্তৰ-পচিমৰ শ্যান, পূৰ্-উত্তৰৰ শ্যান, পূৰ্ব্বৰ শ্যান আৰু দক্ষিণৰ শ্যান। এইবিলাক ঠাইৰ আকৌ ঠেঙ্গুলি আছে। চেলউইন নদীৰ ইপাৰৰ শ্যানবিলাক লাও, আৰু শ্যামদেশৰ শ্যানবিলাক পূৰ্ ঠালৰ ঠেঙ্গুলি; উত্তৰ-পশ্চিম ঠালৰ ঠেঙ্গুলি হৈছে মান দেশৰ শ্যানবিলাক। এওঁবিলাকৰ ৰাজধানী মাংকং আৰু মংয়ং। 'মাংকঙ'ৰ বৰ্ত্তমান নাম হৈছে 'মোগং' আৰু 'মংয়ঙ'ৰ বৰ্ত্তমান নাম 'মোহায়ন'। এই ঠালৰ শ্যানবিলাক আচাৰ ব্যৱহাৰ ৰীতি-নীতি সকলো বিষয়তে মানবিলাকৰ লগত একেবাৰেই একেৰকম হৈ গৈছে। আনকি, এওঁবিলাকৰ তিৰুতাবিলাকেও মান দেশৰ সাজপাৰ, ভাষা আৰু চালচলন গ্ৰহণ কৰি মানৰ নিচিনা হৈছে। এই ঠালৰ ৰাজাৰ পাতনি সম্বন্ধে আন দেশৰ বুৰঞ্জীত এটি উপাখ্যান আছে।

অনেক কাল পূৰ্ব্বে চীন দেশত উদীব্ব নামে এজন ৰজা আছিল। তেওঁৰ ৰাণীৰ গৰ্ভত এটি ছোৱালীৰ জন্ম হ'ল। ছোৱালীটি জন্মৰেপৰা অন্ধ আছিল। তেওঁৰ নাম আছিল 'চহলা'। ৰাজকুমাৰী চহলাৰ যেতিয়া ১২ বছৰ বয়স হ'ল, তেওঁৰ চকু ভাল হোৱা আশা নেদেখি, তেওঁৰ বাপেকে তেওঁক এখন ভুৰত তুলি, তাত অনেকদিনৰ খোৱা বস্তু দি থৈ ঐৰাৱতী নৈত উটাই দিলে। ভুৰখন ভটীয়াই ভাহি আহি টাগং বুলি এঠাইত লাগিলহি আৰু 'চহলা' কুমাৰী তাতে ভুৰৰপৰা নামিল। তাত অলপ দিন থকাতে তেওঁ এটা বাঘ লগ পালে। পূৰ্ব্বজন্মত সেই বাঘটো তেওঁৰ পতি আছিল। এই কথা

জানিব পাৰি তেওঁ বাঘটোত বিয়া সোমাল। সেই বিয়াৰ ফল স্বৰূপ তেওঁ-বিলাকৰ চাৰিজন ল'ৰা হ'ল। তেওঁবিলাকৰ এজনৰ নাম 'ঠং-কাওবাও', এজনৰ নাম 'ঠং-ঙ্গাওবাও', এজনৰ নাম 'ঠং-ক্যামবাও' আৰু আন জনৰ নাম 'ঠং-হুন্‌বাও'। ল'ৰা চাৰিটি ডাঙৰ হ'লত তাহানি দুয়ো ৰজাই শকুন্তলাক বিয়া দি, তেওঁবিলাকৰ মাকে তেওঁবিলাকক এটা বহুমূলীয়া আঙ্গঠী দিলে আৰু কলে যে এই আঙ্গঠীটো দেখুৱাই চিনাকি দিলে, চীন দেশৰ ৰজাই তোমালোকক নিজৰ নাতি বুলি চিনি পাব। তেওঁবিলাকে মাকৰ কথামতে চীন দেশলে গৈ ৰজাৰ আগত আঙ্গঠীটো দেখুৱাই নিজৰ কথা কোৱাত ৰজাই নিজৰ নাতি বুলি চিনি পালে আৰু লগতে তিনি বছৰ ৰাখিলে। চীনৰ ৰজাই তেওঁবিলাকক ৰাজনীতি শিক্ষা দি, ডাঙৰটোক এখন বৰকাঁহ, বৰ মাজুটোক এখন হেংদান, সৰু মাজুটোক এটা বগলী চৰাই দি বিদায় দিলে, আৰু নিচেই নুমলীয়াটোক কলে, "তুমি গৈ তোমাৰ পিতাৰ বাঘক এখন ৰাজ্য খুজি লবাগৈ।" চাৰিওজন কোঁৱৰে, ককাকে দিয়া বস্তুখিনি লৈ উভতি যাওঁতে এঠাইত বৰকাঁহখন আপোনা-আপুনি বাজি উঠিল। ডাঙৰটোৱে তাতে এখন নগৰ পাতি তাৰ নাম দিলে 'বিন্ কাৰঙ্গি' আৰু তাৰ ওচৰৰ ঠাইবিলাক লৈ ৰাজ্য পাতিলে। 'বিন্ কাৰঙ্গি' মানে কাঁহবজা গাওঁ। এই 'বিন্ কাৰঙ্গি' নামটো কালত পৰিৱৰ্ত্তন হৈ 'মং কাৰঙ্গি' বা মংক্বং হল আৰু শেহত মোগং হলগৈ। আহোম বুৰঞ্জীত এই মংক্বং দেশ 'মুংকং' বুলি উল্লিখিত হোৱা দেখিবলৈ পোৱা যায়।

## খুন্‌লং খুন্‌লাই অহা শক

শ্যান দেশৰ বুৰঞ্জীত খুন্‌লং আৰু খুনলাই অহা শকত এই জাতিটোৰ উৎপত্তি সম্বন্ধে এটি অলৌকিক উপাখ্যান আছে। ধৰ্ম্মৰ শক ১১১১ বা খৃষ্টীয় ৫৬৮ সনত খুন্‌লুং আৰু খুনলাই নামে দুজন দেৱপুত্ৰ, সোণৰ জখলাৰে স্বৰ্গৰপৰা নামি স্বেলী নৈৰ উপত্যকাত ওলালহি। তেওঁবিলাকৰ লগত দুজন মন্ত্ৰী আহিছিল। মন্ত্ৰী দুজনৰ ভিতৰত এজনৰ নাম খুণ্টুন আৰু আন জনৰ নাম খুন্‌ফুন্। তেওঁবিলাকৰ এজন সূৰ্য্যৰপৰা আহিছিল আৰু এজন চন্দ্ৰৰপৰা আহিছিল। তেওঁবিলাকৰ লগত বৃহস্পতি বংশৰ এজন জ্ঞানী জ্যোতিষী আৰু আন আন দেৱতাৰ বংশৰো মানুহ আহিছিল। এইবিলাক শ্যান্ দেশৰ বুৰঞ্জীৰ কথা। তেওঁবিলাক স্বৰ্গৰপৰা নামি পৃথিৱী পোৱা মাত্ৰকে

তাৰ মানুহে ঈশ্বৰে পঠোৱা ৰজা বুলি তেওঁবিলাকক গ্ৰহণ কৰিলে। মানুহ-বিলাকৰ ভিতৰত লাঙ্গো নামে আৰু চীনা মতে চাওটিকান নামে এটা মানুহ দুই ভায়েকৰ চাকৰ হবলৈ মান্তি হল। খুন্‌লুং আৰু খুন্‌লাই স্বৰ্গৰপৰা নামিবৰ সময়ত তেওঁবিলাকৰ পিতা টুংখাংএ তেওঁবিলাকক এখন কটাৰী আৰু এটা কুকুৰা দিছিল, আৰু কৈছিল যে পৃথিৱী পোৱা মাত্ৰ তেওঁবিলাকে কুকুৰাটো মাৰি তেওঁৰ পূজা কৰিব। পূজাৰ অন্তত তেওঁবিলাকে নিজে কুকুৰাৰ মূৰটো খাব আৰু গাটো মন্ত্ৰী আৰু আন আন লগৰীয়াবিলাকক দিব। কিন্তু তেওঁবিলাকে পৃথিৱী পাই দেখিলে যে কুকুৰা আৰু কটাৰীখন লগত নাহিল। পিচে, এই বস্তুকেইটা আনিবৰ নিমিত্তে দুয়ো ভায়েকে লাঙ্গোক স্বৰ্গলৈ পঠিয়াই দিলে। লাঙ্গোৱে স্বৰ্গৰপৰা বস্তু কেইটা লৈ উভতি আহি কলেহি যে স্বৰ্গৰ দেৱতাই দুই ভায়েকক বৰ খং কৰিছে আৰু তেওঁবিলাকে বস্তু কেইটা পাহৰি এৰি অহা বাবে তেওঁবিলাকক কুকুৰাৰ গাটো খাবলৈ কৈছে আৰু লাঙ্গোক মূৰটো খাবলৈ কৈছে। লাঙ্গোৱে এইদৰে কৈ কুকুৰাৰ মূৰটোও খালে আৰু স্বৰ্গৰপৰা বস্তু কেইটা অনা বাবে মংখে দেশখন খুজি ললে। 'মংখে' নামটোৱে গোটেইখন চীন দেশক নুবুজায়, কেৱল যুনান প্ৰদেশকহে বুজায়। দেওকুকুৰাৰ মূৰটো খোৱা বাবে লাঙ্গো চীন দেশৰ এজন বিজ্ঞ আৰু ক্ষমতাশালী ৰজা হল আৰু স্বৰ্গৰপৰা সোণৰ জখলাৰে নামি অহা ভায়েক দুজন, চৰাইৰ মঙহ খোৱা বাবে একো নজনা 'নাওশান' হৈয়ে থাকিল। লাঙ্গোৱে 'মংখে' ৰাজধানী পাতি ৫৬৮ খৃষ্টীয় শতাব্দীৰপৰা ৰাজ্য আৰম্ভ কৰে। আমাৰ ভাষাত চীন দেশক খেহ দেশ এই মংখেৰপৰা যে বোলা হয় তাক অনায়াসে বুজিব পাৰি।

খুন্‌লুং আৰু খুন্‌লায়ে কিছুদিনৰ পিচতে কাজিয়া কৰিলে। খুন্‌লুৱে স্বেলী উপত্যকাৰ ৰাজ্যৰ ওপৰত নিজৰ হক এৰিদি, আন এঠাইত ৰাজ্য পাতিবৰ নিমিত্তে স্থিৰ কৰিলে। তেওঁ তেওঁৰ পৈতৃক দেৱতা দুজনা, মতাজনৰ নাম 'চুং' আৰু মাইকীজনীৰ নাম 'চেং', এটা পেৰাত ভৰাই মূৰত লৈ পচিমৰ ফালে গলগৈ। তেওঁ ঐৰাৱতী পাৰ হৈ উয়ো নৈৰ দাঁতিত এখন নগৰ পাতি তাৰ নাম দিলে 'মংকং মংয়ং'। আজিকালিৰ 'চিংকালিং খামতি' বোলা ঠাইকে আগৰ এই 'মংকং মংয়ং' বুলি অনুমান কৰে। খুন্‌লুঙৰ ৭টা পুতেক। সিহঁতে আন দেশলৈ গৈ ৰাজত্ব স্থাপন কৰেগৈ।

## টুংখুঙীয়া ফৈদ ক'ৰপৰা আহিল ?

**১ম। আই খুনলুং :**—টুংখুংঅত ৰজা হয়। আজিকালি 'টুংখুং'ক টাগঙ্গ বুলি কয়।

আমাৰ ভাষাত 'টুংখুঙ্গীয়া ফৈদ'ৰ বুলিলে যে বৰ পুৰণি আৰু ভাল বংশৰ বুজায়, সি এই আই খুনলুঙ্গৰ ৰাজধানী টুংখুঙ্গৰপৰাই হব পায়।

**২য়। খুনফা :**—মংয়ংঅত ৰজা হৈ দহলাখ ঘোঁৰা চই দিছিল।

**৩য়। খুনস্থু :**—লামুং টাইৰ ৰজা হৈ, বছৰি ৩০০ হাতীৰ চই শোধাইছিল।

**৪র্থ। খুনকা উৎফা :**—য়ুনহুনত ৰজা হৈ বছৰি সোণ দিছিল।

**৫ম। খুনলা :**—মাক্‌লা দেশত চীন্দুইন নৈৰ দাঁতিত ৰজা হৈ চীন্দুইন নৈৰ পানী বুঢ়া ৰজাত শোধাইছিল।

**৬ষ্ঠ। খুনচা :**—মংমিতত ৰজা হৈ বছৰি ৩॥০ সেৰ হীৰা বাখৰ শোধাইছিল।

**৭ম। খুনচু :**—মংয়াং, য'ত তেওঁৰ পিতাকে ৰাজত্ব কৰিছিল তাতে ৰজা হয়।

এই খুনচুৱে ৬০৮ খৃষ্টাব্দৰপৰা ৬৩৩ অব্দলৈকে ৰাজত্ব কৰে। তেওঁৰ পিচত, তেওঁৰ পুতেক 'চাওচেনচাউ' ৰজাই ৬৩৩ৰপৰা ৬৫২ চনলৈকে ৰাজত্ব কৰে আৰু তেওঁৰ অন্তত তেওঁৰ পুতেক 'চাওখ্যুনকাও' ৰজা হৈ ৬৫২ চনৰপৰা ৬৬৭ চনলৈকে ৰাজত্ব কৰে; তাৰ পিচত তেওঁৰ পুতেক 'চাওখুন্‌ক্যান্' ৰজা হৈ ৬৫২ চনৰপৰা ৬৬৭ চনলৈকে ৰাজত্ব কৰে। এইদৰে খুন্‌লুৰ সতি-সন্ততিয়ে ১১০ বছৰ 'মংকং মংয়ং' দেশত ৰাজত্ব কৰে। ইতিমধ্যে খুন্‌লায়ে 'মংৰি মংৰাম' নামে এখন ৰাজ্য পাতি ( শ্বেলী নৈৰ দক্ষিণ পাৰে ) তাতে ৰাজত্ব কৰে। এই 'মংৰি মংৰাম' আজিকালিৰ মংমাও নগৰৰ পৰা ৮।৯ মাইলমান দূৰ। ইয়াত তেওঁ ৭০ বছৰ ৰাজত্ব কৰাৰ পিচত তেওঁৰ পুতেক 'আই-ঠেপ্-ঠাট-ফা' ৰজা হৈ ৮০ বছৰ ৰাজ্য ভোগ কৰে আৰু তেওঁৰ ৬৭৮ ইং চনত মৃত্যু হয়। তেওঁৰ লৰালুৰি একো নেথাকে। খুন্‌লুৰ বংশৰ পূৰ্ব্বে কৈ অহা 'চাওখুন্‌কাও'ক আনি এই ৰাজ্যত ৰজা পতা হয়। এওঁ কিমানদিন ৰাজত্ব কৰিলে তাক কব নোৱাৰি। তেওঁৰ পিচত কিন্তু তেওঁৰ পুতেক ৰজা হয়। তেওঁৰ ৰাজত্বকালতে মংৰি মংৰাম ৰাজ্যৰ অৱনতি হবলৈ ধৰে। এইজন ৰজাৰ পাছত তেওঁৰ ভায়েক ৰজা হয়। তেওঁৰ নাম 'খামচিপ্‌ফা' আছিল। তেওঁৰ বংশই একেৰাহে ১০৩৫ চনলৈকে ৰাজত্ব কৰে আৰু 'চাওলেপ্‌ফা' ৰজাৰ দিনত এই বংশ শেষ হয়। তাৰ পিচত

টাইপং বংশৰ ল'ৰা এটাক ৰজা পতা হয়। তেওঁৰ নাম আছিল 'খুন্‌কাউংফা'। তেওঁৰ বংশই একেৰাহে ১২১০ খৃষ্টাব্দলৈকে ৰাজত্ব কৰে আৰু 'পামিওপং' ৰজাৰ মৃত্যুতহে এই বংশ শেষ হয়। তাৰ পিচত খুন্‌লুৰ বংশৰ খুনচুৰ ঠালৰ 'চাওখাম্‌নেং' আহি ৰজা হয়হি। এইবাৰে সৈতে খুনলাইৰ বংশ লোপ হোৱাত, খুনলুৰ বংশৰ মানুহ আহি ৰজা হোৱা তিনিবাৰ হয়। এইবাৰ নকৈ ৰজা পাতিবৰ সময়ত পামিওপঙৰ সৰুটো ভায়েক মংমিত ৰাজ্যত ৰজা আছিল। চাওখুন্‌নেংএ ১০ বছৰ ৰাজত্ব কৰে আৰু তেওঁৰ দুটি ল'ৰা হয়। এটিৰ নাম 'চাওখান্‌ফা' আৰু ইটি 'চামলংফা'। মাও বুৰঞ্জীত চাওলংফাৰ নিচিনা পৰাক্ৰমী আৰু বিখ্যাত ৰজা হোৱা নাই। চাওখান্‌ফা পিতাকৰ মৃত্যুৰ পাচত ১২২০ চনত সংমাও ৰাজ্যৰ ৰজা হয়। কিন্তু তাৰ ৫ বছৰ পূৰ্ব্বেই চাম্‌লংফা মংকঙ্গৰ চুবা মকৰৰ হয়, আৰু ককায়েকৰ হুকুম মতে তেওঁ কেইবাখনো দেশ মাও ৰাজ্যৰ অধীনলৈ আনে। তেওঁ এজন বিখ্যাত যোদ্ধা পুৰুষ আছিল। এবাৰ তেওঁ আৰাকানৰ অনেক অংশ দখলৰ ভিতৰ কৰে, আৰু এবাৰ গৈ মণিপুৰ দখল কৰে আৰু এবাৰ গৈ 'ওৱেচালি লং' অৰ্থাৎ চীনা মাত্ৰেৰে অসম দেশৰ পূৰ্বভাগ দখল কৰে। তেতিয়া অসমৰ সেইভাগ চুতীয়াৰ অধীনত আছিল বুলি লেখা আছে।

অসম জয় কৰি ঘূৰি অহাৰ পিচত তেওঁৰ ককায়েক 'চাওখান্‌ফা'ই ভায়েকৰ পৰাক্ৰম দেখি ভয় খালে আৰু খিয়াল লাগি তেওঁক মাৰিবৰ নিমিত্তে স্থিৰ কৰিলে। এই ভাবি তেওঁ ৰাজধানী এৰি মংপেত খামত তেওঁক দেখা কৰিবলৈ গল। তেওঁ অসম জয় কৰি অহাত তেওঁক অভ্যৰ্থনা দিবৰ নিমিত্তে বৰ সমাৰোহ কৰিছিল। কোনো কোনোৰ মতে তেওঁক এই অভ্যৰ্থনাৰ সমাৰোহ দেখুৱাই তলে তলে মৰাই পেলালে। কোনো কোনোৰ মতে তেওঁ ককায়েকৰ অভিসন্ধিৰ সম্ভেদ পাই চীনদেশলৈ পলাই গল। তাৰ পিচত, তেওঁৰ কি হল কোনেও কব নোৱাৰে।

## চুকাফা-চাওকাফা

অসম জয় কৰোঁতা চামলংফা চোকানফাৰ ব চৌকামফা, যাক পেম্বাৰটন চাহাবে চুখাম্ফা বুলি উল্লেখ কৰিছে, তেওঁৰ ভায়েক। অসম জয় কৰা ৪।৫ বছৰৰ পাচত তেওঁবিলাকৰ এজন কুটুম ল'ৰাক 'চাওকাফা'ক ন-কৈ দখল কৰা দেশৰ চুবা কৰি থলে। ১২২৯ খৃঃত তেওঁ উজনি অসমৰ ৰজা হয়।

এইবিলাক কথা অসম বুৰঞ্জীৰ নহয়; তথাপি প্ৰতি ছত্ৰে-ছত্ৰে অসম বুৰঞ্জীৰ লগত মিল আছে। শ্যান জাতিৰ উৎপত্তি সম্বন্ধে এই উপাখ্যানটি শ্যান বুৰঞ্জী, মান দেশৰ বুৰঞ্জী, সকলোবিলাকতে প্ৰায় একে ৰকমে আছে। ইয়াৰপৰা যদি কিবা প্ৰমাণ হয় তেনেহলে এয়ে প্ৰমাণ হৈছে যে চুকাফা ৰজা শ্যান বা শ্যামবংশীয় ৰজা, আৰু আহোমবিলাকো শ্যামজাতীয় মানুহ। অসমত 'খুন্‌টাই' বুলি এক শ্ৰেণীৰ আহোম আছে। আহোম ভাষাত 'খুন' মানে মানুহ। সেইগুণে, 'খুনটাই' মানে টাই মানুহ। সেই গুণে, ইয়াকো কব পাৰি যে কেতিয়াবা কেতিয়াবা তেওঁবিলাক টাই আৰু কেতিয়াবা শ্যাম বা শ্যান নামেৰে পৰিচিত হৈছিল।

## অহম নামৰ গুৰি

যেতিয়া এই দেশৰ মানুহে তেওঁবিলাকৰ জাতৰ নাম সোধে, তেতিয়া 'শ্যাম' বুলি কোৱাত ইয়াৰ মানুহে তেওঁবিলাকৰ শৌৰ্য্য-বীৰ্য্য দেখি ঠাইতে শ্যামক পোনাই 'অসম' কৰিলে আৰু কালক্ৰমত তেওঁবিলাক জনসাধাৰণৰ মাজত "অসম" বুলিয়েই খ্যাত হল। পিচত, অনেক দিনৰ মূৰত উচ্চাৰণ বিকৃত হৈ 'অসম' 'অহম'ত পৰিবৰ্ত্তন হৈ শ্যামজাতি 'অহম' নামে আৰু তেওঁবিলাকৰ অধীনৰ ঠাইডোখৰ অসম নামে খ্যাত হল। এইবোৰ কথা অৱশ্যে অনুমান। কিন্তু অসম নামৰ যিবিলাক আনুমানিক ব্যাখ্যা হৈছে তাৰ ভিতৰত মোৰ বোধকৰোঁ এইটো ব্যাখ্যাই আটাইকেইটাতকৈ বেছি বিশ্বাসযোগ্য।

# আহোম বুৰঞ্জীৰ পাতদিয়েক

## চক্ৰধ্বজসিংহ ( ১৫৮৫-১৫৯১ )

জয়ধ্বজ সিংহ স্বৰ্গী হলত তেওঁৰ ভায়েক চাৰিঙ্গীয়া ৰজাক পাত্ৰ-মন্ত্ৰী-সকলে ১৫৮৫ শকৰ কাতি মাহত ৰজা পাতিলে। ৰজাই আপোন নিয়মে ক্ৰিয়া-কাৰ্য্য শেষ কৰি সোণৰ পাত্ৰ, লেচাঙ্গত ভৰি, ব্ৰাহ্মণ, দৈৱজ্ঞক অনেক দক্ষিণা দিলে। পাচে ৰজাই বকতাৰপৰা লেচাঙ্গত বাহা কৰাই তাতে কতো দিন থাকি চক্ৰধ্বজ নাম ললে। চক্ৰধ্বজ ৰজা হৈ কতো পাচে পাত্ৰ-মন্ত্ৰীক বিচাৰ কৰিলে। দেশে দেশে উকীল পাচিলে। চন্দ্ৰকন্দলী আৰু সনাতন কটকীক দিল্লীলৈ পঠালে। পাঠকচন্দ্ৰ আৰু গোপালচৰণ বৈৰাগীক বেহাৰলৈ, চলাক আৰু গন্ধিয়াক গুৱাহাটীলৈ, ৰাম কটকী আৰু লালুকক কচাৰী ৰজাৰ ঠাইলৈ পঠালে।

**কছাৰীৰ লগত সম্বন্ধ।** চক্ৰধ্বজে দেশান্তৰী হোৱা পাত্ৰ-মন্ত্ৰীবিলাকক বিচাৰ কৰি অনালে। কিন্তু মৰঙ্গীত থকা বৰচেতীয়াক বিচাৰি নাপালে। তেতিয়া কছাৰী ৰজালৈ এই বুলি চিঠি দিলে।

> "দৈৱ দোষে সকলবো ভঙ্গ জয় হয়। এতেকে যুদ্ধে জিনি মোৰ দেশ যৱনে আক্ৰমিলে, এই কাৰণে লোকজন পাত্ৰমন্ত্ৰী দেশান্তৰি হৈছিল। পাচে সন্ধুক্ষণ হৈয়া সকলো আসিয়া মোক সেৱা কৰিলেহি। বৰচেতীয়া নাহিল; কিবা মৰিল, কিবা বঙ্গালে নিলে, কিবা মিত্ৰৰ ঠাইতে আছে একো বাৰ্ত্তা নাপালোঁ। যদি মিত্ৰৰ ঠাইতে আছে, মোৰ ঠাইতে আছে, অৱশ্যে দিব।"

বীৰদৰ্প ৰজাই আমাৰ কটকীক কলে, যে "বৰচেতীয়া মোৰ শৰণাপন্ন। মঞি তাক কিকৈ দিম? দিব নোৱাৰোঁ।" কছাৰী ৰজাই পূৰ্ব্বাপৰ নিয়মৰ দৰে আমাৰ কটকীৰ লগতে তেওঁৰ উকীল নপঠালে আৰু কাৰণ দিলে বোলে শুনিছোঁ বঙ্গাল উজাই কলিয়াবৰ পাইছেহি। আগৰ বাৰ উকীল মৰঙ্গীয়ে পঠালে; পৰ্ব্বত ভাঙিহে পালেহি। এতিয়াও বঙ্গাল উলটিবৰ শুনিলে হে উকীল পঠাব বুলি কৈ আমাৰ কটকীক অকলে ওভতাই পঠিয়ালে। কটকী আহি চাই কথা ডাঙৰীয়াসকলক জনোৱাত তেওঁবিলাকে স্বৰ্গদেৱত জনালে।

বোলে কছাৰীয়ে উকীল নপঠালে, আমাৰ উকীলৰ হাতত পত্ৰ-সন্দেশ দি পঠাইছে। বৰচেতীয়াকো শৰণীয়া বুলি নপঠায় আৰু বোলে বঙ্গাল উজাই কলিয়াবৰ পাইছেগৈ। সমাচাৰ জানি পাচেহে উকীল পঠাব পাৰোঁ। একবাৰ উকীল পঠালোঁ পৰ্ব্বতেদি খেদি পঠালে। ভাগ্যে সে বঞ্চিত আছিল। আমাৰ ৰজাই এই কথা শুনি আমাৰ কটকীক খঙ্গ কৰি কছাৰী ৰজাৰ পত্ৰ-সন্দেশ সিহঁতৰ চকিত ওভোতাই দিবলৈ আজ্ঞা কৰিলে। ৰহাৰ সন্দিকৈ চকিয়াল বৰুৱাই সেই পত্ৰ-সন্দেশ ওভোতাই দিলে আৰু আমাৰ কটকীক স্বৰ্গদেৱে নোবোলা-কথা কৰা বাবে লোৱা দি বন্দীকৈ থৈ দিব দিলে। পাচে ৰাজমাৱে সৈতে বুঢ়াগোহাঞি ডাঙৰীয়াই সমালোচনা কৰি মহাৰাজত কৈ-মাতি কটকীহঁতৰ দায় ভাঙিলে।

তাৰ পাচত কলিয়াবৰত ঘোঁৰাকোঞৰ বৰফুকন হল। বৰফুকনৰ দপদৰ জখলাবন্ধাত আছিল। তাৰ পাচত বীৰদৰ্প ৰজাই আকৌ উকীলৰ হাতত পত্ৰ-সন্দেশ দি পঠাইছিল, কিন্তু সেই উকীলে সাতগাঞ পাই দেখিলে যে সাতগঞা ৰজা ৰাজ্য সমন্বিতে ভাগি আহি আমাৰ ৰজাৰ আশ্ৰয় ললেহি। সাতগঞা ৰজাক ৰাজ্য সমন্বিতে ছাগলীকটাত পাতিলে নি। এই কাৰণে কছাৰীৰ উকীল ফিৰি গল। প্ৰীতিও নহল। পাচে ঘোঁৰাকোঞৰ বৰফুকন গুচিল, বৰবৰুৱাৰ পুতেক লাচিত বৰফুকনে 'গুৱাহাটা' মাৰি ললে। চক্ৰধ্বজ ৰজা স্বৰ্গী হল।

## উদয়াদিত্য ( ১৫৯১-১৫৯৫ )

**কছাৰীৰ লগত সম্বন্ধ।** এইজন ৰজাৰ দিনতো বীৰদৰ্প ৰজাই উকীল পঠাইছিল আৰু পত্ৰ দিছিল। মজুন্দাৰে পত্ৰ চাই দেখে যে চক্ৰধ্বজ সিংহৰ নামেহে পত্ৰ দিছে। মৃতক ৰজাৰ নামে দিয়া পত্ৰ ৰজাই নেচালে আৰু কটকীকো সভাৰপৰা তুলি পঠালে। কছাৰী কটকী গড়গাৱঁত থকাতে গুৱাহাটীত লাচিত বৰফুকন মৰিল। তেওঁৰে ককায়েক নিমাতি ফুকন বৰফুকন হৈ গুৱাহাটীলৈ গল। কছাৰী কটকীক বৰ্ত্তমান ৰজাৰ নামে চিঠি আনিবলৈ কৈ নিজ দেশলৈ ওলোটাই পঠালে। কিন্তু সিহঁত আৰু ঘূৰি নাহিলগৈ। উদয়াদিত্য ৰজা ১৫৯৫ শকত স্বৰ্গী হল। এইজনা ৰজাৰ দিনত আমাৰে কছাৰীৰে মিত্ৰতা নহল। উদয়াদিত্যৰ কনিষ্ঠ ভাই ৰামধ্বজ ৰজা হল। তাৰ পাচত ১৫৯৬ শকত চামগুৰীয়া ৰজা হল। ১৫৯৭ শকত দিহিঙ্গীয়া ৰজা হল। ১৫৯৮ শকত পৰ্ব্বতীয়া ৰজা হল। ১৬০১ শকত কঠালগুটীয়া লৰা ৰজা হল।

## গদাধৰ ( ১৬০৩-১৬১৭ )

লৰা ৰজাৰ পাচত, লান্‌মাখৰু বৰফুকন হৈ কতো দিন থাকি সমস্তেৰে সমালোচন কৰি ১৬০৩ শকত তুংখুঙ্গীয়া কুমাৰ গদাপাণিক কলিয়াবৰলৈ নি তাত ৰজা পাতিলে। নতুন ৰজা তাতে কতো দিন থাকি গৰগাৱঁলৈ গল। ৰজাৰ আজ্ঞাত লানমাখৰু ফুকনে গুৱাহাটী মাৰি ললে।

**মুছলমানৰ লগত যুদ্ধ।** মুছলমানৰ প্ৰধান সেনাপতি আছিল মঞ্চুৰ খাঁ, আলিয়াৰ খাঁ, একবৰ, মিৰ্জ্জা চিৰাজ। যুদ্ধত এওঁবিলাক হাৰি পলাই গল। প্ৰধান সেনাপতি ৰণত পৰিল। এই ৰণ জিকাৰ ছয় মাহৰ পাচত লানমাখৰু বৰফুকন ভাগিল। গড়গঞা সন্দিকৈৰ পুতেক বৰফুকন হল।

**কছাৰীৰ লগত সম্বন্ধ।** বীৰদৰ্প ৰজাই এইজন ৰজাৰ দিনতো প্ৰীতি স্থাপন কৰিবৰ নিমিত্তে চেষ্টা কৰিছিল। কিন্তু সিদ্ধি নহল। কিছুদিন থাকি বীৰদৰ্পৰ মৃত্যু হল-আৰু পুতেক গৰুড়ধ্বজ কছাৰী ৰজা হল। গৰুড়ধ্বজেও উকীল পঠাই মিত্ৰতা পাতিবৰ চেষ্টা কৰিছিল। গদাধৰসিংহই কিন্তু কটকীক ৰহাবপৰা ওভোতাই পঠালে আৰু কলে যে কছাৰীয়ে এবাৰ আমাৰ মানুহ ওলোটাই পঠালে। এতিয়া সিহঁতৰ কি সঞ্জাত আছে। চক্ৰধ্বজ ৰজাক, বৰচেতীয়াক ফিৰাই নিদিয়াৰ কথা আমাৰ ৰজাই তেতিয়াও পাহৰা নাই। ১৬১৭ শকত গদাধৰ ৰজা স্বৰ্গী হল। এইজন ৰজাৰ দিনত কছাৰীৰ লগত মিত্ৰতা নহল।

## ৰুদ্ৰসিংহ ( ১৬১৭-১৬৩৬ )

**কছাৰীৰ লগত সম্বন্ধ।** গদাধৰ ৰজা স্বৰ্গী হোৱাত তেওঁৰ পুত্ৰ ৰুদ্ৰসিংহ ৰজা হল। তেনেতে কছাৰীৰ ৰজা গৰুড়ধ্বজো মৃত্যু হল। গৰুড়ধ্বজে তিনিজন পুতেক এৰি থৈ গল। এজন মকৰধ্বজ, এজন উদয়াদিত্য আৰু আনজন তাম্ৰধ্বজ। গৰুড়ধ্বজৰ পিচত অনুক্ৰমে মকৰধ্বজ আৰু উদয়াদিত্যৰ দিনত মিত্ৰতা নহল। তাৰ পাছে তাম্ৰধ্বজ ৰজা হল।

গুৱাহাটীৰ সন্দিকৈ বৰফুকন ৰজাক সেৱা কৰিবলৈ গৰগাঞলৈ গল। তাত কিছুদিন থাকি মৃত্যু হল। তাৰ পাচত, গুৱাহাটীৰ বৰছুৱৰা বৰফুকন হল। কলিয়াবৰত ৰজা-শহুৰৰ বেটা মৌপিয়া ফুকন হল।

তাম্ৰধ্বজ ৰজাই আমাৰ লগত চিঠি চলাচল কৰিবলৈ আৰম্ভ কৰিলে। তেওঁ কলিয়াবৰীয়া মৌপিয়া ফুকনলৈ প্ৰীতিৰ কাৰণে লিখি উকীল পঠালে। সেই কথা কলিয়াবৰীয়া ফুকনে স্বৰ্গদেৱক জনালত, বৰফুকনে তুলি গড়গাঞলৈ পঠাবলৈ আজ্ঞা কৰিলে। ফুকনে দৰ্ব্বাৰত কছাৰী উকীল তোলাত এইদৰে উকীলে কলে যে হেড়ম্বেশ্বৰ ৰজাই কৈছে, "কোৱা ধলা হব, বগা কলা হব, শিলা ওপঙ্গিব, তথাপি তোমাৰ আমাৰ প্ৰীতি বিচ্ছেদ নহব। আৰু সোণৰ ৰূপৰ জাঙ্গুল ম্লান পৰিছে তাকো নিৰ্ম্মল কৰাইবাক লাগে।" কলিয়াবৰীয়া ফুকনে কছাৰী কটকীক ওভোতাই পঠালে বোলে ভাল মানুহ পঠাব আৰু নিয়মমতে পত্ৰ লিখিব। কছাৰী ৰজাই সুধি পঠালে পত্ৰত কি দোষ হল। কলিয়াবৰীয়া ফুকনে উত্তৰ দিলে যে স্বৰ্গদেৱক স্বৰ্গনাৰায়ণ বুলি লেখিব আৰু চাৰিখন কোল পত্ৰ দিব। তেতিয়া কছাৰী ৰজাই গন্ধৰ্ব্বৰায় দেউৰী লস্কৰক পঠালে চিঠি-সন্দেশ দি। সিহঁতে ১৬২০ শঁকৰ ফাগুণৰ ২১ দিন যোৱাত ৰহাৰ চকী পালেহি। চকীয়াল বৰুৱাই গুৱাহাটীৰ বৰফুকনলৈ জনালে। বৰফুকনে ৰজালৈ জনালে। ৰজাই আজ্ঞা কৰিলে বৰফুকনে উকীলক গুৱাহাটীতে তুলি বয়বাৰ্ত্তা বুজি তেহে গৰগাৱঁলৈ পঠাব। কছাৰী কটকীক লতাশিলৰপৰা আগবাঢ়ি আনিবলৈ কণ্ঠভূষণ কটকীক পাচিলে আৰু লগত চ'ৰা নাও এখন, আগলাগি এখন, হিলৈ নাও এখন। কটকী আহি সাউদৰ টোলত আছিল। আষাঢ়ৰ ৩ দিন যাওঁতে শনিবাৰে দোপদৰলৈ আনিবলৈ দিলে।

বৰফুকন দোপদৰৰ মাজৰ খুঁটাত ৰঙা দলিচাত, বৰগোহাঞিফুকন, গড়গঞাফুকন, বৰখুটাৰ আগত উকা দলিচাত বহিছিল। নেওগফুকন, পানীফুকন, তৰশলগুৱীয়া ৰাজখোৱা, পানী অভয়পুৰীয়া ৰাজখোৱা, এওঁবিলাক গৰগাৱঁত আছিল। দৰঙ্গী, বেলতলীয়া ৰজা আৰু চৌধাৰী ৰজাৰ ভাগে-ভাগে বহিছিল। কছাৰী কটকীক আনি দোপদৰ দোখোঁটালি এৰি চতিৰ আগত বহিব দিলে। সিহঁতে 'সাতসেৱা' কৰি বহিল। বৰফুকনে ৰজাৰ কুশল মঙ্গল সোধ-পোছ কৰাৰ পাছত কছাৰী ৰজাই দিয়া চিঠি দিলে। ফুকনে পত্ৰত দোষ ধৰি কলে যে নিয়ম মতে পত্ৰ লিখা হোৱা নাই। পাছে কটকীক গৰগাঞলৈ পঠালে। কলিয়াবৰীয়া ফুকনৰ ঠাইলৈ লুইতে উজাই পঠালে। কলিয়াবৰীয়া ফুকনে গৰগাঞলৈ পঠালে। আগেয়ে পঞ্চপত্ৰ আছিল। গুৱাহাটীত বৰফুকন হোৱাত ছয়পত্ৰ লিখিব লগা হল। কটকীক

গড়গাঞলৈ পঠালে, কিন্তু আমাৰ ৰজাৰ নাম তলত আৰু কছাৰী ৰজাৰ নাম ওপৰত লেখা বাবে ৰজাই পত্র নপঢ়িলে আৰু কটকীকো সভাৰপৰা বাজ কৰি খেদালে। কটকী উভতি নিজ দেশলৈ গলগৈ। এইজনা ৰজাৰ দিনতো কছাৰীৰ লগত আমাৰ প্রীতি নহল।

# বুৰঞ্জীৰ টোকা

## ৰাজেশ্বৰ সিংহ

প্রমত্তসিংহ স্বৰ্গদেৱৰ দিন উঠাৰ পাচত, তেওঁৰ ভায়েক সৰুজনা গোহাঞিদেৱ ১৬৭৩ শঁকৰ ৩০ আহিনত ৰজা হয়। ৰুদ্রসিংহ স্বৰ্গদেৱৰ কথামতে প্রমত্তসিংহৰ পাচত তেওঁৰ বৰভায়েক বৰজনা গোহাঞি ৰজা হব লাগিছিল কিন্তু তেওঁ সৰুতে গুটি ওলাই ঘুণীয়া হোৱা বাবে ৰজা হব নোৱাৰিলে।

**ৰজা ]** তেওঁ কেতিয়াবা ৰজাৰ দ্রোহ আচৰিব পাৰে, এই বুলি গেন্ধেলা বৰবৰুৱাই ৰজাত লগাই তেওঁক নগৰৰপৰা বাজ কৰি থোৱালে। ১৬৭৪ শকত স্বৰ্গদেৱে বৰ ধুমধামেৰে সাদিনীয়া উৎসৱ পাতি শিঙ্গৰি ঘৰত উঠি আহোম মতে চুৰেমফা আৰু হিন্দু মতে ৰাজেশ্বৰসিংহ নাম ললে। এই উৎসৱত দৰঙ্গৰ ৰজা, গৰগঞা আৰু গুৱাহাটীয়া সকলোবিলাক ৰাজবিষয়া আৰু অসমৰ সকলো মহন্ত গোট খাইছিল। স্বৰ্গদেৱে সকলোকে যোগ্যতা অনুসাৰে বটা-বাহন আৰু দান-দক্ষিণা দি সন্তুষ্ট কৰি বিদায় দিলে।

**ৰাজবিষয়া।** এইজনা ৰজাৰ দিনত বুঢ়াগোহাঞি আছিল পোনতে লাংমাই কলীয়া আৰু তাৰ পাচত কুৰৈঁগঞা ভগী; বৰপাত্ৰগোহাঞি আছিল পোনতে কম্বুকণ্ঠ আৰু তাৰ পাচত লেচেঙ্গিয়াল। বৰগোহাঁই আছিল পোনতে মুমলী গোহাঞি আৰু তাৰ পাচত মাছুৰিয়ালৰ বৰজনা গোহাঞি; বৰফুকন আছিল পোনতে তৰুণ দুৱৰাৰ নাতি বহিখোৱা আৰু তাৰ পাচত তেওঁৰে দদায়েক তামুলী বোলা জনা। এইসকল ডাঙ্গৰীয়াৰ ভিতৰৰ মুমলী বৰ-গোহাঞিক ৰাজমন্ত্রী পতা হৈছিল, কিন্তু তেওঁ ঢুকালত লেচেঙ্গিয়াল বৰপাত্র ৰাজমন্ত্রী হয়। -বকতিয়ালৰ গেন্ধেলা বৰবৰুৱা এইজনা ৰজাৰ বৰ প্রিয়পাত্র আছিল আৰু তেওঁৰ বুদ্ধি-পৰামৰ্শ স্বৰ্গদেৱে বৰকৈ শুনিছিল।

**তীৰ্থ দৰ্শন।** স্বৰ্গদেৱে নামনি অসম চাবৰ গুণে আৰু তাৰ তীৰ্থবিলাক দৰ্শন কৰিবৰ নিমিত্তে ১৬৭৮ শঁকৰ পুহ মাহত গুৱাহাটীলৈ আহিল। তেওঁ

কামাখ্যাকে আদি কৰি সকলোবিলাক তীৰ্থ দৰ্শন কৰিলে আৰু মাছ-পহু মাৰি অনেক ৰং-ধেমালি কৰি ফিৰিকা বছৰৰ চ'ত মাহত ৰংপুৰলৈ উভটি আহিল। স্বৰ্গদেৱৰ লগত যোৱা বহুত মানুহ হানি পৰিল।

**গেন্ধেলা বৰবৰুৱা।** বকতিয়ালৰ ঘৰৰ গেন্ধেলা, প্ৰমত্তসিংহ স্বৰ্গদেৱৰ দিনত বৰবৰুৱা হয় আৰু ঘাইকৈ তেওঁৰপৰাই ৰাজেশ্বৰসিংহই সিংহাসন পায়। সেই আপাহতে ৰাজেশ্বৰ সিংহই তেওঁৰ বুধি-পৰামৰ্শ লৈয়ে সকলো কাম কৰিছিল। গেন্ধেলা বৰবৰুৱা অতি বুধিয়ক আৰু ক্ষমতাপ্ৰিয় লোক আছিল। সেইগুণে অইন-অইন ডাঙৰীয়াসকলে তেওঁক দেখিব নোৱাৰিছিল। বৰগোহাঞি ডাঙৰীয়াই 'চকৰিফেটী' নামে বুৰঞ্জী এখন উলিয়াই বকতিয়ালৰ ঘৰ আগেয়ে জলমবটাকাঁড়ী আছিল বুলি প্ৰকাশ কৰে। বৰবৰুৱাই এই কথাত লাজ পাই নড়া দেশৰপৰা তেওঁৰ বঙ্গহৰ মানুহ আনি তেওঁবিলাকৰ ঘৰ যে আগৰে ভাল আহোম তাক বুজালে আৰু স্বৰ্গদেৱৰ হতুৱাই যাৰ ঘৰত যি বুৰঞ্জী পালে সকলোখিনি গোটোৱাই যিবোৰ বুৰঞ্জীত আছুতীয়া কথা পালে সেইবোৰ পুৰি পেলালে। তেতিয়াই আমাৰ দেশৰ বহুত বুৰঞ্জী পুথি লোপ পালে আৰু অনেক ঐতিহাসিক কথাও নষ্ট হল। বৰবৰুৱাৰ এই কামত ডাঙৰীয়াবিলাকে তেওঁক আৰু বিষম পোৱা হল। নাওশলীয়া ফুকন, ঢেকীয়াল বৰুৱা আৰু বেজবৰুৱা প্ৰমুখ্যে ১০ জনমান মানুহে বৰবৰুৱাক চোৰাংকৈ বধ কৰিবৰ নিমিত্তে আলচ পৰিলে। ১৬৮৫ শঁকৰ কাতি মাহত এদিন বৰবৰুৱা ৰজাৰ ঘৰলৈ যাওঁতে সিংহ-দুৱাৰৰ মুখতে এটা মানুহে তেওঁক ডিঙিতে ঘৈয়ালে, কথমপি নেলু নিছিগিল। স্বৰ্গদেৱে এই কথা শুনি বৰ বেজাৰ পালে আৰু চোলাধৰা ফুকন, বাইডঙ্গীয়া ফুকন আৰু পহৰী ডেকাক ইয়াৰ বিচাৰ কৰিবলৈ ভাৰ দিলে। তেওঁবিলাকৰ বিচাৰত নাওশলীয়া ফুকন, ঢেকীয়াল বৰুৱা আৰু বামুণ বেজবৰুৱা প্ৰমুখ্যে দহজন দোষী চাবুদ হল আৰু স্বৰ্গদেৱে অপৰাধী-বিলাকক নাক, কাণ, চুলি কাটি উগ্ৰদণ্ড কৰিলে। আৰু তেতিয়াৰেপৰা বৰবৰুৱাৰ গা-ৰখীয়াকৈ টাঙ্গোন ধৰা দিলে। বসেন্দ্ৰৰ ঘৰৰ শূলপাণি বৰুৱাই বৰবৰুৱাক স্বৰ্গদেৱৰ কথামতে এমাহৰ মূৰত সভাত বহিব পৰা কৰি দিয়া বাবে স্বৰ্গদেৱে তেওঁক বৰভণ্ডাৰ বৰুৱা খিতাপ দি বিশেষ মান-মৰ্য্যাদা দিলে।

## কমলেশ্বৰ সিংহ

১৭৩২ শঁকৰ মাঘ মাহৰ ৫ দিন যাওঁতে বৃহস্পতিবাৰে পুৱা ৪ দাঁৰ বেলি হোৱাত সপ্তমী তিথিত, কমলেশ্বৰ সিংহ ৰজা বসন্ত ৰোগত স্বৰ্গী হল। স্বৰ্গদেৱৰ ভায়েক চাৰিঙ্গীয়া গোহাঞিদেৱক সেই শঁকতে শুকুৰবাৰে অৰ্থাৎ পাচদিনা ৰজা পাতিলে। দিলীহিয়ালৰ ৰামকটকী আহি গুৱাহাটীত গোহাঞি পানীফুকনকে মোক্ষ কৰি সকলো ফুকন ৰাজখোৱাক দোপদৰ ঘৰত চপাই এই আজ্ঞা শুনালে।

**প্ৰতাপবল্লভ বৰফুকন।** ১৭৩২ শঁকৰ আঘোণ মাহৰ ৭ দিন যাওঁতে বুধবাৰে পুৱা ১ দণ্ড বেলি হোৱাত দশমী তিথিত মৃত্যু হয়। তেওঁক অশ্বক্ৰান্তত দাহ কৰা হল। তেওঁ সন্দিকৈ বংশৰ আছিল। স্বৰ্গদেৱত এই বাৰ্ত্তা জনালত কুকুৰাচোৱা বৰা আৰু চাওদাঙ্গ বৰাক পঠিয়াই বৰফুকনৰ ঘৰ আৰু তেওঁৰ খাটনিয়াৰ আৰু লিগিৰাৰ ঘৰও লুৰিলে। এইজন বৰফুকনকে কলিয়াভোমোৰা বৰফুকনো বুলিছিল।

## পুৰন্দৰ সিংহ ( ১৭৪০-১৭৪১ )

ব্ৰজনাথৰ শৰীৰত ঘুণ থকা বাবে তেওঁ ৰজা হব নোৱাৰিলে। তেওঁৰ পুতেক পুৰন্দৰ সিংহ ৰজা হল। তেওঁক ইংৰাজে ১৮৩৩ চনৰ নৱেম্বৰ মাহত যোৰহাটত ৰজা পাতে।

তেওঁৰ কোনো সৈন্য-সামন্ত নাছিল। কেৱল ৫০০ অসমীয়া চিপাহী আছিল। সিহঁতে ৰাজঘৰ ৰখীয়া আদি 'চিভিল' ( অ-সামৰিক ) কাম কৰিছিল। তেওঁৰ সেনাৰ নায়ক আছিল এজন ইউৰেচিয়ান, আৰু নাম আছিল কাপ্তান ক্ৰচ। তেওঁ মাহে ৩০ টকা দৰ্ম্মহা পাইছিল আৰু মাটি পাইছিল। চিপাহীবিলাকে মাহে ১৮০ কৈ পাইছিল আৰু মাটি পাইছিল। চিপাহীবিলাকৰ বন্দুক পাথৰ কলাই আছিল আৰু এডাল কিৰীচ কঁকালত বন্ধা আছিল—এচটা কলা চাম্ৰাৰ পেটিত। সিহঁতৰ পোছাক কপাহী আছিল আৰু চুৰিয়া পিন্ধিছিল হিন্দুস্থানী ধৰণেৰে। সিহঁত সাহিয়াল আছিল, কিন্তু ৰজাই হলে সিহঁতৰ ওপৰত অলপো বিশ্বাস নকৰিছিল। ৰজাই যে অকল চিপাহীক বিশ্বাস নকৰিছিল এনে নহয়, কোনো বিষয়াকে বিশ্বাস নকৰিছিল। তেওঁৰ অনুৰোধত এটা ফৌজ ৰখা হৈছিল এজন দেশীয় বিষয়াৰ তলত,

যোৰহাটত আছিল। যেতিয়া পুৰন্দৰ সিংহক ৰজা পাতিলে, তেতিয়া ডাঙৰ-ডাঙৰ বিষয়াবিলাকে নজৰ দিব লাগিছিল—তেওঁবিলাকে তেওঁবিলাকৰ আগৰ খেলবোৰ পাবৰ নিমিত্তে। এইদৰে পুৰন্দৰ সিংহই চিকাৰূপ ১১০০০ টকা পাইছিল, গৰু-ম'হ আৰু আন আন বস্তু এৰি। যজ্ঞোৰাম খাৰঘৰীয়া ফুকনে সকলোতকৈ বেছি নজৰ দিছিল। তেওঁৰ খেলেই সকলোতকৈ ডাঙৰ আছিল আৰু তেওঁ ১০০০ টকা চিকা ৰূপ নজৰ দিছিল। **যজ্ঞোৰাম খাৰঘৰীয়া ফুকন** ইমান চতুৰ আছিল যে তেওঁ যেই শুনিলে যে চৰকাৰে পুৰন্দৰক ৰজা পাতিব, সেই তেওঁ উজনিৰ খেললৈ গৈ পাইকবিলাকৰপৰা ২০০০ টকা নতুন ৰজাক দিব লাগে বুলি তুলিলে। তাৰে ১০০০ টকা ৰজাক দি ১০০০ টকা নিজে খালে। পলিটিকেল এজেণ্ট মেজৰ হোৱাইটে পুৰন্দৰ সিংহক গাদীত বহুৱালে।

আসাম লাইট ইন্‌ফেন্‌ট্রিৰ সেনাবিলাক লাইন কৰা হৈছিল। বন্দুক বৰতোপ সজোৱা হৈছিল। ৰজাৰ হাতীবিলাক নানা ৰঙ্গেৰে চিত্রিত হৈছিল। ৰজা বহা খোঁটালিত বগা কাপোৰৰ কেপকৰা পৰা হল। মাটিতকৈ কেইবা থাকো ওখকৈ (এয়ে সিংহাসন) ওপৰত চন্দ্ৰতাপ আঁৰা হল। মেজৰ হোৱাইটে ৰজাক হাতত ধৰি সিংহাসনত তুলি দিলে। তেতিয়া কেউফালে কালি আৰু ভেৰিৰ শব্দ হবলৈ ধৰিলে। মেজৰ চাহাবে সকলোকে শুনাই কলে যে চৰকাৰ বাহাদুৰে তেওঁক এই গাদী দিছে আৰু আশা কৰিছে যে তেওঁ প্ৰজাক ন্যায়মতে শাসন কৰিব আৰু ইংৰাজৰ কোমল আইনমতে। অসমৰ কঠোৰ আইনেৰে শাসন নকৰিব। যেতিয়া সেই কাজ হৈ গল, তেতিয়া তাত থকা চাহাব কেইজনক কাঁহী ভৰাই উপহাৰ দিয়া হল। উপহাৰৰ ভিতৰত সোণৰ কাঁহীত এটা পোছাক।

**পুৰন্দৰ ৰজাৰ মৃত্যু।** "যোৰহাট নগৰত মহাৰাজা পুৰন্দৰ সিংহৰ ৩ দিন পৰ্য্যন্ত মধুমেহৰ পীড়া উপস্থিত হৈ ১৮৪৬ চনৰ ১লা অক্তোবৰ বৃহস্পতিবাৰৰ দিনা বেলি ২ বজাৰ সময়ত মৃত্যু হল। তেতিয়া দুৰ্গাপুজা চাবলৈ ফুকন, বৰুৱা আদি বৰবৰুৱা ডাঙৰীয়াসকল গোট খাই মহাৰাজক নগৰৰপৰা বাহিৰ কৰি দহন আদি কৰিবৰ নিমিত্তে শ্ৰীযুত কামেশ্বৰ সিংহক মৃত ৰজাৰ শ থকা ঠাইতে বৰচ'ৰাত কাপোৰ পাৰি বহুৱাই, বৰবৰুৱা আৰু ডাঙৰীয়াসকলে ৪ বজাৰ সময়ত পূৰ্ব্বে পিতৃৰজাই যুৱৰাজ নাম দিয়া শ্ৰীযুত কামেশ্বৰ সিংহক এক সেৱা কৰি যুৱৰাজ মৰ্য্যদা দিলে। পাচে যুৱৰাজে সোণ, ৰূপ, কাঁহ আৰু

তাম—এই চাৰি কলহেৰে মৃত ৰজাক গা ধুৱাই, ৰাজ-অলঙ্কাৰ পিন্ধাই, সৰাইত সাজ-কাপোৰ দি, কুঁৱৰী আৰু গোহাঞিসকলে সেৱা জনাই, চাঙ্গতি চন্দোৱাৰ তৰি, চৌদোলাত তুলি দিচৈ নৈৰ ওচৰলৈ নি, আঁৰ কাপোৰ তৰি চন্দন কাঠ আদিৰে দহন কৰিলে। শ নিওঁতে বৰলোক আৰু সৰুলোক অনেক গৈছিল।”

—১৮৪৬ অক্টোবৰ, ‘অৰুণোদয়’

**পুৰন্দৰ সিংহৰ ৰাণী।** পুৰন্দৰ সিংহ ৰজাৰ বৰৰাণী গুৱাহাটীৰপৰা উজাই আহোঁতে, মুনিচন্দ্ৰ ব্ৰাহ্মণে আগবাঢ়ি গৈ আপোনাৰ নাৱত তুলি আনি ৰাণী অল্প বেমাৰ হোৱাত, দৰৱ খুৱাওঁ বুলি বিষম দৰব খুৱাই মাৰিলে। পাচে ধৰা পৰিলত, ধনৰ লোভত মাৰিলে বুলি জানি বিচাৰকৰ্ত্তাসকলে জনমভৰ ফাটেকত দিলে।

**ৰজাৰ ঘৰত চোৰ।** ১৮৪৬ চনৰ ৩০ জুলাই তাৰিখে জোৰহাটৰ শ্ৰীযুত পুৰন্দৰসিংহ মহাৰাজৰ ঘৰত চোৰ সোমাই পেৰা আৰু জপাৰ টিঙিৰি কাটি কাপোৰ আৰু অলঙ্কাৰ আদি ২৪১৪ টকাৰ বস্তু নিলে।

**বগা বাঘ।** কমলেশ্বৰ ৰজাৰ দিনত সদিয়াত এটা বগা বাঘ ধৰি জীয়াই জীয়াই ৰজাক ভেটিবলৈ আনিছিল। ১৮৫১ চনৰ মাৰ্চ্চ মাহত ডিব্ৰুগড়ত কোনো বাঘ মৰিয়াই শ্ৰীযুত ডাক্তৰ সাৰ্লক চাহাবক এটা বগা বাঘৰ চাল আৰু মূৰ দিছিল। নেজ দীঘল, গোটেই গা সুধ বগা।

**বানপানী।** ১৮৪৬ চনৰ জুলাই মাহত ব্ৰহ্মপুত্ৰৰ পানী ইমানকৈ বাঢ়িছিল যে মানুহে ঘৰৰ চালৰ ওপৰত উঠি থাকিবলগা হৈছিল। বুঢ়াগোঁহাইৰ দিনৰপৰা ইমান পানী উঠা নাছিল।

—১৮৪৬ জুলাই, ‘অৰুণোদয়’

**কাকতী ফৰিঙ।** মানৰ দিনৰ পূৰ্ব্বে আসাম দেশত কাকতি ফৰিং উজাইছিল। তাৰ পিছত মানে দেশ ললে। মৰাণে দেশ লুটিলে। ৰজা আৰু আন আন বিষয়াবিলাক ভাগিল। দেশত মাউৰ লাগিল আৰু বৰ ডাঙ্গৰ আকাল হৈছিল। অনেক মানুহ খাবলৈ নেপাই মৰিল। ১৮৪৪ চনৰ ২৭ জানুৱাৰীত শনিবাৰে আন্দাজ বেলি এপৰ ডেৰপৰ উঠা সময়ত শিৱসাগৰত কাকতি ফৰিং উজাইছিল। আকাশ মেঘৰ দৰে ঢাকি পেলাইছিল।

—১৮৪৬ জুন, ‘অৰুণোদয়’

১৮৪৬ চনত কোনো কোনো অসমীয়া ল'ৰাই কলিকতা মেডিকেল কলেজত পঢ়িবৰ নিমিত্তে ভৰ্ত্তি হৈছিল।

**অসমলৈ অহা প্ৰথম জাহাজ।** ১৮৪৭ চনৰ ১৩ আগষ্ট তাৰিখে 'যমুনা' জাহাজ কলিকতা এৰি আগষ্টৰ ২৯ তাৰিখে গুৱাহাটী পালেহি। সেই জিলাৰ চাহাব, মেম আৰু অসমীয়া ভদ্ৰলোক মুঠতে তিনিশ মানুহ তাৰ ওপৰত উঠি অলপ উজুৱা-ভটীয়া কৰি দেখুৱায়। এখন নাও কলিকতাৰপৰা গুৱাহাটী পাওঁতে চাৰি-মাহমান লাগিছিল। কলিকতাৰপৰা গুৱাহাটীলৈ জাহাজ উজাওঁতে ১৩ দিন আৰু ভটীয়াই যাওঁতে ৯ দিন লাগে। তেতিয়া ভাড়া প্ৰথম শ্ৰেণীত ১৫০৲ টকা আছিল। তৃতীয় শ্ৰেণীত ১৮৷০ অনা আছিল।

—'বাঁহী', ১৮৫২ শক

# অসম বুৰঞ্জীৰ টোকা

আহোমসকল অতীজতে চীন দেশৰ দখিন-পচিম অঞ্চলৰ অধিবাসী আছিল। তেওঁবিলাক টাই বা শ্যান জাতিৰ লোক আছিল। মুচোটেৰিণ নামে ফ্ৰান্স দেশৰ এজন বুৰঞ্জীবিদ পণ্ডিতে স্থিৰ কৰিছে যে শ্যান জাতিৰ আদি ঠাই আছিল চীন দেশৰ কিন্‌লুং পৰ্ব্বতবিলাকেই, আৰু য়ূনান প্ৰদেশত শ্যান জাতিয়ে প্ৰথমতে ৰাজ্য স্থাপন কৰে। মান দেশৰ বুৰঞ্জীৰপৰা জানিব পাৰি যে য়ূনান প্ৰদেশৰপৰা মান দেশ দুবাৰ আক্ৰমণ কৰা হৈছিল। এবাৰ খৃষ্টীয় শতাব্দীৰ বহুত দিনৰ পূৰ্ব্বত আছিল আৰু আনবাৰ প্ৰায় ২৪১ ইংৰাজী চনত। শ্যান জাতিক টাইৰক বুলিছিল আৰু এই টাইৰকবিলাকে আইলাও বা লানচ্যাও ৰাজ্য স্থাপন কৰিছিল। এই আইলাও বা লানচ্যাও ৰাজ্যাকে পংৰাজ্য বুলিও ভাবে। এই শ্যান জাতিৰ এটা ঠালে ইংৰাজী ৪৭ চনত চীন দেশক আক্ৰমণ কৰে। সেই যুদ্ধত শ্যানবিলাক ঘাটিলত য়ূনান প্ৰদেশত সিহঁতক শাসন-কৰ্ত্তা পাতি, এজন চীন কৰ্ম্মচাৰী থয়। ইংৰাজী ৭৮ চনত, য়ূনানৰ শ্যান জাতিৰ ৰজা লেইলোৱে চীন কৰ্ম্মচাৰীৰ বিপক্ষে বিদ্ৰোহ আচৰণ কৰাত চীনা আৰু তেওঁবিলাকৰ মাজত ঘোৰ যুদ্ধ হয় আৰু তেওঁলোক পৰাস্ত হয়। তেতিয়া তেওঁবিলাকৰ জাতিবোৰ আজিকালিৰ শ্যাম দেশলৈ ভাগি আহে। তালৈ আহি তেওঁবিলাকে আকৌ এটা ডাঙৰ জাতি গঠন কৰে আৰু ৬২৯ চনত 'নানস্থাও' বিশাল ৰাজ্য স্থাপন কৰে। চীন দেশৰ যুদ্ধৰ কাৰণেই সিহঁত য়ূনানৰপৰা উত্তৰ ব্ৰহ্মদেশ বা শ্যান দেশলৈ ভাগি অহা ধ্ৰুৰূপ কথা।

শ্যাম দেশৰ বুৰঞ্জীত লিখা আছে যে খৃষ্টীয় ৬ শতিকাৰ মাজভাগত দুই ভায়েক স্বৰ্গৰপৰা নামি আহে আৰু ঐৰাৱতী নদীৰ উপত্যকাত বসতি কৰেহি। তাত থাকি মানুহবিলাকে তেওঁবিলাক দুজনক ৰজা পাতি লয়। ৬ শতিকাত টাই জাতিৰ বহুত মানুহ য়ূনান প্ৰদেশৰপৰা ভাগি নানস্থাও বা স্বেলী উপত্যাকাত বসতি কৰেহি আৰু এই সূত্ৰে সেই উপত্যকা শ্যান ৰাজনৈতিক ক্ষমতাৰ কেন্দ্ৰ হৈ উঠে। বুৰঞ্জী আৰু আন আন চলিত কথাৰপৰা জনা যায় যে নানস্থাও প্ৰদেশ আৰু তাৰ ওচৰৰ ঠাইবিলাক যেনে, ভামো, সংমিত, চেনৱেই, এইবিলাকেই উত্তৰ ব্ৰহ্মাত শ্যান জাতিৰ প্ৰধান আবাসভূমি আছিল। নানস্থাওৰপৰা সিহঁত দক্ষিণ-পূব ফালে, শ্যান দেশত উত্তৰফালে, খামতি দেশত ঐৰাৱতী নৈৰ পূবফালে থকা সকলো দেশত অৰ্থাৎ চীনউইন, অসম আৰু

শ্যান এই ঠাইবিলাকৰ মাজত থকা দেশ ডোখৰত বিয়পি পৰে। ওপৰ মান দেশৰ শ্যানবিলাকেই টাই জাতিৰ অতি পুৰণি ঠাল বুলি চলি আহিছে আৰু আনবোৰ ঠালে এই ঠালক 'টাইলং' বা বৰটাই বুলি আহিছে আৰু নিজ নিজৰ ঠালক 'টাইলৈ' বা সৰু টাই বুলি আহিছে। শ্যাম দেশৰ শ্যানেও নিজক 'টাইলৈ' বুলি স্বীকাৰ কৰে। ইংৰাজী ১৪ শতিকাৰ আগেয়ে শ্যাম ৰাজ্য স্থাপিত হোৱা নাছিল। শ্যান দেশৰ বুৰঞ্জীবিদবিলাকে শ্যান জাতিটোক প্ৰধানকৈ চাৰিটা ঠালতে ভগাইছে—(১) উত্তৰ-পচিম ফালৰ ঠাল, (২) উত্তৰ-পূব ফালৰ ঠাল, (৩) পূবৰ ফালৰ ঠাল, (৪) দক্ষিণ ফালৰ ঠাল। পূব ফালৰ ঠালৰ এইকেইটা ঠেঙুলি—ছেলউইন নৈৰ ভিতৰত থকা শ্যান, লাও, শ্যানবিলাক। উত্তৰ-পশ্চিমৰ ঠালৰ ঠেঙুলি—মান দেশৰ উত্তৰফালৰ শ্যান জাতি, মণিপুৰ আৰু অসমলৈ অহা।

*                    *                    *

## কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা

প্ৰমত্তসিংহ ৰজাৰ দিনত, সকলোবিলাক ৰজাঘৰীয়া বিষয়াৰ ভিতৰত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা ক্ষমতাশালী হৈ উঠে। এওঁ এঘৰ কাঁড়ী আহোমৰ ঘৰৰ ল'ৰা আছিল, কিন্তু নিজৰ বুদ্ধিৰ বলত বৰবৰুৱাৰ নিচিনা ডাঙৰ পদবী পায়। তেওঁ এদিন কাঁড়ীৰ লেখ লোৱাত ১ পোৱা পাইক কম পোৱাত, কাকতীক সোধাত তেওঁ কবলৈ ভাল নেপালে যে হেৰোৱা পাইক পোৱা তেওঁ নিজেই আছিল। যেতিয়া অন্তত তেওঁ সেই কথা জানিলে, তেতিয়া তেওঁৰ নাম কাঁড়ীৰ তালিকাৰপৰা কটাই দিলে আৰু বুৰঞ্জীত সেইবোৰ কথা লিখা থাকিব পাৰে বুলি দেশৰ সকলোবোৰ বুৰঞ্জী গোটাই পুৰি পেলালে।

প্ৰমত্তসিংহৰ পুতেক দুজনা আছিল। ডাঙৰজনৰ নাম বৰগোহাঞি আৰু সৰুজন ৰাজেশ্বৰসিংহ। কীৰ্ত্তিচন্দ্ৰৰ ভাব বৰগোহাঞিৰ ওপৰত ভাল নাছিল। বৰগোহাঞি বৰ দুৰ্দ্দান্ত আছিল। প্ৰমত্তসিংহৰ বেমাৰ হোৱাত যেতিয়া বেজবৰুৱাই কলে যে ২।১ দিনৰ ভিতৰত ৰজাৰ কাল হব, তেতিয়া বৰবৰুৱাই ফাঁকি কৰি, বৰগোহাঞিক পূজা দিবৰ নিমিত্তে চৰাইদেওলৈ পঠালে। আৰু ৰাজেশ্বৰ সিংহক গোপনে কলে যে তেওঁ যেন ৰজা হবলৈ প্ৰস্তুত থাকে। বৰগোহাঞি বংপুৰৰপৰা আঁতৰি যোৱাৰ অলপ পিছতে ৰজাই প্ৰাণ এৰিলে। দস্তুৰ আছিল, এজনক ৰাজপাটত নবহুৱাই ৰজাৰ মৃত্যু ঘোষণা নকৰিছিল। লৰালৰিকৈ ৰাজেশ্বৰসিংহক গা-ধুৱাই সিংহাসনত তুলি বৰবৰুৱাই সেৱা কৰিলে আৰু তেওঁৰ অনুৰোধত আন তিনিজনা ডাঙৰীয়ায়ো সেৱা কৰিলে। ইপিনে

বৰবৰুৱাই বৰগোহাঞি ঘূৰি অহা মাত্ৰকে তেওঁক বন্দী কৰিবলৈ আদেশ প্ৰচাৰ কৰিলে। সেই অনুসাৰে বৰগোহাঞিক বন্দী কৰা হ'ল। কিছুমান দিন বন্দী কৰি থোৱাৰ পিছত তেওঁক মুক্ত কৰি দিয়াত বৰগোহাঞি মটক দেশলৈ গুচি মটকইতক আনি দেশ উচ্ছন্ন কৰিলে।

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা বৰ অত্যাচাৰী আছিল। তেওঁ অলপ কথাতে বহুত মানুহক প্ৰাণদণ্ড আৰু উৎকট শাস্তি দিয়াইছিল। তেওঁ ৰাজেশ্বৰ ৰজাৰ বৰ প্ৰিয়পাত্ৰ আছিল। তেওঁ এজন অতি উপযুক্ত কৰ্ম্মচাৰী আছিল। এদিন ৰজাৰ চ'ৰাত বৰবৰুৱালৈ বৰগোহাঞে তৰোৱাল মাৰি পঠিয়াইছিল। তাত তেওঁ অতি সাংঘাতিকৰূপে আহত হৈছিল। ৰজাই মনত বৰ কষ্ট পাইছিল। তেওঁ আদেশ কৰিলে, যি তেওঁক এমাহৰ ভিতৰত তেওঁৰ ৰাজচ'ৰাত বহা কৰি দিব পাৰে, তেওঁক বিশেষ পুৰস্কাৰ দিব। শূলপাণি পুৰণিখেলীয়া বৰুৱাই গাত ললে। কোনো বেজবৰুৱাই সাহ নকৰিলে। তেওঁ চিকিৎসা কৰি এমাহৰ ভিতৰত ভাল কৰাত তেওঁক এটা নতুন বিষয় সৃষ্টি কৰি তাৰ মৰ্য্যাদা সকলোবোৰ বিষয়াৰ ওপৰ কৰি দিলে। আগৰ ভড়ালীবৰুৱা বিষয়া আছিল, কিন্তু শূলপাণিক বৰভণ্ডাৰবৰুৱা বাব দিলে আৰু তামুলী ফুকন আৰু মজিন্দাৰ বৰুৱাতকৈয়ো কেইবা বিষয়ৰো ডাঙৰ মৰ্য্যাদা দিলে। তামুলী ফুকন বামুণ, মজিন্দাৰ বৰুৱা গণক আৰু বৰভণ্ডাৰ বৰুৱা বামুণ হ'ল। তেওঁ ৰজাক নজনাই পহিদোলা আৰু হাতীত উঠিব পাৰিছিল; কিন্তু তামুলী ফুকনে, মজিন্দাৰ বৰুৱাই জনাইহে দোলাত উঠিব পাৰিছিল, হাতীত উঠিবই নোৱাৰিছিল। কিন্তু মজিন্দাৰ বৰবৰুৱাৰ ঘৰে আৰু তামুলী ফুকনৰ ঘৰে ৰজাঘৰৰ ভোজৰ সিধা পাইছিল। বৰভণ্ডাৰবৰুৱাই এই মৰ্য্যাদা পোৱা নাছিল।

আগৰ দিনত দিহিঙ্গৰ গোসাঞিক বাপ বুলিছিল। এজন দিহিঙ্গৰ বাপ পুৰন্দৰ ৰজাৰ বৰ প্ৰিয় আছিল আৰু তেওঁক প্ৰকাশ্য সভাত কেপকৰাত বহুৱাই মান দিবৰ নিমিত্তে সকলোবোৰ ডাঙৰ বিষয়াক মাতিছিল। তেতিয়া ৰজা ভগা অৱস্থা। ইংৰাজ আহিছে। তামুলী ফুকনক ( কাশীনাথ ) মাতিবলৈ যোৱাত তেওঁ সুধিলে—কি সকামে মাতিছে। তেওঁ দিহিঙ্গৰ বাপক কেপকৰাত বহুৱাৰ বোলা শুনি কলে যে কেপকৰাতে কেপকৰাই আৰু যি কেপকৰাত বহুৱাৰ আৰু বহিব আৰু সেইবিলাকো কেপকৰা। পূৰ্ব্বে ৰজাত আৰু তিনি ডাঙৰীয়াত বাজে কেপকৰাত কোনো বহিব নোৱাৰিছিল। বহুত বিষয়া যদিও নগল, তথাপি ৰজাই তেওঁক সভাত কেপকৰাত বহুৱালে।

পৰ্ব্বতীয়া গোসাঞিৰ পুতেক ৰমানন্দ তৰ্কালঙ্কাৰ আছিল। তেওঁ খোৰা আছিল বাবে খোৰা গোসাঞি বুলিছিল। কীৰ্ত্তিচন্দ্ৰ দিহিঙ্গৰ শিষ্য আছিল। এদিন খোৰা গোসাঞি ৰজাৰ ঘৰলৈ যাওঁতে চ'ৰাৰ মুখত বহি দোলাৰপৰা নামি বৰচ'ৰাৰ ভিতৰে ঘোঁৰাৰে গৈছিল। এইটো বিশেষ মৰ্য্যাদা। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা চ'ৰাত বহি আছিল। গোসাঞি ঘোঁৰাৰে যোৱা দেখি তেওঁৰ তেজ দেখি ঠিয় হ'ল আৰু হাতযোৰ কৰি প্ৰণাম কৰিলে। তেওঁ যোৱাৰ পাছত কলে যে "এইজন গোসাঞে একঠা চাউল খাব। বাপেকৰ দিনত মই বহিয়েই সেৱা জনাইছিলোঁ। এওঁক দেখি মুঠি নোৱাৰিলোঁ।" তেওঁ পেটে পেটে শাক্ত গোসাঞিক ঘিণাইছিল। তথাপি তেজ দেখি মান. নকৰি নোৱাৰিলে। পূৰ্ণানন্দ বুঢ়াগোহাঞি তেওঁৰ কালত এজন অতি বিচক্ষণ মন্ত্ৰী আছিল আৰু সৰ্ব্বেসৰ্ব্বা আছিল। তেওঁ এজন সন্ন্যাসীৰ ওপৰত বিতুষ্ট হৈ তেওঁক এবছৰ লোৱা লগাই বন্দী কৰি সদৰ দৰজাৰ ওচৰত থৈ দিছিল। পিছে তেওঁৰ ভায়েক দোলাকাষৰীয়া বৰুৱাৰ অনুৰোধত তেওঁক মুক্তি দিলে। সন্ন্যাসীয়ে বুঢ়াগোহাঞিক শাপ দিলে যে "বিনা দোষত মোক যেনে এবছৰ বন্দী কৰি ৰাখিলা, তুমিও দুই বছৰ বন্দী হৈ থাকিবা।" তাৰ কিছুদিন পাছতে বুঢ়াগোহাঞিৰ বাত ব্যাধি হৈ দুই বছৰ একেবাৰেই শয্যাগত আছিল।

দিহিঙ্গৰ বাপৰ শিষ্য এটাইবোৰেই কৈৱৰ্ত্ত আৰু হাড়ী। মজিন্দাৰ কাকতীৰ ঘৰ শিষ্য হয় এইদৰে। তেওঁবিলাকৰ এজন ৰজাৰ দণ্ডত পৰিছিল। হাতীশালত বন্দী আছিল। তাৰ কাষেৰে দিহিঙ্গৰ বাপ যাওঁতে মজিন্দাৰে ভক্তিভাৱে বন্দীশালৰেপৰা গোসাঞিক সেৱা জনালে। গোসাঞি সন্তুষ্ট হৈ ৰজাক জনাই তেওঁক মুক্তি দিলে। তেতিয়াৰপৰা তেওঁবিলাকৰ ঘৰ দিহিঙ্গৰ শিষ্য হয়। দিহিঙ্গ সত্ৰ হেঙ্গুলীয়া যদুমণিয়ে স্থাপন কৰে, তেওঁ গোপাল আতাৰ শিষ্য আছিল। মটকৰ অনিৰুদ্ধও গোপাল আতাৰে শিষ্য আছিল।

**জভা-কটা ৰণ।** ৺ৰুদ্ৰসিংহ স্বৰ্গদেওৰ দিনত জয়ন্তা আৰু কছাৰী দেশ মাৰি, এই দুখন দেশ আমাৰ কৰতলীয়া কৰি লোৱাৰপৰাই ওচৰ-চুবুৰীয়া দেশবিলাকে আমাৰ দেশক ভয় কৰা হ'ল আৰু বিপদে-আপদে আমাক আপাহ কৰা হ'ল। যেতিয়া মানদেশৰ ৰজাই ১৬৯০ শকত মগলু দেশ মাৰিলেহি, তেতিয়া মগলুৰ ৰজা জয়সিংহ ভাগি আহি কছাৰীৰ খাচপুৰ নগৰত ৰ'ল আৰু কছাৰী ৰজাৰ লগত আলচ কৰি তলে তলে আমাৰ দেশলৈ কটকী পঠিয়াই সহায় খুজিলে। আমাৰ বিচক্ষণ মন্ত্ৰী কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই দেখিলে যে এই ছলতে মণিপুৰ

ৰাজ্যতো আমাৰ প্ৰভাৱ বিস্তাৰ কৰিব পাৰিলে, দক্ষিণফালে থকা এটাইকেইখন দেশতেই আমাৰ প্ৰতিপত্তি বাঢ়িব। মণিপুৰৰ ৰজা আৰু কছাৰী ৰজা দুইকো মাতি পঠালে। তেওঁবিলাক খাচপুৰৰপৰা, নগাৰঁৰ ৰহা-চকীয়ে আহি কলঙ্গ সোমাই ব্ৰহ্মপুত্ৰেদি উজাই ৰংপুৰ পালেহি। মণিপুৰৰ ৰজাই আমাৰ ৰজালৈ, তেওঁৰ ভনীয়েক কুৰঙ্গনয়নী আইদেওক বিবাহ দিবৰ প্ৰস্তাৱ কৰিলে আৰু ৰাজেশ্বৰ সিংহই কীৰ্ত্তিচন্দ্ৰৰ পৰামৰ্শমতে এই বিবাহত আনন্দেৰে মত দিলে আৰু ব্ৰহ্মা-ৰজাৰপৰা তেওঁৰ ৰাজ্য উদ্ধাৰ কৰি দিবলৈ গাত ললে। দুৱৰা বৰফুকনৰ দুৱলীয়া ফুকন হৰনাথক সেনাপতি পাতি ৪০,০০০ সেনা লগত দি মণিপুৰীয়া ৰজাক পঠাই দিলে। মণিপুৰীয়া ৰজাই বাট দেখুৱাই নিবলৈ গাত ললে।

* * *

**এটি ঘটনা।** কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জীত লেখিছে "১৪৮৪ শঁকত চিলাৰাই জুধলৈ আহিলত বামুণ নেমাৰে হেনজানি ; অনেক শূদ্ৰক লগুণ পিন্ধাই ৰণৰ আগত দিয়াত, বামুণ দেখি চিলাৰাই হুহকি গ'ল। পাচে এইৰূপ চল কৰিলে বুলি শুনি ১৪৮৫ শঁকত আকৌ চিলাৰায় আহিলত আমাৰ দেওৰজা সহিতে প্ৰথম যুদ্ধ হ'ল।" গুণাভিৰাম বৰুৱায়ো প্ৰায় প্ৰতি কথায় ইয়াকে নকল কৰিছে। তামুলী ফুকনৰ মতে এই যুদ্ধৰ কাৰণ "পূৰ্ব্বে কোছানৰ বিশ্বসিংহে আশ্ৰয় লোৱাৰেপৰা বছৰি মানুহ পঠাই দ্ৰব্যজাত দি আছিলে। পৰে সেয়ে কম হবৰ দেখি অৱহেলা হেন বুজি শুধি পঠালত, লাজ পাই অসমৰ কৰতলীয়া নামটো গুচা বুলি পুতেক চিলাৰাইও কলে।" গুণাভিৰাম বৰুৱাই কোনো কাৰণ উল্লেখ কৰা নাই।

মিঃ গেইট ছাহাবে তেওঁৰ 'কামৰূপৰ কোছৰজা' পুথিত কয় যে বিশ্বসিংহ অহম ৰজাৰ লগত যুদ্ধত পৰাস্ত হৈ উভতি আহিব লগাত পৰিছিল, পিছে নৰনাৰায়ণ ৰজা হৈ ৰাজ্য প্ৰসাৰণৰ চেষ্টা কৰি পিতাকৰ পদ অনুসৰণ কৰি অহোম ৰাজ্য আক্ৰমণ কৰে।

আমি কোচবেহাৰৰ এখন বন্তুকলীয়া সাঁচিপাতৰ পুথিত পাইছোঁ— যুদ্ধৰ কাৰণ, ভ্ৰমৰা কুণ্ডত কোচবেহাৰৰ ৩ জনা কোঁৱৰ ৰামচন্দ্ৰ, দীপসিং আৰু হেমধৰ স্নান কৰিবলৈ যাওঁতে অসমীয়া মানুহ কাটিলে। নৰনাৰায়ণ ৰজাই ইয়াতে আহোম ৰজাৰ অভিপ্ৰায় বুজিবলৈ তুলমাল দি উকীল পঠোৱাত, সিহঁতৰ উকীলৰ বৰ অপমান কৰা হয়। তাতে নৰনাৰায়ণে যুদ্ধ কৰিবৰ মনেৰে গোহাঞিকমলক আলি এটা বন্ধাবলৈ কয়। সেই অনুসাৰে গোহাঞি-

কমলে যি আলি বন্ধায় এতিয়াও সি তেওঁৰ নামে খ্যাত হৈ আছে। নৰনাৰায়ণ, চিলাৰায় ছুয়ো যুদ্ধলৈ ওলায়; চিলাৰায় ভটিয়াই যায়, আৰু নৰনাৰায়ণ উজাই আহে।

# চুকাফা

## *পুথি—চানটাইখা চুকাফাৰ বুৰঞ্জী*

**( ১১৫১ শকৰপৰা ৩৯ বছৰ ৪ মাহ ১৫ দিন খৃষ্টীয় ১২২৮–১২৬৮ শক )**

চানটাইখা, খুমকুম, চানটাইফা আৰু চানটাইপ্লুং—এই কেইজন ৰজাই একাদিক্ৰমে মুংলিন দেশত ৰাজত্ব কৰিছিল। শেষ ৰজা চানটাই প্লুংঅৰ তিনিজন পুতেক আৰু এজনী জীয়েক হয়। যেতিয়া চানটাই প্লুংঅৰ মৃত্যু হয়, তেতিয়া তেওঁ তেওঁৰ ৰাজ্য তিনি পুতেকৰ ভিতৰত ভগাই দিয়ে। তিনি পুতেকৰ ভিতৰত পামিও প্লুং বৰ পৰাক্ৰমী হৈ উঠে আৰু মুংফাগুণলৈকে নিজ ৰাজত্ব বিস্তাৰ কৰে। পামিও প্লুঙ্গে নিৰাপদে ৰাজত্ব ভোগ কৰি আছে এনেতে এজন চাউলংটাংটাইফা নামে বীৰ পুৰুষে মুংখা মুঙ্গা দেশৰপৰা আহি মুংফাগুণত স্থিতি হয়হি। তেওঁ বৰ যোদ্ধা আছিল আৰু ওচৰ-চুবুৰীয়া সকলো ৰজাই তেওঁলৈ ভয় কৰিছিল। পামিও প্লুঙ্গে তেওঁৰ পৰাক্ৰম দেখি তেওঁৰ লগত সন্ধি কৰি নিজৰ ভনীয়েকক তেওঁত বিবাহ দিয়ে। এই বিবাহৰ ফল, পামিও প্লুঙ্গৰ ভনীয়েকৰ গৰ্ভত সেই বীৰ পুৰুষৰ এটি সন্তান জন্মে; তেওঁৰ নাম চুকাফা। পামিও প্লুঙ্গৰ নিজৰ ল'ৰা নোহোৱাত ভাগিনীয়েক চুকাফাকে তেওঁৰ ৰাজ্যৰ ভৱিষ্যত উত্তৰাধিকাৰী বুলি স্থিৰ কৰিছিল। কিন্তু এনেতে তেওঁৰ ঘৈণীয়েক সগৰ্ভা হৈ কালত এটি পুত্ৰ প্ৰসৱ কৰিলে; তেওঁৰে নাম চুখানফা। পামিও প্লুঙ্গৰ ল'ৰা হ'লত, তেওঁৰ সিংহাসনত চুকাফাৰ আশা নাই দেখি তেওঁ পশ্চিমৰফালে লগত বহুত সৈন্য-সামন্ত লৈ যাত্ৰা কৰে আৰু বহুত নদী পৰ্ব্বত অতিক্ৰম কৰি আৰু বাটত অনেক নগা গাওঁ মাৰি সোমাৰ দেশত সোমাই তাতে ৰাজ্য স্থাপন কৰে।

* * *

অসম দেশত আহোম ৰজাবিলাকৰ ভিতৰত চুকাফাই প্ৰথম ৰজা। আচলতে তেৱেঁই পোন প্ৰথমতে এই দেশত আহোম ৰাজত্বৰ খুটি পোতে।

নড়া ৰজাৰ দুজনী ভনীয়েক আছিল। বাপেকৰ ঘৰতে এক ভনীয়েকত চুক্ৰানফা আৰু এক ভনীয়েকত চুকাফা জন্মিল।* চুকাফাৰ জন্ম শক ১১৪৯। তেওঁক আনায়েকে অর্থাৎ······তুলি-তালি ডাঙৰ কৰিলে। দুইৰো বাপেক মৰিল। তেওঁবিলাকৰ মোমায়েক নড়া ৰজাও সেই সময়তে মৰিল। চুক্ৰান্‌ফা মোমায়েকৰ পুত্ৰ নথকাত, নড়া দেশতে ৰজা হ'ল। আনায়েকে চুকাফাৰ লগত আলচি কলে যে "একে হাবিতে দুটা মতা হাতী বা বাঘ নাথাকে আৰু এটা পাটতে দুটা ৰজাও নাথাকে, হেন জানি তই আন এখন দেশত গৈ ৰজা হগৈ।" এই কথা চুক্ৰান্‌ফাৰ লগতো আলচ কৰি চুকাফাই কলে বোলে মই নামনি ৰাজ্যলৈ যাওঁ তুমি ইয়াতে ৰজা হৈ থাকা। চুক্ৰান্‌ফাই এই কথাত ভৰ দিলে আৰু আৰু বছৰি তেওঁক ধন দি থাকিবলৈ কৈ লগত ৩৬০টা মানুহ দিলে। ডাঙৰীয়াবোৰৰো ল'ৰা লগত দিলে। ৰাজ-অলঙ্কাৰ, কড়ি, ধনু, যৰ, জাঠি আদি অস্ত্ৰ দিলে, হাতী দুটা ঘোঁৰা ৩০টা দিলে আৰু আহোম শাস্ত্ৰ আৰু পণ্ডিতকো দিলে। আনায়েকেও কিছুমান ৰাজ-অলঙ্কাৰ দিলে, আৰু সেই দেশৰ পূজা কৰা প্ৰধান দেৱতা চেঙ্গচোমদেওকো লুকাই দিলে—তাৰ ঠাইত একে চানেকিৰে শিল থৈ। এই দেৱতা যি ঠাইত থাকে সেই ঠাইত সদায় ৰাজলক্ষ্মী বাস কৰে আৰু মাৰি-মৰক নহয় বুলি বিশ্বাস কৰে। ককায়েক চুক্ৰান্‌ফাক মাত-বোল লগাই আহিল আৰু চুক্ৰান্‌ফা ৰজাই ৪ দাঁড় মান বেলিৰ বাটত আগবঢ়াই থলেহি।

তাৰ পাছত আৰু ১২০টা মানুহ পলাই আহি চুকাফাৰ লগ ললেহি। মুঠতে তেওঁৰ লগত ৪৮০টা মানুহ হ'ল। এই মানুহবোৰ ১০।১২ জনকৈ জুম পাতি আহিছিল আৰু প্ৰতি তিনিজনে একোটা টেকেলিত ভাত ৰান্ধি খাইছিল। এইদৰে নড়া দেশ এৰি দহ দিনৰ বাট সুস্থিৰ মতেই আহিল। ১১৬৯ শকত চুক্ৰান্‌ফা ৰজাৰ অভিষেক হয়। চোমদেৱৰ পূজা কৰিবলৈ যাওঁতে দেখে যে চোম নহয় আন শিলহে। তেতিয়াই চোমদেওক চুকাফাই আঁৰকৈ নিলে বুলি জানিলে আৰু চোমদেও ওলোটাই নিবলৈ মানুহ পঠালে। চুকাফাই এই কথাৰ গম পাই পলাই আহি কাক মেগেনা কাটি ভূৰ বান্ধি লুইত (?) পাৰ হওঁতে ৰিণিকি ৰিণিকি দেখিলে যে চুকাফা নদী পাৰ হৈ গ'ল। তাৰপৰা নড়া ৰজাৰ মানুহ উলটি গ'ল।

---

* এই লেখকৰ আন এটি টোকাত লিখা আছে—নৰা ৰজাৰ ভনীয়েক নাংনাম আম্রপৰ গৰ্ভত দেৱবীৰ্য্যে (?) চুকাফাৰ জন্ম হ'ল।

চুকাফা ৰজাই অনেক ঠাই ফুৰি বিস্তৰ নগাৰ গাওঁ মাৰি বশকৈ ললে। যুঁজত যিবোৰ নগা বন্দী কৰে সিহঁতক কাটি মঙহ শুকাই আনবোৰক বলেৰে খুৱায়। এইদৰে নগা গাওঁ মাৰি মাৰি খামজাং পালেহি। তাতে লগত অহা মানুহৰ লেখ কৰি পালে ৬টা মৰিল আৰু ৭টা হেৰাল। তেতিয়া চুকাফাই কলে বোলে যেতিয়া যি কথা হয়, যি মৰে, যাক পাওঁ, সকলো কথা পণ্ডিতে লেখি ৰাখিব। তেতিয়াৰপৰাহে এই দেশৰ বুৰঞ্জী লিখা দস্তুৰ চলিল। চুকাফা ৰজাই নডা দেশ ১১৬৯ শঁকত এৰি আহে, তেতিয়া তেওঁৰ বয়স ২০ বছৰ মাথোন। খামজাঙ্গত কংচুংমুং বৰুৱাক থৈ চুকাফা ভটিয়াই আহি থাকিল। বাটত আহোতে যাকে যতে পায় তাক হাতকৈ লগত লৈ আহিবলৈ ধৰিলে। এইদৰে তেওঁৰ লগত নড়া দেশৰপৰা অহা মানুহত ছেৱায়ো মৰাণ, কছাৰী, বৰাহী, এনে মানুহ বিস্তৰ গোট খালে। এইদৰে আহোঁতে এঠাইত এমখা কছাৰী পাই সুধিলে বোলে তহঁত কৰ মানুহ। সিহঁতে সেই ঠাইত অনেক দিনৰপৰা আছে। সিহঁতে কলে বোলে আমি বুপা-আতাৰপৰা শুনিছো যে আমাৰ ৰজা মহঙ্গৰপৰা আহোতে ৰজাৰে ঘৰ নাই আমি কলৈ যাম এইবুলি ইয়াতে থাকিলো। আমাৰ ৰজা মহঙ্গত আছিল। পাছে নগাই বোলে মহঙ্গ আমাৰ আৰু আমাৰ ৰজাই বোলে মহঙ্গ আমাৰ। এনে বাদ লাগিলত নগাই এই বুলি কথা বান্ধিলে বোলে যি হাবিৰ গছৰপৰা একে আজোৰে বেত আজুৰি এৰুৱাব আৰু একে ঘাৱে ম'হৰ সিং আৰু শিল কাটিব পাৰিব মহঙ্গ সেয়ে পাব। যদি দুয়োতে নোৱাৰে বা দুয়ো পাৰে তেতিয়া দুয়ো বাটি খাব। পাছে আনেকো দিনা নগাই বেতকো টানি উলিয়ালে আৰু ম'হৰ শিং শিলকো একে ঘায়ে কাটিলে, কছাৰীয়ে নোৱাৰিলে। কথা ৰাখি কছাৰী ৰজাই মহঙ্গ এৰি দি আহি দিখৌ কোখত আছেগৈ। চুকাফা ৰজাৰ লগৰ মানুহে সুধিলে যে ম'হৰ শিং আৰু শিল কিহবাৰে আঁৰ কৰিছিল নে? সিহঁত কলে বোলে কৌ পাতেৰে ঢাকি বান্ধি আঁৰ কৰিছিল' তেতিয়া আহোমে কলে, বুজিলো। মৰা শিল আনিছিল আৰু শিং সজাই কোমলকৈ আনিছিল আৰু বেতকো আগেয়ে গছত উঠি সুত নথছকা কোটালি থৈছিল। আহোমে তেতিয়া ভালকৈ বুজিলে যে কছাৰী কিমান বুধিয়ক আৰু সিহঁতক আমিও খেদিব পাৰিম বুলি কলে। সেই কছাৰী মখাকো লগত লৈ টিপাম, নামৰূপ, উত্তৰ দক্ষিণ ঠাই চাই ফুৰিলে।

# দিহিঙ্গীয়া ৰজা

## ( চুকং ১৩৯০ শক )

এইজন ৰজাই মৰাণ চুতীয়াক মাৰি ৰাজ্য বিস্তাৰ কৰিলে। তেওঁৰ দিনত কছাৰী ৰজাৰ লগত বৰ ডাঙৰ যুদ্ধ লাগে আৰু সেই যুদ্ধত আমাৰ ফালে সেনাপতি আছিল কনচেং বৰপাত্র গোহাঞি।

( বৰাহী বা কছাৰী ৰজা )

বীৰহাস। ১১৬০ শক
|
বিচাৰপতিফা। ১১ ০
|
বিক্রমাদিত্যফা। ১২২০
|
মহামাণিক্যফা। ১২৫০
মাধৱকন্দলী।
|
মাণিক্যফা। ১২৮০

লাব্‌ফা। ১৩১০
|
খোৰমফা। ১৩৪০
|
ডেৰচোংফা। ১৩৭০ (?)
১৩৯৫
|
নির্ভয়নাৰায়ণ।
|
দুর্ল্লভনাৰায়ণ।
|
মেঘনাৰায়ণ।
|
যশনাৰায়ণ, শত্রুদমন আৰু
প্রতাপনাৰায়ণ।
|
নৰনাৰায়ণ।
|
ভীমদর্পনাৰায়ণ।
|
বীৰদর্পনাৰয়ণ।
|
গৰুড়ধ্বজ।
|
মকৰধ্বজ।
|
উদয়াদিত্য।
|
তাম্রধ্বজ।

এখন বুৰঞ্জীমতে কছাৰীৰ আদি ৰজা বীৰহাস আছিল। তেওঁ অপুত্রক আছিল। এটি তোলনীয়া নৰাক ৰজা পাতি তেওঁৰ নাম দিয়ে বিচাৰপতিফা।

অনেক বিচাৰ কৰি অনা বাবে তেওঁৰ এই নাম থলে। বিচাৰপতিৰ পুত্ৰ বিক্ৰমাদিত্যফা তেওঁৰ পাছত ৰজা হৈ নামচাঙ্গ বৰহাট পৰ্য্যন্ত সীমা কৰি ৰাজ্য বিস্তাৰ কৰিলে। এওঁ বহুত দিন ৰাজ্য ভোগ কৰিলে। তেওঁ সোণৰ দশভূজা মূৰ্ত্তি কৰাই দেৱালয় থাপি সোণাপুৰ নাম থলে। সেই ঠাইক এতিয়াও সোণাপুৰ বোলে। আৰু সুবৰ্ণৰ বাণেশ্বৰ মূৰ্ত্তি কৰি দেৱালয় থাপি বাণপুৰ নাম থলে। সেই ঠাইক এতিয়াও বাণপুৰ বোলে। তাতে বিক্ৰমাদিত্য নগৰ বন্ধাই পুখুৰী খনাই ৰাজধানী পাতি থাকিল। পাছে তেওঁৰ পুতেক মহামাণিক্যফাক তাতে থৈ নগা মৰাণক মাৰি-কাটি বশ কৰি বিক্ৰমাদিত্য লক্ষ্মীন্দ্ৰপুৰক আহি তাতে ৰজা হৈ থাকিল। বিক্ৰমাদিত্য মৰাৰ পিছত তেওঁৰ পুতেক মহামাণিক্যফাই তেওঁৰ পুতেক মাণিক্যফাক লক্ষ্মীন্দ্ৰপুৰত থৈ পাটহেড়ম্বত ৰজা লৈ ৰ'লহি। মহামাণিক্যফা মৰিলত তেওঁৰ পুতেক মাণিকফা লক্ষ্মীন্দ্ৰপুৰতে থাকিল আৰু হেড়ম্বত তেওঁৰ পুতেক লাব্‌ফাক ৰজা পাতিলে। মাণিকফা মৰিলত লাব্‌ফা হেড়ম্বলৈ আহিল আৰু তেওঁৰ পুতেক খোৰাম্‌ফাক লক্ষ্মীন্দ্ৰপুৰত ৰজা পাতিলে। পিছে লাব্‌ফা মৰিলত খোৰাম্ফাৰ পুতেক ডেৰচোংফা হেড়ম্বত ৰজা হ'ল আৰু বাপেক খোৰাংফা লক্ষ্মীন্দ্ৰপুৰতে ৰজা হৈ থাকিল। এই ডেৰচোংফা ৰজাৰ দিনতে আমাৰ দিহিঙ্গীয়া ৰজাৰ লগত ১৩৯৫ শঁকত যুজ লাগে।

**কছাৰী ৰণ।** চুপ্লিং ৰজাৰ দিনত কছাৰী নামচাঙ্গ মহঙ্গ পৰ্য্যন্ত কচাৰীৰ ৰাজ্য আছিল। পিছে চুপ্লিং ৰজাৰ দিনত কছাৰীক যুদ্ধ কৰি নামচাঙ্গ আৰু মহঙ্গ মাৰি কছাৰীক খেদি নি নিঙনা পৰ্য্যন্ত ললে।

তেওঁৰ পিছত দিহিঙ্গীয়া ৰজা হৈ প্ৰথমতে দিখৌ পৰ্য্যন্ত ৰাজ্য ললে। দিখৌৰ পূব পাৰে আহোম আৰু পশ্চিম পাৰে কছাৰী ৰাজ্য হ'ল। এই ৰণত আমাৰ সেনাপতি কনচেং বৰপাত্ৰ আছিল। কিছুদিন দিখৌ নদীয়েই ৰাজ্যৰ সীমা আছিল। তাৰ পাছত কছাৰীক যুদ্ধত হৰুৱাই আমাৰ ৰজাই নামডাং পৰ্য্যন্ত ললে। তেতিয়াই সোণাপুৰ আৰু বাণপুৰৰ মূৰ্ত্তি আমাৰ ৰজাৰ হাতত পৰিল। কনচেঙ্গে নামডাঙৰপৰা শিলপুখুৰীলৈ, আকৌ তাৰপৰা গাভৰু পৰ্ব্বতলৈ, তাৰ কিছুদিন পাছে শিতল নেঘেৰী মাৰি ললে। শিতল নেঘেৰীৰ-পৰা কছাৰীক খেদিব নোৱাৰা হ'ল।

আমাৰ ৰজাই বলেৰে কছাৰীক নোৱাৰি ছলেৰে জিকিবলৈ চালে। কছাৰী ৰজা ডেৰচোঙলৈ এইবুলি চিঠি দিলে "তুমি আমি মিছা কন্দল কিসক

কৰোঁ। দেৱতাৰ ঠাইত বলি দে আমিও বলি দিওঁ। যাৰ বলি দেৱতাই লয় তাৰ ৰাজ্য।" কছাৰী ৰজাই এই প্ৰস্তাৱত সম্মতি দিলত ত্বুয়ো ৰজাই দেৱৰ গাৱঁৰ দেৱালয়লৈ বলি দিলে। আমাৰ বলি এক ঘাপে কাটিলে, কছাৰীৰ বলি একে ঘাপে নিছিগিল। তাৰ পাছত কছাৰীয়ে দেৱৰ গাওঁ আৰু ধনশিৰি সীমা কৰি ৰাজ্য আহোমক এৰি দিলে। ধনশিৰিয়েই ত্বুয়ো ৰাজ্যৰ সীমা হয়। এইদৰে কিছুদিন আছে, কছাৰী তেতিয়া মৰঙ্গিত আছে। স্বৰ্গদেৱে মৰঙ্গিৰপৰাও কছাৰীক খেদিবলৈ আজ্ঞা কৰিলে। কনচেং পাত্ৰই আকৌ বুধি ছলনাৰে কছাৰীক ছলিবলৈ উপায় ভাবিলে। এইবাৰ কছাৰী ৰজালৈ মানুহ পঠিয়াই কোৱালে যে মৰঙ্গি আমাক এৰি দিয়ক। তেওঁ প্ৰস্তাৱ কৰিলে যে পৰ্ব্বতৰ ওপৰত ত্বুয়ো ৰজাৰ ফালৰপৰা তুটা পুখুৰী খনা হওক। যাৰ পুখুৰীতে আগেয়ে পানী ওলায় তাৰ ৰাজ্য হ'ব। পুখুৰী খনা হ'ল কিন্তু কাৰো পুখুৰীত পানী নোলাল। কনচেং পাত্ৰই বুধি কৰি ৰাতিৰ ভিতৰতে অনেক মানুহ লগাই কাকবাহৰ চুঙাৰে পানী অনাই পুখুৰী পূৰ কৰি থোৱালে। পুৱা কছাৰীয়ে আমাৰ খনোৱা পুখুৰীত পানী দেখিলে আৰু দেৱধ্বনি শুনিলে যে, আহোমক ৰাজ্য এৰি দে। এই তুই কথাত কছাৰীয়ে বিশ্বাস কৰি মৰঙ্গি আমাক এৰি দিলে। এজোপা ডাঙৰ গছৰ খোৰোঙত মানুহ থোৱাই তাৰ হতুৱাই দৈৱবাণী কৰোৱা হৈছিল। তেতিয়ালৈকে খোৰাম্‌ফাই কছাৰীৰ ৰজা আছিল। তাৰ পাছত তেওঁৰ পুতেক ডেৰচোংফা ৰজা হৈ ডিমাপুৰত আছিল। ডেৰচোংফা ৰজা হৈ প্ৰস্তাৱ কৰি পঠালে যে আমি আকৌ কছাৰীক ধনশিৰি পৰ্য্যন্ত এৰি দিওঁহঁক। তেতিয়া হলে আৰু তুই দলৰ ভিতৰত যুঁজ নেলাগে। এই প্ৰস্তাৱত আমাৰ ৰজা সন্মত নহৈ কছাৰীৰ লগত যুদ্ধ কৰিবলৈ সষ্টম হয়। এইখন বৰ ডাঙৰ যুদ্ধ। যুদ্ধ অবিশ্ৰান্ত তিনিমাহ হ'ল আৰু ত্বুয়োফালৰ অনেক লোকজন পৰিল। কাৰো জয় পৰাজয় নহয় দেখি স্বৰ্গদেৱে দেওধাই বাইলুঙ্গক কুকুৰা ঠেং পাতি মঙ্গল চাবলৈ কলে। মঙ্গলত পালে যে ফ্ৰাচেঙমুন সেনাপতি হৈ যুদ্ধ কৰিলেহে যুঁজ জিকিব। দেওধাই বাইলুঙ্গে কলে যে মঙ্গলত এই হৈছে—কছাৰী ৰজা হৈছে মাছ, আমাৰ গোহাঞি হৈছে জাল, আৰু এখন মঙ্গলত সিহঁত হৈছে পহু, গোহাঞি হৈছে বাঘ। ফ্ৰাচেংমুনক সদিয়াত চুতীয়া মাৰিবলৈ পঠাইছিল। তাত কোনো কথাত ৰজাই তেওঁক ভাল পোৱা নাছিল। মঙ্গলত তেওঁৰ নাম উঠাত ৰজাই মনত ভাল নেপালে আৰু কলে, "ছিঃ যাৰ নাম নুশুনিম তাৰেহে

ভাল ওলায়।" এইবুলি খাব খোজা মুখৰ তামোল থুতকুৰিয়াই পেলালে আৰু হাতৰ পাণকো আচাৰি পেলাই ভিতৰ সোমালগৈ। পিছত ভাবি-চিন্তি চাই ফ্ৰাচেংমুন বৰগোহাঞিক আনিবলৈ মানুহ পাচিলে। তেওঁ স্বৰ্গদেৱক সেৱা কৰি কলে, "আজিহে মোৰ ৰাতি পুৱাল!" স্বৰ্গদেৱে কলে—"আজি তোমাক সেনাপতি পাতিলোঁ। উপায় কৰি কছাৰীক মাৰি খেদিব লাগে। ৰাজকাৰ্য্য কাম তোমালোকৰহে। মই চাই থাকোঁতাহে। কোনোখান বচন বাক্য বোলা যায়, কোনো কথাত থাকি তাক মনত কৰিব লগা নহয়। এতেকে কাৰ্য্য-কাম যিৰূপে ভাল হয় তাক চিন্তি দেশ-দেশান্তৰলৈকে যিৰূপে যশস্যা কীৰ্ত্তি যায় তাকে কৰিব লাগে।" এইবুলি হাচটি উবুৰিয়াই তামোল-পাণ দি বঁটা দি, বিদায় দিলে। গোসাঞে 'সাত সেৱা' কৰি গ'ল।

ফ্ৰাচেংমুনে প্ৰথমতে ধনশিৰিত দলং বন্ধালে। দলঙেদি আমাৰ সকলো মানুহ পাৰ কৰিলে। ৰজা থাকিবৰ নিমিত্তে ধনশিৰিৰ সিপাৰে ৰজাৰ বাহৰ কৰাই তালৈকে ৰজাক নিলে। ফ্ৰাচেংমুনে আমাৰ সেনাবিলাকক তিনি ফৌজ কৰিলে। প্ৰথম দিনৰ যুঁজতে কছাৰীৰ চকী মাৰিলেগৈ। কছাৰীও সষ্টম হৈ আছিল। দুয়োদলৰ ভিতৰত বৰ ডাঙৰ যুদ্ধ হ'ল। কছাৰীৰ বৰ-খুংডাং অৰ্থাৎ সেনাপতি (?) পৰিল, বৰ'চটিয়া পৰিল। আমাৰ সেনাপতি ফ্ৰাংচেংমুনৰ প্ৰতাপ দেখি কছাৰীয়ে তবধ মানিলে। কছাৰীয়েও তিনি ফৌজ হৈ যুজ কৰিছিল। সাতদিন অবিৰাম যুঁজ হয়, কছাৰীৰ অনেক সেনা ক্ষয় হয়। কছাৰীয়ে ফ্ৰাংচেংমুনৰ বল-বুধিক অনেক প্ৰশংসা কৰিলে। আকৌ ৪ দিন যুজ হয়; পাছে ফ্ৰাচেংমুনে পিছ ভেটা দি ৰজাৰ সৈতে যুদ্ধ কৰিলে। কছাৰী ৰজাই যুদ্ধত বলে নোৱাৰি হাবিত সোমালগৈ। ডেৰচোংফা ৰজাৰ লগত গদমা কুঁৱৰী আৰু মদন কোঁৱৰ আছিল। আমাৰ সেনাই তিনিওকো হাবিত খেদি ধৰিলেগৈ আৰু ১৪০৮ শকত ডেৰচোংফা ৰজাক পাছৰপৰা বৰ্চ্চা মাৰি খুচি মাৰিলে। কুঁৱৰী আৰু কোঁৱৰক ৰাখি গোহাঞিত জনালেহি। গোহাঞে ৰজাত জনালে। স্বৰ্গদেৱে এই জয়ৰ বাতৰি পাই জয়বাদ্য কৰিব দিলে আৰু গোহাঞিক বিজয় বঁটা দিলে আৰু খোৱা কুকুৰাচোৱাক পঠাই কোঁৱৰক আৰু কুঁৱৰীক অনালে। কুঁৱৰীক চাঙ্গলৈ নি কুঁৱৰী পাতি ৰাখিলে।

এই যুদ্ধৰ পাছত স্বৰ্গদেও ছয়মাহ মৰঙ্গিতে মাছ পহু মাৰি ৰঙ্গ-আনন্দ কৰি আছে। ইপিনে মানুহবিলাকৰো নৰীয়া হবলৈ ধৰিলে, খোৱা-বোৱাৰো কষ্ট হল; ইপিনে শত্ৰুৰ মাজ, কেতিয়া কি হয় তাৰ ঠিক নাই; এইবুলি

ফ্ৰাচেংমুন বৰগোহাঞি, খাম্পেত বুঢ়াগোহাঞি আৰু কনচেং বৰপাত্ৰ-গোহাঞি তিনিওজনা ডাঙৰীয়াই সমালোচনা কৰোতে কনচেঙ্গে কলে যে, "মই এটা বুধি পাতিছোঁ। তোমালোকে সহায় কৰিবা আৰু স্বৰ্গদেৱে খং-ৰাগ কৰিলে ৰাখিবাহঁক। তোমালোকে মাছ-পছু মাৰিবলৈ আহিলা-পাতি, বস্তু-জাত লৈ লোকজনে সৈতে ধনশিৰি পাৰ হৈ যাবা।" ইপিনে ঢুলীয়াক কলে যে যেতিয়া স্বৰ্গদেও ওলাই আহে, ততকালে দোলাত তুলি নি ধনশিৰিৰ সিপাৰ কৰিব। এই বুলি কৈ এদিন আন ডাঙৰীয়াসকলে আহিলা-পাতি নি চিকাৰলৈ ওলাই যাওঁতেই, কনচেঙ্গে বলিয়া ভাও ধৰি চাৰিও দিশে ঘৰত জুই লগাই দিলে। সকলো মানুহে 'পাত্ৰ বলিয়া হ'ল, ঘৰত জুই দি ফুৰিছে' বুলি সকলোৱে গলাৰাও কৰিবলৈ ধৰিছে। স্বৰ্গদেৱে হাই শুনি কাৰণ সুধিলে বোলে কি হল, কিহৰ জুই? প্ৰজাই কবলৈ ধৰিলে যে পাত্ৰ বলিয়া হৈ ঘৰত জুই দি ফুৰিছে, কোনেও ধৰিব নোৱাৰে। পাছে ৰজাই ধৰ ধৰ বুলি খেদি আহি দোলাত উঠিল। ঢুলীয়াই আগৰ কথামতে ৰজাক একেবাৰেই ধনশিৰি পাৰ কৰি নিলেগৈ। পাছে বুঢ়াগোহাঞি আৰু বৰগোহাঞি ৰজাক বুজালে যে, পাত্ৰ বলিয়া হল পৰ দেশত থাকিবলৈ আৰু ভাল নহয়। ইয়াৰ সীমা নিৰন্ধ কৰি এজনক অধিকাৰ পাতি থৈ নগৰলৈ যোৱা হে ভাল। স্বৰ্গদেৱে এইবাৰ যাবলৈ মন কৰিলে আৰু ভাল বুলি শলাগিলে। পাছে গোহাঞিসকলেৰে সমালোচনা কৰি মৰঙ্গিক কছাৰীৰ ভৱিষ্যত আক্ৰমণৰপৰা ৰক্ষা কৰিবৰ মনেৰে তিনিখন চকী দিলে। কালপানীত এখন, কালিয়নিত এখন, আৰু দৈয়াঙ্গৰ সীমাত ৰবৈয়াত এখন। চুৰ্পাক বৰচেটিয়া পাতি, লগত লোকজন সহিতে চাৰিজন হাজৰিকিয়া দি মৰঙ্গিত থৈ ৰজা গৰগ্ৰামলৈ উভতি গ'ল। ৰজাই পিছত জানিলে যে কনচেং বলিয়া হোৱা নাই। কেৱল ৰজাক তাৰপৰা ঘূৰাই আনিবৰ নিমিত্তেহে এনে কৰিছিল। ৰজাই তাতে বৰ ৰং পাই কনচেঙ্গক গাৰ পৰিবহন বস্ত্ৰ, অলঙ্কাৰ তেওঁক বঁটা দি বিস্তৰ প্ৰশংসা কৰিলে।

**কছাৰী প্ৰজাৰ প্ৰস্তাৱ।** এইদৰে মৰঙ্গিলৈ কিছুদিন থকাত, কছাৰী ৰাজ্যত নানা গোলমাল লাগিবলৈ ধৰিলে। ৰজা মৰিল, তেওঁৰ কুমাৰক আমাৰ ৰজাই বন্দী কৰি আনিলে। যুদ্ধৰ সময়ত যিবোৰ মানুহ পলাই ভাগি গৈছিল, দেশ সুদিন হলত আকৌ সিহঁত ঘূৰি আহিল। সকলোৱে সমালোচনা কৰি অসম ৰজাৰ ওচৰত এই প্ৰস্তাৱ কৰিলে—কছাৰীৰ পাতৰচেটীয়া দলৈ, খুংডাং, বিশজন মানুহ সহিতে স্বৰ্গদেৱত জনালেহি যে আমাৰ দেশ ভাগিল। যি-

বা দুই চাৰি লোক পৰ্ব্বতে পাষণ্ডে পলাই-উৰাই আছে, ৰজা নোহোৱা গতিকে তাকো চপাই লব নোৱাৰোঁ। এতেকে আমাৰ ৰাজ্য পাতক। এই ৰাজ্য চিৰকাল স্বৰ্গদেৱৰ তলতীয়া হৈ থাকিব। ৰজাই পাত্ৰ-মন্ত্ৰীসকলেৰে আলোচনা কৰি কলে যে, সিহঁতৰ মনেৰে নো সিহঁতৰ দেশত কাক ৰজা পাতিব খোজে। পাতৰ বৰচেটিয়াই কলে যে আমাৰ সুখ-দুখ কোনে বুজিব, সেই গুণে বন্দী কৰি অনা মদনকুমাৰকে আমাৰ ৰজা পাতি দিয়ক। স্বৰ্গদেৱে এই প্ৰস্তাৱত সম্মত হ'ল। আৰু ভাল দিন-বাৰ চোৱাই মদন-কুমাৰক এটি কন্যা বিয়া দি, মাকে সৈতে ৰজা পাতিলে, আৰু তেওঁৰ নাম নিৰ্ভয়নাৰায়ণ থলে। তেওঁৰ লগত এই বন্দবস্ত হ'ল। ৰজাই তেওঁক বুজাই কলে, "পহুটো পা যদি, এটা পিৰা মোলৈ, এটা পিৰা বুঢ়া-গোহাঞিলৈ আগ কৰিবি, তেহে খাবি।" এই কথা ঠিক হল যে কছাৰীৰ এজন খুংডাং বিশজন মানুহ সৈতে আমাৰ ৰজাৰ ওচৰত থাকিব। এবছৰ হলে আন খুংডাং আহিব সেইদৰেই মানুহ লৈ। কচাৰী ৰজাই আমাক বছৰি এইখিনি দিব—ৰজালৈ ঘোঁৰা দুটা, বৰগোহাঞিলৈ দুটা, বুঢ়া-গোহাঞিলৈ দুটা, বৰচেটিয়ালৈ ( মৰঙ্গিৰ ) এটা, এই ৭টা ঘোঁৰা দিব। তেওঁক দেশলৈ মাকৰ সৈতে ওভোতাই পঠাওঁতে অনেক বস্তু দিলে। লক্ষ্মীন্দ্ৰপুৰত থৈ আহিবলৈ লগত ১০০০ সেনা দিলে। লগত বেটী-বন্দী, অলঙ্কাৰ কাপোৰ-কানি অনেক দিলে। সোণ-ৰূপৰ কলহ, মাইহাঙ্গ, ঝৰা আদিকৈ দিলে। খোৱা-বোৱা সকলো বস্তু ৰাজ নিয়মে দিলে। সেইবোৰ বস্তু মাককো সুকীয়াকৈ দিলে। সোণখটোৱা হেঙ্গদান, কেপকৰা দলিচা, মুক্তাৰ হাৰ, শুবৰ খাট, তুলি, ফুলাম আঠুৱা দিলে। আৰু মানুহে ১৪৭ শঁকত নিৰ্ভয়নাৰায়ণক মাকে সৈতে নি লক্ষ্মীন্দ্ৰপুৰত ৰজা পাতি থলে নি। এতেকেহে কচাৰী ৰজাক আমাৰ 'থাপিত' আৰু 'সাঞ্চিত' বোলে। ইয়াৰে এবছৰৰ পাছত পূৰ্ব্বৰ কথামতে খুণ্ডাং সলনি কৰিলে। অনেক বস্তু-জাত লৈ স্বৰ্গদেৱক দি সেৱা কৰিলে। আমাৰ ৰজাই সিহঁতক অনুৰূপে বটা-বাহান দি বিদায় দিলে।

**দুৰ্লভনাৰায়ণ।** এইদৰে কছাৰীৰ তিনিজন ৰজা হৈ গ'ল। নিৰ্ভয়নাৰায়ণ, মেঘনাৰায়ণ, আমাৰো তিনি ৰজা হৈ গ'ল—দিহিঙ্গীয়া, গড়গঞা, খোৰা ৰজা। এই তিনিজন ৰজাৰ দিনত কছাৰী ৰজাৰ সৈতে কোনো বিবাদ নোহোৱাকৈ প্ৰীতিতে গ'ল।

**কোচ ৰজাৰ লগত সম্বন্ধ।** কমতেশ্বৰ আৰু গৌড়েশ্বৰৰ লগত যুদ্ধ লাগি কমতেশ্বৰ যুদ্ধত হাৰিলত আমাৰ স্বৰ্গদেৱক সহায় ভিক্ষা কৰিলে। আমাৰ ৰজাই অনেক সৈন্য লগত দি তেওঁৰ পুতেক গড়গঞা ৰজাক সেনাপতি পাতি গৌড়েশ্বৰৰ লগত যুদ্ধ কৰিবলৈ পঠিয়ালে। গৌড়েশ্বৰে আমাৰ অনেক সেনা দেখি প্ৰীতিৰ কাৰণে কলে। আমাৰ সেনাপতি সেই প্ৰস্তাৱত সম্মত হোৱাত আৰু এটি কন্যাৰ কাৰণে কলে। গৌৰেশ্বৰে তেওঁৰ ৰাজনী কন্যাক অনেক যৌতুকে সৈতে আমাৰ দিহিঙ্গীয়া ৰজালৈ দিলে। কন্যাৰ যৌতুকত এই পাঁচখন ৰাজ্য দিলে—সেৰপুৰ, পাতিলাজহা, এঘাৰসিন্দুৰ, কামৰূপ আৰু ঢেকেৰী। পাছে গড়গঞা ৰজাই কৰতীয়া গঙ্গাৰ দাঁতিত, দোল বন্ধাই কন্যা লৈ দেশলৈ উভতি আহিল। আহোঁতে বিশ্বসিংহৰ নাম শুনি তেওঁক আক্ৰমণ কৰিবলৈ সসৈন্য খেদি গ'ল। বিশ্বসিংহে ভয় খাই পোৱাল, মুকুতা, বাখৰ আৰু ভোটাস্তৰ আনো অপূৰ্ব্ব বস্তু লৈ আহি গড়গঞা ৰজাক ধৰিলে। আমাৰ বৰগোহাঞি প্ৰমুখ্যে সকলোৱে-বোলে গৌড়েশ্বৰে মানাহা সীমা কৰি যৌতুকত দিছে; এতেকে বিশ্বসিংহই যেতিয়া আমাক বৰিলেহি আমিও তেওঁৰ প্ৰাৰ্থনা মতে কামৰূপৰ অৰ্দ্ধ ৰাজ্য দি তেওঁক থাপিত কৰা ভাল। গৰগঞা ৰজায়ো সেই প্ৰস্তাৱত সম্মত হ'ল। বিশ্বসিংহক উপায়ন বস্তু আদি স্বৰ্গ মহাৰাজৰ অনুৱৰ্ত্তী হৈ থাকিবলৈ দিহা দি আমাৰ সেনাবিলাক দেশলৈ উভতি আহিল। ১৪৫৬ শঁকৰপৰা কামৰূপৰ অধিকাৰ হ'ল। বিশ্বসিংহেও স্বৰ্গ মহাৰাজৰ লগত মিত্ৰভাৱে থাকি দাঁতিকাষৰৰ ভূঞাবিলাকক ললে আৰু নেপাল ৰাজ্য আদি অনেক ৰাজ্যক বশৱৰ্ত্তী কৰি কৰভাৰ ললে। মৰঙ্গিৰ ৰজায়ো আজ্ঞা মানিলে, ভোটৰ ৰজায়ো মিত্ৰ হল আৰু গৌড়েশ্বৰেও বলে নোৱাৰা হেন জানি মিত্ৰতা কৰিলে। এইদৰে বিশ্বসিংহ প্ৰধান ৰজা হ'ল। বিশ্বসিংহে লাহে লাহে অসমৰ ৰজাৰ থাপিত এই নামত লাজ পোৱা হল আৰু সেই নাম গুচাবৰ নিমিত্তে অনেক সৈন্য যোগাৰ কৰি অসম আক্ৰমণ কৰিলে। আগবাঢ়ি গৈ তামোলবাৰীৰ কাহিকুচি গ্ৰামত কোঁঠ দি ৰলগৈ। আমাৰ ৰজাই এই কথা শুনি অনেক সৈন্য পঠাই যুদ্ধ কৰিবলৈ সাজু হল। বিশ্বসিংহই আমাৰ সেনা বল সৰহ দেখি যুদ্ধ নকৰি নিজ দেশলৈ উভতি গ'ল; ১৪৬৮ শকত। তাৰ পিছত বিশ্বসিংহৰ ১৮জন কোঁৱৰ হ'ল। তেওঁবিলাকৰ ভিতৰত নৰসিংহ, নৰনাৰায়ণ, চিলাৰায়, গোহাঞিকমল—এই কেইজনেই প্ৰধান হল।

---

# বুঢ়া ৰজা

অসমৰ ৰাজপাটত যেতিয়া চুকাফা ৰজা, তেতিয়া যশনাৰায়ণ কছাৰীৰ ৰজা আছিল।

**কছাৰী আৰু জয়ন্তাৰ যুজ**

যশ নাৰায়ণ আৰু প্ৰতাপ নাৰায়ণ
|
নৰনাৰায়ণ
|
ভীমবল নাৰায়ণ
|
ইন্দ্ৰবল নাৰায়ণ
|
বীৰদৰ্প নাৰায়ণ

যশ নাৰায়ণৰ দিনত কছাৰীয়ে উপায় কৰি জয়ন্তাপুৰ মাৰিলে। সেই যুজত জয়ন্তাৰ ৰজা ধনমাণিক হাৰিলত কছাৰী ৰজাই কুমাৰ যশমাণিক, অমৰসেনা আৰু তেওঁৰ মাক মুক্তাৰাণীক ওল দিলে। এইদৰে কিছুদিন থকাত জয়ন্তাৰ ৰজা ধনমাণিক মৰিল। পাছে কছাৰীৰ ৰজাই যশমাণিকক ৰজা পাতি জয়ন্তাপুৰলৈ পঠালে। অমৰসেনাক মাকে সৈতে তেওঁৰ দেশতে ৰাখিলে। যশমাণিক যদিও ৰজা হল তথাপি কছাৰী ৰজাৰ ওপৰত তেওঁ বৰ বিৰক্ত হ'ল। তেওঁ তলে তলে আমাৰ বুঢ়া ৰজাৰ তালৈ কটকী পঠাই কছাৰী ৰজাৰ বিপক্ষে যুদ্ধ কৰিবলৈ সহায় খুজিলে আৰু বুঢ়া ৰজালৈ জয়ন্তা ৰজাৰ এটি কন্যা দি সম্বন্ধ দৃঢ় কৰিবৰ নিমিত্তে প্ৰস্তাৱ কৰিলে। আমাৰ স্বৰ্গদেৱে জয়ন্তাৰ যশমাণিক ৰজাৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে। তেতিয়া যশমাণিকে আমাৰ ৰজালৈ এই কথা কৈ পঠালে—পূৰ্ব্বাপৰ জয়ন্তা আৰু অসমৰ ভিতৰত অহা-যোৱা বাট গোভাই আছিল; এতিয়া গোভাত মুচলমান থকাত সেই বাটে কন্যা পঠোৱা অসম্ভৱ। এতেকে প্ৰস্তাৱ কৰিলে যে কন্যাক কছাৰী আৰু জয়ন্তাৰ দেশৰ সীমাইদি যদি নিয়ে তেহে কন্যা পঠাব পাৰে। যশমাণিকৰ এই প্ৰস্তাৱত দুটা উদ্দেশ্য আছিল—১ম, কছাৰী ৰজাই বাট নিদিয়ে তেনেহলে প্ৰতাপী আহোমৰ লগত সিহঁতৰ বিৰোধ ভাব হব আৰু যদিহে বাট দিয়ে তেনেহলে যশমাণিকে সেই বাটেই কছাৰী ৰজাক আক্ৰমণ কৰিব পাৰিব। যশমাণিকৰ উদ্দেশ্য সফল হ'ল। আমাৰ স্বৰ্গদেৱে কছাৰী ৰজালৈ জয়ন্তাৰ

কন্যা আনিবৰ নিমিত্তে বাট খুজি পঠালে। যশনাৰায়ণ ৰজাই জয়ন্তা ৰজাৰ অভিসন্ধি ততালিকে বুজিলে। তেওঁ স্পষ্ট জবাব দিলে, তেওঁৰ দেশৰ মাজে জয়ন্তাৰ কন্যাক আনিবলৈ বাট দিলে সেই বাটেই জয়ন্তা ৰজাই কছাৰী দেশ মাৰিব পাৰিব। এতেকে পূৰ্ব্বাপৰৰ বাটেই কন্যা নিয়ক বুলি কৈ পঠালে।

**কছাৰী ৰণ।** স্বৰ্গদেৱে কছাৰী ৰজাৰ এনে উত্তৰ পাই পাত্ৰ-মন্ত্ৰীৰে সৈতে আলোচনা কৰি কছাৰী ৰজাৰ বিপক্ষে আমাৰ দুদল সেনা পঠিয়ালে। এদলক চাউপেট বুঢ়াগোহাঞি, বৰচেটীয়া, চাৰিং ৰজা আৰু ৰূপ সন্দিকৈৰ তলত ধনশিৰিয়ে উজাই আহি সিংহ-দুৱাৰত থাকিব দিলে আৰু আন দলক খামচি বৰগোহাঞি আৰু সোন্দৰ গোহাঞিৰ তলত গৈ কপিলীয়ে উজাই গৈ সাতগাৱঁত থাকিব দিলে। সেইদৰে দুয়ো দল সেনা গ'ল। সোন্দৰ গোহাঞে আৰু এবাৰ কটকী পঠাই বাট খুজিলে, তথাপি কছাৰী ৰজাই বাট এৰি নিদিলে। সেই কথা স্বৰ্গদেৱক জনোৱাত, স্বৰ্গদেৱে আজ্ঞা কৰিলে যে কছাৰীৰ বিলাইত মাৰি সেই বাটে কন্যা আনক। সোন্দৰ গোহাঞে তিয়ৰি, দেৱৰগাওঁ, ধৰ্ম্মপুৰ, লাহোৰ, সাতগাওঁ, এইবিলাক মাৰি ডেবেৰাত কোঁঠ দি ৰলহি। আমাৰ কটকী শ্ৰীকান্ত শিতলিয়াল কটকীক যশনাৰায়ণে বন্দী কৰি থলে। পাছে গোহাঞে কছাৰীৰ ৰাজ্য সাতগাওঁ মাৰি ডেবেৰাত কোঁঠ দি থাকি জয়ন্তাৰ কন্যাক নমাই আনিলে।

সোন্দৰ গোহাঞে আমাৰ লোকজন নৰিয়া পৰিলত স্বৰ্গদেৱলৈ সুধি পঠিয়ালে যে কছাৰীৰ বিলাইত মাৰি কন্যা অনা হ'ল, এতিয়া কি কৰিব। স্বৰ্গদেৱে গোহাঞিলৈ এইদৰে লিখি পঠালে যে "ঘৰৰ কুকুৰ যদি বলিয়া হৈ মানুহ কামোৰে তাক থবলৈ ভাল নহয়। কছাৰী ৰজা মোৰ থাপিত সাঞ্চিত হৈ যে মোৰ আজ্ঞা নামানিলে তাক ৰাখিব নেলাগে।" ৰজাৰ এই আজ্ঞা পাই সোন্দৰ গোহাঞে ছল-চন্দ কৰি বালিগাৱঁলৈ এটা বাট কাটি, মাইবাং মাৰিবলৈ যত্ন কৰিলে। যশনাৰায়ণ ৰজাও যুদ্ধৰ সমুখে সমদলে আহি যাত্ৰাগড়ত কোঁঠ দি ৰ'লহি। কেইবাদিনো দুয়ো দল সেনাৰ ভিতৰত যুদ্ধ হ'ল কিন্তু কাৰো জয় পৰাজয় নাই। যশনাৰায়ণ ৰজাই ভয় পাই গোহাঞিৰ ওচৰলৈ কটকী পঠাই এইদৰে কৈ পঠালে বোলে গোহাঞে আমাক কি কাৰণে খঙ্গ কৰে। তেওঁ মাইবাং নাথাকিব। যি হয় ওলমান দিওঁ, গোহাঞি উভতি যাওক। গোহাঞে কৈ পঠালে যে যদি পবন হাতীকে ভীমবল কোঞৰকে ওল দিয়ে তেনেহলে উভতি যাব পাৰো। যশনাৰায়ণে পৰাজয়

হোৱাতকৈ এই দুয়োকো ওল দিবলৈ ৰাজি হ'ল। পাছে ভীমবল কোঁৱৰে ৰজাক কলে যে ৭ দিনৰ দিন লোৱা যাওক। পৰা যায় যদি এই ৭ দিনত এবাৰ চেষ্টা কৰি চোৱা যাওক। একো কৰিব নোৱাৰিলে তেতিয়া ওল যোৱা যাব। পিছে যশনাৰায়ণ ৰজাই এইবুলি ৭ দিনৰ সময় ললে যে মাইবঙ্গৰপৰা বস্তু-বেহানি আনিছে কুমাৰক পঠাব পৰা যাব। সোন্দৰ গোহাঞিও এই প্ৰস্তাৱত মত দিলে।

এই সময়তে সোন্দৰ গোহাঞে তেওঁৰ ঘৰৰ এটা বৰ বেয়া বাতৰি শুনি বেজাৰ মনেৰে আছে আৰু কিছু অসাৱধান আছিল। যশনাৰায়ণে কণাকণিকৈ এই কথা জানি খৰিভাৰী পানীভাৰিৰ লগত মানুহ পঠাই চাব দিলে। মানুহে চাই কথা সঁচা বুলি কোৱাত মানুহ পঠাই আমাৰ হিলৈৰ মুখত পানী ভৰাই থোৱা হ'ল। পাছে ভীমবল কুমাৰে বছাতো বছা ৫০০ মানুহ লগত লৈ শেহ ৰাতি পবন হাতীৰে আহি গোহাঞিক গড়তে আক্ৰমণ কৰি গড় ভঙ্গাই গড়ৰ ভিতৰত মানুহ সুমুৱাই দিলে। আৰু এফালৰপৰা অসাৱধান হৈ থকা আমাৰ মানুহ কাটিবলৈ ধৰিলে। গোহাঞে এই কথা শুনি হিলৈত জুই দিবলৈ কলে। কিন্তু কি হব—হিলৈৰ খাৰ পানীত তিতি থকা বাবে হিলৈ নুফুটে। গোহাঞে গতি বিষম দেখি কপিলী পাৰ হৈ দৈয়াঙ্গ কাখৰত কাঁইটনি হাবিত লুকাই থাকিল। পাছে কছাৰীয়ে তাতে বিচাৰি পাই বৰ্চ্চাৰে খুচি মাৰিলে, ১৫২৮ শকত। সোন্দৰ গোহাঞিৰ লগতে আমাৰ দেশৰ এজন ডাঙৰ যোদ্ধাৰ পতন হ'ল। এই যুদ্ধতে আমাৰ খামচেঙ্গ বৰগোহাঞো পৰিল।

স্বৰ্গদেৱে এই বাতৰি পাই বুঢ়াগোহাঞি ডাঙৰীয়াক হুঁহকি আহিবলৈ কলে। খামচা কছাৰী নামেৰে যিটো মানুহে সোন্দৰ গোহাঞিক মাৰি তেওঁৰ মূৰ কাটি নি কছাৰী ৰজাক ভেটিছিল, ৰজাই খণ্ডকৈ তাকো কাটিলে। আৰু কলে "এনে সেনাপতিক কিয় কাটিলি, জীয়াই ধৰি নানিলি কিয়? মোৰ সভাত এনে মৰদ থাকিল হতে দেশ-দেশান্তৰৰ কটকী আহি পুচিলেহতে ই গোট কোন। সবেও কহিলেহতে অসম মাৰি এনে সেনাপতি পাইছে এইহে মোৰ কীৰ্ত্তি ডাঙৰ।" গোহাঞিক মাৰি যশনাৰায়ণে প্ৰতাপনাৰায়ণ নাম ললে আৰু শত্ৰুদমন খিতাপ ললে আৰু মাইবাঙৰ কীৰ্ত্তিপুৰ নাম থলে।

এই যুদ্ধৰ পাছত আমাক দিয়া কৰ বন্ধ হ'ল। কছাৰী স্বতন্ত্ৰীয়া ৰজা হ'ল। তাৰ পাছত প্ৰতাপনাৰায়ণ ৰজা মৰিল, তেওঁৰ পুতেক নৰনাৰায়ণ

ৰজা হ'ল। নৰনাৰায়ণৰ পাছত ভীমবল কোঁৱৰ ৰজা হ'ল। তেওঁৰ ৰাজত্বতো আমাৰ লগত মিত্ৰতা নহ'ল।

এনেতে চৈয়দ বাবাকৰ ভৰলীত মুচলমান সেনাই সৈতে ব'লহি। এই কথা শুনি আমাৰ ৰজাই পাত্ৰ-মন্ত্ৰীৰ সৈতে তেতিয়া বৰগোহাঞি আৰু লাকু বৰপাত্ৰ গোহাঞেৰে সমালোচনা কৰিলে। মুচলমানৰ নিচিনা প্ৰবল শক্তি আহি ভৰলীত আছেহি, ইপিনে দক্ষিণপাৰে ওচৰতে কছাৰী আছে। সিহঁতৰ লগত মিত্ৰতা কৰাহে ভাল। এই কথা ঠিক হোৱাত ভীমবল ৰজাৰ ওচৰলৈ আমাৰ কটকী গৈ এইদৰে কলে যে সোন্দৰ গোহাঞিক আমাৰ ৰজাই জয়ন্তাৰ কন্যাক আনিবলৈহে পঠাইছিল, তোমাৰ দেশত থাকিবলৈ পঠোৱা নাছিল। গোহাঞে নিজ মতেৰে দেশ মাৰিবলৈ গৈ উচিত প্ৰতিফল পালে। তাৰ বাবে দুই দেশৰ মাজত বিৰোধ ভাৱ থকা উচিত নহয়। এতেকে পূৰ্ব্বৰদৰে প্ৰীতিৰ ভাব স্থাপিত হ'ব লাগে। তেতিয়া ভীমবল ৰজাই কলে যে, ই ভাল কথা, দুই ৰাজ্যৰ ভিতৰত প্ৰীতি বঢ়াবৰ কাৰণে এজন কন্যা বিবাহ দিলে ভাল। এই কথাত আমাৰ ৰজা মান্তি হ'ল। পাছে চাৰিঙ্গীয়া সন্দিকৈৰ জীয়েকক জী বুলি ৰজাই কছাৰী ৰজাত বিয়া দিবলৈ পঠালে। ভীমবল ৰজাই কন্যা পাই বৰ ৰং পালে। তাৰপিছত কছাৰী ৰজাৰ লগত ভালেমান দিন মিত্ৰতে চলিল।

**ভৰলীৰ যুদ্ধ।** ভৰলীত চৈয়দ বাবাকৰ লগত যি যুদ্ধ হ'ল, সেই যুদ্ধত আমাৰ জয় হ'ল। চৈয়দ বাবাকৰ আদি অনেক নবাব সেই যুদ্ধত পতন হ'ল। (এই যুদ্ধৰ বিৱৰণ আন বুৰঞ্জীত চাব লাগে।)

**কছাৰী যুদ্ধ—ৰাঘৰ গাওঁ।** কিছুমান দিন পাছত—ভীমবল ৰজাই আমাৰ বাঘৰ গাওঁ মাৰিলে। আমাৰ ৰজাই পৰ্ব্বতৰ দাঁতিয়েদি কছাৰীৰ লগত যুঁজিবলৈ গড় বান্ধিব খুজিলে, কিন্তু ডাঙৰীয়াসকলে সেই কথা ভাল নুবুলিলে, কিয়নো গড় বান্ধিলে দুই দেশৰ মাজত আগলৈকে সীমা কৰি দিয়া যেন হয়। কাখৰেদি মানুহ পাতি দিয়া হে ভাল বুলিলে। ৰজাই সেই কথাতে হৰিভৰ দিলে। ফুৰিত এঘৰ কৰি মানুহ তুলি দৈয়াঙ্গ পাতিলে। এইদৰে অনেক দিনলৈ কছাৰীৰ লগত অপ্ৰীতিভাবেই চলিল। পিছে ভীমবল মৰিলত ইন্দ্ৰবল ৰজা হ'ল।

**কাজলিৰ যুদ্ধ।** সেই সময়ত মিৰ্জা জাহিনা নবাবৰ লগত কাজলিত আমাৰ প্ৰধান যুদ্ধ হ'ল। সেই যুদ্ধত আমাৰ সৰুচকুৱা বৰগোহাঞি সেনাপতি

আছিল। ইন্দ্ৰবল ৰজাই এই যুদ্ধৰ বাতৰি লৰলৈ পঠালে। কচাৰী কটকী আহি কাজলি পালেহি। আমাৰ সেনাপতিয়ে ভালকৈ সোধা-পোছা কৰি কছাৰী কটকীক আমাৰ ৰজাৰ প্ৰীতি জনাই ওভোটাই পঠালে। মিৰ্জা জাহিনাই কাজলিৰ যুদ্ধত জিনি, আগবাঢ়ি চামধৰা পালেগৈ।

**চামধৰাৰ যুদ্ধ।** চামধৰাত মুচলমানৰ লগত আমাৰ বৰ ডাঙৰ যুদ্ধ লাগে। সেই যুদ্ধত আমাৰ সেনাপতি মোমাই তামুলি বৰবৰুৱা আছিল। পাছে বৰবৰুৱাই যুদ্ধত মুচলমানক পৰাজয় কৰি মুচলমানক কাটি মাৰি খেদি বৰ নদী অসুৰৰ আলিক আমাৰ পশ্চিম সীমা কৰিলে। পাছে নেওগ গোহাঞি আৰু ছুৱৰ্দ্ধ ছুয়ো কাজলিত ফুকন হৈ থাকিল। মোমাই তামুলী বৰবৰুৱা আৰু পিকচাই চেটিয়া ছুয়ো কলিয়াবৰত ফুকন হৈ থাকিল।

**কছাৰীৰ লগত মিত্ৰতা।** পাছে ইন্দ্ৰবল ৰজাই অহমে মিৰ্জ্জা জাহিনা নবাবক মাৰি কাটি খেদিবৰ শুনি বৰবৰুৱাৰ ঠাইলৈ কলিয়াবৰলৈ কটকী পঠালে। কটকীৰ আগত কলে যে তেওঁক স্বৰ্গী মহাৰজাই গো-ব্ৰাহ্মণৰ হিতৰ নিমিত্তে সীমাত বৰুৱা পাতিছে। ছুই ৰজাৰ ভিতৰত যেনেকৈ প্ৰীতি হয় বৰুৱাই তাক যেন কৰে। বৰবৰুৱাই কছাৰী ৰজাৰ কথা শুনি খঙত জনজনাই উঠিল, বোলে যে মোক সীমাত বৰবৰুৱা পাতিছে হয় কিন্তু কছাৰী ৰজাই মোক কেতিয়া বৰুৱা পাতিলে? মই তাৰ বৰুৱা কাহানি হলোঁ? মগলক কাটি-মাৰি-খেদি এতিয়া তেওঁৰ সমুখ হৈ থকা গৈছে। পৰ্ব্বত খানি কছাৰীক মৰিব লগা হলেও মৰা যাব। প্ৰীতি দূৰৰ কথা। পাছে কছাৰী কটকীয়ে এইবোৰ কথা কছাৰী ৰজাক কলত, ৰজাই আকৌ প্ৰীতিৰ কাৰণে চিঠি লিখিলে। বৰবৰুৱালৈ পত্ৰত 'নামজানি ৰজা' বুলি লেখিছিল। এনেতে বুঢ়া ৰজা স্বৰ্গী হ'ল। ১৫৬৩ শকত ভগা ৰজা ৰজা হয়।

---

# প্ৰতাপসিংহ ( বুঢ়াৰজা বা চুচেঙ্ফা ) ( ১৫২৫-১৫৬৩ )

**খোৰাৰজাৰ মৃত্যু।** খোৰাৰজা শলগুৰি নগৰত থকাত, সোণাৰীৰ জী কুঁৱৰীয়ে ৰজাৰ ডাঙৰ পুতেক লাঙ্গি গোহাঞিদেৱক অপবাদ দি স্বৰ্গদেৱক জনালে। ৰজাই খং কৰি লাঙ্গি গোহাঞিক ৰেৱতী গাৱঁৰ লামহান বড়ি খেদি থলে; আৰু আন দুজন পুতেককো সেই খণ্ডতে ঘৰৰপৰা খেদি দিলে। সৰুজনা গোহাঞিক হে মাথোন লগত ৰাখিলে। শলগুৰি নগৰৰ ৰাজঘৰ পুৰিলত ৰজা গড়গাঁৱলৈ আহিল আৰু তাতো নৰিয়া পৰিলহি। স্বৰ্গদেৱে নৰিয়া টান হেন দেখি তলখাম বৰগোহাঞি, চাওপেট বুঢ়াগোহাঞি, কংজান বৰপাত্ৰ-গোহাঞি আৰু আনো ফা-ফুকনক আনি লাঙ্গিগোহাঞিকে ৰেৱতী গাৱঁৰ-পৰা অনাই ৰজা পাতিবলৈ কলে। স্বৰ্গদেও মুখত ৰোগ হৈ ১৫২৪ শকৰ ফাগুনৰ ৭ দিন যাওঁতে বৃহস্পতিবাৰে ৫১ বছৰ ভোগৰ পাছত স্বৰ্গী হ'ল।

**পোটক তোলা।** চলাজনা ৰজাৰ কথামতে ডাঙৰীয়াসকলে লাঙ্গি গোহাঞিদেৱক ৰজা পাতি সেৱা কৰিলে। তেওঁ ৰজা হৈয়ে যি সোণাৰীৰ জী কুঁৱৰীয়ে তেওঁক অপবাদ দিছিল তেওঁক তেওঁৰ অঙহ-বঙহি সোণাৰীৰ খেলে সৈতে, ৰজাৰ লগত মৈদামত দিলে। ৰজাৰ কোঁৱৰালি কালতে বৰঘাটৰ চোমদাৰ পুখুৰীত বৰশী বাওঁতে কুঁৱৰীৰ ভায়েক নৰাই আৰু অনলে গালি পাৰি বৰশীডাৰি ভাঙিছিল। সেই অপমান গোহাঞে কেতিয়াও পাহৰা নাছিল। এতিয়া ৰজা হৈ সিহঁত দুইকো ডাঙৰ ঝাৰিত ভৰাই সেই পুখুৰীতে পেলাব দিলে। ৰেৱতী গাৱঁত থাকোতে এদিন ৰাতি তেওঁ এক আহোমৰ ঘৰৰপৰা উমনিত দিয়া কুকুৰাৰ কণী চুৰ কৰি আনিব ধৰাত গিৰিহঁতে গম পাই কোন কোন বোলাত লৰ মৰাত গোহাঞিৰ হাতৰ সোণৰ খাৰু এপাট কুকুৰাৰ বাহত ৰ'ল। ৰাতি পুৱালত আহোমে খাৰু দেখি চিনি পালে যে সেই পাট লাঙ্গিগোহাঞিৰ খাৰু। আহোমে খঙত গোহাঞিক ধৰি আনি বোকাত পেলাই পাৰে মানে কিলালে। কাপোৰখিনি গোহাঞে বোকাই-চোকাই ইমান দিন ৰাখি থৈছিল। ৰজা হোৱাৰ পাছতে এদিন সেই আহোমে জয়খাবডাং খাটত হালবাই থাকোতে সি ৰজাৰ খাটৰ সীমা ঠেলি হাল বাইছে বুলি দায় ধৰিলে। আহোমে কলে যে তুমি ৰজা স্বৰ্গদেও, তোমাৰ লগত সীমা লৈ মুচলমানৰহে কাজিয়া লাগিব পাৰে। মোৰ সৈতে কেনেকৈ সীমাৰ কাজিয়া লাগিব। তোমাক পূৰ্ব্বে কিলোৱা বাবে এতিয়া মোক কাটিবলৈ ছিদ্ৰ

বিচাৰিছা আৰু বোকা লগা কাপোৰো আনিছা। তুমি যেতিয়া নাক, চুলিৰ গৰাকী, কাটিব খুজিছা যদি কাটা—এইবুলি দণ্ডৱতে পৰি সেৱা এটা কৰিলে। স্বৰ্গদেৱে তাক নাকাটি গুচি গ'ল।

সেই গাৱঁৰে লিকচন এঘৰত থালিত মাছ জীয়াই থৈছিল। গোহাঞে তাৰপৰা মাছ অনাত চোৰ ধৰি বৰকৈ মাৰি কিলাই পথাৰৰ পুখুৰী এটাত পেলাই থলেহি। লিকচনৰ সৰুজনী বোৱাৰীয়েকে পুখুৰীত চাউল ধুবলৈ যাওঁতে গোহাঞে কেঁকাই কেঁকাই তাইক চাউল কেইটামান খুজিলে, ভোকত তত নেপাই। তাই কচুপাত এটাত চাউল এমুঠি দিলে, তাকে খাই চুচৰি চুচৰি আহি বাটৰ আহত গছ এজোপাৰ ওচৰতে পৰি আছিল। তাত এক মৰাণে গাজি-মাহ এপহা দি ধৰি আনি ঘৰত থলেনি। ৰজা হোৱাৰ পাছত সেই গাজি-মাহ দিয়া মৰাণক বিচাৰি আনি মৰাণ মানুহ হাজাৰৰ ওপৰত হাজৰিকা পাতি দিলে আৰু সৰ্ব্বতিকালে সিহঁতৰ ঘৰত সেই বিষয় খাবৰ নিৰ্ব্বন্ধ কৰি দিলে আৰু যি লিকচনে কিলাইছিল তাৰ ঘৰোৱা হকে মাৰিলে। সৰু বোৱাৰীয়েক আৰু তাইৰ ল'ৰাটি মাথোন ৰাখিলে।

ৰজা লগা হৈ বকল বোলা মানুহ এটাৰ ধান এটা আহোমক দিয়াইছিল। বকলে সেই ধানৰ তুনে মূলে ললে। স্বৰ্গদেৱে কিছু ৰেহাই দিবলৈ কোৱাতো নুশুনিলে। সেই দায়তে বকলক কাটি গাৰিটো তাৰ ঘৰৰ মুখতে শূলত দিলে।

## ভগা ৰজা (চুৰামফা) ১৫৬৩-১৫৬৬

**কছাৰীৰ লগত সম্বন্ধ।** কছাৰীৰ ইন্দ্ৰবল ৰজাই আমাৰ বুঢ়াৰজাৰ মৃত্যু শুনি আমাৰ ৰজালৈ চিঠি দিলে আৰু সেই চিঠিত "সিংহ চাব" দিলে। পূৰ্ব্বাপৰ কছাৰী ৰজাই আমাৰ ৰজালৈ চিঠি দিওতে সিংহ চাব দিব নোৱাৰিছিল। ইন্দ্ৰবল ৰজাই চিঠিত এজন কন্যাৰ নিমিত্তেও লেখিছিল। স্বৰ্গদেৱে কছাৰী ৰজাৰ চিঠিত পূৰ্ব্বৰ নিয়ম লঙ্ঘি সিংহ চাব দিয়া দেখি খংকৈ চিঠিও ফলালে আৰু কটকীকো খেদাই দিলে। ডাঙৰীয়াসকলে দেখিলে এই কথাৰপৰা দুই ৰজাৰ ভিতৰত অমিল হোৱা সম্ভৱ, সেই দেখি কছাৰী কটকীক বুজাই-বৰাই আগৰ নিয়মে সিংহ চাব নিদিয়াকৈ চিঠি আনিবলৈ কৈ দি দিলে। কছাৰী কটকী গ'ল কিন্তু আৰু ঘূৰি নাহিল। ১৫৬৬ শকত ভগা ৰজা স্বৰ্গী হ'ল আৰু নৰিয়া ৰজা ৰজা হ'ল।

## নৰিয়া ৰজা ( চুত্যিনফা ) ১৫৬৬-১৫৭০

**কছাৰী ৰজাৰ লগত সম্বন্ধ।** ইন্দ্ৰবল ৰজাৰ পাছত কছাৰীৰ বীৰদৰ্প নাৰাণ ৰজা হয়। বীৰদৰ্পনাৰাণ ৰজাই আমাৰ ৰজাৰ লগত মিত্ৰতা কৰিবৰ নিমিত্তে পত্ৰ লিখিলে আৰু কটকী পঠালে। এইদৰে কেইবাবাৰো কুশলমঙ্গলৰ চিঠি লিখা লিখি হোৱাৰ পাছত এবাৰ আমাৰ ৰজাই চিঠিত লিখিলে যে "পূৰ্ব্বেও কছাৰী ৰজা আমাৰ থাপিত সাঞ্চিত"—এই কথাত বীৰদৰ্পনাৰাণে বোলে অসমে মোক্ মোক কাহানি থাপিছে সাঞ্চিছে। তেওঁ এনে কথা কিয় লিখে। আমাৰ ৰাম কটকী শিতলিয়ালে কলে যে "মহাৰাজ ই কথা সঁচা: মহাৰাজে নেজানে যদি বুঢ়া পাত্ৰমন্ত্ৰীসকলক সুধি চক।" ৰজাই সমালোচন কৰি কথা সঁচা পাই, আমাৰ ৰজালৈ ঘূৰি চিঠি দিলে আৰু লিখিলে বোলে যেনেকৈ কন্যা দি থাপিছে সাঞ্চিছে এতিয়াও কন্যা দি থাপক। মহাৰাজে পাত্ৰমন্ত্ৰীক কলে যে "কছাৰীলৈ কন্যা দি মিত্ৰ কৰা ভাল। কিয়নো, তেঁতিয়া দুয়ো ৰাজ্যৰ মানুহে মিলাপ্ৰীতিকৈ মৰঙিত হাটবাট বেহাবগৈ। পাছে কছাৰীৰ ভেদাভেদ জানি কাষৰেদি বাট কাটি এরে ৰাতিতে কছাৰীক মাৰিব লাগে, তেহে মোৰ কোখৰ শাল গুচে।" ডাঙৰীয়া-সকলেও ৰজাৰ এই কথা ভাল বুলি শলাগিলে। এইদৰে কন্যা দিবৰ প্ৰস্তাৱ চলি থকাতে ১৫৭০ শকত আমাৰ ৰজা স্বৰ্গী হ'ল।

## জয়ধ্বজ ৰজা ( ১৫৭০-১৫৮৫ )

**কছাৰীৰ লগত সম্বন্ধ।** বীৰদৰ্পনাৰাণে নৰিয়া ৰজালৈ লিখা চিঠি পোৱাৰ আগেয়েই ৰজা ঢুকাল। সেই চিঠি জয়ধ্বজসিংহ ৰজাৰ আগত পঢ়া হ'ল। মৰা ৰজাৰ নামে লিখা চিঠি বাবে ৰজাই নিজে নাচালে। তিনিজনা ডাঙৰীয়াই চাই হাতীশালত কটকী তুলি উত্তৰে সৈতে আমাৰ কটকী পঠাই বিদায় দিলে। এইদৰে বীৰদৰ্পনাৰাণৰ লগত আমাৰ ৰজাৰ কেইবাবাৰো লেখা-লেখি হ'ল। কছাৰী ৰজাই আমাৰ ৰজাৰ কন্যা এটি বিবাহ কৰিবৰ ইচ্ছা জনাই পঠালে আৰু পূৰ্ব্বে নৰিয়া ৰজাই কন্যা দিবলৈ মান্তি হোৱা কথা উল্লেখ কৰি লিখিলে যে "পিতৃৰ বচন- পুত্ৰে ৰাখিব লাগে।" জয়ধ্বজসিংহে কন্যা দিবলৈ ৰাজী হ'ল, কিন্তু কলে যে কছাৰী ৰজাই আমাৰ দেশলৈ আহি যদি কন্যা বিবাহ কৰি নিয়ে তেনেহলে কন্যা দিয়া যাব। আৰু যদি ৰজাই পাট এৰি আহিব নোৱাৰে তেনেহলে ভাই বা বেটা পঠাই কন্যা নিলেও হ'ব পাৰে। কছাৰী

ৰজাই সেই কথা শুনি কলে যে তেওঁৰ ভাই আৰু বেটা দুয়ো সৰু, সেই গুণে তেওঁবিলাক কেনেকৈ আহিব। এই কথা শুনি আমাৰ ৰজাই কন্যা দিয়া নহয় বুলি লেখি পঠালে।

এনেতে আমাৰ মোমাই তামুলী বৰবৰুৱাৰ মৃত্যু হ'ল। তাৰপাছত কলিয়াবৰত নেওগ গোহাঞিঃ বৰফুকন হয়।

**কছাৰী দেশলৈ যোৱা বাট।** কছাৰী ৰজাৰ কটকী আহোতে এইদৰে আহে। কছাৰী কটকী আহি ডেমেৰাত থাকেহি। ডেমেৰাৰ ৰজাই সাতগাঁৱৰ চকীয়ালক সেই কথা জনায়। সাতগঞা চকীয়ালে আমাৰ ৰহাৰ চকীয়ালক জনায়। চকীয়াল বৰুৱাই সেই কথা কলীয়াবৰীয়া বৰফুকনক জনায়। তেতিয়া বৰফুকনে চকীয়াল বৰুৱালৈ ঘৰ-দুৱাৰ সজাবলৈ আজ্ঞা দিয়ে আৰু স্বৰ্গদেৱক সেই কথা জনায়। তেতিয়া সেই বাতৰি কছাৰী কটকীলৈ দিয়ে। তেতিয়া সিহঁতে ডেমেৰাৰপৰা আহি ৰহা পায়হি। প্ৰথমে এদিন বৰফুকনৰ নামে ৰোজ এটা দিয়ে। কটকী ৰহাৰপৰা আহি খাগৰীজানত থাকে। তাৰপৰা আহি মিচাত থাকে, তাৰপৰা কেটেকিডুবিত, তাৰপৰা আহি কলিয়াবৰ পায়হি। কলিয়াবৰত ঘৰ সজাই ৰোজবাজ দিয়া হয়। কলিয়াবৰত মাহপখ থাকিলে বৰফুকনৰ দৰবাৰত কটকীক ভেটোৱা হয়। বৰফুকনে ডাঙৰীয়াসকললৈ লেখে কটকীৰ কথা ৰজাক জনাবলৈ। ৰজাৰ আজ্ঞা লৈ কটকীক গৰগাঁৱলৈ পঠায়। যাওঁতে ঠায়ে ঠায়ে ঘৰ সাজি ৰোজবাজ দিয়ে। শলাত শলালে ৰোজ দিয়ে, আতুঙ্গিয়াত নাথদয়ঙ্গিয়াই দিয়ে, লখৌত মৰঙ্গিয়াল দিয়ে, দেৰগাঁৱত ওপৰ দয়ঙ্গিয়াই দিয়ে। গজপুৰত সিংহদুৱাৰৰ ফাটত, ঝাঝিমুখত, নাথডাঙ্গতো ভৰালী বৰুৱাই ৰোজ দিয়ে। গৰগাঁৱত তিনিজনা ডাঙৰীয়াই ঘৰ দিব লাগে। ৰোজ দিওঁতে প্ৰথমে ৰাজমন্ত্ৰীয়ে এক ৰোজ দিয়ে। পাছে আনবিলাক ডাঙৰীয়াই আঠদিন অন্তৰে ৰোজ দিয়ে। কটকী তুলিবৰ দিনা দুগুণ ৰোজ দিব লাগে। গৰগাঁৱত "ৰাজহাটৰ" বাৰে দুই টেকেলি গাখীৰ, এথোকা তামোল, ২টা পাণ, আৰু এচৰু শিঙ্গৰা মাছ। "হাৰিপৰা হাটৰ" দিনা সেই নিয়মে বস্তু বাব দিয়ে। এইদৰে গৰগাঁৱত দুই-এক মাহ থাকিলেই কটকী তোলা হয়। তাৰপিছত ৰজাই নিজে ৰোজ দিয়ায়। জাতিভেদ অভক্ষো দিয়ে। এইদৰে দুই-চাৰি মাহ থাকিলে এদিনা দৰবাৰক নি বিদায় দিয়ে। কটকীয়ে সাত-সেৱা কৰি উঠি আহে। কটকীক যথাযোগ্য বটা-বাহন দিয়ে। লগত আমাৰ যি কটকী যায় তেওঁবিলাককো বস্ত্ৰ-অলঙ্কাৰ দিয়ে। বুৰি

যাওঁতেও কলিয়াবৰলৈ যায়। তাৰপৰা নাৱেৰে ৰহালৈ যায়। মৰঙ্গিয়াল মানুহে একেবাৰেই ৰহাত থয়গৈ। চকীয়াল বৰুৱাই সাতগাৱঁৰ চকীত জনায়। সিহঁতে ডেমেৰাৰ ৰজাক জনায়। ডেমেৰাৰ ৰজাই আমাৰ কটকীক নাও-মানুহ পঠিয়াই গা হৈ নিব লাগে আৰু মাইবাঙ্গত জনাব লাগে। সাতগাৱঁৰ চকীত ঘৰ সজায়। ডেমেৰাতো দৈয়াঙ্গৰ কোখত ঘৰ-দুৱাৰ সাজে। ৰহাৰপৰা কপিলীয়ে উজাই দুদিনে সাতগাৱঁৰ চকী পায়; তাত এদিন থাকে, তাৰপৰা কপিলীয়ে ৫ দিন উজাই দৈয়াঙ্গ সোমাই ডেমেৰা পায়। তাতে ২ মাহ বা পাঁচপখ থাকে। ডেমেৰা ৰজাৰ ঠাইত দেখা কৰিব লাগে। তেতিয়া ডেমেৰা ৰজাই কছাৰী ৰজালৈ জনায়। তেতিয়া মাইবাঙ্গৰপৰা মানুহ ভাৰি পঠিয়াই আমাৰ কটকীক নিয়ে। ডেমেৰাৰ পৰা গৈ এদিন গেলেমুত ৰয়। তাৰপৰা এদিন গৈ লাঙ্গো পায়, তাৰপৰা এদিন গৈ বালিচৰি পায়, তাৰপৰা দৈয়াঙ্গলৈ এদিন, তাৰপৰা ব্ৰাইলালৈ এদিন, তাৰপৰা ঠাইলাগৰাঙ্গলৈ এদিন, তাৰপৰা ফুলগুৰিলৈ এদিন। এই ফুলগুৰিকে সিংহদুৱাৰো বোলে। কছাৰী ৰজাই আমাৰ কটকী ফুলগুৰি পালে বুলি শুনি, মানুহ পঠাই ফুলচন্দন দি হাতীৰে আমাৰ কটকীক আগবাঢ়ি নিয়ে। তাৰপৰা মাইবাং নগৰ এপৰৰ বাট। মাইবাঙ্গত মাহুৰ নদীৰ কাষত বাহাঘৰ সজাই দিয়ে। আমাৰ কটকীৰ লগতে কছাৰী কটকীও থাকে আৰু আন মানুহো লগত থাকিবলৈ দিয়ে। ৰোজত আঠদিন অন্তৰে চাউল, লোণ, তেল, তামোল, পাণ, ঘিউ, কচু, কোমোৰা, দিয়ে। কেতিয়াবা পহুৰ মঙ্গহ দিয়ে, সৰু মিচা মাছ দিয়ে। এইদৰে ২৷৩ মাহ থকাৰ পাছত, এদিন আমাৰ কটকীক ৰাজসভালৈ নিয়ে। ৰজাৰ তিনিখন দুৱাৰ। দুখন পাৰ হৈ গলে সিংহদুৱাৰ পায়। তাতে ৰজাক সেৱা কৰাই নিয়ে। আমাৰ কটকীয়ে ৰজাৰ সমুখত ঠিয় দি থাকে, হাতজোৰ নকৰে। পাছে ৰজাই ৰজাৰ আজ্ঞা পালে। কছাৰী ৰজাৰ ফালৰ এজন বিষয়াই আমাৰ কটকীৰ নাম ধৰি, ৰজাৰ আৰু পাত্ৰমন্ত্ৰীসকলৰ মঙ্গল সোধে। কটকীয়ে কুশলবাৰ্ত্তা জনালে বিষয়াজনে সেই কথা ৰজাক জনায়। তেতিয়া কছাৰী ৰজাই কটকীক বহিবলৈ অনুমতি কৰে। সেই দেশৰ নিয়মমতে চটাই পাৰি দিয়ে, তাৰ ওপৰত আমাৰ মানুহে থঙ্গা পাৰি দিয়ে। তাতে আমাৰ কটকী বহে। তেতিয়া ব্ৰাহ্মণৰ হতুৱাই ফুলচন্দন আৰু তামোল-পাণ দিয়ায়। কটকী সভাত থকাত হাতী-যুদ্ধ মাল-যুজ কৰায়। তেতিয়া বহালৈ গৈ জিৰাই থাকিবলৈ কয়।

জয়ধ্বজ ৰজালৈ কন্যাৰ কাৰণে বীৰদৰ্পনাৰায়ণে অনেকবাৰ লেখাত তেতিয়া মিৰজুমলাই আমাৰ দেশ আক্রমণ কৰিবলৈ অহাত ৰজাই এইদৰে সমিধান দি পঠালে বোলে এতিয়া মোৰ প্রতি বিধিবক্র হৈছে, যেতিয়া সুপ্রসন্ন হয় তেতিয়া এই বিষয়ে উত্তৰ দিব। এইবাৰ কছাৰী কটকীক মৰঙ্গিৰপৰাই বটা-বাহন দি ওভোটাই পঠালে।

**মুছলমানৰ লগত যুদ্ধ।** মাজুমাখা নবাবে (মিৰজুমলাই) গুৱাহাটী চামধৰা জিনি শলাৰপৰা গড়গ্রাম ললেহি। আমাৰ ৰজা গড়গ্রাম এৰি নামৰূপলৈ গ'ল। মিৰজুমলাই পাছতে খেদি বকোবাড়ি তিপশ্বলৈকো গ'ল। মূৰকটাত বৰ যুদ্ধ হ'ল। বুঢ়াগোহাঞিকে আদি কৰি আহোমৰ সেনাপতি চাৰিওফালে চেলাবেলা হৈ পৰিল। হাবিৰপৰা ওলাই মাজে মাজে বঙ্গালক কাটে মাৰে। তাৰপিছত দেশ ৰক্ষাৰ নিমিত্তে মহাৰজাই নিজৰ জীয়েকক পাৎছাৰ পুতেকলৈ দি সন্ধি কৰিলে। তিনিজনা ডাঙৰীয়াৰ পুতেক তিনিজনকো ওল দিলে। ৰজা বকতালৈ আহি বড়াবডুকক খঙ্গিলেহি। বাৰুকিয়া বৰগোহাঞিক খঙ্গিনিগৰ লগাই ঘৰতে বন্দী কৰি থৈছিল। পাছে জয়ধ্বজ ৰজা বকতাৰপৰা আহি নগৰ চাই ফিৰি গৈ বকতাতে ১৫৮৬ শকৰ কাতি মাহত স্বৰ্গী হ'ল: তাৰ পাছতে ৰজাৰ ভাই চাৰিঙ্গিয়া ৰজাক আনি পাত্ৰমন্ত্ৰীসকলে ৰজা পাতিলে। এই ৰজাই হিন্দুমতে চক্রধ্বজ নাম ললে।

**কোছ ৰজাৰ লগত সম্বন্ধ।** মিৰজুমলাই আমাৰ দেশ আক্রমণ কৰাৰ আগতে জয়ধ্বজসিংহ ৰজাই কোছ ৰজা প্রাণনাৰায়ণৰ ঠাইলৈ কোলপত্ৰ নিদিয়াকৈ চিঠি পঠালে। প্রাণনাৰায়ণে তাতে অপমানবোধ কৰি লিখাকো ফালিলে, কটকীকো ওলোটাই পঠালে। এই কথাত আমাৰ ৰজাই বৰ অপমান-বোধ কৰি মনত ৰাখিলে। বেহাৰত আমাৰ দেশৰ ভকতচৰণ ব্ৰাহ্মণ ভকত হৈ আছিল। সেই ব্ৰাহ্মণৰ হতুৱাই বনমালী বাপুৰ ঠাইলৈ যাতে প্রীতি হয়, বাপুৱে তেনে কৰাওক। বনমালী বাপুৱে এই কথা স্বৰ্গদেওত জনালত স্বৰ্গদেৱে প্রাণনাৰায়ণক পূৰ্ব্বৰ অপমান সুতাবৰ ছল পাই, এইবাৰ কোলপত্ৰই সৈতে বেহাৰৰ ৰজালৈ চিঠি দিলে, আৰু কটকীৰ হাতত অনেক সন্দেশো পঠালে। প্রাণনাৰায়ণে আমাৰ ৰজাৰ চিঠি পাই সন্তোষ পালে; আৰু আমাৰ ৰজালৈ সেই চিঠিৰ উত্তৰ দিলে। মহাৰাজে ৰজামাহৰ ফুকনলৈ কৈ পঠালে যে পূৰ্ব্বে প্রাণনাৰায়ণে আমাৰ লিখা ফালিছে এতিয়াও তেওঁৰ লিখা ফালি অপমান দিব লাগে। বেহাৰ উকীলে অনা চিঠি ৰজামাহৰ ফুকনৰ ওচৰত তুলিলত,

তেওঁ চিঠিত একো দোষ নাপাই তাত লিখা "আসামোত্তম সগৌৰৱ" এই কথা ফাকিতে দোষ ধৰি কলে যে, স্বৰ্গমহাৰজাৰ জাত উল্লেখ কৰি কিয় চিঠি লেখিছে। এই দায় ধৰি বেহাৰৰ ৰজাৰ চিঠি ফালি পেলালে আৰু তেওঁৰ উকীলকো ওলোটাই পঠালে।

মিৰজুমলাৰ দেশ মৰাৰ পাছত যেতিয়া আমাৰ স্বৰ্গদেও ভাগি গৈ নামৰূপত আছিল, তেতিয়া বেহাৰৰ ৰজাৰ তালৈ মানুহ পঠাই এইদৰে কৈ পঠালে—"মই গৰগাওঁত ৰব নোৱাৰি নামৰূপত আছোঁহি। খানাখানাই আহোতে যে বেহাৰ মাৰি আহিল, ৰজা প্ৰাণনাৰায়ণ কোন ঠাইত কেনে ভাবে আছে তাক জানি আহগৈ।" আমাৰ কটকী গোপালচৰণে গৈ প্ৰাণনাৰায়ণক পৰ্ব্বতত লগ পালেগৈ আৰু অসম ৰজাৰ ব্যৱস্থা কলে। প্ৰাণনাৰায়ণ ৰজাই শুনি কলে যে ইম্পিণ্ডিয়াৰে বেহাৰ পালত তেওঁক টকা-কড়ি দি ভয়কো দৰ্শাই তাৰপৰা একৰকম পঠালে আৰু স্বৰ্গদেওৰ ভাল-মন্দ বাৰ্ত্তা তেওঁক জনাবৰ নিমিত্তে কলে। প্ৰাণনাৰায়ণ ৰজাই চিঠি দি আমাৰ কটকীৰ লগতে তেওঁৰ উকীলো পঠালে। বেহাৰৰ ৰজাৰ চিঠি পাই আমাৰ ৰজায়ো বেহাৰৰ ৰজালৈ চিঠি দিলে ১৫৮৪ শকৰ ১০ ফাগুনত। চিঠিত পৰীক্ষিত ৰাজাৰ গোষ্টি জয়নাৰায়ণ আৰু মকৰধ্বজক দক্ষিণ কোলত পাতিব খোজা কথা লিখি লেখিছিল যে সিহঁত দুয়ো ৰাজ্য নেপাই এতিয়া হাৰমখোৰ হ'ল। আৰু মিৰজুমলাৰ যুদ্ধৰ বিষয়ে ইয়াকে লেখিলে "চামধৰাত আমাৰ ৭ দিন লেড়াই হ'ল। আমাৰ লোক বঙ্গালত মিলিলত আমাৰ লোকজন ভাগিল বঙ্গাল আহি নগৰ ললেহি। আমাৰ সকলো লোক ভাগি পৰ্ব্বতত উঠিলহি। বাৰিষা পৰিলত আমাৰ মানুহে বঙ্গালক এনেকৈ বেঢ়ি ধৰিছিল যে তাৰ এখন বাবৰুও যেন ওলাই আহিব নোৱাৰে। পাছে হৰি ডেকাৰ বেটা বঙ্গালৰ লগত মিলি বাট দেখুৱাই দি লখৌৰপৰা বঙ্গালক আনিবলৈ গ'ল। বঙ্গালে বলে নোৱাৰি সেনাবিলাকক ওলোটাই নিবৰ মনেৰে নাও-নাওৰা আনি প্ৰস্তুত কৰিলে। এনে সময়তে আমাৰ বাঢ়ুলি ফুকনে বঙ্গালৰ লগত যোগ হৈ সিহঁতক ফিৰাই আনিলে। পিছে আমি নগৰত থাকিব নোৱাৰি পৰ্ব্বতলৈ আহিলো। আমাৰ লোকবিলাকৰ বৰ কষ্ট দেখি বঙ্গালৰ লগত সন্ধি কৰিলো।" প্ৰাণনাৰায়ণ ৰজাই এই পত্ৰ পাই আমাৰ ৰজালৈ এখন বৰ দীঘল চিঠি লেখি আমাৰ ৰজাৰ বিপদত বৰ বেজাৰ দেখুৱায়।

# কলিতা ৰজা

কলিতা ৰজাৰ কথা বোধকৰোঁ সকলো অসমীয়া মানুহে শুনিছে। কলিতা ৰজা সম্বন্ধে আমি সৰুতে অনেক পতিয়াব নোৱাৰা আচৰিত কথা শুনিছিলোঁ; কিন্তু কলিতা ৰজা কি আৰু তেওঁৰ দেশেই বা কত তাক একো নাজানিছিলোঁ। সেই বিষয়ে শুনাকথা বা জনশ্ৰুতিৰ বাহিৰে আমাৰ একো সমল নাছিল আৰু এতিয়াও যে কিবা প্ৰমাণী কথা আমাৰ হাতত পৰিছে তেনে নহয়। হয়তো এইটো এটা কথাৰ কথা মাথোন হে, কলিতা বুলি কোনো দেশো নাই আৰু কলিতা ৰজাও এজন কাল্পনিক ৰজাহে। কলিতা বুলি এটা প্ৰধান জাতি আমাৰ দেশত বহুত কালৰেপৰা আছে সেইটো সঁচা কথা, কিন্তু বুৰঞ্জীয়ে ঢুকি পোৱা কাল ডোখৰৰ ভিতৰত সেই জাতিৰ মানুহে এই দেশত ৰাজত্ব কৰা কোনো প্ৰমাণ পোৱা নাযায়। কলিতা জাতিৰ মূল সম্বন্ধে অনেকে অনেক কথা কয়, কিন্তু সেইবোৰ ইয়াত উল্লেখ কৰি বা আলোচনা কৰি আমি প্ৰবন্ধৰ কলেৱৰ বঢ়াবৰ ইচ্ছা নকৰোঁ। আমাৰ আজিৰ আলোচনাৰ বিষয় হৈছে কলিতা ৰজা আৰু তেওঁৰ দেশ।

আমাৰ দেশ ইংৰাজে লোৱাৰ অলপ পাছতে জন ব্ৰায়ন নিউভিলি ( John Bryan Neuvelle ) নামে এজন চাহাবে "On the geography and population in Assam" বুলি এটা বিৱৰণ লেখি থৈ গৈছে; তাত কলিতা ৰজা আৰু তেওঁৰ দেশৰ বিষয়ে যি লিখি গৈছে তাৰ ওপৰত নিৰ্ভৰ কৰিয়েই আমি এই প্ৰস্তাৱৰ বিষয়ে লিখিবলৈ হাত দিছোঁ। চাহাবজনেও কলিতা ৰজাৰ বিষয়ে যি লেখিছে তাক শুনা কথাৰ ওপৰত হে লিখিছে আৰু তেওঁ সেইবোৰ কথা একেবাৰেই সঁচা বুলি নপতিয়াই, সেই বিষয়ে ভালকৈ অনুসন্ধান কৰিব লাগে তাকেহে লেখিছে; যেনে ;—

"Beyond the mountainous region ( the hills between the heads of the Dihong and Dibong ) extends the grand field of enquiry and interest, if any credit be due to the opinion universally prevalent here respecting the nation inhabiting those tracts."

ভোট দেশৰ পূব ফালে, আৰু সদিয়াৰ উত্তৰ ফালে, পৰ্ব্বতবিলাকৰ সিফালে এখন বৰ ডাঙৰ ভৈয়াম দেশ আছে বুলি কয় আৰু সেই দেশেই

হেনো কলিতা ৰজাৰ দেশ। সেই দেশৰ মানুহবোৰ হিন্দু, আৰু হেনো বৰ সভ্য আৰু উন্নত। সেই দেশৰ ৰজা হেনো বৰ ক্ষমতাশালী। আহোম ৰজাবিলাকৰ অতি উন্নতশীল অৱস্থাতকৈয়ো সেই দেশৰ অৱস্থা, ধনে-জনে, ক্ষমতাই-ঐশ্বৰ্য্য-বিভূতিয়ে অনেক বেছি বুলি কয়। অতিপূৰ্ব্বে এই দেশৰ লগত সেই দেশৰ যাতায়াত আছিল বুলি কয়, কিন্তু হেনো অনেক কালৰপৰা যাতায়াত বন্ধ হৈছে। এই দেশৰপৰা সেই দেশলৈ যোৱা পৰ্ব্বতৰ তলে তলে এটা স্বাভাৱিক সুৰুঙা আছিল বুলি কিম্বদন্তি আছে, কিন্তু এইটো উপকথা যেন হে লাগে। এইটো কথা কিন্তু সকলোৱে কৈছিল যে ৮ পুৰুষ মানৰ আগেয়ে, ( এতিয়া ১০।১১ পুৰুষ হ'ব ) বৰগোহাঞিৰ দুজন পুতেকে ভালেমান অসমীয়া মানুহ লগত লৈ, শ্ৰীলুইত নৈৰ পাৰত থকা কলিতা ৰজাৰ দেশত আশ্ৰয় লৈছিলগৈ আৰু ২০০ বছৰ মানৰ আগলৈকে তেওঁবিলাকে নিজৰ দেশৰ লগত লেখা-লেখিৰে সম্পৰ্ক ৰাখিছিল। কলিতা ৰজাই হেনো তেওঁ-বিলাকক বৰ আদৰেৰে ৰাখিছিল আৰু তেওঁবিলাকক মাটিবাৰী দি পাতিছিল। আমাৰ সেই মানুহবোৰে সেই দেশৰ মানুহৰ লগত বিয়াবাৰু কৰাই, সিহঁতেৰে সৈতে হেনো একে হৈ গৈছিল। কলিতা ৰজাৰ দেশৰ পূব ফালৰ দেশবোৰ হেনো লামাবিলাকৰ দেশ।

স্বৰ্গদেও ৰাজেশ্বৰসিংহৰ দিনত দিহিং নৈত এনে এটা বানপানী আহিছিল যে সেই বানপানীয়ে আমাৰ গোটেইখন দেশ তল নিয়াইছিল আৰু গাওঁ-ভূঁই সকলোবোৰ উটাই বুৰাই নিছিল।

সেই বানপানীত দিহিং নৈৰ গতিয়েই সলনি হ'ল আৰু দেশৰ তৰাং ঠাই দ হৈ আৰু দ ঠাই তৰাং হৈ আগৰ চিনচাবুত নাইকিয়া হ'ল। এই বানপানী ১৫ দিন আছিল আৰু তাত অনেক খেতিবাতিৰ সঁজুলি, গৃহস্থালীৰ মালামাল, হাতীৰ সাজ-সঁজুলি, আৰু আন আন বস্তু-বেহানি উটি আহিছিল। সেই বস্তুবোৰ যে এটা সভ্য আৰু উন্নত জাতিৰ বস্তু আছিল তাক সকলোৱে কৈছিল আৰু আমাৰ মানুহে সেইবোৰ কলিতা দেশৰপৰা উটি অহা বস্তু বুলি ভাবিছিল।

১৮২৫ চনত বগাদমৰা ফুকন নামেৰে এজন মানুহে লেফ্‌টেনেণ্ট্‌ উইল-কক্সাক যি বিৱৰণ দিছিল তাক তলত দিয়া হ'ল—

“১৬৫৭ শকত আমাৰ দেশত দু'খন নৈ বৈ আছিল। আগৰ দিনত দিহং-দিপাঙৰ ওচৰত থকা চেংলাই নৈৰ মুখত ২ খন কছাৰী গাওঁ আছিল।

এই গাওঁ তুখনত তুখন বিল আছিল। এখনৰ নাম দিহাদাৰুৱা আৰু আন খনৰ নাম দিবঙ্গীয়া। চেঙ্গা বা চেংলাই বুলি এখন নৈ তুৰিয়া গোহাঞিৰ দেশৰপৰা বৈ আহি এই তুখন বিলত পৰি দিহং-দিপাং নাম লৈছে আৰু কলিতা ৰজাৰ দেশৰপৰা বৈ অহা দিবঙ্গ নৈত পৰিছে। দিহং নৈত অনেক শিল আছে। সেই কাৰণে চেংলাই নৈৰ মুখলৈকে তাত নাও নচলে কিন্তু দিবং নৈয়ে ৪০ দিন উজাই গৈ, চেংলাই নৈৰ মুখ পায়। তাৰপৰা কলিতা ৰজাৰ দেশ ১২ দিনৰ বাটত। চেংলাই নৈত নাও নচলে। সদিয়াৰপৰা কলিতা দেশ ৪২ দিন ৬ ঘণ্টাৰ বাট। বাটত অনেক পৰ্ব্বত আৰু অটব্য হাবি আছে সেইগুণে তালৈ যোৱা বৰ টুষ্কৰ। আবৰ দেশৰপৰা ৯ দিনৰ বাটত বিবৰদেশ আৰু বিবৰদেশৰপৰা তিন দিন গৈ জিবৰ দেশ পায়গৈ। জিবৰৰপৰা ৭ দিন গলে বৰকণা* দেশ পোৱা যায়। কলিতাদেশ বৰকণা দেশৰপৰা ৩ দিনৰ বাটত। বাটত ২৪টা পৰ্ব্বত, ১১টা ডাঙ্গৰ সোতা আৰু সৰু সুতি অনেক আছে। পৰ্ব্বতেদি যোৱা অসাধ্য, কিয়নো, বৰকণাইঁতে বাট এৰি নিদিয়ে। কলিতাদেশত হাতীদাঁত, বুড়িসাৰ, তামৰ বাচন, বৰবিহ, শিঙ্গিমূৰীবিহ, গোঁঠিয়ন, পাট, গন্ধকলাই আৰু চোঁৱৰ অনেক পোৱা যায়। কলিতা দেশৰ উত্তৰ-পশ্চিমে ৯ দিনৰ বাটত কিবং গোহাঞিৰ দেশ। তুৰিয়া দেশ কিবঙ্গৰপৰা ৫ দিনৰ বাটত। দিহং-দিপং নৈ, কিবং আৰু তুৰিয়া এই তুই দেশৰ মাজৰপৰা ওলাইছে।”

ওপৰত দিয়া বগাদমৰা ফুকনৰ বিৱৰণ বিশ্বাস কৰিলে কলিতা ৰজাৰ দেশ এখন আছিল আৰু এতিয়াও আছে বুলি ধৰিব লাগিব। লেফ্‌টেনেণ্ট উইলকক্সে বগাদমৰা ফুকনক, অনেক পুৰণি কথা জনা এজন বিচক্ষণ লোক বুলি লেখি গৈছে। বগাদমৰা ফুকনক বিশ্বাস কৰি কলিতা ৰজা আৰু দেশৰ বিষয়ে মানি লবলৈ আমাৰ একো আপত্তি নাই, কিন্তু সচাঁসঁচিকৈয়ে তনে

---

* “Barkana—large-eard. The Assamese are as confident of the existence of this tribe as that of the fabulous Shri Lohit and three branches ( Brahmaputra, Dihong and Irrawady ). Those who are not remarkably credulous, represent the ear as merely hanging down to the waist while others are positively informed that at night the left ear serves as an ample bed to sleep on while sufficient to wrap the body up in.”

—Liut Wilcox.

এখন ৰাজ্য থকা হলে, অতদিনে তাৰ আৰু একো শুংসূত্ৰ নোলালহেঁতেন নে? অৱশ্যে এইটোও ভাবি চাবলগীয়া কথা যে যোৱা এশ বছৰৰ ভিতৰত এপিনে আবৰ আনপিনে চীন আৰু আনপিনে ভোট এই দেশডোখৰৰ সম্বন্ধে আমাৰ ভূগোলৰ বিষয়ে জ্ঞান কিমান বেছি হৈছে। ক'বলৈ গলে একোৱেই হোৱা নাই। এশ বছৰৰ আগেয়ে সেই ডোখৰ দেশৰ বিষয়ে যেনেকৈ আৰু একো নাজানিছিলোঁহক এতিয়াও একো নাজানো। সেইগুণে দেশৰ আগৰ দিনৰ মানুহবিলাকৰ সৰ্ব্বসাধাৰণ বিশ্বাসলৈ চাই কলিতা ৰজাৰ দেশ এখন আছে বুলি পতিয়াবৰহে মন যায়, বিশেষতঃ যেতিয়া তেনে এখন দেশ নথকাৰ সম্বন্ধে কোনো বিশ্বাসযোগ্য প্ৰমাণ নাই।

# হায়ংথল

নগাওঁ জিলাৰ ভিতৰত যমুনামুখ বুলি যি ঠাই আছে তাৰপৰা পাঁচ মাইলমান দূৰত হায়ংথল বুলি এখন পুৰণি ঠাই আছে। আজিকালি সেই থলবাসী মানুহবিলাকৰ সৰহ ভাগ হোজাই আৰু মিকিৰ। হায়ংথলত তিনিটা প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ দেখিবলৈ পোৱা যায়। মন্দিৰ তিনিটা ওচৰা-ওচৰি আছিল আৰু তাৰে দুটা ডাঙৰ ডাঙৰ চাৰিকুণীয়া শিলেৰে গঁথা। এটা তেনে শিল জোখাত ৯ × ৩ × ১ ফুট পোৱা হৈছিল। এটা মন্দিৰৰ ভিতৰত শিৱলিঙ্গ সম্পূৰ্ণৰূপে আছে, কিন্তু আনটোৰ শিৱলিঙ্গ ভাগি দুঠাইত দুই ডোখৰ পৰি আছে। মন্দিৰৰ বাহিৰ ফালে গাত গঁথা শিলবিলাকতে নানা তৰহৰ ফুল আৰু লতা কটা আছে। এছটা তেনে শিলৰ ওপৰত তিনিজন দেৱতাৰ মূৰ্ত্তি কটা আছে; তাৰ ভিতৰৰ সোঁফালৰ জনা মাইকী আৰু বাওঁ-ফালৰ দুজনা মতা মূৰ্ত্তি। মতা মূৰ্ত্তিৰ ভিতৰৰ এজনে হাতত বাঁহী লৈ ত্ৰিভঙ্গ ভাব ধৰি থিয় দি আছে আৰু আনজনৰ হাতত এডাল গছা আছে। দেখিলে বোধহয়, হাতত বাঁহীলোৱা জন, শ্ৰীকৃষ্ণ আৰু গদা লোৱা জন বলভদ্ৰ আৰু মাইকী জনা সুভদ্ৰাৰ মূৰ্ত্তি।

মন্দিৰৰ বাহিৰে হায়ংথলত কেইবাটাও ডাঙৰ ডাঙৰ পুখুৰী আছে। কেইটামান পুখুৰীৰ ঘাটবিলাক শিলেৰে বন্ধোৱা।

এই মন্দিৰ আৰু পুখুৰীবিলাক কছাৰী ৰজাই কৰোৱা বুলি জনশ্ৰুতি আছে। অৱশ্যে কছাৰী ৰজাই কৰোৱা হলেও তেওঁবিলাক হিন্দুধৰ্ম্ম গ্ৰহণ কৰাৰ পাচত যে এই মন্দিৰবিলাক সজাইছে তাৰ সন্দেহ নাই। “হায়ংথল”—এই নামৰ উৎপত্তি সম্বন্ধে নানা জনে নানা মত প্ৰকাশ কৰে। কোনোৱে কয় “হায়ং” কছাৰীয়ে পূজা কৰা এজন দেৱতাৰ নাম। কোনোৱে কয় হায়ং নামে এজন কছাৰী ৰজা আছিল। কোনোৱেবা কয় হায়ং বুলি এটা কছাৰীৰ খেল আছিল।

মন্দিৰ কেইটা যে কোনো ডাঙৰ ভূমিকম্পত ভূমিস্যাৎ হৈছে তাৰ সন্দেহ নাই। নহলে ইমান ডাঙৰ ডাঙৰ শিলবিলাক এইদৰে ছিন্ন-ভিন্ন হৈ পৰি নাথাকিলহেঁতেন। আজিকালি ওচৰৰ অতি বুঢ়া মানুহবিলাকেও কয় যে সিহঁতৰ ককাক, আজো ককাকৰ দিনতো এই মন্দিৰ কেইটা এনে ভগা অৱস্থাতে দেখিছে বুলি কৈ গৈছে। তেনেহলে অনুমান কৰিব পাৰি, কম পক্ষেও ১০০ বছৰৰ পূৰ্ব্বেই মন্দিৰ কেইটা এনে অৱস্থাত প্ৰাপ্ত হৈছে।

অসম দেশৰ যি কেইখন বুৰঞ্জী প্ৰকাশ হৈছে তাৰপৰা হায়ংথল আৰু তাৰ ওচৰৰ ঠাইবিলাকৰ অৱস্থা সম্বন্ধে একো জানিব পৰা নাযায়। আমি বহুত অনুসন্ধান কৰি, এতিয়াও ছপা নোহোৱা এখন সাঁচীপতীয়া পুৰণি পুথিৰ-পৰা জানিব পাৰিছোঁ যে ২০০-৩০০ বছৰৰ পূৰ্ব্বে হায়ংথল আৰু তাৰ ওচৰৰ ঠাইবিলাক আজিকালিৰ নিচিনা অটব্য অৰণ্য নাছিল। পোন্ধৰ শতিকাত দিখৌ নৈয়েই কচাৰী ৰাজ্যৰ পূৱসীমা আছিল আৰু তেতিয়া ডিমাপুৰত তেওঁবিলাকৰ ৰাজধানী আছিল। কিন্তু সেই শতিকাৰ শেহ ভাগত আহোম ৰাজত্ব বিস্তাৰৰ লগে লগে দিহিঙ্গীয়া ৰজাৰ দিনত কছাৰী ৰজাই হিৰম্ব দেশলৈ অৰ্থাৎ আজিকালিৰ কাছাৰ দেশলৈ ৰাজধানী তুলি নিয়ে আৰু কাজলি নৈয়েই আহোম আৰু কছাৰী ৰাজাৰ সীমা নিৰূপিত হয় আৰু আহোমবিলাকে নকৈ দখল কৰা ঠাইবিলাক কছাৰীৰ উপদ্ৰৱৰপৰা ৰক্ষা কৰিবৰ নিমিত্তে ৰহা, হাৰিয়ামুখ, কপিলীমুখ, পোতনীমুখ, আৰু কাজলিমুখত চকী বহুৱায়।

১৬০৬ খৃঃ অব্দত কাছাৰৰ ৰজা যশনাৰায়ণ আৰু জয়ন্তাৰ ৰজা যশমাণিকাৰ লগত তুমুল যুদ্ধ লাগে। সেইযুদ্ধত জয়ন্তাৰ ৰজা পৰাজিত হৈ, কাছাৰৰ ৰজাৰ লগত সন্ধি কৰি বৰাক নদী পৰ্য্যন্ত কাছাৰ ৰজাক এৰি দি কিছুদিন শান্তিৰে আছিল, এনেতে কছাৰীবিলাকে জয়ন্তাৰ বহুত মানুহক কপিলী নদীৰ দাঁতিত খাবলৈ মাতি, তাতে বিশ্বাসঘাতকতা কৰি বিনাশ কৰে। জয়ন্তাৰ ৰজাই কাছাৰৰ ৰজাক অকলে বলে নোৱাৰা যেন দেখি, আহোমৰ লগত মিত্ৰতা কৰিবৰ মনেৰে, তেওঁৰ স্বৰ্গীয় ভায়েক ধনমাণিক্যৰ জীয়েকক বুঢ়া ৰজালৈ বিয়া দিয়ে; আৰু কছাৰীবিলাকৰ লগত আহোমৰ বৰ ডাঙ্গৰ যুদ্ধ হয় আৰু সেইযুদ্ধত বহুত আহোম সৈন্য ক্ষয় হয়। কছাৰীবিলাক মাজ ৰাতি চোৰাং কৈ আহি আমাৰ বহুত মানুহ কাটে আৰু কপিলী নদীত বহুত নাও ডুবাই দিয়ে।

ওপৰত লেখা কথাবিলাকৰপৰা দেখা যায় যে বৰাক আৰু কাজলী নদীৰ মাজৰ বিস্তৃত ঠাইডোখৰ ১৭ শতিকাৰ পূৰ্ব্ব ভাগত কছাৰী ৰজাৰ তলতীয়া আছিল, আৰু এতিয়া সি যেনেকুৱা নিবিড় অৰণ্যত পৰিণত হৈছে, তেতিয়া অৱশ্যে তেনেকুৱা নাছিল। আমাৰ বিবেচনাৰে কাছাৰৰ যশনাৰায়ণ ৰজাৰ দিনতে এই মন্দিৰ কেইটা স্থাপিত হয়। জোনাকীৰ কোনো পাঠকে অনুগ্ৰহ কৰি এই মন্দিৰ আৰু পুখুৰী কেইটাৰ বিষয়ে অনুসন্ধান কৰি কিবা জনশ্ৰুতি বা ঐতিহাসিক তত্ত্ব প্ৰকাশ কৰিলে, বুৰঞ্জীক বিশেষৰূপে সহায় কৰা হয়।

# পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী

## তৃতীয় খণ্ড

### দ্বিতীয় পৰিচ্ছেদ

### তাম-শিলৰ ফলিৰ গণ্ড

# তাম-শিলৰ ফলিৰ গন্থ

## গোপেশ্বৰ দেৱালয়ৰ তামৰ ফলি

কামৰূপৰ উভয় পাৰে যি গোপেশ্বৰ দেৱালয় আছে, তাৰ দলৈ শ্ৰীযুত ডম্বৰুধৰ শৰ্ম্মাৰ হাতত শিৱসিংহ ৰজাৰ দিনত দিয়া এখন তামৰ ফলি আছে। সেই তামৰ ফলিখনৰ তাৰিখ হৈছে 'শশধৰ ৰসতৰ্ক হৰিণাঙ্ক শাকে'—অৰ্থাৎ ১৭৬১ শক।

ফলিখনত দেৱালয়ত দিয়া মাটি আৰু পাইকৰ উল্লেখৰ বাহিৰে সেই সময়ৰ কোনো কোনো ব্যৱহাৰিক বস্তুৰ চলিত দাম দিয়া আছে। আগৰ দিনত কোন বস্তুৰ কি দাম আছিল তাক জানিব পাৰিলে সেই সময়ৰ মানুহৰ অৱস্থা আৰু বেহা-বেপাৰৰ অৱস্থা জানিবলৈ সুবিধা হয়। কোনো লোকৰ এই বিষয়ে সুবিধা হলে আগৰ দিনৰ বস্তুৰ চলত দৰ-ভাও প্ৰকাশ কৰিলে আমি বৰ উপকাৰ মানিম।

এই ফলিখনিত নিত্য-পূজাৰ ফৰ্দ্দত তলত দিয়া বস্তুবিলাকৰ দাম এই দৰে ধৰা আছে,—

| | |
|---|---|
| লোণ ৪ তোলা | ৻১॥ গণ্ডা |
| তেল /৶৹ | ৻৫ |
| ঘিঁউ এতোলা | ৻৬ |
| তামোল ১০ গোট | ৻৫ |
| পাণ ১॥ গুচি | ৻৬৷ |
| গুৰ /৷ এপোৱা | ৻১৮ |
| চৰু এটা | ৶৹ |

ইয়াৰপৰা জনা গ'ল যে, ১৬৭ বছৰৰ আগেয়ে আমাৰ দেশত বিশেষকৈ কামৰূপত তলত লিখা বস্তুবিলাকৰ দাম এনে আছিল,—

| | |
|---|---|
| লোণ /১ সেৰ | /১০ গণ্ডা |
| তেল /১ সেৰ | ৻১০ |
| ঘিঁউ /১ সেৰ | ।০ অনা |
| তামোল টকাৰ | ৮ পোণ |

| | |
|---|---|
| পাণ ( প্ৰায় ৯ গুচি ) | ৻৫ গণ্ডা |
| গুৰ /১ সেৰ | ৻৫৸ |
| চক্ গোটে | ৻৹ |

লোণ আমাৰ দেশত পাবলৈ মস্কিল আছিল। সেইগুণে তাৰ দামো বেছি আছিল। কিন্তু যিবোৰ বস্তু আমাৰ দেশত উৎপন্ন হৈছিল সি কিমান সস্তা আছিল ভাবি চাওকচোন।

## বশিষ্ঠাশ্ৰম

যোৱা মাঘ মাহৰ আলোচনীত 'বশিষ্ঠাশ্ৰম' সম্বন্ধে যি ভ্ৰমণ-কাহিনী ওলাইছে তাৰ এঠাইত আছে,—বাহিৰত এখন শিলৰ ফলি আছে, সেইখন ভালকৈ মাতিব নোৱাৰি;* আৰু এঠাইত আছে,—"ৰাজেশ্বৰসিংহৰ ৰাজত্বৰ আৰম্ভণতে এই মন্দিৰ সজাইছিল বুলি অনুমান হয়।" এঠাইত আছে,— বাহিৰত থকা শিলৰ ফলিখন চালোঁহি। কিন্তু ২।১টা আখৰৰ বাহিৰে আনবোৰ মাতিব নোৱাৰিলোঁ; যেনে—"প্ৰবলপ্ৰতাপান্বিত ৰাজৰাজেশ্বৰসিংহ।"

বশিষ্ঠাশ্ৰমলৈ তীৰ্থ কৰিবৰ বা দৃশ্য চাবৰ নিমিত্তে অনেক মানুহ যায়; সেই গুণে অনেকে তাত থকা শিলৰ ফলিখনত কি লিখা আছে তাক জানিবলৈ ভাল পাব বুলি ভাবি আজি সেই শিলৰ ফলিখন প্ৰকাশ কৰিলোঁ।

"শ্ৰীৰাম—

১। ৺৭ স্বস্তি নিস্‌সীমভিমপৰাক্ৰম প্ৰবলবৈ—
২। ৰিবনপ্ৰলয়কালানল সম্পূৰ্ণগুণগণৈ—
৩। কধাম ভৱভবানীপদাৰবিন্দমকৰন্দম—
৪। ধুকৰ শক্ৰকুলকুমুদেন্দু শ্ৰীশ্ৰীমন্ৰাজৰা—
৫। জেশ্বৰসিংহনিদেশেন্দ্ৰনীলাবলম্বিমৌ—
৬। লি তদীয়চৰণচাৰণচক্ৰৱৰ্ত্তীকুন্দাবদাত—
৭। কীৰ্ত্তি সমৰবীৰপাৰাবাৰগম্ভীৰ বিদ্যা—
৮। বিদ্যোতিতান্তস্কৰণ শ্ৰীগোবিন্দপদাজ্ঞাব—
৯। লম্ববৰবাহিনীপতি শ্ৰীমদনুজত্বৰবাবৃ—

* পদ্মধৰ চলিহাই লেখা বশিষ্ঠাশ্ৰম প্ৰবন্ধ

১০। হংফুকনাত্মজ শ্ৰীমত্তৰুণত্বৰবাবৃহৎফু—
১১। কনতনূজ শ্ৰীমদ্দশৰথাভিধেয়সেনাধ্য—
১২। ক্ষো বশিষ্ঠাশ্ৰমগিৰ্য্যুপৰি প্ৰাসাদম—
১৩। চীকৰত্তৰ্ক নাগৰসেন্দুশাকে।—১৬৮৬”

**অসমীয়া ভাঙনি**—অসীম আৰু ভয়ানক পৰাক্ৰমী, প্ৰবল শত্ৰুৰূপ বনত প্ৰলয়কালৰ অগ্নিৰ নিচিনা, পৰিপূৰ্ণ গুণবিলাকৰ আধাৰস্বৰূপ, হৰগৌৰীৰ পাদপদ্মৰ মধুপান কৰাত ভ্ৰমৰাৰ নিচিনা, আৰু ইন্দ্ৰবংশস্বৰূপ কুমুদক প্ৰস্ফুটিত কৰোঁতা চন্দ্ৰৰ নিচিনা, শ্ৰীশ্ৰীমৎ ৰজা ৰাজেশ্বৰসিংহৰ আদেশক ইন্দ্ৰনীল মণি জ্ঞান কৰি মূৰত পিন্ধোতা আৰু তেওঁৰ চৰণ সেৱা কৰাত সকলোকে পৰাস্ত কৰোঁতা, কুন্দফুলৰ নিচিনা ধৱল কীৰ্ত্তিশালী, যুঁজত ধীৰ আৰু সাগৰৰ নিচিনা গম্ভীৰ, বিদ্যাবিলাকে উজ্জ্বল কৰা অন্তঃকৰণ, শ্ৰীগোবিন্দৰ পাদপদ্মৰ অৱলম্বন কৰোঁতা, প্ৰধান সেনাপতি, শ্ৰীমৎ অনুজত্বৰবা বৰফুকনৰ পুত্ৰ শ্ৰীমৎ তৰুণত্বৰবা বৰফুকনৰ পুত্ৰ শ্ৰীমৎ দশৰথ নামেৰে সেনাপতিয়ে, বশিষ্ঠাশ্ৰমৰ পৰ্ব্বতৰ ওপৰত মন্দিৰ কৰাইছিল, তৰ্ক-নাগ-ৰস-ইন্দু অৰ্থাৎ ১৬৮৬ শকত।

এই ফলিখনৰপৰা আমাৰ দেশত ডেৰ-শ বছৰৰ আগেয়ে সংস্কৃত শিক্ষাৰ অৱস্থা আৰু সেই সময়ৰ অসমীয়া আখৰৰ গঢ় আদি, আৰু আহোম ৰজাসকলৰ হিন্দুধৰ্ম্মৰ প্ৰতি আস্থা ভালকৈ বুজিব পাৰি। এই ফলিৰ ৬ শাৰীত থকা ‘চৰণচাৰণচক্ৰৱৰ্ত্তী’ পদফাঁকি, মৈথিলী কবি জয়দেৱৰ ‘পদ্মাৱতী চৰণচাৰণ চক্ৰৱৰ্ত্তী’ পদৰ আৰ্হি লৈ লিখা বুলি ভাবিব পাৰি।

১৬৭৮ শকত মহাৰাজ ৺ৰাজেশ্বৰসিংহ এবাৰ গুৱাহাটী চাবলৈ আহিছিল। আহোঁতে মহাৰাজে সোণাৰী নৈত, গজপুৰত, দেৱৰগাৱঁত, বিশ্বনাথত, কলিয়াবৰত, সৰিয়হতলিত, বৰদোৱাত, বেঁকিত, কালশিলাত, বৰনদীত, আৰু হাজোত বাহৰ কৰাই, বাহৰে বাহৰে থাকি, পহু-মাছ মাৰি ৰংচং কৰি গুৱাহাটী পালেহি; গুৱাহাটীৰ বৰফুকনে মহাৰাজক লতাশিলৰপৰা আগবঢ়াই আনিলে। মহাৰাজে গুৱাহাটীত থাকোঁতে তাৰ সকলোবিলাক তীৰ্থস্থানলৈ গৈছিল আৰু তেতিয়াই বশিষ্ঠাশ্ৰমত মন্দিৰ বান্ধিবলৈ বৰফুকনক আদেশ কৰে, কিন্তু ১৬৮৬ শকতহে মন্দিৰ প্ৰস্তুত হৈ উঠে। মহাৰাজ ৰাজেশ্বৰসিংহে ১৬৭৩ শকৰপৰা ১৬৯১ শকলৈকে অসমত ৰাজত্ব কৰে; *সেই গুণে তেওঁ* ৰজা হোৱাৰ ১৪ বছৰৰ মূৰতে হে এই মন্দিৰ নিৰ্ম্মিত হয়, তেওঁৰ ৰাজত্বৰ আৰম্ভতে নহয়।

# চিলা পৰ্ব্বতৰ গদ্য

ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে, গুৱাহাটীৰ উত্তৰ-পশ্চিম কোণত চিলা পৰ্ব্বত নামেৰে এটা পৰ্ব্বত আছে; এই পৰ্ব্বতটো গুৱাহাটীৰপৰা প্ৰায় ৫ মাইলমান দূৰত। এই পৰ্ব্বতৰপৰা ৰঙ্গমহলৰ ফাললৈ পূব-মুৱাকৈ এটা গড় গৈছে আৰু সেই গড়ৰ নামেই হৈছে, বুৰঞ্জী-প্ৰসিদ্ধ 'মোমাইকটা গড়'। পৰ্ব্বতৰ ওচৰতে এই গড়টো কাটি 'ইষ্টাৰ্ণ বেঙ্গল ৰেল' গৈছে। এই গড়টোৰ দুই কাষে দুটা বৰ দ খাৱৈ আছিল; ঠায়ে ঠায়ে খাৱৈ দুটা এতিয়া মাৰ গৈছে। এই গড়টো পশ্চিমফালে চিলা পৰ্ব্বতৰে ওপৰে ওপৰে গৈ আমিনগাৱঁৰ ওচৰত শৰাইঘাট পৰ্ব্বতত লাগিছেগৈ। চিলা পৰ্ব্বতৰ আও-ঢলনিয়াত এটা বৰ ডাঙ্গৰ কলাডিলীয়া শিল আছে। শিলটো দীঘে ১৫ হাতমান হব আৰু বেৰে ১২ হাতমান হব, গুৰি ফালে শকত আৰু আগফালে ক্ৰমে সৰু।

কামৰূপ জিলাৰ চেটেলমেণ্টৰ কাম কৰোঁতে কেইবাজনো বুঢ়া মানুহৰ মুখে শুনিবলৈ পালোঁ যে চিলা পৰ্ব্বতৰ ওপৰত অগাইধ হাবিৰ মাজত এটা প্ৰকাণ্ড শিল পৰি আছে আৰু তাতে এখন গদ্য কটা আছে। বুঢ়া মানুহৰ বুঢ়া কথা! তেওঁবিলাকে আৰু কলে যে তাত কি আখৰ কটা আছে তাক কোনেও পঢ়িব নোৱাৰে; এটা গাতত বহুত ধন-সোণ থৈ তাৰ মুখত শিলটো হেঁচা দি তাত সেই কথা লিখি ৰাখিছে, যেয়ে সেই লিখা পঢ়িব পাৰিব সেয়ে সেই ধন-সোণৰ গৰাকী হব। ভাবিলোঁ কথাটো বেয়া নহয়। ফলিখন পঢ়ি তাৰ তলত থকা ধন-সোণখিনি উলিয়াব পাৰিলে ততালিকে ডাঙ্গৰ মানুহ হব পৰা যাব। পাচদিনা সোনকালে খোৱা-বোৱা কৰি, লগত কেইটামান মানুহ লৈ, শিলটো চাবলৈ খোজ ললোঁহঁক, তেতিয়া সেই পৰ্ব্বতৰ ওচৰেদি ৰেল যোৱা নাছিল। কাজেই ঠাইডোখৰ মুকলি হোৱা নাছিল। আমি হাবি কাটি কাটি শিলটো বিচাৰি পৰ্ব্বত বগাবলৈ ধৰিলোঁ। অনেক বিচৰাৰ পাচত শিলটো আমাৰ চকুত পৰিল। শিলটোৰ ওপৰত শেলাই বন্ধ যোৱাত তাত কিবা আছে বুলি পোনতে জানিব পৰা নগৈছিল। পাচত ভালকৈ মোহাৰি-সামৰি চোৱাত দেখা গ'ল যে শিলটোৰ গাত কিছুমান ভগা-ছিগা আখৰৰ আকৃতি আছে। সেইদিনা, বেলি পৰি আহিবলৈ ধৰাত, পৰ্ব্বততে কেনেবাকৈ ৰাতি হয় বুলি আমি খৰখেদা কৰি গুচি আহিলোঁ।

পাচদিনা নিচেই পুৱাতে খোৱা-বোৱা কৰি দিনটো আগত লৈ আমি আকৌ পৰ্ব্বতটোলৈ গলোঁহঁক। সেইদিনা পানীৰে শিলটো ভালকৈ বুৰুচেৰে ঘঁহি-পিহি ধোৱাত আখৰবোৰ ফট্‌ফটীয়া হৈ ওলাই পৰিল, কিন্তু কি হব—সৰহ ভাগ আখৰেই ভাগি-ছিগি গৈছে। ইমান সন্ধিৰ ঠাইত থকা শিলটোৰ আখৰবোৰ কেনেকৈ ভাগিল আৰু কোনে ভাঙ্গিলে এই কথাৰ সন্দেহ লওঁতে জানিব পাৰিলোঁ যে পৰ্ব্বতত থকা বাঁহবিলাকে ঘঁহনি খাই যি জুই জ্বলায় সেই জুইৰ ওচৰত থকা গছ-গছনিত লাগি তাৰ তাপত শিলবোৰ ছটাছটে এৰাই যায় আৰু তেনেকুৱা জুইৰ তাপতে এই শিলৰ আখৰবোৰৰো তেনে দশা হৈছে। কথাটো সঁচা বুলি মনত ধৰিলে আৰু ভাবিলোঁ, এইদৰে চাগৈ আমাৰ দেশৰ কত শিলৰ ফলি নষ্ট হৈছে। যি হওক, দিনৰ দিনটো পৰিশ্ৰম কৰি, ফলিখনৰ তলত দিয়া পাঠ উদ্ধাৰ কৰি, আমি ৰঙ্গমনেৰে বাহৰলৈ উভতি গলোঁ। ফলিখনত খাৱৈ খনাৰ হে কথা আছে, কোনো লুকাই পুতি থোৱা ধন-সোণৰ কথা নাই, এই কথা শুনি মোৰ লগত যোৱা মানুহ কেইজনে, মই যে ফলিখন ঠিকে-ঠাকে পঢ়িব পাৰিছো এনে বিশ্বাস নকৰিবৰেই কথা। ফলিখন আমাক অনেক কেঁকাই-গেঁথাই পঢ়া দেখিছে; তাতে আকৌ মানুহে অনেক কালৰপৰা শুনি অহা কথা এটা সততকাই মিছা বুলি ভাবিলে বৰ টান পায়। বহুত ঠাইত ধন-সোণ পোত গৈ থকা যিবোৰ জনশ্ৰুতি চলিত আছে, তাৰ সৰহ ভাগেই এনে বিধৰ। সি যি কি নহওক, ফলিখনত এই কথা লিখা আছে,—

“স্বস্তি হিমকৰহৰহাৰহীৰহিণ্ডিৰ পাণ্ডুৰযশোমণ্ডলমণ্ডিতভূমণ্ডল নিখিল-দুৰ্ব্বাৰবৈৰীবীৰবাৰ সমিন্ধনসমিদ্ধপ্ৰজ্জ্বলৎ প্ৰতাপানল ৰাজাধিৰাজ শ্ৰীশ্ৰীশিৱ-সিংহভূপালকস্য নিদেশাত্তদীয় সমৰশিখৰি শ্ৰীমদ্ভীমপৰাক্ৰম প্ৰচণ্ডদোৰ্দ্দণ্ডস্ফুৰণ-কোদণ্ড প্ৰতাপপ্ৰত্যাদিষ্ট প্ৰত্যৰ্থিগণ নিখিলবাহিনীকনায়ক পানীদিহিঙ্গীয়া শ্ৰীবৃহৎফুকনাশ্চিলাচল পূৰ্ব্বতোদিশতোষ্টাবিংশত্যাধিক সহস্ৰধনুৰ্মিতং ৰঙ্গমহল-নামিক দেশীয়ং বিশিষ্টখেয়চিখনৎ, যুগবানৰসনিশাকৰ শকাব্দে ১৬৫৪।”

**অসমীয়া ভাঙনি**—চন্দ্ৰ-গঙ্গা-হীৰা আৰু সাগৰৰ ফেনৰ নিচিনা যাৰ ধৱল যশৰ মণ্ডলে পৃথিৱীক আবৰি ধৰিছে, যাৰ প্ৰতাপ স্বৰূপ অগ্নিয়ে দুৰ্জ্জয় বিপক্ষ বীৰবিলাকক লাগনি কাঠৰ নিচিনাকৈ তৎক্ষণাৎ ভস্মীভূত কৰে, তেনেকুৱা ৰাজাধিৰাজ শ্ৰীশ্ৰীশিৱসিংহ ৰজাৰ আদেশত, ৰণত পৰ্ব্বতৰ নিচিনা অচল ভয়ানক পৰাক্ৰমী আৰু সকলো সেনাৰ নায়ক পানীদিহিঙ্গীয়া বৰ-

ফুকনে চিলা পৰ্ব্বতৰ পূৱফালে ৰঙ্গমহল নামে ঠাইত ১০২৮ ধেনু দীঘল এটা বিতোপন গড়খাৱৈ খনালে যুগ-বান-ৰস-চন্দ্ৰ অৰ্থাৎ ১৬৩৪ শকত।

স্বৰ্গদেও শিৱসিংহ ১৬৩৬ শকত ৰাজপাটত বহে আৰু ১৬৬৬ শকত স্বৰ্গী হয়। তেনেহলে তেওঁ ৰজা হোৱাৰ ১৮ বছৰৰ পাচত এই খাৱৈ খনোৱা হয়। তেতিয়া গুৱাহাটীত যি বৰফুকন আছিল, তেওঁ পানীদিহিঙ্গ বংশৰ আছিল আৰু তেওঁৰ নাম 'ডেবেৰা বৰফুকন' আছিল। গুৱাহাটী নগৰখন অতি পুৰণি; এই নগৰ আগৰ দিনত ব্ৰহ্মপুত্ৰ নৈৰ দুয়োপাৰে আছিল। দক্ষিণ পাৰে লতাশিলৰপৰা ফটাশিললৈকে আৰু তাৰপৰা পাণ্ডুলৈকে, আৰু উত্তৰ পাৰে শৰাইঘাটৰপৰা চিলা পৰ্ব্বতলৈকে, আৰু তাৰপৰা দীৰ্ঘেশ্বৰী পৰ্ব্বত আৰু কানাই-বৰশীবোৱা শিললৈকে। এই নগৰখনক চাৰিওফালে ওখ ওখ পৰ্ব্বতে বেৰি ৰাখিলেও, তাৰ সীমাত ভব্য ভব্য গড় আৰু গড়খাৱৈ দি তাক শত্ৰুৰ আক্ৰমণৰপৰা বিশেষভাৱে ৰক্ষা কৰা হৈছিল। গুৱাহাটী নগৰৰ অতি পুৰণি নাম আছিল 'প্ৰাগ্‌জ্যোতিষপুৰ'। দ্বাপৰ যুগৰ শেষ ভাগত শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰিবলৈ আহোঁতে, 'প্ৰাগ্‌জ্যোতিষপুৰ'খন এনে প্ৰকাণ্ড গড়েৰে আগুৰা আছিল যে শ্ৰীকৃষ্ণই অনেক কষ্টেৰে হে সুদৰ্শন চক্ৰেৰে সেই গড় ভাঙ্গি নগৰত সোমাব পাৰিছিল। অসুৰৰ আলি বুলি যি ডোখৰ গড় এতিয়াও আছে, সেই ডোখৰ এই কালৰে গড় বুলি আজিলৈকে জনশ্ৰুতি চলি আহিছে। চীনদেশৰ ভ্ৰমণকাৰী য়ুৱানচেঙ্গৰ বিৱৰণীতো গুৱাহাটীৰ চাৰিওমেৰে থকা গড়বিলাকৰ উল্লেখ দেখিবলৈ পোৱা যায়। এই গড়বিলাক বেলেগ বেলেগ ৰজাৰ দিনত মেৰামত কৰোৱা হৈছিল। মুছলমানবিলাকে আমাৰ দেশ আক্ৰমণ কৰাত, এই গড়বিলাক ভালকৈ মেৰামত কৰোৱা হৈছিল। গুৱাহাটী নগৰ অতীজৰেপৰা গোটেইখন অসম দেশৰ দুৱাৰ-মুখৰ নিচিনা আছিল; সেইগুণে সেই নগৰক ৰক্ষা কৰা গড়বিলাক মেৰামত কৰি নাৰাখিলে, গোটেইখন দেশৰে বিপদৰ আশঙ্কা আছিল। শৰাইঘাটৰ যুঁজেই অসমীয়া আৰু মুছলমানৰ ভিতৰত খাতাং ৰকমৰ যুঁজ হলেও স্বৰ্গদেও গদাধৰসিংহৰ দিনলৈকে মুছলমানবিলাকৰ লগত আমাৰ শত্ৰুতা চলি আহিছিল; এইজন ৰজাৰ দিনত মুছলমানবিলাকৰ লগত ইটাখুলিত আমাৰ যি যুঁজ লাগে সেয়েই তেওঁবিলাকৰ লগত আমাৰ শেষ যুঁজ। তেতিয়ালৈকে গুৱাহাটীৰ চৌমেৰে থকা গড়বিলাক ৰীতিমতে মেৰামত কৰি ৰাখিবৰ নিতান্ত আৱশ্যক আছিল; তাৰ পাচৰ কালত লাহে লাহে তেনে আৱশ্যক নাইকিয়া হৈ আহিবলৈ ধৰিলে। তথাপি এই ফলিৰপৰা

দেখা যায় যে ৺শিৱসিংহ স্বৰ্গদেওৰ দিনতো বাহিৰা শত্ৰুৰ ভয় নাথাকিলেও এই গড়বিলাক মেৰামত কৰিবলৈ হাতত লোৱা হৈছিল, অন্ততঃপক্ষে ৰঙ্গমহলৰ ফাললৈ যোৱা গড়ৰ খাৰৈ দুটা আকৌ খনাই দিব লগা হৈছিল। আহোম ৰজাবিলাকৰ দিনত গুৱাহাটীৰ সীমাৰ গড় মেৰামত কৰোৱা বিষয়ে বোধ কৰোঁ এই ফলিয়েই বুৰঞ্জীৰ শেষ কবলগীয়া কথা।

## বৰফুকনৰ দৰবাৰ মন্দিৰ

আগৰ দিনত গুৱাহাটী নগৰৰ কোন ঠাইত কি আছিল, তাক সঠিককৈ জানিবলৈ সকলোৰে ইচ্ছা হয়; কিন্তু তাক জনা বৰ সহজ কথা নহয়। গুৱাহাটীৰ নিচিনা উন্নতিশীল নগৰৰ পৰিবৰ্ত্তন সদাই হব লাগিছে। ভগদত্ত, ভাস্কৰবৰ্ম্মা, বলবৰ্ম্মাৰ কথাকে নকওঁ, আহোমৰ দিনতেই গুৱাহাটীৰ কোন ঠাইত কি আছিল তাকে ভালকৈ জানিবৰ উপায় নাই। তলত দিয়া ফলিৰখনৰপৰা গুৱাহাটীৰ কোনখিনি ঠাইত আহোম ৰজাসকলৰ দিনত বৰফুকনৰ 'দোপদৰ' বা দৰবাৰ-মন্দিৰ আছিল তাক ঠিককৈ জানিবপৰা যায়। এই ফলিখন এটা বৰ ডাঙৰ শিলত আজিকালিৰ চাৰ্কিট বঙ্গলাৰ টোলত পোৱা হৈছে। পূৰ্ব্বে এই ঠাইতে কামৰূপৰ ডিপুটি-কমিছনাৰ মিঃ কেম্বেল চাহাবৰ বঙ্গলা আছিল আৰু তেতিয়া শিলটো উবুৰি হৈ পৰি থকাত তাত ফলি এখন থকা কথা কেৱে নেজানিছিল। ১৮৯৭ চনৰ ভূইকঁপৰ পাচত যেতিয়া এই ঠাইলৈ চাৰ্কিট বঙ্গলা আনিবৰ কথা হ'ল, তেতিয়া ঠাইখনৰ খলাবমা মাটি সমান কৰিবলগা হোৱাত শিলটো লুটিয়ালত এই ফলিখন ওলাই পৰিল। ফলিখনৰ পাঠ উদ্ধাৰ কৰি আজি আলোচনীৰ পাঠকসকলক উপহাৰ দিয়া হ'ল। ফলিখনত সংস্কৃত ভাষাত এই কথা লিখা আছে,—

শ্ৰীৰাম

১। ৭৮ স্বস্তিস্ৰি সমস্তসামন্তচক্ৰচূড়ামণিমৰীচিম—

২। গুৱীৰাজিবাজিতপদপল্লব কন্দৰ্পদৰ্পদলনকলে—

৩। ৱৰ দিগ্দন্তাৱলৱলীকৰ্ণতালাস্ফালমকল্পিত—

৪। প্ৰৱল প্ৰতাপানল বিবিধদানসন্তানবিনিন্দিতকল্পপাপদশ—

৫। জ্যাঘোষঘোৰজনিতশৰকুলিশসম্পাতজৰ্জ্জৰিতাৰি—

৬। বৰকলেৱৰ হৰহাসকৈলাশকাশসঙ্কাশপৰি—

৭। পাণ্ডুৰাখণ্ডযশঃ শ্ৰীখণ্ডমণ্ডিত ব্ৰহ্মাণ্ডভাণ্ড গা—
৮। ম্ভীৰ্য্যোদাৰ্য্যমৰ্য্যাদাদয়ানয়নিচয়ৰত্নাকৰ শক্ৰবংশাব—
৯। তংস সৌমাৰেশ্বৰ স্বৰ্গদেৱ শ্ৰীশ্ৰীমৎশিৱসিংহমহীমহে—
১০। ন্দ্ৰানামাদেশনালান্দবানস্তদীয়পদদ্বন্দাৰবিন্দম--
১১। ন্দমকৰন্দ তুন্দিলমধুব্ৰত মন্ত্ৰীপণগণনা গ্ৰগণিত দুৰ্ব্বা—
১২। ৰ বীবাৰনদাৰনপঞ্চাননমহাসেনসমানস্তদী—
১৩। য়াদিপুৰুষানাং স্বৰ্গাবতৰণসময়গৃহীতপদাম্বু—
১৪। জসমাগত দুৱৰাকুলকমলদিনকৰ শ্ৰীমত্ত—
১৫। ৰু দুৱৰবৃহৎফুক্কনো দেবসভাকাৰছ—
১৬। ৰ্গমপ্ৰাকাৰবেষ্টিতবিচিত্ৰদাৰবাৰ মন্দিৰ—
১৭। বিজযনামদক্ষিনদ্বাৰমিদমিষ্টকাদিভিৰচীক—
১৮। ৰদগগণগুণগুণে দুশাকে। ১৬৬০।"

**অসমীয়া ভাঙনি**—যাৰ চৰণযুগল সকলোবিলাক সামন্তৰজাৰ মুকুটমণিৰ কিৰণমালাৰে সুশোভিত, যাৰ শৰীৰৰ সৌন্দৰ্য্যই কামদেৱৰ দৰ্পক দলন কৰিছে, যাৰ প্ৰবল প্ৰতাপ স্বৰূপ অগ্নি দি দস্যুলবিলাকৰ কাণ লৰোৱা বতাহত প্ৰজ্জ্বলিত হৈছে, যাৰ নানাবিধ দানৰ খিতাপ দেখি কল্পতৰুৱেও লাজ পাইছে, যাৰ ধেনুৰপৰা ভয়ানক শব্দেৰে ওলোৱা শৰবিলাকে প্ৰবল শত্ৰুবিলাকৰ গাত পৰি থকা স--কা কৰে, যাৰ অখণ্ডিত যশৰাশি সদাশিৱৰ অট্টহাসি গোটমাৰি হোৱা কৈলাশ পৰ্ব্বতৰ কান্তিৰ নিচিনা ধৱল, যাৰ ঐশ্বৰ্য্যৰ অংশ মাত্ৰই গোটেইখন ব্ৰহ্মাণ্ডক আবৰিব পাৰে, যি গাম্ভীৰ্য্য, উদাৰতা, দয়া আৰু নীতি আদি ৰত্নবিলাকৰ সাগৰ স্বৰূপ, ইন্দ্ৰবংশত জন্মগ্ৰহণ কৰোঁতা সৌমাৰ দেশৰ ৰজা স্বৰ্গদেৱ শ্ৰীশ্ৰীমৎ শিৱসিংহ মহাৰাজৰ আদেশ স্বৰূপ মালাত শিৰত ধাৰণ কৰি, তেওঁৰ দুখানি চৰণকমলৰ মৃদুমধুৰ অমিয়া পান কৰাত থুলন্তৰ ভোমোৰাৰ নিচিনা, মন্ত্ৰীবিলাকৰ ভিতৰত অগ্ৰগণী, অতি বলশালী শত্ৰুৰূপ হাতীক বধ কৰাত সিংহৰ নিচিনা, কাৰ্ত্তিকৰ সমান বলী, মহাৰাজৰ পূৰ্ব্বপুৰুষসকল স্বৰ্গৰপৰা নামি আহোঁতে, তেওঁবিলাকৰ চৰণপল্লৱত ধৰি লগত অহা যি দুৱৰা বংশ, সেই বংশৰ পদ্মক প্ৰস্ফুটিত কৰোঁতে সূৰ্য্যৰ নিচিনা শ্ৰীমৎ তৰুণ দুৱৰা বৰফুকনে, পাৰ হব নোৱৰা ইটাৰ গড়েৰে মেৰোৱা দেৱসভাৰ নিচিনা বিচিত্ৰ দৰবাৰ মন্দিৰৰ এই বিজয় নামেৰে দক্ষিণ দুৱাৰখন ইটা আদিৰে প্ৰস্তুত কৰিলে, গগণ-গুণ-গুণ-ইন্দু অৰ্থাৎ ১৬৬০ শকত।

এই ফলিৰ 'সমস্তসামন্তচক্ৰচূড়ামণিমৰীচিমঞ্জৰীৰাজিতপদপল্লৱ' পদ ফাঁকি কাদম্বৰীৰ শূদ্ৰকৰ বৰ্ণনাত প্ৰয়োগ কৰা 'প্ৰবৰনৃপমুকুটমণিমৰীচিচয়চৰ্চ্চিত-চৰণযুগল' পদৰ লগত ৰিজাব পাৰি আৰু কাদম্বৰীত কৈলাশ বৰ্ণনাত লিখা আছে যে সদাশিৱৰ অট্টহাসিবিলাক গোটমাৰি কৈলাশপৰ্ব্বতখন গঠিত হৈছে; আমাৰ ফলিৰ লিখকেও 'হৰহাসকৈলাশ' এই ভাবটো কাদম্বৰীৰপৰাই লোৱা যেন দেখা যায়। আমাৰ দেশত এসময়ত সংস্কৃত শিক্ষাৰ অৱস্থা কেনে ভাল আছিল তাক এই ফলিবিলাকৰপৰা ভালকৈ বুজিব পাৰি।

## বৰফুকনৰ জয়স্তম্ভ

গুৱাহাটীৰ জুবিলী গাৰ্ডেনত শিলৰ সৰু খুটা এটা আছে; খুটাটোৰ তলডোখৰ শিৱপতা আৰু ওপৰডোখৰ ঘূৰণীয়া। এই খুটাটো পূৰ্ব্বে হেনো ফটাশিলত আছিল, কিন্তু খুটাটো অনেক দিন গুৱাহাটীৰ চাৰ্কিট বঙ্গলাৰ টোলত আছিল। ফটাশিলৰপৰা কোনে কেতিয়া খুটাটো চাৰ্কিট বঙ্গলাৰ টোললৈ আনিছিল, তাক জানিবৰ উপায় নাই, সম্প্ৰতি খুটাটো চাৰ্কিট বঙ্গলাৰ টোলৰপৰা নি জুবিলী গাৰ্ডেনত ৰখা হৈছে। খুটাটোৰ ওপৰ ভাগত তলত লিখা ফলিখন কটা আছে—

"১। স্বস্তি সকলকলাপালিঙ্গিতকলেৱৰ বিবিধবিদ্যাবিদ্যোতি—
২। তান্তঃকৰণ কলিকলুষবিনিৰ্ম্মুক্তকমণীয়গুণগ্ৰামাভিৰাম—
৩। প্ৰতাপোজ্জল গজবাজিসেনাধিপঃপৰমধৈৰ্য্যমৰ্য্যাদাশৌ—
৪। ৰ্য্যগাম্ভীৰ্য্যপাৰাবাৰঃ শ্ৰীবড়বড়ুৱাত্মজনামজানি শ্ৰীবৃহদফু—
৫। কনঃ জিত্বাযবনসংগ্ৰামং বিবিধশস্ত্ৰাদিগজবাজিসেনাপতি—
৬। প্ৰাৰম্ভবিৰেজে ৰন্ধ্ৰবজ্ৰবানচন্দ্ৰ শকালযুতং গতবৰষাণি।"

**অসমীয়া ভাঙনি**—সকলো বিধ ভূষণেৰে ভূষিত যাৰ শৰীৰ, নানা বিধ বিদ্যাৰে দীপ্তিমান যাৰ অন্তঃকৰণ, কলিকালৰ পাপে নোছোৱা মনোহৰ গুণবিলাকেৰে যি সুশোভিত, প্ৰতাপত যি দীপ্তিমন্ত, হাতী-ঘোঁৰা আৰু সেনাবিলাকৰ যি অধিপতি, পৰম ধৈৰ্য্য মৰ্য্যাদা শৌৰ্য্য আৰু গাম্ভীৰ্য্যৰ যি সাগৰ স্বৰূপ, শ্ৰীবৰবৰুৱাৰ পুতেক নামে প্ৰখ্যাত সেই বৰফুকনে, মুছলমানবিলাকে অনেক বিধ অস্ত্ৰ-শস্ত্ৰ হাতী-ঘোঁৰা আৰু সেনাপতিৰে কৰা ৰণ জিকি শকাব্দৰ ৰন্ধ্ৰ-বজ্ৰ-বান-চন্দ্ৰ অৰ্থাৎ ১৫৮৯ বছৰ যোৱাত বিৰাজ কৰিছিল।

এই ফলি এখনি সৰু ফলি হলেও বুৰঞ্জীৰ সম্পৰ্কে ই এখনি লাগতিয়াল ফলি। ১৫৮৯ শকত স্বৰ্গদেৱ চক্ৰধ্বজ সিংহ ৰজাৰ দিনত মুছলমানবিলাকক ৰণত জিকা সম্বন্ধে আগেয়ে আমি দুখন ফলিৰ হে কথা জানিছিলোঁ। এখন গুৱাহাটীৰ কানাইবৰশীবোৱা শিলৰ ফলি আৰু এখন শিলঘাটত পোৱা এটা বৰতোপৰ ফলি। এই দুখন ফলি গেইট চাহাবে তেওঁৰ অসম-বুৰঞ্জীত উল্লেখ কৰিছে; কিন্তু সেই শকৰে এইখনি তৃতীয় ফলি এতিয়া পোৱা হ'ল। অসম দেশৰ অদ্বিতীয় সেনাপতি লাচিত বৰফুকনেই এই ফলিত উল্লেখ কৰা 'বড়বড়াত্মজ বৃহৎ ফুক্কন' আৰু এই ফলিয়ে তেওঁৰ বিজয় ঘোষণা কৰিছে। এই ফলিখনৰ সম্বন্ধে কিন্তু এটা কথা লক্ষ্য কৰিবলগীয়া যে ফলিখন কটাত বৰ্ণাশুদ্ধি দোষ আছে আৰু আখৰ আদি পৰি গৈছে। ফলিখনৰ ছবি কেতিয়াবা প্ৰকাশ কৰিব পাৰিলে ৰাইজে সেই ভুলবিলাক ভালকৈ বুজিব পাৰিব।

## শুক্ৰেশ্বৰ মন্দিৰ

তলত দিয়া ফলিখন গুৱাহাটীৰ শুক্ৰেশ্বৰৰ মন্দিৰত আছিল কিন্তু ফলিখনৰ সমানে এছিটা এৰাই যোৱাত তাৰ সম্পূৰ্ণ পাঠ উদ্ধাৰ কৰা অসম্ভৱ হৈছে। এই ফলিখনৰ আখৰবোৰ ওখকৈ কটা। ১৮৯৭ চনৰ ভুঁইকঁপত শুক্ৰেশ্বৰৰ মন্দিৰটো একেবাৰেই ভাগি গৈছিল। তেতিয়াই এই ফলিখন ভাগি তাৰ এনে দশা হ'ল। এইদৰে কোন ফলি কেতিয়া নষ্ট হয় তাৰ চিন নাই। সেই গুণেই এতিয়াও যিবোৰ ফলি ভালে আছে, তাৰ পাঠ উদ্ধাৰ কৰি প্ৰকাশ কৰি থোৱা ভাল, এনে বিবেচনা কৰিহে আমি আলোচনীত শিলৰ ফলিবোৰ প্ৰকাশ কৰিবলৈ ধৰিছো। শুক্ৰেশ্বৰৰ ফলিখন আগেয়ে কৰবাত প্ৰকাশ হৈ থকা হলে, ফলিখন ভাগি গলেও আজি তাৰ কথাবিলাক লোপ নেপালেহেঁতেন। ফলিখনৰ যিবিলাক আখৰ নভগাকৈ আছে তাক আমি তলত দিলোঁ। ফলিখন অসম্পূৰ্ণ বাবে তাৰ আৰু অসমীয়া ভাঙনি দিয়া নহ'ল—

শ্ৰীৰাম

১। ৭ ৺স্বস্তি দূৰ্ব্বাৰসংসাৰবিস্তাৰকাৰাগাৰনিকাৰনিস্তাৰ—

২। চতুৰতৰশুক্ৰেশ্বৰমহেশ্বৰচৰণচাৰণপ্ৰধানপ * *

৩। মানন্দদানসন্তানকৰ্ম্মায় * * ৰামধা—

৪। মমথেদ্দ * সমগ্ৰসংগ্ৰ * মগ্ৰা * * ম—গোজ্জিতসুধা

৫। ধামসম্বৰ্ত্তমাৰ্ত্তণ্ড * ঙ্গ * পু * * * * * *

৬। প্ৰশস্তসমস্ত * * * * * * * * * * *

৭। মত সৰ্গ * * * সং * * * * * * *

৮। স্পদলক্ষমৰক্ষণবি * * * * * * * *

৯। ক্ষক্ষয়দক্ষতীক্ষ্ণ * * * * * * * * *

১০। নায়ক সম * * * * * * * * *

১১। বধি স্বৰ্গন * * * * * * * * *

১২। বৃহৎফুক্ক * * * * * * * *

১৩। মহ * * * * * * *

* * * * * * *

* * * * * * *”

## মন্ত্ৰভৱন

তলত দিয়া ফলিখন এটা ডাঙৰ শিলত কটা আছে। সেই শিলটো আজিকালি গুৱাহাটীৰ জুবিলী গাৰ্ডেনত থিয়কৈ পুতি ৰখা হৈছে। ফলিখনৰ অনেক ঠাইত আখৰবোৰ ভাগি-ছিগি যোৱাত, অনেক কষ্টেৰে হে ফলিখনৰ পাঠ উদ্ধাৰ কৰিবপৰা হৈছে। এই ফলিখন জুবিলী গাৰ্ডেনৰ আগেয়ে ক'ত আছিল তাক জনা টান। সম্ভৱতঃ এই ফলিখনো, বৰফুকনৰ জয়স্তম্ভৰ দৰে, ইতিপূৰ্ব্বে, চাৰ্কিট বঙ্গলাৰ টোলতে আছিল। জুবিলী গাৰ্ডেনখন ১৮৯৭ চনৰ ভূঁইকঁপৰ পাচত, মাননীয় কৰ্ণেল গৰ্ডন চাহাব বাহাদুৰৰ যত্নত স্থাপিত হৈছে। তাৰ পাচত হে এই শিলবিলাক তালৈ নিয়া হৈছে। এই শিল পূৰ্ব্বে চাৰ্কিট বঙ্গলাৰ টোলত থকা বুলি যে আমি ভাবিছোঁ, তাৰ প্ৰধান কাৰণ হৈছে সেই টোলতে আগেয়ে প্ৰকাশ কৰা 'দৰবাৰ মন্দিৰ'ৰ ফলিও পোৱা গৈছে। এইখন ফলিৰ বিষয় হৈছে 'মন্ত্ৰভৱন'। 'মন্ত্ৰভৱন' আৰু 'দৰবাৰ মন্দিৰ' একেই। স্বৰ্গদেৱ শিৱসিংহৰ দিনত ১৬৬০ শকত বৰফুকন তৰুণ দুৱৰাই, দৰবাৰ মন্দিৰৰ 'বিজয়' নামেৰে দক্ষিণ দুৱাৰখন ইটা আদিৰে সজায়—আগেয়ে প্ৰকাশ কৰা ফলিখনৰ বিষয় হৈছে এই আৰু এইখন ফলিৰ বিষয় হৈছে ১৬৬০ শকত স্বৰ্গদেৱে শিৱসিংহৰ দিনত বৰফুকন তৰুণ দুৱৰাই

মন্ত্ৰভৱনৰ 'জয়' নামে উত্তৰ দুৱাৰখন শিল আৰু ইটাৰে নিৰ্ম্মাণ কৰালে। এখন দুৱাৰৰ নাম 'জয়', আনখন দুৱাৰৰ নাম 'বিজয়'। দুয়োখন দুৱাৰ একেজন ৰজাৰ দিনতে একেজনা বৰফুকনে একে শকতে কৰাইছে আৰু এখন ফলিৰ মতে ঘৰটো 'মন্ত্ৰভৱন' আৰু আনখন ফলিৰ মতে 'দৰবাৰ মন্দিৰ' কিন্তু দুয়োৰো অৰ্থ হলে একেই। এইবিলাক কাৰণৰ নিমিত্তে আমি দুয়োখন ফলি একেটা ঘৰতে আছিল বুলি অনুমান কৰিছোঁ। ফলিখন এই।—

শ্ৰীৰাম

"১। ৮৭ স্বস্তি নিখিলক্ষাপালকিৰীটকোটিনি—
২। ঘৃষ্টবিশিষ্টপাদপীঠ হৰগৌৰীচৰুচৰণচাৰনাম—
৩। ন্দানন্দসন্দোহান্দোলিতহৃদয়নিলয়নিচয় পাৰাবাৰম—
৪। হোদাৰবিমলবশঃ প্ৰাসাৰপৰিবৃতদিগঙ্গনা পাম্ফাল—
৫। কালানলসমুজ্জল প্ৰবলপ্ৰতাপানলজালজটা—
৬। ল মহীমণ্ডলবিতন্যক্ষানমহাঘনসন্তানবি—
৭। নিন্দিতকল্পপাদপ কৰকলিতৰ্শ—
৮। ৰাসনপ্ৰসাৰিত প্ৰখৰতৰশাৰণিকৰ—
৯। জৰ্জ্জৰিকৃতাৰাতিবৰকলেৱৰ গাম্ভীৰ্য্যাদিগুণা—
১০। গ্ৰামবিশ্ৰাম ধাম কন্দৰ্পদৰ্পদলনকলেৱ—
১১। ৰ পুৰন্দৰকুলকুমুদশশধৰ সৌমাৰেশ্বৰ—
১২। শ্ৰীমৎ স্বৰ্গনাৰায়ণ শিৱসিংহমহীমহেন্দ্ৰানং পাদ—
১৩। প্তিমমধুমধুকৰ মহামন্ত্ৰি প্ৰবসন্ততীয়াদিপুৰ—
১৪। যানাং স্বৰ্গাবতাৰসময় ধৃত দাম্বুজস—গাতদুৱৰাকু—
১৫। লবমলদিনকৰ স্তদ্বীয়চৰণ্যদেশ—লাবাৰ
১৬। বিপক্ষেপক্ষক্ষয়দক্ষ—জ্জুল শ্ৰীম—ৰনদু
১৭। ৱৰাবৃহৎফুক্কনোৰুচিৰমন্ত্ৰভৱনবেষ্টিতব প্ৰ—
১৮। প্ৰবৰজয়নামধেয়োত্তৰদ্বাৰমিদং পাষাণে—
১৯। ষ্টকাদিভিঃ ব্যৰচয়াদগগণৰসবসেন্দু—কে। ১৬—০॥"

**অলমীয়া ভাঙনি**—যাৰ ভৰি থোৱা ধুনীয়া পীৰাখন সকলো ৰজাৰ মূৰৰ মুকুটবিলাকে ঘঁহি-মাজি ৰাখে, হৰগৌৰীৰ মনমোহা চৰণৰ স্তুতি কৰাত যি গভীৰ আনন্দ ওপজে তাৰ দ্বাৰাই যাৰ হৃদয়-মন্দিৰ ফুলি থাকে, সাগৰ-

বিলাকৰ নিচিনা যাৰ যশ গম্ভীৰ আৰু বিমূল, সাজ-পাৰ পিন্ধি দিগ-স্ত্ৰবি-লাকে নৃত্য কৰাত তেওঁবিলাকৰ গাৰ বাত প্ৰলয়কালৰ জুইৰ নিচিনাকৈ জ্বলা প্ৰতাপ স্বৰূপ জুইৰ, শিখাবিলাক যাৰ জটাৰ নিচিনা, যাৰ জগত-জোৰা দানৰ খিতাপ দেখি কল্পতৰুৱেও লাজ পাইছে, যাৰ হাতৰ ধেনুৰপৰা ওলোৱা চোকা চোকা শৰবিলাকে শত্ৰুবিলাকৰ গা থকা-সৰকা কৰে, যাৰ শৰীৰক গাম্ভীৰ্য্যাদি গুণবিলাকে জিৰণি লোৱা ঠাই কৰিছে, যাৰ শৰীৰৰ সৌন্দৰ্য্যই কামদেৱৰ অহঙ্কাৰকো চূৰ্ণ কৰে, যি ইন্দ্ৰবংশৰ নিচিনা কুমুদ ফুলক ফুলাওঁতা চন্দ্ৰৰ নিচিনা, যি সৌমাৰেশ্বৰ শ্ৰীমৎ স্বৰ্গনাৰায়ণ শিৱসিংহ মহাৰাজৰ পদৰপৰা জাত হোৱা মধুপান কৰাত ভ্ৰমৰাৰ নিচিনা, মহাৰাজৰ আদি পুৰুষসকল স্বৰ্গৰপৰা নামি আহোঁতে যিসকলৰ চৰণ-কমলত ধৰি লগত আহোঁতে ডুৱৰা বংশৰ আৰু সেই—স্বৰূপ পদ্মক প্ৰস্ফুটিত কৰোঁতা সূৰ্য্যৰ নিচিনা, মহাৰাজৰ—স্বৰূপ মাল্লাৰ—শত্ৰুপা—ক নাশ কৰাত অতি নিপুণ আৰু বুধিয়ক মহামন্ত্ৰী শ্ৰীমৎ তৰুণ ডুৱৰা বৰফুকনে সুন্দৰ মন্ত্ৰভৱন বেঢ়ি থকা ডাঙ্গৰ গড়ৰ 'জয়' নামে উত্তৰ ডুৱাৰখন ইটা আৰু শিলেৰে গগণ-ৰস-ৰস ইন্দু অৰ্থাৎ ১৮৬০ শকত নিৰ্ম্মাণ কৰালে।

এইখন ফলিৰ কথাবোৰৰ লগত আগেয়ে প্ৰকাশ কৰা দৰবাৰ মন্দিৰৰ ফলিৰ কথাবোৰ ৰিজাই চালে আমি ওপৰত যি অনুমান কৰিছো সি অমূলক নহয় যেন বোধ হব।

## চামধৰা গড়ৰ শগু

তেজপুৰৰ অলপ উজনিত ভোমোৰাগুৰি বুলি এটা সৰু পৰ্ব্বত আছে; ভৰলী নদী ভুটীয়া পৰ্ব্বতৰপৰা ওলাই আহি এই পৰ্ব্বতৰ ওচৰতে ব্ৰহ্মপুত্ৰত পৰিছেহি। এই পৰ্ব্বতত ডুছটা শিলত তলত দিয়া ফলি ডুখন কটা আছে। এই ফলি ডুখন সৰু হলেও বৰ লাগতিয়াল, কিয়নো, আহোম ৰজাসকলৰ দিনৰ ইয়াতকৈ আৰু আগৰ ফলি আজিকালি বাহিৰ হোৱা নাই। এই ফলি ডুখন আহোম ৰজা প্ৰতাপসিংহৰ দিনৰ। এইজনা ৰজাই ১৫৩৩ শকৰপৰা ১৫৭১ শকলৈকে ৩৮ বছৰ ৰাজত্ব কৰে। এওঁ বুঢ়া বয়সত ৰজা হৈছিল বাবে এওঁক মানুহে বুঢ়া ৰজাও বুলিছিল আৰু তেওঁ বুধিয়ক আছিল বাবে বুৰঞ্জীত বুদ্ধিস্বৰ্গনাৰায়ণ নামে খ্যাত আছিল, কিন্তু তেওঁৰ দিনত কেইবাখনো ডাঙ্গৰ

যুদ্ধ হোৱাত আৰু সেইবিলাকত এইজনা ৰজাৰ জয় হোৱাত তেওঁ প্ৰতাপ-সিংহ নামেই বিশেষকৈ প্ৰখ্যাত আছিল। ফলি দুখন এই—

১। "৬৭ স্বস্তি সমুত্তুঙ্গ সকলাকলিতকলেৱৰ নানাগুণগ্ৰামবিশ্ৰামধাম প্ৰচণ্ডপ্ৰতাপানলতাপিতভূপচূড়ামণিশেখৰ শ্ৰীশ্ৰীস্বৰ্গনাৰায়দেৱ বিসমসমৰ-বিজয়িনঃ।"

"শ্ৰীভণ্ডাৰি গোসাই। লাঙ্গিৰ্পো গোসাই। বৰফুকন নায়সলিয়াৱাই! চামধৰা সিমা কৰি হাৰুণিদাৰুণিলৈ গঢ়। শক। ১৫৩৮॥"

২। "শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণ জয় জয়। শ্ৰীফুলুঙ গোসাই। শ্ৰীকুলুতা গোসাই। শ্ৰীজতুবৰুৱা জয় হ'ল।"

এই ফলি দুখন যে একে সময়ৰ ফলি সেই বিষয়ে সন্দেহ কৰিবৰ একো কাৰণ নাই। প্ৰথমখন ফলিৰ এক ভাগ সংস্কৃত আৰু এক ভাগ অসমীয়া, আৰু দ্বিতীয়খন ফলি অসমীয়া। ফলি দুখনৰ আখৰবিলাক অসমীয়া আৰু ৩০০ বছৰৰ আঁগৰ অসমীয়া আখৰৰ আহি। ফলি দুখনত বিশেষকৈ লক্ষ্য কৰিবলগীয়া কথা এই যে আজিকালিৰ 'গোহাঞি' শব্দটো ৩০০ বছৰৰ আগেয়ে 'গোসাই' বুলি লিখা হৈছিল। ইয়াৰপৰা এটা কথা ভালকৈ বুজিব পাৰি যে 'গোসাঞি' আৰু 'গোহাঞি' এই দুয়োটা শব্দ এক 'গোস্বামী' শব্দৰেপৰা ওলাইছে। অসমীয়া 'গড়' শব্দটো সংস্কৃত 'গড়' অৰ্থাৎ পৰিখা শব্দৰপৰা আহিছে কিন্তু প্ৰথম ফলিত 'গড়' শব্দৰ সলনি ভুলকৈ 'গঢ়' লিখা হৈছে। প্ৰথম ফলিত উল্লেখ কৰা 'হাৰুণিদাৰুণি' ঠাইখন ক'ত? সম্ভবতঃ ভোমোৰাগুৰি পৰ্ব্বতৰে পুৰণি নাম এই আছিল। এই গড় চামধৰাৰপৰা হাৰুণিদাৰুণিলৈকে বন্ধোৱা হৈছে বুলি ফলিয়ে কয়। ভোমোৰাগুৰি পৰ্ব্বতৰ-পৰা চামধৰা প্ৰায় ১৫ মাইলমান হ'ব। এই ফলিত উল্লেখ কৰা গড়টো এটা বৰ ডাঙৰ গড আছিল, আৰু সি ভৰলী নৈৰ পাৰে পাৰে এতিয়াও আছে। ঠায়ে ঠায়ে ভৰলী নৈয়ে ভাঙ্গিছে। এই গড়টো বন্ধা সময়ত অসম দেশৰ পচিম ফালৰ সীমা ভৰলী নৈয়েই আছিল আৰু দেশখন মুছলমানৰ আক্ৰমণৰপৰা ৰক্ষা কৰিবৰ নিমিত্তেই এই গড় তৈয়াৰ কৰা হৈছিল।

নৰনাৰায়ণৰ দিনত কোচ ৰাজ্য পূবে ভৰলী নৈলৈকে আছিল। নৰনাৰায়ণে এই ৰাজ্যখন দুভাগ কৰি পচিমৰ ভাগ তেওঁৰ পুতেক লক্ষ্মী-নাৰায়ণক দিয়ে আৰু পূবৰ ভাগ চিলাৰায়ৰ পুতেক ৰঘুদেৱক দিয়ে। ৰঘুদেৱৰ পাচত তেওঁৰ পুতেক পৰীক্ষিত পূব ভাগত ৰজা হয়; সেইগুণে

পৰীক্ষিতৰ ৰাজ্যৰ পুব সীমা ভৰলী নৈয়েই আছিল। লক্ষ্মীনাৰায়ণ আৰু পৰীক্ষিতৰ মাজত কাজিয়া লগাত লক্ষ্মীনাৰায়ণ গৈ দিল্লীৰ জাহাঙ্গিৰ পাটচাৰ আশ্ৰয় ললেগৈ। জাহাঙ্গিৰ পাটচাই কিছুমান সৈন্য-সামন্ত লগত দি মক্ৰম খা নামেৰে এজন সেনাপতিক পৰীক্ষিতক জীয়াই জীয়াই ধৰি নিবলৈ পঠায়। মক্ৰম খাই পৰীক্ষিতক যুজত হৰুৱাই ১৫৩৬ শকত জীয়াই জীয়াই ধৰি লৈ যায় আৰু ভৰলী নৈলৈকে পৰীক্ষিতৰ ৰাজ্য মুছলমানৰ হাতলৈ আহে। চৈয়দ বাবাকৰ নামেৰে এজন মুছলমান বিষয়া হাজোত থাকি এই দেশডোখৰ শাসন কৰিছিল।

১৫৩৭ শকৰ পুহ মাহত ভৰলীমুখত মুছলমানৰ লগত আমাৰ এখন বৰ ডাঙ্গৰ যুজ লাগে। এই যুজত আমাৰ জয় হয় আৰু মুছলমানবিলাক একেবাৰেই ধ্বংস হয় আৰু তেওঁবিলাকৰ বয়-বস্তু আহিলা-পাতি সকলোবোৰ আমাৰ হাতত পৰে আৰু মুছলমানৰ পক্ষৰ অনেক মুছলমান আৰু ৰাজপুত যোদ্ধা আমাৰ হাতত বন্দী হয়। এই যুদ্ধত চৈয়দ বাবাকৰো কটা যায়। এই যুঁজত জিকি স্বৰ্গদেৱ প্ৰতাপসিংহে ফিৰিকা বছৰত অৰ্থাৎ ১৫৩৮ শকৰ মাঘ মাহত এই চামধৰা গড় নিৰ্ম্মাণ কৰায়। এই গড় বন্ধাওঁতে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে এই গড়েই অসমৰ পচিম সীমা থাকিব বুলি সকলোৱে আশা কৰিছিল কিন্তু ঈশ্বৰৰ অনুগ্ৰহত এইজন ৰজাৰ দিনতে আমাৰ পচিম সীমা আগুৱাই গৈ বৰ নদী পালেগৈ। ১৫৩৭ শকত ভৰলীমুখৰ যুদ্ধত আমাৰ ফালৰ যি কেইজন বিষয়াই বিশেষকৈ নাম কৰিছিল, এই শিলৰ ফলিয়ে তেওঁলোকৰ নামো চিৰস্মৰণীয় কৰি ৰাখিছে।

দ্বিতীয়খন ফলিত উল্লেখ কৰা ফুলুং গোহাঞি আৰু যদু বৰুৱাই সেই যুদ্ধত বিশেষকৈ খ্যাতি লাভ কৰিছিল কিন্তু তেওঁবিলাক কোনো ডাঙৰ বিষয়া নাছিল বাবে বুৰঞ্জীত তেওঁবিলাকৰ নাম উল্লেখ দেখিবলৈ পোৱা নেযায়। বৰ নদীৰ পচিম পাৰে দীৰ্ঘেশ্বৰী পৰ্ব্বতৰপৰা মণিকৰ্ণেশ্বৰ পৰ্ব্বতলৈকে এটা বৰ ওখ আৰু ২।৩ মাইলমান দীঘল গড় আছে। এইটোক ফুলুঙ্গৰ গড় বোলে। এই ফলিত উল্লেখ কৰা ফুলুং গোহাঞেই এই গড় কৰাইছিল বুলি ভৱা অসঙ্গত নহ'ব। কুলতা গোহাঞি কোন তাক ক'ব নোৱাৰি; সম্ভৱতঃ তেওঁ কলিতা জাতৰ লোক থকা বাবেই তেওঁৰ এনে নাম হৈছিল। অনেকৰ বিশ্বাস যে আহোম ৰজাবিলাকে ডাঙৰ বিষয়বিলাক আনজাতৰ মানুহক দিয়া নাছিল আৰু আমাৰ দেশ ৰক্ষা কৰিবলৈ যিবোৰ যুদ্ধ কৰিছিল, সেইবোৰো

কেৱল আহোমেই হে কৰিছিল, কিন্তু সেই কথা সঁচা নহয়। ১৩১০ শকত যেতিয়া বামুণীকোঁৱৰ চুডাংফা ৰজা হয়, তেতিয়াৰেপৰা আহোম ৰজাবিলাকৰ ভিতৰত হিন্দু ধৰ্ম্মলৈ আৰু তাৰ আচাৰ-ব্যৱহাৰলৈ আস্থা ক্ৰমে বেছি হ'বলৈ ধৰে। চুডাংফা ৰজাই যিজন বামুণৰ ঘৰত ডাঙৰ-দীঘল হৈছিল, ৰজা হোৱাৰ পাচত, সেই 'বামুণৰ ল'ৰাহঁতক আপোনাৰ ককাই-ভাই হেন বুলি কোঁৱৰ কৰি দিহিঙ্গত পাতিলে।' অসম বুৰঞ্জী ভালকৈ আলোচনা কৰিলে দেখা যায় যে অইন বিষয়ৰ কথাকে নেলাগে, ডাঙৰ ডাঙৰ যুঁজ সম্পৰ্কীয় বিষয়ো, আহোমত বাজে আন জাতৰ মানুহক দিয়া হৈছিল। এই ফলিত উল্লেখ কৰা যদু বৰুৱাও আহোম নাছিল। তেওঁৰ বিষয়ে গেইট চাহাবে তেওঁৰ বুৰঞ্জীত এইদৰে লিখিছে—

"This place ( Hajo ) was assaulted on all sides by Ahoms in front and on the rear by the local levies led by Dharmanarain and a chief named Jadu, who is called by some writers as Chutiya and by others as Kachari."

## সিদ্ধেশ্বৰ মন্দিৰ

এই মন্দিৰ কামৰূপৰ সুৱালকুঁচি গাৱঁত আছে। সুৱালকুঁচি অসমৰ ভিতৰত এখন অতি বিখ্যাত গাওঁ। গাওঁখন ব্ৰহ্মপুত্ৰ নদীৰ নিচেই দাঁতিতে উত্তৰ পাৰে অৱস্থিত; ইয়াৰ মানুহবিলাক বেহা-বেপাৰ কৰি বৰ ধনী হৈছে; অসমৰ ভিতৰত এনে সমৃদ্ধিশালী গাওঁ আৰু এখন নাই বুলিলেও বঢ়াই কোৱা নহয়। সুৱালকুঁচিখন অতি পুৰণি গাওঁ। কামৰূপত হিন্দুৰাজত্বৰ সময়ত ধৰ্ম্মপাল ৰজাই ব্ৰহ্মোত্তৰ মাটি দান কৰি এই গাৱঁতে অসমৰ প্ৰসিদ্ধ বাসন্তৰীয়া ব্ৰাহ্মণক স্থাপন কৰে; সেই বাসন্তৰীয়া ব্ৰাহ্মণৰ সতি-সন্ততি আজিলৈকে এই গাৱঁতে আছে যদিওবা কালৰ কুটিল গতিত ধৰ্ম্মপাল ৰজাই দান কৰা মাটি এতিয়া আনৰ হাতলৈ গৈছে। ধৰ্ম্মপাল ৰজাৰ দিনত অৱশ্যে এই গাৱঁৰ নাম সুৱালকুঁচি নাছিল। পুৰণি পুথিত এই গাৱঁৰ নাম 'সিয়ালকুঞ্চি' বুলিহে উল্লেখ কৰা দেখা যায়। 'সিয়ালকুঞ্চি'ৰ ঠাইত আজিকালি ইয়াৰ নাম সুৱালকুঁচি হৈছে। এই গাৱঁৰ নাম 'সিয়ালকুঞ্চি' কিয় হ'ল আৰু কেতিয়া হ'ল তাক জানিবৰ উপায় নাই। 'কুঁচি' এইটো এটা গাওঁ-বাচক প্ৰত্যয়।

কামৰূপ অঞ্চলত আৰু মঙ্গলদৈৰ ফালে 'কুঁচি' প্ৰত্যয়ান্ত অনেক গাওঁ আৰু মৌজা আছে ; যেনে—চান্দকুঁচি, বনিয়াকুঁচি, কালাকুঁচি, বঙ্গালকুঁচি, দকুঁচি, সাউকুঁচি, ধুৰকুঁচি, যাজিকুঁচি, কলিতাকুঁচি ইত্যাদি। কুঁচি এই শব্দটো কুঞ্চি শব্দৰে ৰূপান্তৰ বুলি ভাবিব পাৰি আৰু কুঞ্চি শব্দৰ অৰ্থ যে গাওঁ সেই বিষয়েও কোনো সন্দেহ নাই, কিন্তু এই কুঞ্চি শব্দ কেনেকৈ উৎপত্তি হ'ল তাক হে ক'ব নোৱাৰি। সংস্কৃতত 'কুঞ্চি' শব্দ আছে আৰু ওপৰে ওপৰে চালে এই কুঞ্চি শব্দ সংস্কৃত কুঞ্চি শব্দৰপৰাই অহা বুলি ভাবিব পাৰি ; কিন্তু সংস্কৃত কুঞ্চি শব্দৰ অৰ্থ গাওঁ নহয়, আঠ মুঠিৰ পৰিমাণ বস্তুৰ জোখক হে সংস্কৃতত কুঞ্চি বোলে ; যেনে,—"অষ্টমুষ্টি ভবেৎ কুঞ্চি কুঞ্চয়োদৃষ্টৌ চ-পুষ্কলম্।" কাজেই এই কুঞ্চি শব্দৰপৰা আমাৰ গাওঁ-বাচক কুঞ্চি শব্দ অহা বুলি ভবা যুক্তিসঙ্গত নহ'ব। কোনোৱে এই বিষয়ে এটা সংস্কৃত ব্যাখ্যা দিলে আমি বাধিত হম।

সি যি হওক, এই সুৱালকুঁচি গাৱঁতে স্বৰ্গদেৱ শিৱসিংহৰ দিনত গুৱাহাটীৰ বৰফুকন দশৰথ দুৱৰাই ১৬৮৬ শকত ৰজাৰ আজ্ঞামতে এই মন্দিৰ নিৰ্ম্মাণ কৰায়। এই মন্দিৰৰ চাৰিওফালে এটা ইটাৰ পকী গড় আছিল, আৰু মন্দিৰটোও ইটাৰে সজা হৈছিল। ১৮৯৭ চাঙ্গৰ ভুঁইকঁপত মন্দিৰটো খহি পৰিছে আৰু গড়টোও ঠায়ে ঠায়ে ভাগি গৈছে। তেতিয়াই এই মন্দিৰৰ গাত থকা শিলৰ ফলিখনৰো অনেক ঠাইত আখৰবোৰ ভাগি-ছিগি নষ্ট হৈছে। ফলিখনৰ যিবিলাক আখৰ এতিয়া আছে, তাৰেই হে পাঠ উদ্ধাৰ কৰি ইয়াত দিয়া হ'ল। ফলিখন অসম্পূৰ্ণ বাবে তাৰ আৰু অসমীয়া ভাঙনি দিয়া আৱশ্যক বোধ নহ'ল। ফলিখন এই—

শ্ৰীৰাম

"১। ৺ স্বস্তি ০ ০ ০ ০ ০ ০ ০ ০ কাৰ

২। ০ ০ ০ ০ ০ ০ চৰণ চাৰণ

৩। ০ ০ ০ ০ ০ ০ জিত্বৰ প্ৰতুল

৪। ০ ০ ০ ০ ০ তিমিৰ বাসৱবং

৫। শাৱতংস শ্ৰীশ্ৰীমৎ ০ ০ বসিংহনৰেন্দ্ৰপাদপদ্মষ

৬। ট্ পদবিপক্ষক্ষয় ০ ০ তীক্ষকাঙ্ক্ষেয় * ০ ০ মহা—

৭। মহিম * * * * নিস্সীমভীমবিক্ৰমস্বৰ্গাবতাৰা

৮। বধি ০ ০ * বংশাবতংস শ্ৰীমদনুজভুৱৰাবু
৯। হৃৎফুকন ০ ০ ০ তৰুণভুৱৰাবুহৃৎফুকনতনয়
১০। শ্ৰীমদ্দশৰথবুহৎফুকনস্তন্নিদেশতঃ শ্ৰীসিদ্ধেশ্ব—
১১। ৰমহেশ্বৰস্য প্ৰাসাদমিমমৰচয়দ্ৰসবসুৰসেন্দুশাকে। ১৬৮৬”

## ৰুদ্ৰেশ্বৰ দেৱালয়

উত্তৰ গুৱাহাটীত ৰঙ্গমহল নামে এখন ঠাই আছে। স্বৰ্গদেৱ ৰুদ্ৰসিংহ মহাৰাজে কছাৰী আৰু জয়ন্তাৰ ৰজাক কৰতলীয়া কৰি লৈ, হিন্দুৰ পৱিত্ৰ তীৰ্থ গঙ্গা নদীক নিজৰ ৰাজ্যৰ অন্তৰ্গত কৰি লবৰ অভিপ্ৰায়েৰে, মুচলমানবিলাকৰ লগত যুদ্ধ কৰিবলৈ সাজু হৈ, লগত অনেক সৈন্য-সামন্ত লৈ ভটিয়াই আহি ৰঙ্গমহলত বাহৰ কৰি আছিল। উত্তৰ পাৰে ব্ৰহ্মপুত্ৰ নৈৰ যি ঘাটে মহাৰাজা ৰঙ্গমহললৈ উঠিছিল সেই ঘাটক আজিকালিও 'ৰজাদুৱাৰ' বোলে। ৰঙ্গমহলত কিছুদিন থকাৰ পাচত টান নৰিয়া পৰি স্বৰ্গদেৱ ১৬৩৬ চনৰ ১৩ ভাদত কৃষ্ণ-দ্বিতীয়া তিথিত স্বৰ্গী হয়। তেওঁৰ পাচত, তেওঁৰ প্ৰথম পুত্ৰ শিৱসিংহ ৰজা হয় আৰু শিৱসিংহ স্বৰ্গদেৱৰ পাচত, ৰুদ্ৰসিংহৰ দ্বিতীয়জনা পুত্ৰ প্ৰমত্তসিংহ ৰাজপাটত বহে। প্ৰমত্তসিংহ ৰজাৰ দিনত, ৰুদ্ৰসিংহ স্বৰ্গী হোৱা ঠাইতে ৰুদ্ৰেশ্বৰ নামে এক শিৱলিঙ্গ স্থাপন কৰি, এটা ডাঙৰ মন্দিৰ কৰাই দিয়া হয়; সেই মন্দিৰ যোৱা ১৮৯৭ চনৰ ভূঁইকঁপত কিছু কিছু বেয়া হলেও এতিয়াও বৰ্ত্তমান আছে। সেই মন্দিৰৰ গাত এখন শিলৰ ফলিত তলত লিখা গদ্য কটা আছে। ফলিখনৰ আখৰবোৰ বৰ ধুনীয়া আৰু ইংৰাজী ওঠৰ শতিকাত অসমীয়া আখৰৰ গঢ় ভালকৈ দেখুৱাইছে। আখৰবোৰ ফলিখনত দকৈ কটা আছিল, কিন্তু অতি বেজাৰৰ কথা যে ফলিখনৰ মাজ ঠাইতে কেইবা শাৰী আখৰো আগেয়ে উল্লেখ কৰা ভূঁইকঁপত ভাগি নষ্ট হৈছে। ফলিখন এই—

শ্ৰীৰাম

১। ৺৭স্বস্তি শ্ৰীকোদণ্ডখণ্ডাস্ফালনধ্বনি—
২। পুৰিতদিগ্‌ভয়বিকম্পমানবৈৰি বীৰ—
৩। বৰ শক্ৰবংশাবতংস শ্ৰীৰুদ্ৰচৰণাৰ্চ্চক
৪। শ্ৰীৰুদ্ৰসিংহমহাৰাজধিৰাজঃ

৫। শ্ৰীমাধবকামাখ্যোমানন্দাদিদেবা—
৬। নর্চ্চয়িত্বা শ্ব * * নদান—
৭। * ধায় কাল * * * * গতো
৮। এ তি * * * * * গনগনণাগ্র—
৯। গণ্য বৈৰিবাৰণবিদাৰণপঞ্চানন
১০। প্ৰমত্তসিংহনৃপজ্ঞয়া তৰুণদুৱ
১১। ৰা বৃহৎফুকনেন শ্ৰীশ্ৰীৰুদ্ৰেশ্বৰ—
১২। শিৱং সংস্থাপ্য তদুপৰিমঠোয়মকা
১৩। ৰি ইন্দুসিন্ধুৰসাত্মনি শাকে ১৬৭১।”

**অসমীয়া ভাঙনি**—যাৰ ধেনুৰ আস্ফালনিৰ শব্দত সকলোবোৰ দিশ পূৰ হৈছিল, যাৰ ভয়ত শত্ৰুবিলাক কঁপি আছিল, ইন্দ্ৰবংশত জন্ম লোৱা, শিৱৰ পৰম ভক্ত বীৰশ্ৰেষ্ঠ শ্ৰীৰুদ্ৰসিংহ মহাৰাজাধিৰাজে, শ্ৰীমাধৱ, কামাখ্যা, উমানন্দ আদি কৰি দেৱতাসকলক অৰ্চ্চনা কৰি · · · সকলোৰে অগ্ৰগণ্য শত্ৰু-স্বৰূপ হাতীক নাশ কৰাত সিংহৰ নিচিনা প্ৰমত্তসিংহ ৰজাৰ আজ্ঞাত তৰুণ দুৱৰা বৰফুকনে শ্ৰীশ্ৰীৰুদ্ৰেশ্বৰ শিৱক স্থাপনা কৰি তাৰ ওপৰত এই মঠ বান্ধিলে, ইন্দু-সিন্ধু-ৰস-আত্মা অৰ্থাৎ ১৬৭১ শকত।

এই মঠৰ চাৰিও মেৰে থকা ইটাৰ পকী গড়ৰ দুৱাৰৰ মুখতে আৰু এখন শিলৰ ফলিত তলত লিখা পদ্য কেইটা কটা আছে—

১। ৬৭শ্ৰীগৌৰীশপদাৰবিন্দমধুপো ৰূপেন কা—
২। মোপমোনীতৌবাকম্পতিৰোজসাসুৰপ—
৩। তির্ভূর্লোককল্পদ্ৰুমঃ। ইন্দুপ্ৰায়য—
৪। শাবভূবভুবনেভূপালচূড়ামণির্দ্ধিৰোবী—
৫। ৰগণাগ্ৰণীগুৰ্ণমণিঃ শ্ৰীৰুদ্ৰসিংহোনৃপঃ॥
৬। তৎপুত্ৰঃ প্ৰতত প্ৰতাপতপনোদীনৌঘমীনোদ—
৭। ধিঃ পুণ্যাব্ধির্নৃপবৃন্দবন্দিতপদদ্বন্দাৰবি—
৮। ন্দঃ সুধীঃ। কীর্ত্ত্যানিন্দিতশাৰদেন্দুৰভ—
৯। বৎ কন্দর্প দর্পাপহোৰূপেনেহপ্ৰমত্তসিং—
১০। হ নৃপতির্ভূমণ্ডলাখণ্ডলঃ॥ তস্যাদেশৰ—
১১। শাৎ সুধাং শুযশসামৰ্ম্যাদয়াসিন্ধুনাবীৰশ্ৰী—
১২। তৰুণাদিশব্দদুৱৰানাম্নামহমন্ত্ৰিণা।

১৩। প্ৰাকাৰোয়মকাৰিকাৰুভিৰলং দ্বাৰেণ

১৪। শাকং জনৈঃ শাকেবেদহয়ালিপাদধৰণৌ

১৫। ৰুদ্ৰেশ্বৰস্থালয়ে ॥ ১৬৭৪ ॥

**অসমীয়া ভাঙনি**—শ্ৰীসদাশিৱৰ পাদপদ্মৰ মধুপান কৰাত ভোমোৰাৰ নিচিনা, ৰূপত কামদেৱৰ নিচিনা, নীতিত বৃহস্পতিৰ নিচিনা, তেজত ইন্দ্ৰৰ নিচিনা, পৃথিৱীত কল্পতৰুৰ নিচিনা, যশত চন্দ্ৰৰ নিচিনা, পৃথিৱীত ৰজাবিলাকৰ ভিতৰত মুকুটমণিৰ নিচিনা, যি বীৰবিলাকৰ ভিতৰত অগ্ৰগণী আৰু ধীৰ আৰু গুণবিলাকৰ ভিতৰত মণিৰ নিচিনা, শ্ৰীৰুদ্ৰসিংহ ৰজা আছিল, তেওঁৰে পুত্ৰ, যাৰ প্ৰতাপ স্বৰূপ সূৰ্য্যৰ কিৰণ বিয়পি পৰিছে, যি দৰিদ্ৰ স্বৰূপ মাছবিলাকৰ পক্ষে সাগৰৰ নিচিনা, যি পুণ্যৰ অগাধ সমুদ্ৰ, যাৰ পাদপদ্মক সামন্ত ৰজা-বিলাকে সেৱা কৰে, যাৰ কীৰ্ত্তিয়ে শৰৎকালৰ চন্দ্ৰকো লাজ দিয়ে, যাৰ ৰূপত কামদেৱৰো দৰ্প-চূৰ্ণ হয়, যি জ্ঞানী আৰু পৃথিবীত ইন্দ্ৰৰ নিচিনা, সেই প্ৰমত্তসিংহ ৰজাৰ আদেশত মহামন্ত্ৰী তৰুণ দুৱৰাই, যি যশত চন্দ্ৰৰ নিচিনা, আৰু মানত সাগৰৰ নিচিনা আছিল, বেদ-হয়-আলিপাদ-ধৰণী অৰ্থাৎ ১৬৭৪ শকত দুৱাৰে সৈতে এই ইটাৰ গড নিৰ্ম্মাণ কৰালে।

ওপৰখন ফলিৰ্‌পৰা দেখা যায় যে মন্দিৰটো ১৬৭১ শকত আৰু গড়টো ১৬৭৪ শকত সজোৱা হৈছিল, অৰ্থাৎ গড়টো মন্দিৰ সজোৱাৰ তিনি বছৰৰ পাচত কৰা হৈছিল। বুৰঞ্জীবিলাকত এইজন ৰজা ১৬৭৩ শকত স্বৰ্গী হ'ল বুলি লিখা আছে, অথচ এই ফলি মতে দেখা যায় যে ১৬৭৪ শকত তেওঁৰ আজ্ঞা অনুসৰি তেওঁৰ মহামন্ত্ৰী তৰুণ দুৱৰাই ৰুদ্ৰেশ্বৰ দেৱালয়ৰ টোলত এই ইটাৰ গড় কৰাইছিল। ফলিৰ নিচিনা সমসাময়িক লিখিত প্ৰমাণবিলাকেই বুৰঞ্জীৰ তাৰিখবোৰ পৰীক্ষা কৰি চাবৰ প্ৰধান উপায়।

## দুৱাৰ-গঁৰিলাৰ গড়

পুৰণি গুৱাহাটী নগৰৰ কেইও মেৰে যি গড় আছে আজিলৈকে সেই গড়ৰ তিনি ঠাইত তিনিখন শিলৰ ফলি পোৱা গৈছে। তাৰে এখান চিলাৰ গড় আগেয়ে আলোচনীত প্ৰকাশিত হৈছে। আজি বাকী দুখান, 'দুৱাৰ-গঁৰিলা চকীৰ গড়' আৰু 'কানাই বৰশীবোৱা শিলৰ গড়' আলোচনীত প্ৰকাশ কৰা হ'ল। আগৰ দিনত গুৱাহাটী নগৰলৈ আহিবৰ তিনিটা মাথোন

বাট আছিল আৰু তেতিয়া উত্তৰ গুৱাহাটীকো গুৱাহাটী নগৰৰ লগতে ধৰা হৈছিল; প্ৰথম বাট আজিকালিৰ দক্ষিণ পাৰৰ ৰাজআলিয়েই আছিল; এই বাটত উজনিৰ ফালৰপৰা নগাওঁ আদি ঠাইৰ মানুহ অহা-যোৱা কৰিছিল আৰু এই বাটত গুৱাহাটী নগৰৰ সীমাতে এখন চকী আছিল; তাক জয়দুৱাৰৰ চকী বুলিছিল। এই চকীৰ ওচৰতে দীঘলী পুখুৰীৰ সমান এটা পুখুৰী আছিল; পুখুৰীটো আজিকালি পোত গৈছে। দ্বিতীয় বাট, আজিকালিৰ পলাশবাৰী আলি; এই বাটে বকো, ছয়গাওঁ আৰু খেৰাম ৰাজ্যৰ মানুহ অহা-যোৱা কৰিছিল, এই বাটত কামাখ্যা পৰ্ব্বতলৈ উঠা খট্-খটিৰ অলপ দূৰতে এখন চকী আছিল, তাক দুৱাৰ-গঁৰিলা চকী বুলিছিল। তৃতীয়টো আজিকালিৰ কমলপুৰ আদি উত্তৰ পাৰৰ মানুহ অহা-যোৱা কৰা বাট। এই বাটতে চিলা পৰ্ব্বতৰ ওচৰত এখন চকী আছিল, তাক চিলাৰ চকী বা সেন্দুৰী-খোপাৰ চকী বুলিছিল। এই তিনিখান চকী বন্ধ কৰিলেই গুৱাহাটী নগৰলৈ সোমাবৰ আৰু বাট নাছিল। আহোম ৰজাৰ দিনত সন্ধ্যা লাগিলেই এই চকী তিনিখানত ডবা কোবোৱা হয় আৰু তাৰপাচত নগৰত কোনো বাহিৰা মানুহ সোমাবলৈ দিয়া নহয়। দুৱাৰ-গঁৰিলা চকীত যেনেকৈ শিলৰ ফলি আছে সম্ভৱতঃ জয়দুৱাৰৰ চকীতো তেনেকৈ শিলৰ ফলি আছিল, কিন্তু জয়দুৱাৰৰ চকীৰ ফলিৰ এতিয়াও কোনো সন্ধেদ ওলোৱা নাই।

দুৱাৰ-গঁৰিলাৰ চকীত কামাখ্যা পৰ্ব্বতৰ গাত থকা এটা ডাঙৰ শিলত ওপৰমুৱাকৈ তলত দিয়া গদ্যখান কটা আছে, এই শিলটোৰ ওচৰত থকা আন শিলবোৰ ৰেল কোম্পানীয়ে ভাঙ্গি ৰেলৰ আলিত পাৰিবলৈ নিয়া দেখি, এই শিলৰো এদিন তেনে দশা হ'ব বুলি ভয় কৰি এই প্ৰবন্ধৰ লিখকে গৱৰ্ণমেণ্টৰ হতুৱাই এই শিলটোক পুৰণি স্মৃতি-ৰক্ষা আইন অনুসাৰে এটা পুৰণি স্মৃতি বুলি ঘোষণা কৰাবলৈ যত্ন কৰে আৰু সেই যত্নৰ ফলতে ই এটা স্মৃতি বুলি গৃহীত হয়। এতিয়া শিলটোৰ কেইওফালে লোহাৰ খুটি পুতি লোহাৰ শিকলিৰে তাক বেঢ়ি ৰখা হৈছে। এতিয়া আৰু শিলটো ভগা-ছিগাৰ আশঙ্কা নাই। ৰেলেৰে গুৱাহাটীৰপৰা পাণ্ডুৰ ফাললৈ যাওঁতে কামাখ্যা ষ্টেচন এৰি অলপ গলেই এই ফলিখান ৰেলৰপৰাই দেখা পোৱা যায়। ফলিখানৰ আখৰবোৰ ক'তো ভগা-ছিগা নাই আৰু তাক সুকলমে পঢ়িব পাৰি। ফলিখান এই—

"শ্ৰীৰাম

১। ৬৭ স্বস্তি শ্ৰীহৰগৌৰীপদাৰবিন্দমকৰন্দ—

২। সন্দোহাবিলীনমানামধুকৰ প্ৰবৰস্য

৩। অবনিবলীয়কপৰমককৃণাবৰুণা—

৪। লযস্য শুভযশোৰাশিমণ্ডিতাশেষমেদি—

৫। নীমণ্ডলস্য বাসবৰংশাবতংস শ্ৰীশ্ৰীমৎ

৬। শিৱসিংহভূপালকস্য নিদেশত তদীয়

৭। সেনাপতিবৰ সকলসংসাৰ মঙ্গলাগাৰ—

৮। হৰিকেলাসকাসকার্শসহিণ্ডীৰপিণ্ডভু

৯। ষ্কমুগ্ধকীৰ্ত্তিমণ্ডলমণ্ডিতাশেষ দিগদিগা—

১০। -ন্তৰালেন শ্ৰীকেশবপদপঙ্কজভৃঙ্গৱ

১১। বেণ শ্ৰীমদ্দিহিঙ্গীয় বড়ফুকনেন প্ৰাগজ্যো—

১২। তিস্পুৰপত্যগৰ্ব্বাষ মৃদশিলেষ্টকাদিনিৰ্ম্মিত—

১৩। ষাগত্যবিবপঞ্চাশদধিকশতধনুমিত প্ৰাঞ্চী—

১৪। দ্বিবিংশত্যাধিকদ্বিশতধনুমিত পৰিখাদিভি—

১৫। ৰলঙ্কৃতমাসীত বেদবিশিখবেদাঙ্গশশধ—

১৬। ৰশাকে ॥ ১৬৫৪ ॥"

**অসমীয়া ভাঙনি**—হৰগৌৰীৰ পাদপদ্মৰ মধুত গলি যোৱা ভোমোৰাৰ নিচিনা, পৃথিৱীৰ খোজনীয়াৰবিলাকৰ পক্ষে পৰম দয়াৰ সাগৰৰ নিচিনা, আৰু যাৰ ধৱল যশৰাশিয়ে গোটেইখান পৃথিবী ঢাকি ধৰিছে, ইন্দ্ৰবংশত জন্ম ধৰোঁতা সেই শ্ৰীশ্ৰীমৎ শিৱসিংহ মহাৰাজাৰ আদেশত, তেওঁৰ প্ৰধান সেনাপতি শ্ৰীমৎ দিহিঙ্গীয়া বৰফুকনে যি সংসাৰৰ সকলো মঙ্গলৰ আলয়ৰ নিচিনা আৰু হীৰাৰ মালা, কৈলাস পৰ্ব্বত, কঁহুৱাৰ ফুল, কপাহ গোট মৰা সাগৰ-ফেন আৰু গাখীৰৰ নিচিনা শুকুলা আৰু সুন্দৰ ৰসৰ মণ্ডলে সমস্ত দিগ্-দিগন্তক শোভা কৰিছে, যি শ্ৰীকেশৱৰ পাদপদ্মত ভোমোৰাৰ নিচিনা, তেওঁ প্ৰাগ্জ্যোতিষপুৰ নগৰৰ পশ্চিম ফালৰ দুৱাৰখান মাটি, শিল আৰু ইটাৰে নিৰ্ম্মাণ কৰাই, তাক ১৫২ ধনু পৰিমাণৰ এটা গড় আৰু ২২২ ধনু পৰিমাণৰ এটা খাৱৈৰ অলঙ্কৃত কৰিলে, বেদ-বিশিখ-বেদাঙ্গ-শশধৰ অৰ্থাৎ ১৬৫৪ শকত।

যোৱা বছৰৰ শাওন মাহৰ আলোচনীত 'প্ৰাগ্জ্যোতিষপুৰৰ সম্বন্ধে যৎকিঞ্চিৎ' প্ৰবন্ধত শ্ৰীযুত সোণাৰাম চৌধুৰীয়ে এই ফলিখান প্ৰকাশ কৰিছিল

কিন্তু ফলিখানৰ পাঠ উদ্ধাৰ কৰাত কেইটামান ভুল থাকি গ'ল। আমি সেই ভুল কেইটা শুদ্ধ কৰি দিছোঁ। পাঠকসকলে ফলিৰ দুইটা পাঠ ৰিজাই চালেই ভুল কেইটা বুজিব পাৰিব।

## কানাই বৰশী বোৱা শিলৰ গদ্য

এই ফলিখান উত্তৰ গুৱাহাটীৰ মণিকৰ্ণিকেশ্বৰ দেৱালয়ৰ পিচফালে থকা এটা বৰ ওখ শিলত কটা আছে। ফলিখানৰ ওপৰ ভাগত এটা অতি সুন্দৰ গণেশৰ মূৰ্ত্তি কটা আছে আৰু ফলিখানৰ চাৰিও কাষে ধুনীয়াকৈ এডাল লতা কটা আছে। উত্তৰ পাৰে ফুলুঙ্গৰ গড় য'ত অন্ত হৈছে, তাতে এই ফলিখান কটা আছে। ফলিখান থকা শিলটো কেইও পিনে হাবিয়ে ছাটি ধৰাত আৰু বছৰি সেই হাবিবিলাকত জুই লগাত ফলিখানৰ পাঠ উদ্ধাৰ কৰা হৈছে। ফলিখানৰ ভাষা অসমীয়া। ফলিখান এই—

"১। শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণ দে—
২। উ মহাৰাজাৰ মন্ত্ৰী বা—
৩। হগড়ীয়া বুঢ়াগোহাঞি
৪। নেওগ বড়ফুকন॥ বাহগু
৫। তি গোহাঞি ফুকন॥
৬। বুঢ়া গোহাঞি ফুকন॥
৭। দিহিঙ্গীয়া ৰাজখোৱা॥ মু
৮। মলি ডেকা বৰুৱায় চৈ—
৯। দ্য পিৰোজক মাৰি
১০। গড় নিৰ্ম্মিলে॥ আঘ
১১। ন মাহ॥ শক ১৫৮৯॥"

গেইট চাহাবে তেওঁৰ বুৰঞ্জীত এই ফলি সম্বন্ধে এই দৰে উল্লেখ কৰিছে— "An inscription in Assamese on the Kanai Barasi rock near the Manikarneswar temple in Kamrup records the erection of an Ahom fort there in Saka 1589 ( 1667 A. D. ) after the defeat and death of Sana and Saiad Firuz." কিন্তু এই ফলিত চানাৰ নামৰ উল্লেখ নাই। চৈয়দ ফিৰুজ মুচলমানবিলাকৰ সেনাপতি আছিল

আৰু তেওঁ ৰছিদ খাঁ যোৱাৰ পাচত গুৱাহাটীত থানাদাৰ আছিল। তেওঁ টান কথা লিখি চয় খোজা বাবেই শৰাইঘাটৰ যুদ্ধ হয়। এই ফলিত উল্লেখ কৰা বাঁহগড়ীয়া বুঢ়াগোহাঁয়ে শৰাইঘাটৰ যুদ্ধত লঠিয়া পৰ্ব্বত ৰক্ষা কৰিছিল, দিহিঙ্গীয়া ৰাজখোৱাই সেন্দুৰীঘোপা ৰক্ষা কৰিছিল, বুঢ়াগোহাঁই ফুকন জল-যুদ্ধৰ নায়ক আছিল, আৰু আটাই কেইজন অসম দেশৰ বিখ্যাত ৰণুৱা আছিল।

## দুৰ্গা-মন্দিৰ

কলিয়াবৰৰ হাতীমূৰা পৰ্ব্বতত থকা দুৰ্গা-মন্দিৰত এই ফলিখন পোৱা গৈছে। ফলিখনৰ প্ৰথম ৪ শাৰীৰ আখৰ কিছুমান ভাগি যোৱা বাবে তাৰ পাঠ উদ্ধাৰ কৰিব পৰা নগ'ল—

১। ৺ * * * * পুষ্কৰ মধু—
২। ক * * * * ৰঙ্গীকৃতভূবিন্—
৩। প * * * * সুধাকৰকৰকলি—
৪। তকা * * * * ৰৎ শৰজৰ্জ্জৰিতাৰিব-
৫। ৰ বাসৱবংশৰ্ণৱশশধৰ ধৰণীমণ্ডলাখ
৬। ণ্ডলাখণ্ডপ্ৰতাপ ৰাজাধিৰাজ শ্ৰীশ্ৰীমৎপ্ৰমত্ত—
৭। সিংহ স্বৰ্গদেৱানামাজ্ঞয়া তদীয় পদপয়োজম—
৮। ধুকুৰ প্ৰতাপদিনকৰ স্বৰ্গাবতাৰাবধি স্বৰ্গ—
৯। ৰাজসেবিবংশাবতংশ শ্ৰীযুতগদাধৰতৰুণ—
১০। দুৱৰাবৃহৎফুকনঃ শ্ৰীশ্ৰীদুৰ্গামহাদেব্যাম—
১১। ঠমিমমচীকৰৎ তুৰগৰসৰসেন্দুশাকে। ১৬৬৭॥

**অসমীয়া ভাঙনি**—যাৰ শৰৰ আঘাতত শত্ৰুবিলাক থকাসৰকা হয়, ইন্দ্ৰবংশ স্বৰূপ সাগৰৰ চন্দ্ৰৰ নিচিনা, পৃথিবী-মণ্ডলত ইন্দ্ৰৰ নিচিনা, অখণ্ড-প্ৰতাপ ৰাজাধিৰাজ শ্ৰীশ্ৰীমৎ প্ৰমত্তসিংহ স্বৰ্গদেৱৰ আজ্ঞাত, তেওঁৰ পাদমধু পান কৰা ভোমোৰা সূৰ্য্যৰ নিচিনা প্ৰতাপশালী, স্বৰ্গৰপৰা নামি অহা দিন ধৰি স্বৰ্গদেৱসকলক সেৱা কৰা বংশত জন্ম লওঁতা শ্ৰীযুত গদাধৰ তৰুণ দুৱৰা বৰফুকনে শ্ৰীশ্ৰীদুৰ্গা দেৱীৰ এই মঠ তৈয়াৰ কৰালে, তুৰগ-ৰস-ৰস-ইন্দু অৰ্থাৎ ১৬৬৭ শকত।

এই ফলিখনৰ আখৰবোৰ ফলিখনত অতি ধুনীয়াকৈ ওখকৈ কটা আৰু ফলিখনৰ দাঁতিত এডাল সুন্দৰ লতা কটা আছে। কলিয়াবৰত এই দুৰ্গা-মন্দিৰ সজোৱা সময়ত অৰ্থাৎ ১৬৬৭ শকত গুৱাহাটীত থকা বৰফুকনজনৰ নাম গদাধৰ তৰুণ দুৱৰা আছিল। তামুলীফুকনৰ বুৰঞ্জীত তেওঁৰ নাম খালী 'ডেকা দুৱৰা' বুলি হে উল্লেখ কৰা হৈছে; এইজন বৰফুকনেই স্বৰ্গদেৱ শিৱসিংহৰ ৰাজত্বৰ শেহ ভাগত বৰফুকন আছিল। এওঁ তৰুণ দুৱৰাৰ ঘৰৰ আৰু বিজয় দুৱৰা বৰফুকনৰ পুতেক আছিল।

## কলিয়াবৰৰ কামাখ্যা মন্দিৰ

কলিয়াবৰতো এখন কামাখ্যা-দেৱালয় আছে। সেই দেৱালয়ৰ গাত এখন শিলৰ ফলি আছে। ফলিখনৰ ওপৰ ছেওত এটা এন্দুৰৰ ওপৰত বহা এখন সুন্দৰ গণেশৰ মূৰ্ত্তি কটা আছে। ফলিখনৰ আখৰবোৰ তুলি কটা আৰু অতি ধুনীয়া; আখৰবোৰ ১৭ শতিকাৰ অসমীয়া আখৰৰ অতি সুন্দৰ আৰ্হি। ফলিখন এই—

"শ্ৰীৰাম

১। ৮৭ স্বস্তি কৰকলিতকঠোৰকোদণ্ডখণ্ডক্ষি—
২। প্ৰকাণ্ডবিদীৰ্ণবিপক্ষপক্ষবক্ষঃ প্ৰকটপাট—
৩। প্ৰোদ্‌গতৰুধিৰধাৰাদিগ্ধভূভাগ ভৰ্গভদ্ৰকালীচৰ—
৪। ণসমৰ্চ্চনৈধিততেজঃ পুণ্যকীৰ্ত্তিনীতিবিদগ্ধধৈৰ্য্যা—
৫। সাৰমাৰমনোৰমমূৰ্ত্তি নিখিলক্ষাপালকিৰীট—
৬। কোটিজুষ্টপাদপীঠ বিবিধবিত্তবিপ্ৰাণনতুলিতদেৱ—
৭। দ্ৰুম শ্ৰীশ্ৰীমৎ স্বৰ্গদেৱ প্ৰমত্তসিংহসৌমাৰপীঠপু—
৮। ৰন্দৰানামাদেশতস্তচ্চৰণনলিনপৰাগৰাগিস্বৰ্গা—
৯। ৰবোহাবধি স্বৰ্গনৰেন্দ্ৰচৰণসেবাৰুচিৰুচিৰদুৱৰা—
১০। ন শ্ৰীশ্ৰীকামাখ্যামহাদেব্যাঃ পাষাণাদিময়মঠৌয়—
১১। ম্বয়কমলতৰনিতৰুণ শ্ৰীযুত গদাধৰ বৃহৎফুকনে—
১২। নিৰামায়ি ঋষিৰসতৰ্কসুধাংশুশাকে। ১৬৬৭।"

**অসমীয়া ভাঙনি**—যাৰ হাতেৰে ধৰা কঠোৰ ধেনুৰে ক্ষেপণ কৰা কাঁৰে কলা শত্ৰুৰ বুকুৰপৰা মুকলি দুৱাৰে ওলোৱাৰ নিচিনা তেজৰ ধাৰাৰে মাটি

ৰক্তাৰক্তি হয়, শিৱ আৰু দুৰ্গাৰ চৰণ সেৱা কৰাত যাৰ তেজ বাঢ়ি গৈছে, যি পুণ্য-কীৰ্ত্তি আৰু নীতি-বিশাৰদ, ধৈৰ্য্য আৰু মগজুৰ নিচিনা, যাৰ মূৰ্ত্তি কামদেৱৰ নিচিনা মনোৰম, অলেখ বজাৰ মূৰৰ কিৰীটিবিলাকে যাৰ ভৰি থোৱা পীৰাক সেৱা কৰে, নানাবিধ ধন দান কৰাত যি কল্পতৰুৰ নিচিনা, সেই শ্ৰীশ্ৰীমৎ স্বৰ্গদেৱ, সৌমাৰ পীঠৰ ইন্দ্ৰ-স্বৰূপ প্ৰমত্তসিংহৰ আদেশত তেওঁৰ চৰণ স্বৰূপ নলিনীৰ ৰেণুত অনুৰক্ত, স্বৰ্গৰপৰা নামি অহা দিন ধৰি স্বৰ্গদেৱসকলৰ চৰণ-সেৱাত অনুৰাগী উৎকৃষ্ট দুৱৰা বংশৰ পদ্মক ফুলোৱা বালসূৰ্য্যৰ নিচিনা, শ্ৰীযুত গদাধৰ বৰফুকনে শ্ৰীশ্ৰীকামাখ্যা মহাদেৱীৰ এই মন্দিৰ শিল আদিৰে নিৰ্ম্মাণ কৰালে, ঋষি-ৰস-তৰ্ক-চন্দ্ৰ অৰ্থাৎ ১৬৬৭ শকত।

এই মন্দিৰ ১৬৬৭ শকত সজা হয়; আহোম ৰাজ্যৰ ভিতৰতে গুৱাহাটীত এখন কামাখ্যাৰ প্ৰসিদ্ধ দেৱালয় থকাতো কলিয়াবৰত আকৌ কিয় এখন কামাখ্যা-দেৱালয় স্থাপিত হৈছিল, তাক বুজা টান। সম্ভৱতঃ প্ৰথমতে এই দেৱালয়খন কলিয়াবৰত থকা কোনোবা এজন বৰফুকনে স্থাপন কৰে; তেতিয়া হয়তো গুৱাহাটীৰ কামাখ্যা দেৱালয় আহোম ৰাজ্যৰ ভিতৰ নাছিল বা থাকিলেও হয়তো সি আকৌ মুচলমানৰ হাতত পৰিছিল। কিন্তু দেৱালয়ত তেতিয়া পকী মঠ নাছিল, সেই গুণেই গদাধৰ বৰফুকনে এই মঠ নিৰ্ম্মাণ কৰাই দিয়ে। ফলিখনৰ ৰচনাৰ ১০ম শাৰীত থকা 'তৰণি তৰুণ' ( উঠি অহা বেলি ) পদফাঁকিয়ে নৈষধচৰিতৰ 'তৰুণতাতৰনিত্যাতিনিৰ্ম্মিতদ্ৰঢ়িমতৎকুচকুম্ভ-যুগংতদা' পদফাঁকি মনত পেলাই দিয়ে।

## জনাৰ্দ্দন মন্দিৰ

গুৱাহাটীৰ শুক্ৰেশ্বৰ-মন্দিৰৰ নামত ব্ৰহ্মপুত্ৰৰ এখন চতুৰ্ভুজীয় জনাৰ্দ্দনৰ মূৰ্ত্তি আছে। অনেকে এইখনক বুদ্ধ-জনাৰ্দ্দনৰ মূৰ্ত্তি বুলি কয়। কোনোৱে আকৌ এই মূৰ্ত্তিৰপৰাই অসম দেশত এসময়ত বৌদ্ধ ধৰ্ম্মৰ প্ৰচলন আছিল বুলি প্ৰমাণ কৰিব খোজে। সম্ভৱতঃ মূৰ্ত্তিখনক বুদ্ধ-জনাৰ্দ্দন বোলা বাবেই মানুহে এনে অমূলক অনুমান কৰে। মূৰ্ত্তিখনৰ আসন যদিও বুদ্ধ-মূৰ্ত্তিবিলাকৰ নিচিনা পদ্মাসন, তথাপি চাৰিখন হাত থকা বাবেই ই যে এখন বুদ্ধ-মূৰ্ত্তি নহয় সি ধ্ৰুৱপ। এই মূৰ্ত্তিৰ নাম কেতিয়াৰপৰা বুদ্ধ-জনাৰ্দ্দন হ'ল তাক ঠিককৈ কব নোৱাৰি, কিন্তু ইয়াৰ মন্দিৰৰ ফলিত যেতিয়া কেৱল 'জনাৰ্দ্দন' হে উল্লেখ

আছে আৰু সেই ফলিৰ চন হৈছে ১৬৬৬ শক, তেতিয়া সহজে বুজিব পাৰি যে ১৬৬৬ শকলৈকে এই মূৰ্ত্তিৰ নাম বুদ্ধ-জনাৰ্দ্দন নাছিল, তাৰ পাচতহে সেই নাম হৈছে। সি যি নহওক, এই মূৰ্ত্তিখন এটা বৰ ডাঙৰ শিলত কটা আৰু মূৰ্ত্তিখনো বৰ ভব্য। মূৰ্ত্তিখনৰ গঢ় আৰু যেনেভাৱে কটা হৈছে তাক দেখিলে, এইখন কামৰূপত হিন্দু ৰাজত্বৰ সময়ৰ মূৰ্ত্তি বুলি বোধ হয় অৰ্থাৎ ই আহোম ৰাজত্বৰ আগৰ মূৰ্ত্তি। মূৰ্ত্তিখন নৈৰ গৰাত থকা শিল এটাত থকা বাবে, তাত মন্দিৰ আদি কৰিবলৈ চল নোহোৱাত, ইয়াৰ ওপৰত কোনো মঠ-মন্দিৰ নাছিল। আহোম ৰাজত্বৰ সময়ত স্বৰ্গদেৱ প্ৰমত্তসিংহৰ দিনত এই মূৰ্ত্তিৰ উপলক্ষে শুক্ৰেশ্বৰ-মন্দিৰৰ আগ-ফালে ষ্টেশু-ৰোডৰ সিফালে এটা মন্দিৰ সজোৱা হয় আৰু সেই মন্দিৰতে এখন শিলৰ ফলি মাৰি দিয়া হয়। মানুহৰ মুখে শুনা যায় যে মানৰ দিনত মানহঁতে এই মন্দিৰৰ ভিতৰত গৰু কাটি খোৱা বাবে এই মন্দিৰত কোনো কায-কাম নচলা হয় আৰু এইদৰে ব্যৱহাৰ নোহোৱাকৈ থাকোঁতে মন্দিৰটো ভাগি-ছিগি যোৱাৰ নিচিনা হৈছে কিন্তু তাৰ গাত থকা ফলিখন অতি সুন্দৰভাৱে আছে ; ফলিখন এই—

"শ্ৰীৰাম

১। ৬৭ স্বস্তি সমস্তলোকাস্তোকশোকৰোকবিমোক—
২। নিপুণজনাৰ্দ্দনচৰণচাৰণচতুৰচতুৰুদধি—
৩। মেখলমহীমণ্ডলাখণ্ডল প্ৰচণ্ডাখণ্ডপ্ৰতাপমাৰ্ত্তণ্ডখণ্ডি—
৪। তপ্ৰচণ্ডাৰিতমিশ্ৰমণ্ডলপাণ্ডুৰাখণ্ডযশঃ শ্ৰীখণ্ডমণ্ডিত—
৫। জগদস্তবিবিধধেণ্ডবিতৰণবিড়ম্বিতামৰদ্ৰুমপ্ৰ—
৬। জ্ঞাৱজ্ঞাতবাক্‌পতিনীতিক্ৰম ৰাসবামলকুলকমলা—
৭। ৰ্ক শ্ৰীশ্ৰীমৎ স্বৰ্গদেৱ প্ৰমত্তসিংহনৃপেন্দ্ৰপাদপদ্ম—
৮। ষ্টপদায়মানমানধন বিপক্ষক্ষয়দক্ষতী—
৯। ক্ষ্ণকৌক্ষেয়কশায়ক মহামহিমামাত্যনায়কসমৰ—
১০। সামনিসসীমত্তীমবিক্ৰমণিশ্ৰমত্তৰ্দ্দমদমনৰমৰাংশু—
১১। ন্যবন্মুখোপমঃ স্বৰ্গাবৰোহাবধিস্বৰ্গনিবেশসেবিবং—
১২। শাবতংস শ্ৰীমত্তৰুণত্বৱৰাবৃহৎফুকনস্তন্নৰে—
১৩। ন্দ্ৰনিদেশতঃ শ্ৰীশ্ৰীজনাৰ্দ্দনদেবস্যশোভনভব—
১৪। নমিদমৰচয়ৎ ॥ ৰসৰসৰসেন্দুশাকে ১৬৬৬।"

**অসমীয়া ভাঙনি**—সকলো মানুহক অত্যন্ত শোকগহ্বৰৰপৰা উদ্ধাৰ কৰাত নিপুণ যি জনাৰ্দ্দন, তেওঁৰ চৰণৰ স্তুতি-পাঠত চতুৰ আৰু চাৰি সাগৰে মেৰাই থকা পৃথিৱী-মণ্ডলৰ ইন্দ্ৰ স্বৰূপ, দুৰ্জ্জয়ে শত্ৰুৰূপ অন্ধকাৰ-মণ্ডলক দূৰ কৰাত উগ্ৰ আৰু অখণ্ড-প্ৰতাপ সূৰ্য্যৰ নিচিনা, অখণ্ড ধৱল বশে দিগন্ততো যাক চন্দনৰ নিচিনাকৈ শোভিত কৰিছে, যাৰ বিবিধ ধন-বস্তুৰ দানত কল্পতৰুও লজ্জিত হৈছে, বৃহস্পতিৰ কাৰ্য্যকলাপো যাৰ বুদ্ধিৰ আগত নিন্দিত হয়, বিমল ইন্দ্ৰবংশৰ পদ্মক প্ৰস্ফুটিত কৰা সূৰ্য্যৰ নিচিনা, ৰাজোচিত সন্ধি, বিগ্ৰহ, মান, আসন, দ্বৈধ, আশ্ৰয়—এই ছয় গুণেৰে ভূষিত, কাৰ্ত্তিকৰ নিচিনা, স্বৰ্গৰপৰা নামি অহা দিনৰপৰাই স্বৰ্গদেৱক সেৱা কৰা বংশত জন্ম লওঁতা শ্ৰীমৎ ডেকা-ফুৱৰা বৰফুকনে, সেইজন ৰজাৰ আদেশত, শ্ৰীশ্ৰীজনাৰ্দ্দনদেৱৰ এই ধুনীয়া মন্দিৰ নিৰ্ম্মাণ কৰালে, ৰস-ৰস-ৰস-ইন্দু অৰ্থাৎ ১৬৬৬ শকত।

এই ফালৰ ৬ শাৰীৰ 'প্ৰজ্ঞাৱজ্ঞাতবাকপতি' পদটো ৰত্নমালা ব্যাকৰণৰ টীকাকাৰ জয়কৃষ্ণৰ 'প্ৰজ্ঞাবজ্ঞাতবাচপতিৰিবতুল গুণগ্ৰামবিশ্ৰামধাম' পদৰ অনু-কৰণ বুলি ধৰিব পাৰি। স্বৰ্গদেৱ প্ৰমত্তসিংহ ১৬৬৬ শকতে ৰাজপাটত বহে আৰু সেই শকতে অৰ্থাৎ তেওঁ ৰজা হোৱাৰ প্ৰথম বছৰতে এই মন্দিৰ নিৰ্ম্মাণ কৰায়। এই ফলিত উল্লেখ কৰা ডেকাফুৱৰা বৰফুকনজনৰ নাম গদাধৰ আছিল আৰু ওপৰত দিয়া কলিয়াবৰৰ দুৰ্গা-মন্দিৰ আৰু কামাখ্যা-মন্দিৰো এইজন বৰফুকনৰ দ্বাৰায়ে নিৰ্ম্মিত হৈছিল।

## মহাৰাজ ইন্দ্ৰপালৰ তামৰ ফলি ( দ্বিতীয় শাসন )

নলবাৰী থানাৰপৰা পাঁচ মাইলমান আঁতৰত থকা গুৱাকুচি গাৱঁত অলপতে এই তামৰ ফলিখন পোৱা গৈছে। কেৱা পুৰুষো ধৰি উক্ত গাৱঁৰ এচুবুৰি মছলমান মানুহৰ বসতি আছে। তাৰে এঘৰৰ প্ৰায় ১৪ বছৰ বয়সীয়ামান এজন ল'ৰাই বিশেষ কোনো কাৰণত পুৰণি ভেটিৰপৰা ঘৰ লৰাব লগীয়াত পৰে। আৰু পুৰণি ভেটিৰপৰা মাটি খানি নিওঁতে দুহাতমান মাটিৰ তলত যোৱা এপ্ৰিল মাহত ( ১৯২৫ ) এই তামৰ ফলিখন পায়। ফলিখনত তিনি খিলা তামৰ পাত আছে। তিনিউ খিলা আঙ্গঠিৰে গঁথা আৰু সেই আঙ্গঠিতে এটা ৰজা-মোহৰি চাব লগোৱা আছে। পোন-প্ৰথমে উলিয়াই আনোতে তিনিওখন ফলিৰ এনেদৰে নামবোৰ ঢাক খাই আছিল যে তাত কি

লিখা আছিল তাৰ কোনেও তং ধৰিব নোৱাৰিছিল। যোৱা আগষ্ট মাহত এই ফলিখন মোৰ হাতত পৰেহি। আমাৰ উঠি-অহা ডেকা বন্ধু প্ৰত্নতত্ব বিষয়ত অনুসন্ধিৎসু শ্ৰীমান সৰ্ব্বেশ্বৰ কটকীয়ে এই তামৰ ফলি ওলোৱা সম্পৰ্কে 'টাইমছ অব আসাম'ত এটি চমু বিৱৰণ প্ৰকাশ কৰে। তাৰ পাচত, ভাৰতৰ আন আন বহুত দৈনিক বাতৰি কাকতে সেই কথা প্ৰচাৰ কৰে। তাৰ ফলত ভিন ভিন ঠাইৰ পণ্ডিতসকলে এই ফলিৰ পাঠ উদ্ধাৰৰ খবৰ সুধি আমালৈ চিঠি দিয়ে। আন কি, বৰ্ত্তমান ইংলণ্ডবাসী চাৰ এড্‌ৱাৰ্ড গেইট চাহাবেও এই ফলিৰ বিৱৰণ সুধি পঠিয়ায়। এই দৰে চাৰিউ ফালৰপৰা উৎসাহ আৰু উদগণি পাই আমি আজৰি পোৱা সময় ফেৰা এই ফলিৰ পাঠ উদ্ধাৰত খটাবলৈ ধৰিলোঁ আৰু এতিয়া তাৰ পাঠ উদ্ধাৰৰ কাম শেষ হৈছে। এই কাৰ্য্যত আমি ডাক্তৰ হৰ্ণলী চাহাবৰ 'এচিয়াটিক চছাইটি জৰ্ণেল' কাকতত প্ৰকাশিত আৰু সম্পাদিত মহাৰজা ইন্দ্ৰপালৰ গুৱাহাটীৰ তামৰ ফলিৰপৰা বিশেষ সহায় পাওঁ। আৰু সেই বাবে উক্ত মহাশয়ৰ ওচৰত আমি ভক্তি আৰু শ্ৰদ্ধা জনাইছোঁ। এই সুযোগতে শ্ৰদ্ধাস্পদ বন্ধু মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য্যৰো শলাগ লৈছোঁ।* তেখেতক সৌভাগ্যক্ৰমে আমি অলপ দিনৰ কাৰণে গুৱাহাটীত আলহী স্বৰূপে পাওঁ আৰু সেই সময়ৰ ভিতৰতে তেখেতে আমাৰ ফলিৰ কিছু কিছু জটিল অংশৰ পাঠ উদ্ধাৰ কৰাত সহায় কৰে। এখেতৰ নিচিনা এজন সংস্কৃতজ্ঞ বহুদৰ্শী পণ্ডিতৰ সহায় নোপোৱা হলে ইমান অলপ দিনৰ ভিতৰতে ফলিৰ সম্পূৰ্ণ পাঠোদ্ধাৰ কৰা সম্ভৱ হ'লহেঁতেন নে নহ'লহেঁতেন তাক কব নোৱাৰোঁ।

অসমত পোৱা আন আন ফলিবিলাকৰ দৰে এইখনতো পৌৰাণিক প্ৰাগ্‌জ্যোতিষপুৰৰ ৰজাসকলৰ ভিতৰত নৰকাসুৰেই প্ৰথম স্থান অধিকাৰ কৰিছে। ইয়াত লিখিত আছে যে হৰিৰ ঔৰসত আৰু পৃথিবীৰ গৰ্ভত নৰকাসুৰৰ জন্ম হয়। নৰকৰ পুত্ৰ ভগদত্ত। এইজন ৰজা মহাভাৰতৰ যুগত প্ৰসিদ্ধ আছিল। এই ফলিমতে ভগদত্তৰ পাচত তেওঁৰ পুতেক ব্ৰজদত্তই ৰাজত্ব কৰে। কিন্তু নগাৱঁত পোৱা বলবৰ্ম্মৰ তামৰ ফলিমতে তেওঁ ভগদত্তৰ

---

* "১৯২৫ আগষ্ট মাসে এই শাসনখানি আসাম প্ৰত্নতত্বাভিজ্ঞ স্বৰ্গত হেমচন্দ্ৰ গোস্বামী মহাশয়েৰ হস্তগত হয়। এবং তিনিই ইহাৰ কথা সৰ্ব্বপ্ৰথম সাধাৰণেৰ নিকট প্ৰকাশিত কৰেন। ১৩৩৩ সালে গৌহাটী গেলে আমি ইহা পাঠ কৰি এবং গোস্বামী মহাশয়েৰ অনুমতি অনুসাৰে ইহাৰ প্ৰতিলিপি নিয়া আসি।"

ভায়েক হে আছিল, পুতেক নহয়। সি যি হওক, এইসকল ৰজা পৌৰাণিক হোৱা বাবে এওঁবিলাকক বৰ্ত্তমান সময়ৰ নিমিত্তে প্ৰকৃত বুৰঞ্জীৰ সীমাৰপৰা আঁতৰাই থব পাৰি। এই ফলিত উক্ত আন আন ৰজাসকলৰ বিষয়ে সন্দেহ কৰিবলগীয়া কোনো কাৰণ নাই—তেহেলৈ তেওঁবিলাক ভগদত্তৰ বংশৰেই হওক বা নৰকৰ বংশৰেই হক। এই ফলিত প্ৰথমে ব্ৰহ্মপাল আৰু তেওঁৰ পুত্ৰ ৰত্নপালৰ নাম উল্লিখিত আছে। কথিত আছে যে এওঁ দেশৰ অনেক ঠাইত শিৱৰ মন্দিৰ সজাই আৰু পণ্ডিতসকলক নানা ৰকম ধনবস্তু দি পৃথিবী ভূষিত কৰিছিল। ৰত্নপালে দিয়া এখন আমৰ ফলি শোৱালকুচিৰ ব্ৰাহ্মণ-সকলৰ হাতত পোৱা গৈছে। ৰত্নপালৰ পুত্ৰ পুৰন্দৰপাল। এওঁ এজন খ্যাতিমন্ত, উদাৰ, ধাৰ্ম্মিক, আনন্দপ্ৰিয় আৰু সকলো কলাবিদ্যাত পাৰ্গত ৰজা আছিল। এওঁ এফালে যেনে বীৰ আনফালে তেনে এজন কৱিও আছিল। কথিত আছে, 'নীতিকুসুম' নাম দি পুৰন্দৰপালে শুক্ৰনীতি পুথি দেশীয় চলিত ভাষালৈ অনুবাদ কৰিছিল। আমি এই পুথিৰ কাৰণে বহুত অনুসন্ধান কৰি চাইছোঁ, কিন্তু তাৰ ক'তো উৱাদিহ পোৱা নাই। পুৰন্দৰপাল আৰু তেওঁৰ পত্নী দুৰ্ল্লভাৰ পুত্ৰ ইন্দ্ৰপালে এই ফলি দান কৰে। পিতাক ৰত্নপালৰ মৃত্যুৰ পূৰ্ব্বেই পুৰন্দৰপালৰ মৃত্যু হোৱাত ইন্দ্ৰপালে ককাদেউতাকৰ ৰাজসিংহাসন অধিকাৰ কৰে। এওঁক 'প্ৰাচ্যপ্ৰদীপ' আখ্যা দিয়া হৈছিল। লিখিত আছে, এওঁ বিজ্ঞান, ৰাজনীতি, তৰ্কনীতি আৰু ধৰ্ম্মনীতি আদি ঢৌৰে ভৰা জ্ঞান-সমুদ্ৰত বুৰ মাৰি পাৰ হৈছিল। আৰু কোৱা আছে বোলে চাৰি আশ্ৰমৰ নীতি আৰু জাতিভেদৰ প্ৰথা যথাবিধি পালন কৰা হোৱা বাবে এইজন ৰজাৰ ৰাজত্ব কালত পৃথিবী সুখৰ আৰু সমৃদ্ধিশালী হৈ উঠিছিল। দুৰ্জ্জয় নগৰত এওঁৰ ৰাজধানী আছিল। এই নগৰ হাতী-ঘোঁৰা আৰু ধন-ৰত্নেৰে পৰিপূৰ্ণ আছিল। তেওঁ তেওঁৰ বিখ্যাত পূৰ্ব্বপুৰুষসকলৰ দৰে "পৰমেশ্বৰ পৰমভট্টাৰক মহাৰাজা-ধিৰাজ" গৌৰবান্বিত উপাধি গ্ৰহণ কৰিছিল।

এই ফলি দেৱদত্ত নামে এজন ধাৰ্ম্মিক আৰু পণ্ডিত ব্ৰাহ্মণক দিয়া হৈছিল। তেওঁ যজুৰ্ব্বেদৰ কাণ্ব শাখাৰ অন্তৰ্গত কাশ্যপ গোত্ৰৰ মানুহ আছিল। এওঁক ২০০০ ধান উৎপন্ন হোৱা এডোখৰ মাটি দিয়া হৈছিল। যদিও এই মাটিৰ সীমা ফলিখনত পুঙ্খানুপুঙ্খকৈ বৰ্ণিত আছে, তথাপি আজি-কালি ইয়াক নিৰ্দ্ধাৰণ কৰি উলিওৱা টান হৈ পৰিছে। মহাগৌৰী, কমলেশ্বৰ আৰু ভূতি মহাদেৱ আদি মূৰ্ত্তিৰ নামত দিয়া মাটি ইয়াৰ সীমাত থকাৰ কথা

উল্লেখ আছে। তদুপৰি পাণ্ডুৰি বুলি এডোখৰ ঠাইৰ নাম ইয়াত পোৱা গৈছে। বৰ্ত্তমানে ৰঙ্গিয়া অঞ্চলৰ অন্তৰ্ভুক্ত পাণ্ডুৰী মৌজাকে সেই পাণ্ডুৰী বুলি অনুমান কৰিব পাৰি। আশা কৰা যায়, ভবিষ্যতত এই মাটি নিৰ্দ্ধাৰণ কৰোঁতে এইবিলাক নামে বহুত সহায় কৰিব।

সামৰণিত আমি কওঁ, এই ফলিত কোনো তাৰিখৰ উল্লেখ নাই। মাথোন ইয়াকে পোৱা গৈছে—ৰজাৰ ৰাজত্বৰ বিংশতিতম বছৰত এই দান দিয়া হৈছিল। আন হাতে গুৱাহাটীৰ তামৰ ফলিত অষ্টম বছৰত দিয়া হৈছিল বুলি পোৱা গৈছে। লিপি-বিদ্যাৰ সহায়ত অনুমান কৰি ডাক্তৰ হৰ্ণলি চাহাবে কয়, গুৱাহাটীৰ তামৰ ফলিৰ শক ১০৫০ খৃষ্টাব্দ। যদি এই কথা সঁচা বুলি ধৰা হয়, তেন্তে এইখন তামৰ ফলিৰ শক ১০৬২ খৃঃ হয়। কিন্তু আমি মনত ৰাখিব লাগিব, লিপিবিদ্যাৰ সহায়েৰে কৰা অনুমানৰ মূল্য নিচেই কম। আৰু এটা কথা এই—ইন্দ্ৰপালৰ ৰাজধানী দুৰ্জ্জয় নগৰ—তেজপুৰৰ শিলৰ ফলিত বৰ্ণিত আন এক বংশৰ ৰজা হৰ্জ্জৰবৰ্ম্মনৰ ৰাজধানী দুৰ্জ্জয় নগৰৰে সৈতে একে হব পাৰে। এই ফলি ৰীতিমতে সম্পাদন কৰি সোনকালে এপিগ্ৰেফিকা ইণ্ডিয়া ( Epigraphica India ) কাকতত প্ৰকাশ কৰিবৰ ইচ্ছা আছে।

# মহাৰাজ শিৱসিংহৰ তামৰ ফলি

( পাৰলিঝাৰ—১৬৬৪ শক )

এই তামৰ ফলিখন ছয়ানি মৌজাৰ পাৰ্ল্লী গাৱঁৰ শ্ৰীযুত গোবিন্দৰাম বৰাই, কোনো কাৰ্য্য উপলক্ষে মোক দেখুৱাত মই তেওঁৰ অনুমতি লৈ ইয়াক 'মিলন'ত প্ৰকাশ কৰিলোঁ। এই ফলিৰ দ্বাৰাই মহাৰাজ শিৱসিংহে শ্ৰীযুত গোবিন্দৰাম বৰাৰ পূৰ্ব্বপুৰুষ ৺চান্দৰায় গায়নক নানকাৰ মাটি দিছিল। ৺চান্দৰায় গায়নৰপৰা শ্ৰীযুত গোবিন্দৰাম বৰালৈকে ৭ পুৰুষ হৈছে ঃ—

চান্দৰায় গায়ন
|
পৰ্ব্বতৰায়
|
মধু
|
যদু
|
পেপৰু
|
শ্ৰীসোণসিং
|
শ্ৰীগোবিন্দৰাম বৰা

ফলিৰপৰা দেখা যায় যে শিৱসিংহ মহাৰাজে ১৬৪৩ শকত ৺চান্দৰায় গায়নক চয়নিয়া পৰগণাৰ হুদুমপুৰ আৰু সৰু কুকুৰিয়া, এই দুখন গাৱঁত ৪০ পুৰা বাওতলি মাটি আৰু ১৬৬৩ শকত বাঢ়ন্তি পৰগণাৰ পাৰলিঝাৰ গাৱঁত ১০০ পুৰা বোৱাতি, ৬০ পুৰা ফৰিঙতি আৰু ২০ পুৰা কঠীয়াতলি মাটি, সৰ্ব্বমুঠ ২২০ পুৰা মাটি নানকাৰ কৰি দিয়ে। ১৬৬৪ শকৰ ফাগুন মাহত, অৰ্থাৎ প্ৰথমবাৰ মাটি দিয়াৰ প্ৰায় ২০ বছৰৰ পাছত, সেই মাটিৰ বাবে এই তামৰ ফলি কৰি দিয়ে। এই মাটি কিহৰ বাবে দান কৰিছিল, ফলিত সেই বিষয়ে খোলাকৈ লিখা নাই। শ্ৰীযুত গোবিন্দৰাম বৰাই কয় যে ৺চান্দৰায় এজন বিখ্যাত গায়ক আছিল; তেওঁৰ সঙ্গীত বিদ্যাত পাৰ্গতালি দেখি ৰজাই তেওঁক এই মাটি-বৃত্তি দিয়ে। তেওঁ যি চাৰিন্দা ৰজাৰ আগত বজাই এই মাটি পাইছিল, সেই যন্ত্ৰ এতিয়াও তেওঁবিলাকৰ ঘৰত আছে।

এই তামৰ ফলিখন দীৰ্ঘে ১৪ ইঞ্চি, পুতলে ৬ ইঞ্চি, ১/৮ ইঞ্চি ডাঠ। লিখনৰ এপিঠিত মাথোন লিখা আছে। ফলিখনত মুঠতে ১৩ শাৰী আখৰ আছে। দশম আখৰ শাৰীৰ পোনে পোনে সোঁহাতৰ মূৰে ৬ ইঞ্চিমান ফলিখন ফটা আছে। ফলিখনৰ সোঁহাতৰ মূৰত এটা ৰাজমোহৰ আৰু এটা সিংহচাব আছে। ৰাজমোহৰটোত লিখা আছে—"শ্ৰীশ্ৰীম দুৰ্গা মহেশ্বৰো জয়তি। শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণ দেৱ শিৱসিংহ নৃপস্য।" সিংহচাবৰ সিংহটোৰ পাখি আছে। মোহৰ আৰু চাব দুয়োটা সমান আৰু একে আকৃতিৰ; দীৰ্ঘে ২ ইঞ্চি আৰু পুতলে ১॥ ইঞ্চিতকৈ অলপ কম। আখৰবিলাক পুৰণি অসমীয়া ঠাঁচৰ আৰু দীঘে-পুতলে ১/৪ ইঞ্চিমান হ'ব। আখৰবিলাকৰ ভিতৰত বিশেষ লক্ষ্য কৰিবলগীয়া কথা হৈছে, ৱ লিখোতে এতিয়া যেনেকৈ 'ব'ৰ তলত আঁচ এটা টনা হয়, তেতিয়া 'ব'ৰ তলত এটা ফুট দিয়া হৈছিল; অৰ্থাৎ 'ৱ'টো বঙালী 'ব'টোৰ নিচিনা আছিল।

ফলিখনৰ প্ৰথমতে তিনটা সংস্কৃত শ্লোক আছে। তাৰ ১ম আৰু ২য় শ্লোকত মহাৰাজ শিৱসিংহক নানা বিশেষণেৰে অলঙ্কৃত কৰিছে। ৩য় শ্লোকত চান্দৰায় দাসক কামৰূপীয় মাটি-বৃত্তিৰ বিষয়ে এই তামৰ ফলি দিয়াৰ কথা লিখিছে। শিৱসিংহ মহাৰাজৰ সভাত যে সংস্কৃত বিদ্যাত পাৰ্গত অনেক ডাঙৰ পণ্ডিত আছিল, তাক এই শ্লোককিটাই বিশেষকৈ প্ৰমাণ কৰিছে। শিৱসিংহ মহাৰাজ যেনে বিদ্যোৎসাহী পুৰুষ আছিল, তেনে হ'বৰেই কথা।

এই ফলিখন দিয়া ১৮৪ বছৰ মাথোন হৈছে। বছৰ হিচাপে ইয়াৰ ঐতিহাসিক মূল্য বৰ বেছি নহলেও ইংৰাজী শিক্ষাৰ ঢৌৱে নোপোৱা অৱস্থাত অসমীয়া গদ্য ভাষাৰ আৰ্হি কেনে আছিল, তাক এই ফলিত দেখিবলৈ পোৱা যায়। তাত বাজেও সেই কালত মাটিৰ শ্ৰেণী কেনে আছিল তাক জানিব পাৰি; যেনে—ৰোৱাতি, বাওতলি, ফৰিঙতি, কঠীয়াতলি। আগৰদিনত পতিত মাটিক 'উবাৰ' বুলিছিল। সেই কালত আজিকালিৰ ছয়ানী মৌজাৰ নাম 'চয়নীয়া পৰগণা' আছিল, আৰু তেতিয়াৰ 'বাঢ়স্তি মোহল' এতিয়াৰ ছয়ানী মৌজাত চামিল হ'ল।

আহোম ৰজাসকল কেনে সাহিত্যানুৰাগী আৰু সঙ্গীতপ্ৰিয় আছিল তাক আমি আগেয়ে আন এক প্ৰসঙ্গত দেখুৱাইছোঁ, আৰু তেতিয়া মহাৰাজ ৰুদ্ৰসিংহ আৰু শিৱসিংহে ৰচনা কৰা অসমীয়া গীতবো আৰ্হি দিয়া হৈছিল। এই তামৰ ফলিয়ে আৰু স্পষ্টকৈ প্ৰমাণ কৰিলে, শিৱসিংহ মহাৰাজে এজন

গায়নক মাটি-বৃত্তি দি দেশত সঙ্গীত বিদ্যাক কেনেকৈ উৎসাহ দিছিল। আজিকালি আমাৰ দেশত সঙ্গীত চৰ্চ্চাৰ দুৰৱস্থাৰ কথা ভাবিলে সঁচাকৈয়ে মনত বেজাৰ লাগে।

(১) ৺৭স্বস্তি স্মৰশ্ৰীঃ শিৱসিংহভূপো বীৰাগ্ৰগণ্য স্বৰশাখিকল্পঃ। সৌমাৰপীঠস্য পুৰন্দৰঃ শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণ দেৱবৰ্য্যঃ॥১॥

(২) নৃপনিকৰকিৰীটঃ সেব্যমানোমৰুত্বৎ কুলকমল দিনেসো নীতিৰত্নৈক সিন্ধুঃ। হিমকৰ হৰহাৰস্ফা ৰবি

(৩) স্তাৰকীৰ্ত্তিঃ প্ৰলয়সমযভাস্বৎ কাণ্ডচণ্ড প্ৰতাপঃ॥ অয়মেতা মদাৎ পত্ৰাং তামস্য কামৰূপিনে। চা

(৪) ন্দৰায়াখ্য দাসায় ত্দেতদবৃত্তি ৰক্ষিণীং॥ কামৰূপ দেশৰ বড়ুৱা ও বৰকায়স্থ ও চৌধাৰী ও প

(৫) টোৱাৰি ও তালুকদাৰ ও ঠাকুৰীয়া ওগয়ৰহ সকলো সাৱধানে জানিব শ্ৰী৺দেৱে পুণ্যাৰ্থে চান্দৰা

(৬) ই গায়নক নানকাৰ কৰি আপুনি দিয়া ১৬৪৩ শকত চয়নিয়া পৰগণাৰ সক কুকুৰিয়া

(৭) এই দুইখন পাডাৰ উবাৰ বাওতলি চাহজমি পকাত্ৰনিৰ কাঁতে ৪০ পুৰা আৰু ১৬৬৩ শকত

(৮) পেড়াত ৬৪ টকাৰ বাব কৰি বাঢন্তি মোহল পৰগণাৰ পাৰলিঝাৰ গ্ৰামৰ ৰোৱাতি মাটি ১০০

(৯) পুৰা পকা ফৰিঙতি ৬০ পুং কঠীয়াতলি ২০ পুং ১৮০ পুৰা, সৰ্ব্বমুঠত ২২০ পুৰা আৰে এই তা

(১০) মৰ ফলি কৰি দিলে চান্দৰায় গায়নৰ পুত্ৰ-পৌত্ৰাদিক্ৰমে

## পুৰণি ফয়চলা

কামৰূপৰ মদাৰতলা মৌজাৰ বাইহাটা গাঁৱৰ শ্ৰীযুত শিৱচৰণ চৌধুৰীৰ-পৰা তলত দিয়া ফয়চলা দুখন পোৱা গৈছে। কামৰূপৰ বিখ্যাত ভঠৌ বৰ-কাইথ ওৰফে বিষ্ণুচৰণ চৌধুৰী এজন অতি নামজ্বলা লোক আছিল। তেওঁৰ পুতেক আছিল বিজয়চৰণ চৌধুৰী। শ্ৰীশিৱচৰণ চৌধুৰী বিজয়চৰণৰে পুত্ৰ। এসময়ত কামৰূপৰ ভিতৰত এওঁবিলাকৰ ঘৰ এঘৰ বৰ গণ্যমান্য মানুহ আছিল,

কিন্তু কালৰ সোঁতত তেওঁবিলাকৰ অৱস্থা কালি বৰ দুখ হৈছে। শ্ৰীযুত শিৱচৰণ চৌধুৰীয়ে পাঁচজন পুত্ৰৰে সৈতে যেনে তেনে মতে অতি কষ্টেৰে দিন নিয়াইছে। এশ বছৰৰ আগেয়ে ভঠৌ বৰকাইথৰ দিনত তেওঁবিলাকৰ অৱস্থা বৰ ভাল আছিল।

এই ফয়চলা দুখনৰ এখনৰ দ্বাৰাই অসম দেশৰ শেষ ৰজা ৺চন্দ্ৰকান্ত সিংহ মহাৰাজৰ দিনত গুৱাহাটীৰ বৰফুকনে ভঠৌ চৌধুৰীক ৭১ পুৰা মাটি ধৰ্ম্মোত্তৰ কৰি দিয়ে। এইখন ফয়চলাৰ তাৰিখ ১৭৪৩ শক, সম্ভৱত ১০ আঘোণ। আনখন ফয়চলাৰ দ্বাৰাই বাইবাটা গাৱঁৰ পঞ্চ সভাসদসকলে বিষ্ণুচৰণ চৌধুৰীক কিছুমান মাটি ধৰ্ম্মোত্তৰ কৰি দিয়ে। এইখন ফয়চলাৰ তাৰিখ ২৮ আঘোণ, ১৭৪৩ শক। ফয়চলা দুখনৰপৰা বুজিব পাৰি যে ভঠৌ চৌধুৰীৰ ঘৰত এখন শ্ৰীগোপাল মূৰ্ত্তি স্থাপিত আছিল, আৰু সেই মূৰ্ত্তিৰ পূজা চলাবৰ নিমিত্তেই স্বৰ্গদেৱে আৰু পঞ্চায়তে তেওঁক এই মাটি ধৰ্ম্মোত্তৰ কৰি দিছিল। কিয়নো, আগৰখন ফয়চলাত আছে "৺৺ৰ আগত নিজ নৈবিদ্য দি বন্তি জ্বলাই ৺ক আশীৰ্ব্বাদ কৈ" ইত্যাদি। এইখন ফয়চলাৰ শিৰানত 'শ্ৰীশ্ৰীগোপাল মূৰ্ত্তি' এই কথাফাঁকিও লিখা আছে। আৰু আনখন ফয়চলাত লিখা আছে "তোমাৰ নামঘৰত থাপিত মূৰ্ত্তিৰ ৺৺ ভোগ নৈবিদ্য পূজা-অৰ্চ্চা চলাই শ্ৰীশ্ৰী৺৺ দেৱ আশীৰ্ব্বাদ কৰি কুশল চিন্তি থাকিবৰ নিমিত্তো।"

ফয়চলা দুখনৰ ঐতিহাসিক মূল্য বৰ বেছি নহলেও বিশেষ লক্ষ্য কৰিব লগীয়া কথা এই—যি সময়ত মানৰ উপদ্ৰৱত দেশ লণ্ডভণ্ড হৈছিল, যি কালত মানুহৰ ধন-প্ৰাণৰ কোনো স্থিৰতা নাছিল, আৰু নানা প্ৰকাৰৰ অশান্তিয়ে দেশত হুলস্থুল লগাইছিল, সেই সময়তো ৰজা-প্ৰজা দুয়োৰো মনৰপৰা ধৰ্ম্ম-ৰক্ষাৰ ভাৱ দূৰ হোৱা নাছিল। তেতিয়াও দেৱ-দেৱী পূজা চলাবৰ অৰ্থে মাটি-বাৰী দান কৰাতে আছিল। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ দিনতেই বদনচন্দ্ৰ বৰফুকনে মান আনি দেশ ছাৰখাৰ কৰিলে, আৰু এইজনা স্বৰ্গদেৱৰ দিনতেই আহোমৰ ৰাজত্ব লোপ পালে বুলিব লাগে। যি শকত অৰ্থাৎ ১৭৪৩ শকত মানৰ উপদ্ৰৱত চন্দ্ৰকান্ত সিংহ স্বৰ্গদেউ আত্মৰক্ষাৰ নিমিত্তে হাদিৰা চকীলৈ ভটিয়াই যাব লগাত পৰিছিল সেই শকতেই এই ফয়চলা দুইখন দিয়া হৈছিল। এইটো এটা আচৰিত মানিবলগীয়া কথা নহয়নে? ইয়াৰ পাছ বছৰতে অৰ্থাৎ ১৭৪৪ শকত মানৰ লগত আমাৰ মহগড়ত প্ৰধান যুদ্ধ হয়। মানৰ বৰ সেনাপতি মিঙ্গিমাহা বান্দুলা এজন বিখ্যাত যোদ্ধা পুৰুষ আছিল। অসমীয়া

ফৌজবিলাক চন্দ্ৰকান্ত সিংহই নিজেই চালনা কৰিছিল। মানৰ লগত আমাৰ মানুহৰ যিবোৰ ৰণ লাগিছিল, তাৰ ভিতৰত মহগড়ৰ ৰণেই সকলোতকৈ ডাঙৰ।

সেই যুদ্ধত চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে অতি সাহ আৰু বুদ্ধিৰ চিনাকি দিছিল, কিন্তু আমাৰ ফালৰ যুদ্ধৰ আহিলা-পাতি কম পৰাত যুদ্ধত জিকিব নোৱাৰি ভটিয়াই পৰদেশলৈ যাব লগাত হ'ল। অসম বুৰঞ্জী-লিখকে স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহক সাহ আৰু বুদ্ধিৰ নিমিত্তে পাবলগীয়া যশস্যা কেতিয়াও নিদিয়াকৈ নাথাকে।

সাহিত্যৰ ফালৰপৰা চালেও ফয়চলা দুখনৰ যে কোনো মূল্য নাই তেনে নহয়। ফয়চলাত দিয়া সংস্কৃত গদ্য অংশৰপৰা বুজিব পাৰি যে সেই সময়তো অৰ্থাৎ এশ বছৰৰ পূৰ্ব্বে আমাৰ দেশত ভালকৈ সংস্কৃত জনা পণ্ডিতৰ অভাৱ নাছিল। ফয়চলা দুখনত দেখা যায় যে সেই সময়ত লিখকসকলে ( শ )ক নিচেই কমকৈ জানিছিল আৰু ( স ) আৰু ( ষ ) ক যেনে ইচ্ছা তেনে ব্যৱহাৰ কৰিছিল। ( ড় ) আৰু ( ৰ ) এই দুটাকো যেনে ইচ্ছা তেনেকৈ লিখিছিল। চনপৰা বা পতিত মাটিক তেতিয়া 'উবাৰ' মাটি বুলিছিল। 'পাতনী জোখ' কথাটোৰপৰা বুজা যায় যে মাটিৰ জৰিপ তেতিয়াৰ দিনত একেবাৰতে শেষ নকৰিছিল। প্ৰথমতে এবাৰ জৰিপ কৰি লৈ পিছতহে পকা জোখ কৰিছিল। আগেয়ে কৰা জোখটো 'পাতনী জোখ' বুলিছিল। অনেকে ভুলকৈ ভাবে যে পুৰণি কালত আমাৰ দেশত পঞ্চায়ত প্ৰথা নাছিল। পাছৰখন ফয়চলাৰপৰা দেখা যায় যে গাৱঁৰ সকলো প্ৰধান কামকে পঞ্চ সভাসদ বিদ্যমানে কৰা হৈছিল। আগৰ দিনত মানুহে চৌধুৰী নিলিখি 'চৌধাৰী'হে লিখিছিল।

এই ফয়চলা দুখনত আহোম ৰজাসকলে দিয়া তামৰ ফলিত সচৰাচৰ যিবোৰ বাব মাটিৰ লগত এৰি দিয়ে, সেইবোৰ বাবৰো উল্লেখ আছে। সেই-বিলাকৰ অৰ্থ কেইবাবাৰো আন আন ঠাইত প্ৰকাশিত হৈছে; বিশেষকৈ যোৱা বহাগ সংখ্যা 'বাঁহী'ত স্নেহাস্পদ শ্ৰীমান সৰ্ব্বেশ্বৰ কটকীয়ে তাৰ অৰ্থ প্ৰকাশ কৰিছে দেখি আৰু ইয়াত সেই বাববিলাকৰ অৰ্থ দিয়া নগ'ল।

( ১ )

শ্ৰীৰামঃ

# শ্ৰীশ্ৰীগোপাল মূৰ্ত্তি

৺৭ স্বস্তীন্দ্ৰ চন্দ্ৰাদি দিবিষদ্বৃন্দ বন্দিত পাদপদ্মে শ্ৰীগোবিন্দপদদ্বৰাৰবিন্দ বিগলন্মাদ্ধিকস্বাদান্দিত মনোমৈত্ৰান নন্দমঘৱতকুলামলকমল বিক্ৰান্ত প্ৰচণ্ডমাৰ্ত্তণ্ড শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণদেৱ শ্ৰীচন্দ্ৰকান্ত সিংহ নৰেন্দ্ৰস্ৰতৎ পদসেৱক লাম্মাখ্‌ক বংশজ মহামতোপ্ৰৱৰ শ্ৰীবৃহৎফুক্কনেন দত্তা ধৰ্ম্মোত্তৰ প্ৰমাণপত্ৰিকেয়ং।



এতদ্বিবৰণং কামৰূপ দেষৰ বড়ুৱা ও বৰকায়স্থ ও চৌধাৰী ও পাটোৱাৰি ও তালুকদাৰ ও ঠাকুৰিয়াসকলো সাৱধানে সুনিব সড়বঙ্গষৰ পৰগণাৰ আলীপুৰ তালুকৰ নিজ আলীপুৰ গ্ৰামৰ জোখাৰ উবাৰ মাটী ১০ দহপুড়া বড়ি ২ দুপুড়া উবাৰ বিল মদন কামদেৱৰ ঘাটৰপৰা সীয়লাৰ বড়িলৈ মদন কুড়ি এচোৱা বড়বঙ্গষৰ পৰগণাৰ বাইহাটা তালুকৰ নিজ বাইহাটা গ্ৰামৰ জোখাৰ উবাৰ মাটী দহপুড়া বড়ি ২ দুপুড়া স্বতন্ত্ৰ তালুকৰ আলকুছি গ্ৰামৰ উবাৰ বিল ভেৰ ভেৰি ডোবা ১ এটা ৺ৰ পুণ্যাৰ্থে ৺তলে ভথৌ চৌধাৰীক ধৰ্ম্মত্তৰ কৰি দিয়া গ'ল—আতবাঝে নানকাৰকৈ খি (?) তালুকৰ সাতগাঞৰ জোখাৰ উবাৰ হাবি দলনি মাটি ৪৮ দুকুৰি আঠ পুং ৺৴ আগত নিজ নৈবিদ্য দি বস্তি জলাই ৺ক আশীৰ্ব্বাদ কৈ ভাবিব (?) পৌত্ৰাদিক্ৰমে পৰমসুখে উপভোগ্য কৰি

থাকিব—ইহ্ মাটী বিলত কৰ কাটল পদ পঞ্চকষ্ঠে বেগাৰ চোৰ চিনলা, ধুমুচি মাৰেচা জলকৰ জব ৰক্ষাৰ চকি ফাট হাট ঘাট দান খুত সৰ্ব্বসৰ্ব্ববাব পৰিত্যাগ টইল ( ? ) কোনোজনে অন্যথা নাচৰিব—ইতি শক ১৭৪৩ তাৰিখ ১০—

( ২ )

শ্ৰীৰামঃ

## শ্ৰীশ্ৰীশ্ৰীগোপাল বাসুদেৱ সিব-৩

৺৭ ১৭৪৩ সকত আঘোণৰ ২৮ দিন জায়াত থীং খদাৰ তলাৰ চ'ৰাত পঞ্চ সভাসদ বিদ্যমানে শ্ৰীবিষ্ণুচৰণ চৌধাৰীৰ স্থানে লেখিতং ৰৰবঙ্গসৰ পৰগণাৰ তালুক বায়হাতাৰ-মৌং নীজ বায়হাতাৰ ঠাকুৰীয়া টেৰিযা ৰায়ত মনু কান্দুৰা সাড়া টেৰিয়া এইকতক মৃক্ষ কৰি সমস্ত গঞা কৈছে বোলে তোমাৰ নামঘৰত থাপিত মন্তিৰ ৺৺ ভোগ নৈবিদ্য পূজা অৰ্চ্চা চলাই শ্ৰীশ্ৰী৺৺দেৱ আসিৰ্ব্বাদ কড়ি কুসল চিন্তি থাকিবৰ নিমিত্তে আমাৰ নীজ গাঞৰ পূৰ্ব্বৰ পাতনী জোখৰ জলাংন ভযাই ডোবা সহিতে মাটি ১০ পুৰা সয়কাটোলৰ বড়ি পুৰা……কে তোমাক ধৰ্ম্মত্তৰ কৰি দি ...তোমাৰ পুত্ৰপৌত্ৰাদিক্ৰমে ৺৺ কুশল চিন্তি পৰম সুখে ভোগ কৰি থাকিবা ভয়াই ডোবাৰ মাটিৰ হদ পুৰ্ব্বে টেৰিয়া পাইকৰ সীমা পশ্চিমে ভৰলিৰ ঘৰ-বাড়ি কান্ধাই সীমা উত্তৰে পাইৰ মাটিএ সীমা দক্ষিণে পাইৰ সীমা—বড়িৰ সিমা পুবে আলিৰ বাট পচিমে বসিষ্ঠিয়া দেৱৰিয়াৰ জমিৰ সীমা উত্তৰে বসিষ্টিয়াৰ কিনা মাটিৰ নিজমৰ বাড়িৰ কন্ধাই সিমা দক্ষিণে সৰু বঙ্গষৰ ব্ৰহ্মত্তৰিয়া জমিৰ সিমা ইহ মাটিৰ কৰ-কটল পদপঞ্চক বেঠ বেগাৰ চোৰ চিনাল, ধুমচি মাৰেচা · ...দান খুত মাগন খৰছ ইত্যাদি পলাপচা ৰাজদণ্ড বিতিৰেকে সৰ্ব্ববাব পৰিত্যাগ হ'ল আৰু আমাৰ চৌধাৰী পটোয়াৰি তালুকৰ ঠাকুৰিয়া কোনেএ এই মাটিৰ ওপৰত ৺৺ দিয়া পত্ৰদ্বাৰা আমোল দস্তুৰ চলাব নাপাই এই নিবন্ধে ভোজ-ভাত খাই বাটা পিন্ধি আত্মামনুমানে ধৰ্ম্মত্তৰ পত্ৰ লেখি দিয়া গ'ল। ইচাদ ( ১৭ জন মানুহৰ নাম আছে )

# পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী

## তৃতীয় খণ্ড

### তৃতীয় পৰিচ্ছেদ

# ৰজাঘৰীয়া চিঠি

## জয়ন্তা ৰজা ৰামসিংহই আমাৰ স্বৰ্গদেৱলৈ দিয়া চিঠি

( ১ )

মোৱামৰীয়া বিদ্ৰোহত উজনিৰপৰা নামনিলৈ, গোটেইখন অসম দেশত তোলপাৰ লাগিছিল। সেই সময়ত আমাৰ দেশৰ অনেক মানুহ ভাগি গৈ জয়ন্তা আৰু কছাৰী ৰজাৰ দেশত সোমাইছিল গৈ। ১৭১৭ শকত স্বৰ্গদেও ৺কমলেশ্বৰ সিংহ অসমৰ ৰাজপাটত বহি ৺পূৰ্ণানন্দ বুঢ়াগোহাঁঞিৰ পৰামৰ্শ মতে, ভাগি যোৱা মানুহবোৰক আকৌ আমাৰ দেশলৈ ঘূৰাই আনিবলৈ যত্ন কৰে। সেই বিষয়ে জয়ন্তা আৰু কাছাৰৰ ৰজাৰে সৈতে আমাৰ ৰজাৰ অনেক লেখা-লেখি হয়। তেতিয়া জয়ন্তা দেশত ৺ৰামসিংহ বুলি এজন ৰজা আছিল। ১৭২৩ শকত জয়ন্তাৰ ৰামসিংহ ৰজাই আমাৰ ৰজা ৺কমলেশ্বৰ সিংহলৈ লিখা চিঠি এখন আমাৰ হাতত পৰাত আমি তাক আজি 'বাঁহী'ৰ পাঠকসকলক উপাহাৰ দিলোঁ। চিঠিখন এই :—

"স্বস্তি চতুৰ্মুখশতমুখপ্ৰমুখবহিৰ্মুখ মৌলিমন্দাৰমনিদ্যমনিদ্য তিততি ব্যতিকৰ ভাস্বৰণীৰাজিত নিজেষ্ট দেৱতাচৰণ সৰোৰুহদ্বন্দনিঃস্যন্দামন্দমকৰন্দবিন্দুনিকৰ ভ্ৰমৰায়মান শ্ৰীশ্ৰীযুক্তস্বৰ্গদেৱমহাৰাধিৰাজেষু

নিজেষ্ট চৰণৈকতানমানমাদিত প্ৰভূতভূতিবৈভৱৰিপুকুল কুমুদ দিবাকৰায় মনে স্মৰণ কমল বিকাশমান দীন দৈন্য দমন শ্ৰীশ্ৰীযুত জয়ন্তীপুৰপুৰন্দৰস্য প্ৰেৰিতপত্ৰিকেয়ম। বিৰাজতেতৰাং নামনঃ তত্ৰত্যং ভব্যমব্যাহতং সমীহে পৰং সমাচাৰ সম্প্ৰতি :—গুপ্তপত্ৰ দ্বাৰাতে জানিলাম পূৰ্ব্বেৰ প্ৰীতি সম্বন্ধীয়া যে সকল লেখি আছ তাহা উপযুক্ত হয়। তোমাদেৰ সুপ্ৰতুল শত্ৰু দমনৰ শ্ৰৱণ মাত্ৰে বহু আনন্দতকে পাই। অপৰঞ্চ আপনি লেখি আছ জয়ন্তীপুৰে ৰঙ্গপুৰ, ৰঙ্গপুৰে জয়ন্তীপুৰ একত্তাপত্তি প্ৰীতেৰ অভেদতা আমি অবিস্মৃত নাহয়। সময়েৰ গতিক ঈশ্বৰী ইহাতে ৰাহাবিৰোধ হেতু উকীল পত্ৰ গতায়াত হৈতে নাপাৰে। অভিৰ্থ গাৰো কতগোটা মুষ্ঠে কুমন্ত্ৰণা কৰিয়া ৰাহাবিৰোধ কৰি আছে। ভাতিৰ ৰজাসকলে তত্ত্ববাৰ্ত্তা নাপাই সম্প্ৰতি কত সুপ্ৰতুল হৈ আছে, অল্প শেষ আছে। ঈশ্বৰীৰ কৃপাতে অল্প দিবসেই সুপ্ৰতুল হবে; হয় নয়,

এক প্ৰকাৰ বিৰোধেৰ শেষ দেখিবাম আপনাতে অভেদতা কাৰণ জানাইলাম আৰু ভগনীয়া প্ৰজাৰ কাৰণ লেখি আছে; ইহাৰ যথোচিত সদত্ব কৰিবাম। সম্প্ৰতি মদীয় বিৰোধ নিবৃত্তি বাট মুক্ত কৰণাৰ্থে চেষ্টিত আছি। তাৰ পূৰ্ব্বে অন্য অন্য দ্বাৰাতে সুনি আছি সীমা ভাঙ্গিয়া মদ্দেশাশ্ৰিত প্ৰজা নিআছ তথাচ পূৰ্ব্বেৰ ধৰ্ম্মাবলোকন কৰি আছি। এমন ৰীতি ভাল নহয়। পুনশ্চ লেখি যদ্যাপি ৮৮ৰ কৃপাবলোকন হয়, পূৰ্ব্বধাৰানুসাৰে উকীল পত্ৰ গতায়াত হয়, তবহি প্ৰণয়েৰ বৃদ্ধিতা হয়। অতপৰং শ্ৰীৰামচন্দ্ৰ ভূদেব সবিশেষ বাচনিতে জ্ঞাত হৈবাই। ইতি শক ১৭২৩, মাস মাঘ।

কোশপত্ৰমিতি কিঞ্চিৎ পত্ৰ চিহ্ন। ৰক্তবৰ্ণ সাৰি ১খান, সাধা থান ১, জাতিফল ৪ গোট, লবঙ্গ কিঞ্চিৎ।"

জয়ন্তা ৰজাৰ এই চিঠি ৰামচন্দ্ৰ শৰ্ম্মা নামে এজন কটকীয়ে আনিছিল। তেওঁ ফাগুণ মাহ জয়ন্তীপুৰৰপৰা আহি বহাগ মাহত আমাৰ জাগিৰ চকি পাইছিলহি আৰু জেঠ মাহত ৰঙ্গপুৰত উপস্থিত হৈছিল। তেতিয়া জয়ন্তাৰ-পৰা ৰঙ্গপুৰ, ৪ মাহৰ বাট আছিল। জয়ন্তাৰ কটকীক শৰ্ম্মাই বন্ধাৰ নামে ৰোজবাজ দি থৈছিল। এদিন গধূলি শ্ৰীনাথ বৰবৰুৱাই ধাৰামতে কটকী তুলিলে অৰ্থাৎ তেওঁ অনা চিঠি গ্ৰহণ কৰিলে। আমাৰ মজিন্দাৰ বৰুৱাই সেই চিঠি পঢ়িলে। চিঠি পঢ়া হলত, কটকীৰ লগত আন কথাবাৰ্ত্তা পাতি তেওঁক ফুল, চন্দন দি বাহৰলৈ পঠিয়ালে।

## বৰবৰুৱা ডাঙৰীয়াই দিয়া উক্ত চিঠিৰ উত্তৰ

( ২ )

গত সংখ্যা বাঁহীত ওলোৱা জয়ন্তাৰ ৰজাই লিখা চিঠিৰ উত্তৰত আমাৰ বৰবৰুৱা ডাঙৰীয়াই তেওঁলৈ যি চিঠি লিখিছিল সেইখন এই—

"স্বস্তি শ্ৰীমদিন্দ্ৰাদিবৃন্দাৰকবৃন্দবন্দিতপদদ্বন্দাৰবিন্দ শ্ৰীগোবিন্দপদকমলা-মন্দমেদুৰ মকৰন্দেন্দিৰসান্দ্ৰানন্দমন্দিৰ নীতিসুন্দৰীপৰিৰম্ভিতকলেৱৰদ্ৰবিণবিতৰণ-তৃণীকৃতগীৰ্ব্বানক্ৰমক্ষীৰহিণ্ডীৰসোদৰ কীৰ্ত্তিপূৰ জয়ন্তীপুৰ শ্ৰীমদ্ৰামসিংহনৃপেষু।"

"স্বস্তি শ্ৰীমদ্বিশ্বেশ্বৰচৰণ শ্ৰীপৰ্ণপৰায়নাস্তস্কৰণধিষণাধিকৃতধিষণনীতিসেতু ৰক্ষক শ্ৰীমদ্বৰবৰুৱামন্ত্ৰিশৃঙ্গস্য লিপিৰিয়ং বিৰাজতেতৰাম অনুদিনং ভবত্তব্যমীহ থানানামমব্যাহতং ভদ্ৰং নঃ।"

"বিশেষ সমাচাৰ এহি শ্ৰীশ্ৰী৺ৰ স্থানে আপনে শ্ৰীৰামচন্দ্ৰ কটকীৰ যোগে যে পত্ৰ প্ৰেৰণ কৰি আছিল সে পঁহুছিল; তাহাৰ বাচনিতে শ্ৰীশ্ৰী৺ৰ সকল সমাচাৰ জ্ঞাত হৈয়া পৰমাপ্যায়িত হৈল। অপৰ শ্ৰীশ্ৰী৺ত আপনাৰ কটকী মজকুৰকে সাক্ষাত কৰালেন; সে সময়ে যে কথোপকথন হৈ আছিল তাহা সকল কটকী মজকুৰ জ্ঞাত হৈ আছে; আৰ পত্ৰে লেখি আছিলেন পূৰ্ব্বেৰ প্ৰীতি সম্বন্ধীয় উপযুক্ত হয়; এইৰূপ কিয়ৎকাল হৈতে কথন মাত্ৰ প্ৰবৰ্ত্তনাভাব হৈ আছেন। সম্প্ৰতি যেমতে পূৰ্ব্ব৺ৰ প্ৰীতি ৰক্ষা পৰা যাই তাহা কৰণেসে উচিত হয়; আৰ বলি আছেন সুপ্ৰতুল শত্ৰুদমন শ্ৰৱণ মাত্ৰকে বহু আনন্দতাক পাই। আপ্তজন হৈলে আপ্তজনে শুভাকাঙ্ক্ষী হৱনেসে উচিত। আৰ যে বলি আছ উভয় দেশেৰ প্ৰীতিও একত্ত্ৰাপত্তি বিস্মৃত নহয় এবাক্য আপনাৰ সত্য বটেন; তাহাতে লেখি আছেন শ্ৰীশ্ৰী৺ৰ ইচ্ছাতে নৰ্থঙ্গেৰ কতগোটা গাৰোপথ বিৰোধ কৰি আছিল, সম্প্ৰতি সুপ্ৰতুল হৈ আছে, অল্প শেষ আছে, তাহাও অল্প দিবসেই সুপ্ৰতুল হয় নহয় এক-প্ৰকাৰ বিৰোধেৰ শেষ দেখিবাম; আপনাতে অভেদতা কাৰ্য্য জানাইলাম; আত্ৰাও এসকল জ্ঞাত আছি কিন্তু ৰাহা বিৰোধ যে শেষ আছে তাহা চেষ্টিত কৰিয়া পথ খোলাসা কৰি পূৰ্ব্বেৰ ৺তে থাকিয়া সৰ্ব্বধাৰানুমতে উকীল গতায়াত হৈলে উভয়েৰ এবং উভয়ত ৰক্ষা পাই এবং প্ৰীতো জিয়াদা হয়; অভেদতা বাক্যো তেবেসে উচিত হয়। আৰ ভগনীয়া প্ৰজাৰ কাৰণ যথোচিত সস্বস্থ কৰিবাম এমত যে লেখি আছেন এবাক্য ৰক্ষা কৰণেসে উচিত, তথাচ কাযেৰ দ্বাৰাই বুজিতেনা যেকালে এদেশেৰ শত্ৰু মায়ামৰীয়াক দমন কৰা গেল সে কালেতে মৰণ ভয়ে বহু লোক গিয়া সেখানেৰ দাঁতি সোমাইল; সে সময়ে আমাদেৰ লোকে সেখানেৰ লোকক বলি আছিল আমাদেৰ প্ৰজাক তোমাসকলে ৰাখিবেক না এবং সংস্থানো দিবেক না; শত্ৰু হৈতে পশ্চাত জঞ্জাল বৃদ্ধি হৈবে এবং উভয়েৰ প্ৰীতি নষ্ট হৈবে, অতএব ৰাখিবেক না তথাচ সেখানেৰ ৰাজা-পোৱালি ও দাঁতিয়াল ও গাৰো এসকলে দ্ৰব্যাভিলাষে কোনোৰূপ অন্যথা নাহয়; যদিচ্যাত অন্যথা হৱে আমাতে বুজিবেক এমন বলি জিম্মা কৰি ৰাখিলেক। সম্প্ৰতি সে দাঁতিৰ ৰাজা-পোৱালি ও গাৰো ও কাছাৰী এ সকলেই মায়ামৰীয়া সহিত সম্মিলিত হৈয়া যেৰূপ মন্দ কাৰ্য্য কৰি আছে তাহা সকলে এমন মন্দ কাৰ্য্য কৰিতে শক্য নাহয় এমত বুজা যাই; ইহাতে আশ্চৰ্য্য বোধ হৈয়াছি। কোনো প্ৰধান

জনেৰ ইঙ্গিত নাহৈলে, এমন সামান্য লোকে গুৰুত্তৰ কাৰ্য্য কৰিতে পাৰেনা যাহাৰ ইঙ্গিতত এমত অকাৰ্য্য হৈ আছে শ্ৰীশ্ৰী৺এ যে কৰাৰে তাহা আৱশ্য হৈবেক, অতএব পূৰ্ব্ব প্ৰীতিত থাকিয়া আমাদেৰ ভগনীয় প্ৰজা এবং মায়ামৰীয়া সেখানে যে আছে সকল ছাড়ি দিবাৰ জন্য সে লোককে হুকুম দিবেক। সেৰূপ নাকৰি পূৰ্ব্ব ৺ নিৰ্ব্বন্ধ ছাড়াইলে এবং প্ৰীতি বাক্য নাচৰিলে ইহাতে যেৰূপ হবে তাহা আপনে জানিবেন। পশ্চাতে সে প্ৰজা এবং মায়ামৰীয়া ৰাখিতে পাৰিবেক না। অতএব লেখিতেছি আৰ লেখি আছেন পূৰ্ব্বে অন্যান্যেৰ দ্বাৰা স্থনি আছি সীমনা ভাঙ্গিয়া মদ্দেশাশ্ৰিত প্ৰজা নি আছ তথাচ পূৰ্ব্ব ৺ অবাৰণ কেন কৰি আছি এমত ৰীত ভাল না হয় যে বলি আছেন সম্প্ৰতি উপযুক্ত নয় নিশ্চয় বুজিবেক। আমি পূৰ্ব্ব ৺তে আছি; যদিচ্যাত তাহাকে আমি ছাড়ান হৈবাম আমাদেৰ অত প্ৰজা অত দিবস সেখানে ৰাখিতে পাৰা হৈতেনা কিন্তু সেখানেৰ আপনাৰ আজ্ঞানুসাৰে, পাত্ৰ আসিয়া যে কিছু মায়ামৰীয়া এবং ভগনীয়া উলিয়াই দি আছে তাহাকে পায়াছি; আৰ বাকী যে আছে তাহা সকলকো দিতে কবুল কৰিয়া পাতৰ এবং ৰাজা পোৱালি সেখানে গিয়াছে। সম্প্ৰতি দেইনা তথাচ আম্ৰাও সীমনা ভাঙ্গিয়া আনিতেনা এবং তোম্ৰাও দুষ্ট লোকেৰ বাক্য শুনিবেনা! সম্প্ৰতি যে প্ৰজা যেৰূপ তাকিদ পাৱা যাই তাহা কৰিবেন। যদিচ্যাত দুষ্ট লোকেৰ মন্ত্ৰণাত থাকিয়া ছাড়িয়া দেইনা পশ্চাত যে হবে ৺৺এ জানেন, আমি জনা যাইনা। কিঞ্চিৎ পত্ৰ চিহ্ন পঠাইতেছি, পহুছিবেক, বাকী সমাচাৰ ওখানেৰ শ্ৰীজয়দেউ কটকী ও টেকেলাবড়া শ্ৰীজয়দাস সেখানেৰ শ্ৰীৰামচন্দ্ৰ কটকী ওগাইৰহ ইহা সকলেৰ মুখ জেৱানিতে সকল সমাচাৰ জ্ঞাত হৈয়া আপনাৰ নিজ মঙ্গলাদি লেখিয়া পাৰিতোষ কৰিবেন। ইতি শক ১৭২৫, তেৰিখ ২৮ মাঘ ( "সন্দেশ, তালুত সোণৰ ফুল দিয়া ইচাই ১৲ আঁচুৰ আচলে পাৰিয়া গুণাকটা গাৰি ফুলাম পাৰি দিয়া কাপৰ ১ জোৰ, বদলা দিয়া চেলেঙ্গ ১, গাৰে কমৰবন্ধা ১, চাধা বানত ১, চাটনৰ চোলা ১, পাটৰ ধুতি ১, সোণৰ মলমা কৰা কটাৰী ৪খন, পিতলুৱা ৬, উকা ৬, এই।"

"**কটকীক দিয়া বটা**—কটকী ৰামচন্দ্ৰৰ, কুহুমবুলীয়া পাগ, আতলচৰ জেমা, গুৰীয়া কাপৰ, পটুকা, কৰমফুলা, তিনিঠাইত সোণখতা খাৰু। খৰচৰ ৰূপ ৩০ টকা, সোণ ১ টকা। তাৰ লগৰ পালি কটকী ২টাৰ কপাহী পাগ, খনীয়া কাপৰ, কমৰবন্ধা, অস্তিগাৰো এটাৰো এবং খৰচৰ ৰূপ এই তিনত ৩৬

টকা। **আমাৰ কটকী জয়দেউৰ বটা**—কুহুমবুলীয়া পাগ, ঢেকেৰী চ'ৰাৰ জেমা, কুহুমবুলীয়া জুৰীয়া কাপৰ, কপাহী পটুকা, উকা খাৰু, কৰম ফুলা খৰচৰ ৰূপ ২৪ টকা, সোণ এটকা। **সরু কটকী** ২টাৰ ভূণি, চেলেঙ্গ, পাগুৰী, অস্তি, খৰচৰ ৰূপ ১৪ টকা। **টেকেলা-বড়াৰ** জৰথীয়া পাগ, খনীয়া কাপৰ, কপাহীৰ জেমা, কেৰু, খৰচৰ ৰূপ ১০ টকা। **বৰ টেকেলাৰ** ভূণি, চেলেঙ্গ, পাগুৰী, অস্তি। খৰচ-ৰূপ সকল টেকেলাক ২৪ টকা। **চকীয়া বড়াক** ৰূপ ৮ টকা।"

মায়ামৰীয়াহঁতে আমাৰ ৰজাৰ শিঙ্গৰীঘৰ জুই লগাই পুৰিলে; ৰজাই সেইবাবে সিহঁতক দণ্ড বিধান কৰিলে। মায়ামৰীযাহঁতে প্ৰাণৰ ভয়ত আমাৰ ৰজাৰ গোলাগঞ্জ লুৰিপুৰি অনেক ধনবিত লৈ জয়ন্তা আৰু কছাৰী দেশলৈ ভাগি গ'ল। দেশত বিপ্লৱ হোৱাত অন্নৰ বিকলত আমাৰ দেশৰ অনেক প্ৰজাও ভাগি গৈ সেইবোৰ দেশত সোমালগৈ। সেই খঙ্গতে আমাৰ ৰজাই দাঁতীযলীয়া গোভা, নেলী, খলা, চহৰী এই চাৰি ঠাইৰ ৰজা-পোৱালি কেইটাক ৰহাত বন্দী কৰি থৈছিল; পাচে জয়ন্তাৰ কটকী ৰামচন্দ্ৰৰ খাটনি মতে সেই ৰজা-পোৱালি কেইটাক এৰি দিলে। এই চিঠিৰ সুৰ আৰু তাৰ লগত পঠোৱা বস্তু-বেহানিবিলাক বিশেষকৈ তং কৰিবলগীয়া।

## কছাৰী ৰজা কৃষ্ণচন্দ্ৰলৈ দিয়া বৰবৰুৱাৰ চিঠি

( ১ )

স্বৰ্গদেও কমলেশ্বৰ সিংহৰ দিনত কছাৰীৰ ৰজা কৃষ্ণচন্দ্ৰনাৰায়ণৰ ওচৰলৈ আমাৰ বৰবৰুৱাই তলত দিয়া চিঠি লিখিছিল। এই চিঠিখন শিতলীয়াল কটকী ফেছেলা আৰু কটকীবড়া লখিৰাম, এই দুইৰ হাতত পঠোৱা হৈছিল। তেতিয়া খাচপুৰ কছাৰীৰ ৰাজধানী আছিল।

"স্বস্তি শ্ৰীমৎ পুৰন্দৰাদি দিবিশদ্বৃন্দ বন্দিত নগেন্দ্ৰনন্দিনীচৰণদ্বন্দ্বাৰবিন্দ-মকৰন্দামোপানন্দিতস্বান্তৰোনস্বহেড়ম্বেশ্বৰ শ্ৰীশ্ৰীকৃষ্ণচন্দ্ৰ নৃপবৰেষু।"

"লিপিৰিয়ং বিৰাজতে তৰাং শিবযস্মাকং ভষন্তৰাং সমিহামহে।"

"বিশেষ সমাচাৰ এহি। আমাৰ দেশ বিভ্ৰাতকালে শত্ৰু পৰাভৱত থাকি দেশস্থ প্ৰাণীসকল ভাগি গৈয়া বড়মূৰা, এবং ভগনীয়া প্ৰজা ও মায়ামৰীয়া আপনে দেশতে সোমাই আছিল; সম্প্ৰতি ৺৺ৰ কৃপাত সেই শত্ৰু দমন কৰিয়া দেশ পাইছি এবং আপনে দেশতে ভাগি গৈ সোমাই থকা জন

সকল পূৰ্ব্ব ধৰ্ম্ম কবুল চায়া শীঘ্রে আমাৰ কটকী ও বড়া লখিৰাম, ইহাৰ সঙ্গেতে ছাড়ি দিতে হয়তেতে। পূৰ্ব্ব পিতাপুত্ৰ ধৰ্ম্ম ৰক্ষা হয়। সকলো ধৰ্ম্মো ৰক্ষা পায়। যদিচ্যাত সেই বড়মূৰা, এবং ভগনীয়া ও মোআমৰীয়া ছাড়ি দেইনা, তবে যিহবে তাহা আপনে চক্ষে দেখিবেন। আৰ পত্ৰ চিহ্ন পহুছিবেন। হাতী-দাঁতৰ ডাবেৰে সোণৰ মলমাকৰা কটাৰী ২ খান, ৰূপৰ মলমাকৰা ২ খান, পিতলুৱা ৪ খান, ম'হৰ শিঙ্গৰ ডাবেৰে উকা ২০ খান, বঙ্গাপাটৰ ধুতি ৪ খান, ইতি শক ১৭১৭ মাস আগ্ৰণ তেৰিখ ৫।"

## কৃষ্ণচন্দ্ৰৰ উত্তৰ

( ৪ )

কছাৰীৰ ৰজা কৃষ্ণচন্দ্ৰই, বৰবৰুৱালৈ ওপৰত লিখা চিঠিৰ উত্তৰ দি আমাৰ কটকী ভেঁদেলাৰ লগত কছাৰী ৰজাৰ কটকী সাগৰ ফা আৰু ফেলা এই দুইক পঠালে।

"স্বস্তি শ্ৰীমদ্বৃন্দাবনবাসস্থানাধিষ্ঠিত শ্ৰীশ্ৰীমদ্ৰাধাগোৱিন্দামলচৰণাৰবিন্দযোঃ গলদ্মকৰন্দনিষ্পন্দমানপাননন্দিত মত্তমধুব্ৰতাহমানস শ্ৰীযুক্ত ভদ্ৰকান্ত বৰবৰুৱা ৰাজধৰ্ম্মানুশালী নিয়মসুৰত সচিববৰেষু।"

"ভবদ্ভদ্ৰোন্নতি ৺দ্বাৰা সমনিসংভাবয়ামত্ৰ ক্ষেমমাস্তেতৰাং।"

"বিশেষঃ। যখন গাৰ শত্ৰু মধ্য হৈতে শ্ৰীৰুদ্ৰ সিংহ ৺এ ৰাজা তাম্ৰধ্বজক উদ্ধাৰ কৰিয়া শ্ৰীশ্ৰীবিশ্বনাথ ক্ষেত্ৰে দক্ষিণ উৰুতে শ্ৰীশিৱসিংহ মহাৰাজক ও ৰাজা তাম্ৰধ্বজক বাম উৰুতে বৈশায়া পিতা-পুত্ৰ সম্বন্ধ সত্য ধৰ্ম্ম কৰিয়াছিল তদ্ধধোভয় দেশ অভেদাম্নবৎ চিন্ন প্ৰীতিপূৰ্ব্বক মতে গঙ্গা-স্ৰোত চলি গৈছেনে; তদনুৰূপ ভাব ভাবনান্তস্কৰণেতে আছে কিন্তু দেশ কাল শূন্যতাৰূপে নাচলেন অতএব পূৰ্ব্ব ব্যৱহাৰাদি বিপৰ্যয় কিঞ্চিৎ হৈয়া থাকিবে। তত্ৰাপি মমান্তস্মৰণীয় পত্ৰিদ্বাৰা বেদ্য হৈয়া কালাকাঙ্ক্ষণ কৰিয়া প্ৰসাদ হৈতে হই; অতএব মম ধৰ্ম্মপুৰ দেশীয় কিয়ত লোক শ্ৰীমদাজ্ঞা হৈয়া মমাজ্ঞা প্ৰবল্ল কৰেন;-যাতু পিতা-পুত্ৰ সমন্নোভয় দেশৈক হৈল। ভদ্ৰাভদ্ৰ জ্ঞাপন কৰিতে মমাভিমান চিত্তে নাই; মদীয় পত্ৰি প্ৰেৰণা কৰিতেছি; আপনে ৺ক জ্ঞাপন কৰিয়া মদীয় কিয়ত্ নৰকীট শ্ৰীমদাজ্ঞজ্ঞানপূৰ্ণ দুৰ কৰিয়া দিবেক; বিজ্ঞোত্তমেষু। শক ১৭১৭. মাস ফাল্গুন. তেৰিখ ১০।"

# বৰবৰুৱালৈ কৃষ্ণচন্দ্ৰ ৰজাৰ চিঠি

( ৫ )

আমাৰ দেশৰ যিবোৰ মানুহ ভাগি গৈ কছাৰী ৰজাৰ দেশত সোমাই-ছিলগৈ সেইবোৰ মানুহক ওভোতাই দিবৰ নিমিত্তে আমাৰ ৰজাই কছাৰী ৰজালৈ অনেকবাৰ লিখাতো সিহঁতক ওভোতাই নিদিয়াত, কছাৰী আৰু আমাৰ মাজত এখন সৰুসুৰা ৰণ লাগে; আমাৰ জয় হয় আৰু কছাৰী ৰজাৰ ফালৰ কিছুমান মানুহক আমাৰ ফৌজে বন্দী কৰি আনে। বন্দী কৰি অনা মানুহবিলাকক ওভোতাই দিবৰ নিমিত্তে কছাৰী ৰজাই আমাৰ বৰবৰুৱালৈ তলত লিখা চিঠিখন দিয়ে কিন্তু চিঠিখনৰ শেষ অংশ নষ্ট হোৱাত চিঠিখন সম্পূৰ্ণৰূপে ইয়াত প্ৰকাশ কৰিব পৰা নগল। চিঠিখন লিখা সময়ত কচাৰীৰ ৰজা কৃষ্ণনাৰায়ণ আছিল আৰু চিঠিখন কছাৰী ৰজাৰ কটকী চেনাথুম ভাঙ্গে আনিছিল।

"স্বস্তি শ্ৰীমন্নগেন্দ্ৰনন্দিনী চৰণাৰবিন্দদ্বন্দপৰিস্যন্দমকৰন্দ পাৰপানানন্দিতা-স্কৰণ ষটবৰণামিত্ৰদ্বিৰদগণাধশ্লেষণপঞ্চানন ভূবৃন্দাৰকাশীৰ্ব্বানভিন্নাদিকেতন শ্ৰীযুত বড়বৰুৱা সত্ত্দাৰ চৰিত্ৰেষু।"

"ভবৎ কাৰুণ্যাং সদৈক চিন্ত্যং তেনাস্মাত্ সামায়ণং কুশলমাস্তেতৰাং পৰং"

"বিশেষ স্নেহভাবান শ্ৰীস্বৰ্ণামতি যোগে আপনে যে পত্ৰী পাঠাইয়াছিলেন তাহা সবিশেষ জ্ঞাত হৈলাম। আপনে বলমৃবীয়া গোহাঞী ও ভগনীয়াৰ বিষয় পত্ৰেতে লিখেন, যখন ৺ৰ দেশ বিভ্ৰাট কালে ৺সম্ভতি বোলি পৰিচয় দিলেন সত্যাসত্য পৰিচয় নাপাই, তথাপি জীবিকাৰ সম্ভোগ কৰিয়া ৰাখি, তৎপশ্চাৎ জয়সিংহ ৺মণিপুৰেশ্বৰে যখন আপোনাৰ দেশে গিয়াছিলেন উহান পুত্ৰ অনুপানন্দ যুবৰাজেৰ সঙ্গে মিলতা কৰি আছিল। সেই সম্বন্ধানুসাৰে পত্ৰ দিয়াতে নিলেন; অকস্মাৎ কেমতৰূপে যায়া এতদ্দেশীয় ও পুৰণিয়া ভকত ও সামান্য লোকৰ সঙ্গে কুমন্ত্ৰণা কৰিয়া ৺ক যুদ্ধ কৰিল; তাহা শুনি আমাদেৰ শ্ৰীফেৰ্গা খুংলঙ্গকে উহাকে পাগুৰী আনিতে পাঠাইলাম। একথা শুনি আমাৰ শ্ৰীফেৰ্গা খুংলঙ্গকে * * * *"

এই চিঠিখনি যদিও সম্পূৰ্ণ নহয় তথাপি ভাৱপৰা বুজিব পাৰি যে কৃষ্ণনাৰায়ণ ৰজাই যুদ্ধৰ বিষয়ে তেওঁ একো জনা নাছিল বুলি কব খোজে। বৰবৰুৱাই কিন্তু তেওঁৰ সেইকথা অলপো নপতিয়াইছিল। এই চিঠিৰ উত্তৰত

বৰবৰুৱাই কছাৰী ৰজালৈ তলত দিয়া চিঠিখন পঠায়। এই চিঠি আমাৰ বাঁহবৰীয়া কটকী ধীৰেশ্বৰে নিয়ে।

“স্বস্তি শ্রীচতুর্ম্মুখপ্রমুখবৃন্দাৰকবৃন্দবন্দিত শ্রীমদীশ্বৰীচৰণমহোৎপলপৰাগৰাগী কৃতচিত্তমধুব্রত শ্রীশ্রীকৃষ্ণচন্দ্র নৃপেষু”

“স্বস্তি শ্রীগোপালচৰণনখপূর্ণচন্দ্রিকাস্বাদচতুৰচিত্তচকোৰ সকলসদ্‌গুণার্ণব ছুৱৰাবংশোদ্ভৱ শ্রীশ্রীবড়বৰুৱাখ্য মন্ত্রীপ্রবৰস্য পত্রমিদং”

“বিৰাজত তবাং পৰং”

“সমাচাৰ এহি শ্রীচেনা খুমডাঙ্গৰ মার্ফত আপনেৰ পত্র পায়া সমাচাৰ জ্ঞাত হৈলাম; আৰ শ্রীশ্রী৺ৰ স্থানে পাল সেবাৰ হস্তী ঘোড়া সমেৎ যে পত্র প্রেৰণ কৰিতেছিল শ্রীশ্রী৺ৰ চৰণাৰবিন্দেত শ্রীচেনা খুমডাঙ্গৰ সহিত সাক্ষাত কৰা গেল; যে সময়ে যে কথোপকথন হৈয়াছিল শ্রীচেনা খুমডাঙ্গৰ মুখ জবানে জ্ঞাত হৈবেন। আৰ পত্ৰতে লিখিয়াছিলেন বড়মূৰা গোহাঞী এবং ভগনীয়াৰ বিষয়ং পহিলে এই সম্বাদ পত্রে লেখিআ ইখানেৰ শ্রীফেদেলা কটকীক সেখানে পাঠাইয়াছিলাম যে সময়ে আপনে পত্র সমেত শ্রীফেলাই, শ্রীসাগৰ ফা, শ্রীফেদেলা কটকীৰ সঙ্গে পাঠাআ পত্রে ও মুখ জোবানিএও এমৎ বলি আছিল যখন ৺ৰ দেশ বিভ্রাট ছিল তখন বড়মূৰা গোহাঞী ইখানে আসিছিল; সত্যাসত্য পৰিচয় নাপাই জীবিকা সংযোগ কৰি ৰাখি আছিল; ইতিমধ্যে শ্রীমণিপুৰী ৰজাৰ পুত্র অন্নপানন্দে মিত্ৰতা সম্বন্ধানুসাৰে লেখা দিয়া মণিপুৰে নিলেক যদিচাত পুনৰ খাচপুৰে আসে তবে ধৰিয়া দিয়া যাব, এইৰূপ পত্রেও মুখ জেবানেও কহি আছিল; সম্প্রতি সেৰূপ বাক্য ছাড়া হৈয়া পত্রে লেখি আছেন বড়মূৰা গোহাঞী মণিপুৰ হৈতে আসিয়া এতদ্দেশীয় পুৰণীয়াভকত সামান্য লোকেৰ সঙ্গে কুমন্ত্রণা কৰিয়া ৺কে যুদ্ধ কৰিল, তা শুনি আমাদেৰ শ্রীফের্গা খুমডাঙ্গকে উহাকে পাকুৰি আনাইতে পাঠাইলাম; এ কথা শুনি ফের্গা খুমডাঙ্গকে অমর্যাদা কৰি নটুৱা লস্কৰ প্রভৃতি কতটিলোক কাটিলেন এবং ৰণে ভঙ্গ দিয়া আমু পীড়িত হৈআ দেশান্তৰী হৈল; এইৰূপ আত্মদোষ গুপ্ত কৰিয়া যে লেখি আছেন অনুপযুক্ত; নটুৱা লস্কাৰাদি যেমত কাটি আছে এবং বড়মূৰা পুত্র সমেত ৰণে ভঙ্গ দিয়া পলাই গৈ আছিল তাহা সমস্ত জানি আছি। সম্প্রতি আপনে পূর্ব্বে বাক্য বিস্মৰণ হৈয়া পিতাপুত্র সম্বন্ধ ৺ৰ ধর্ম্ম কবুল বিচ্ছেদ কৰিয়া দাসী সুত বড়মূৰাকে মোয়ামৰীয়া ভগনীয়া প্রজা এবং কাছাৰীসকলকে সম্মিলিত কৰায় আমাদেৰ ফৌজ সহিত যুদ্ধ কৰায়া ৺ৰ যত

অন্যথা কাৰ্য্য কৰি আছেন পত্ৰে লেখিতে পাৰি না; তত্ৰাচ পূৰ্ব্ব ধৰ্ম্ম কবুল পিতা-পুত্ৰ সম্বন্ধেত থাকিয়া আম্ৰা তাহাৰ প্ৰতিকাৰ কৰিবাৰ মনস্থ নাই; অতএব পূৰ্ব্ব প্ৰীতি ধৰ্ম্ম কবুল ৰক্ষা কৰিবাৰ আপনেৰ মনযোগ আছে যেৰূপ পুত্ৰ ভাৰ্য্যা সহিত বড়মূৰা এবং ভগনীয়া প্ৰজা ও মোয়ামৰীয়া এ সকল শীঘ্ৰে পোৱা যাই তাহা কৰিবেন। যদিস্যাত এৰূপ বাক্যতে মনযোগ না কৰেন ৺৺এ যি কৰাৱে তাহা আৱশ্য হৈবেক, নিশ্চয় বুজিবেক। আৰ কলিকত্তাৰ শ্ৰীযুক্ত বড়চাহাবেৰ পৰামৰ্শ কৰিলাই ভালমতে তদন্ত কৰি বুজিবেক। দৈবচক্ৰ বলবন্ত বটে, ইহাতে কেওঁ বাৰণা কৰিতে নাপাৰে এৰূপ যে বলি আছেন শৰীৰী মাত্ৰকে দৈবাধিন; দৈবে যাহাক যেহি কৰাৱে সেহিসে হয়। ইহাতে মনুষ্যেৰ কৰ্ত্তব্যতা নাই; তথাচ ধৰ্ম্ম প্ৰবৰ্ত্তাজনক কদাচ ৺ধৰ্ম্ম ছাড়ে না; আৰ এই দোষ গ্ৰহণ কৰ তবে পূৰ্ব্ব ৺৺ধৰ্ম্ম ক্ষেত্ৰতে পিতা-পুত্ৰ সম্বন্ধ নিবন্ধ ৰক্ষা হৈলা না, অতএব ৺ৰ আমাদেৰ পিতৃ হৈল, পিতৃতে পুত্ৰৰ যদি অপৰাধ হয় তথাপি পিতৃএ অপৰাধ ক্ষমা কৰিতে উপযুক্ত এৰূপ যে লেখি আছেন আম্ৰা সেৰূপ দোষ গ্ৰহণ কৰি নাই; যদিস্যাত গ্ৰহণ কৰিত সেইক্ষণে তাহাৰ প্ৰতিকাৰ ৺৺ৰ কৃপাত যে হবে তাহা হৈত; অতএব যেৰূপ "পূৰ্ব্ব প্ৰীতি ৰক্ষা পাই আপনে তাহা কৰণেসে উচিত। ইতি সন ১৭২৬ তাৰিখ ১৪ চৈত্ৰ।"

"সন্দেস—পাটৰ ধুতি ১ জোৰ, সোণখতা কটাৰী ২ খন, ৰূপখতা ১ খন।" ইত্যাদি অনেক বস্তু।

## গদাধৰ সিংহ স্বৰ্গদেৱলৈ কছাৰী ৰজা তাম্ৰধ্বজে দিয়া চিঠি

কছাৰী ৰজা তাম্ৰধ্বজ নাৰায়ণে ১৬২০ শকত স্বৰ্গদেও ৰুদ্ৰসিংহলৈ কছাৰীৰ কটকী গন্ধৰ্ব্বৰায়ৰ হাতত এই চিঠিখন পঠিয়াইছিল।

"স্বস্তি প্ৰচণ্ডভুজদণ্ডকোদণ্ডানতকাণ্ডখণ্ডখণ্ডিকৃতাৰিমুণ্ড নিৰ্জ্জিতাশেষৰিপু মণ্ডল মহামহিমমহিমাৰন্ত গম্ভীৰ প্ৰচণ্ডপ্ৰতাপ নৰনাথ বিশ্ববিভ্ৰান্তকীৰ্ত্তিচন্দ্ৰ হেড়ম্বপুৰপুৰন্দৰ শ্ৰীমৎতাম্ৰধ্বজনাৰায়ণ মহামহোগ্ৰপ্ৰচণ্ড প্ৰতাপচৰিত্ৰানাং।"

"স্বস্তি বিবিধগুণগ্ৰামৈকধাম শৰদিন্দুসুন্দৰ নিজকুলকমলপ্ৰকাশকৈকভাস্কৰ শ্ৰীযুত নামাজানিৰাজাসত্বদাৰচৰিতেষু।"

"আৰ ৺কুশল তোমাৰ কুশল সদা বাঞ্ছানি। আৰ সমাচাৰ এই, পূৰ্ব্বাপৰ অবধি যেমত বিধপ্ৰীতি আছিল তাক তুমিয়ো জানা। আৰ মধ্যে

৺উকীল পঠাইছিলাম; তাতে দোষ দিলা, মৃতকেৰ পত্ৰ দিয়া আসিছে কৰিয়া, আৰ ৺ নাজানিছিলাম, সে ৺ মৃত্যু হৈছে। আৰ এই কাৰণ ৺ পত্ৰ উকীল অনাদৰ কৰিলা। আৰ সেই অবধি ৺ উকীল পত্ৰো নপঠাই। আৰ এমতবিধ কৰিবা যেন দিন দিন অধিকাধিক প্ৰীতি বাঢ়িতে যায়। আৰ বিশেষ কি লিখিম। আপোনে সমস্তে সমস্তে জান। আৰ যে সমাচাৰ হয় তাৰে ৺ ৰাইবাৰ গন্ধৰ্ব্বৰায় প্ৰমুখে শুনিবা। আৰ তোমাৰ নিমিত্ত সন্দেশ পত্ৰ, ১ মোনা জাতিচন্দন, ১ মোনা জাইফল, শীতলীয়া পাটী ১টা। ইতি শক ১৬১০, তেৰিখ ৩ ফাল্গুনস্য।”

ইতিপূৰ্ব্বে কছাৰী ৰজাই আমাৰ ৰজালৈ এখন চিঠি দিছিল কিন্তু সেই চিঠি যেতিয়া আমাৰ ৰজাঘৰ পালেহি, তেতিয়া যিজন ৰজাৰ নামে চিঠি পঠাইছিল সেইজন ৰজা স্বৰ্গী হৈছিল। সেইবাবে আমাৰ নকৈ হোৱা ৰজাই চিঠি নেৰাখি ওভোতাই দিলে। সেই কথাত কছাৰী ৰজাই অপমান পাই আমাৰ ৰজালৈ অনেকদিন চিঠি নিদিয়াকৈ আছিল। এই চিঠিত তাম্ৰধ্বজ ৰজাই সেই কথাকে উল্লেখ কৰিছে। কছাৰী ৰজাই যদিবাও এই চিঠি আগৰ প্ৰীতি স্থাপনৰ উদ্দেশে লেখিছিল তথাপি তাৰ ফল বিপৰীত হে হ'ল।

এই চিঠিত আমাৰ ৰজাৰ নাম তলত আৰু কছাৰী ৰজাৰ নাম ওপৰত দিয়া বাবে, স্বৰ্গদেও ৰুদ্ৰসিংহে বৰ অপমানবোধ কৰি, চিঠি অনা কছাৰী কটকী গন্ধৰ্ব্বনায়ক গুৰুতৰ দণ্ডবিধান কৰিব খুজিছিল কিন্তু আমাৰ তিনিজন ডাঙৰীয়াই স্বৰ্গদেওক অনেকৰূপে বুজোৱাত হে কছাৰী কটকীক ক্ষমা কৰিলে কিন্তু কছাৰী ৰজাই দিয়া চিঠিখন ফালি পেলাই কটকীক দেশলৈ ওভোটাই পঠালে। আমাৰ ডাঙৰীয়াসকলে কছাৰী কটকীক বুজাই কলে যে যদি কছাৰী ৰজাই সঁচাকৈয়ে আমাৰ ৰজাৰ সৈতে প্ৰীতি স্থাপন কৰিব খুজিছে, তেনেহলে তেওঁ আগৰ নিয়ম মতে চিঠি-পত্ৰ আনিলেহে আমাৰ ৰজাই কছাৰী ৰজাৰ প্ৰাৰ্থনা গ্ৰহণ কৰিব। গন্ধৰ্ব্বৰায়ে, নিজ দেশলৈ উভতি গৈ কছাৰী ৰজাক এই অপমানৰ কথা জনালত, তাম্ৰধ্বজ ৰজাই খঙতে অধীৰ হৈ নিজক আহোম ৰজাৰ তলতীয়া নহয় বুলি ঘোষণা কৰিলে। তাৰ ফলত কছাৰীৰ লগত আমাৰ এখন বৰ ডাঙৰ যুদ্ধ লাগে। সেই যুদ্ধৰ বিষয়ে গেইট চাহাবে তেওঁৰ বুৰঞ্জীত এইদৰে লিখিছে :—

“At last Tamradhvaj, who was ruling when Rudra Singha ascended the Ahom throne, boldly proclaimed his

independence. Rudra Singha was not the man to brook such an insult, and in December 1706, two armies numbering in all over 70,000 men were despatched to invade the Kachari country, one force marching up the bank of the Dhansiri and the other proceeding via Raha and the valley of the Kopli. The Kacharies offered but little resistance to this overwhelming force and their capital at Maibong was occupied without much difficulty. Tamradhvaj fled to Khaspur in the plains of Cachar."

তাৰপাছত তাম্ৰধ্বজে স্বৰ্গদেও ৰুদ্ৰসিংহলৈ অনেক কাকুতি-মিনতি কৰি চিঠি লিখাত ৰুদ্ৰসিংহই তেওঁক ক্ষমা কৰে। তেতিয়াৰেপৰা কছাৰী ৰজা একেবাৰেই আমাৰ ৰজাৰ কৰতলীয়া হয় আৰু বছৰি বছৰি আমাৰ ৰজাক কৰ শোধায়।

# জয়ন্তা ৰজালৈ অসম ৰজা চক্ৰধ্বজসিংহৰ চিঠি

( ৭ )

১৫৮৪ শকত মিৰজুমলাই আমাৰ দেশ মৰাৰ পাছত জয়ন্তাৰ ৰজাই আমাৰ স্বৰ্গদেৱ জয়ধ্বজসিংহলৈ বাৰ্ত্তা লবৰ নিমিত্তে এখন চিঠি পঠাইছিল। জয়ন্তাৰ উকীল আহি মছলমানৰ হাতত পৰাত উকীলক মছলমানে কাটি পেলালে। উকীলৰ লগৰ এক চাকৰ এৰাই আহি সেই কথা আমাৰ স্বৰ্গদেৱক জনালেহি। স্বৰ্গদেৱে সেই কথাত বৰ বেজাৰ পাই জয়ন্তাৰ ৰজালৈ তলত লিখা চিঠিখন পঠাইছিল। এই চিঠি আমাৰ কটকী কোমোৰাখোৱাৰ ভায়েক আৰু দৈয়ঙ্গীয়া বড়াই নিছিল।

"অথ সমাচাৰ সহিতে পত্ৰ। এথাত আমাৰ কুশল। সমস্তে কুশল। ৰাজা লাণ্টা সুলতানৰ কুশল নিৰন্তৰে চাহি তুমি যে উকীল পঠালা সিটো আসি বঙ্গালত পৰিল। তাৰ এক চাকৰ আসি আমাত তোমাৰ বাৰ্ত্তা জনালে; তাক শুনি আমি পৰম সন্তোষ লভিলোঁ। আউৰ তোমাৰ আমাৰ পূৰ্ব্ব ধৰি যিহেতু মিত্ৰৱতী, এই নিমিত্তে তুমি আমাৰ বাৰ্ত্তা ললা। ইহাত আমাৰ আনন্দ। আউৰ তোমাৰ উকীল বঙ্গালত পৰিল, ইহাক শুনি বৰ অসন্তোষ পাইলোঁ। কিন্তু যিহেতু আমাৰ বিপদ কাল এই নিমিত্তে সে তোমাৰ উকীলৰ এমত হৈল। ইহাত কিছু দুখ মনে নকৰিবা। ইদানিক

তোমাৰ যেমনে বাৰ্ত্তা পাই থাকো এমত খানি কৰিবা। আৰু তোমাক লাগি সন্দেশ, পাট কাপোৰ ১ খান, গন্ধ ৮টা, গাঁঠিয়ন ১ মোনা, কটাৰী ৬ খান। শক ১৫৮৪, তাৰিখ ৮, মাস চৈত্ৰ।”

এই চিঠি যাতে সুকলমে গৈ জয়ন্তাৰ ৰজা লাল্টা সুলতানৰ হাতত পৰেগৈ, তাৰ নিমিত্তে, আমাৰ সেই কটকীৰ হাততে নৰ্ত্তঙ্গিয়া ৰজালৈকো এই চিঠি দিয়া হ'ল ঃ—

“পৰং লাল্টা সুলতান ৰাজাৰে আমাৰে পূৰ্ব্ব ধৰি প্ৰীতি গোট ৰহিছি; এই কাৰণে, তাৰ এক উকীল আমাৰ ঠাই পঠাইছিলে। আমাৰো উকীল পত্ৰ তাৰ ঠাইক পঠাইছি। সি যেমনে কুশলে অবিঘ্নে সি ঠাই পহুছে, তুমি তেমন খানি কৰিবা। আৰু সন্দেশ, পাট কাপোৰ ১ খান, কটাৰী ৪ খান, গন্ধ ৪টা। শক ১৫৮৪, তাৰিখ ৬, মাস চৈত্ৰ।”

এই দুখনৰ আগৰখন চিঠি জয়ন্তাৰ ৰজা লাল্টা সুলতানলৈ লিখা হৈছে আৰু পিচৰখন নৰ্ত্তঙ্গীয়া ৰজালৈ লিখা হৈছে। এই নৰ্ত্তঙ্গীয়া ৰজাজনৰ নাম মানসিংহ আছিল আৰু তেওঁকো মাজে মাজে জয়ন্তাৰ ৰজা বোলা দেখা যায়। জয়ন্তাৰ ৰজাই নৰ্ত্তঙ্গিয়া ৰজাক 'ভাই ৰজা' বোলে আৰু বুৰঞ্জীত নৰ্ত্তঙ্গীয়া ৰজাক 'জয়ন্তা ৰজাৰ অনুবৰ্ত্তী' বোলা হৈছে। নৰ্ত্তঙ্গীয়া ৰজালৈ দিয়াৰ চিঠিৰপৰা দেখা যায় যে নৰ্ত্তঙ্গীয়া ৰজাৰ দেশ জয়ন্তালৈ যাওঁতে বাটতে পৰে। আমি জানো জয়ন্তালৈ যোৱা বাট খৈৰামী ৰজাৰ দেশৰ মাজে অৰ্থাৎ আজিকালিৰ খাচীয়া পৰ্ব্বতেদি আছিল। এতিয়াও এজন খাচীয়া ৰজাৰ ঘৰ নংক্ৰেমত আছে। সকলোবোৰ কথা ৰিজাই চালে—এনে মনে ধৰে যে এতিয়াৰ 'নংক্ৰেমে'ই আগৰ 'নৰ্ত্তঙ্গ' আৰু তেতিয়া খৈৰামৰ ৰজা জয়ন্তাৰ ৰজাৰ ফৈদৰে এজন আছিল।

জয়ন্তাৰ লাল্টা সুলতান ৰজাই আমাৰ ৰজাৰপৰা ওপৰত দিয়া চিঠিখন পাই তাৰ উত্তৰত এই চিঠি দিছে—

“স্বস্তি সমস্ত প্ৰশস্তক্ৰিয়াচৰণাচাৰ পবিত্ৰচৰিত্ৰ শৌৰ্য্যধৈৰ্য্যোদাৰ্য্য মৰ্য্যাদা গম্ভীৰ পাৰাবাৰ ভুবনোত্তম ভাবুক ভবন কুলকৈৰৱপালন পাৰ্ব্বণ শাৰদ শশধৰ গঙ্গাধৰ হিমহিণ্ডীৰ পিণ্ডপাণ্ডুৰ যশ পৰিপূৰিতদিগন্তাৰ কমলামলাদিবৃন্দাৰকবৃন্দ-বন্দনীয় মুকুন্দপদসৰোজসৰসমধুব্ৰত ত্ৰিবিক্ৰমোদ্দমেবামপাদাঙ্গুষ্ঠনখশিখৰ খণ্ডিত ব্ৰহ্মাণ্ড বিৱৰণিঃ শৰৎসৰদ মৃতকৰ সুৰবাহিনীতোয় শৰীৰ সৌমাৰধৰণী মণ্ডলা-খণ্ডল শ্ৰীশ্ৰী মহাৰাজ স্বৰ্গদেৱ নাৰায়ণ প্ৰচণ্ডপ্ৰতাপ চৰিত্ৰবিচিত্ৰ গুণসমূহেষু।”

"পৰম সৌহার্দ্দ লিখনং কার্য্যঞ্চ। এথা কুশল। তোমাৰ ৰাজোন্নতি মঙ্গল সদা বাঞ্চি। পৰং তোমাৰ লিখা পত্ৰ আসি পহুছিল। সমাচাৰ পৰম প্ৰীতে জানিলাম আৰু তোমাৰ কটকীৰ প্ৰমুখে বার্ত্তা শুনিয়া সন্তুষ্ট হৈলাম। অতঃপৰ মধ্যে শুনিলাম, মোগলে আসিয়া তোমাৰ ৰাজ্য মাৰিল। এসকল বার্ত্তা আমাৰে নাদিলা। কতোদিন পৰ আমি বার্ত্তা পায়া গোভাৰ ৰামাই দলৈ ও নীবৈ তোমাৰ থানে পঠাইলাম, বার্ত্তা লৈ বাক; কিছু পত্ৰ সন্দেশ দিছিলাম আৰু পত্ৰ লেখি দিছিলাম, তুমি প্ৰত্যুত্তৰ যি লেখ, সেই অনুসাৰে কার্য্য কৰিম: তাতে তোমাৰ কৰ্ম্মাইৰ লোকে, সেই মনুষ্য আমাৰ দুয়োজন। মোগলেৰ সাতে বান্ধিয়া দিলা কি মাৰিলা, এক নির্ণয় নাপাইলাম। আৰ সন্দেশ তোমাৰ স্থানে পহুছিল এবে নাজানিলাম। এবে বিচাৰ কৰিবা। এতদিন এই পত্ৰেৰ প্ৰতি উত্তৰে আনিব কৰিয়া জানিছিলাম। এখন নিষ্ঠা বুজিয়া তোমাৰ কটকীও বিদায় কৰিলাম। আমাৰ কটকী ৰামাইকে পাঠাইতেছি। আপোনাৰ কুশল মঙ্গল বার্ত্তা বিবেচিয়া সকল লিখিয়া ততকাল কটকী পঠাইবা। জয়ন্তা আৰু গড়গাঞো দুই নাহয়। তোমাৰ দেশ নামাৰিছে যেন আমাৰ দেশ হে মাৰিছে, আমাৰ মনে এমন দুখ লাগিছে। ততঃপৰ বহুত মনদুক্ষে আছি। তোমাৰ প্ৰত্যুত্তৰ আইলেসে চিত্ত নিবৃত্তি হয়। আৰু তোমাৰ আমাৰ প্ৰীতি নবিন নাহয়; পূৰ্ব্বাবধি চলিয়া আসিতেছে; বিশেষতঃ অধিক ও অধিক হৈবাৰ ক্ৰম হেন চিহ্ন। তাতে এমত পৰিপঞ্চ হৈল। অতঃপৰ তুমি কুশলে আছ। ৰাজা কুশলে আছে। পৰং এমত সময়তে তোমাৰ প্ৰত্যুত্তৰ নাপাইলাম; হুকুম নাকৰিলাম। এইটা মনদুঃখ ৰহিল। সময় পৰিলে যদি অত্যন্ত সহাই না হৈব তবে প্ৰীতেৰ কাৰণ কি? অতঃপৰ যা হৈবাৰ আছিল, সে হৈল; এখন যেমতে দিন দিন অধিক প্ৰীতি হয় তাক কৰিবায়। বাকী সমাচাৰ কটকীসকলে কহিবেক। আৰু বঙ্গালে খানিক ৰাজ্যক পীড়া কৰিল, এই মাত্ৰ। মাটিক নিবাক নপাৰিল, সেই দেশ, সেই লোকসকল আছে; তুমি আপনে কুশলে আছ। অথন এমত কার্য্য কৰ তুমি আমি এক প্ৰীত হৈয়া যেমনে বঙ্গালৰ দাদ লৈবাৰ পাৰি, তাকে কৰ। গৰিয়াএ যেমত কৰিছে যদি তেমত দাদ পাই তেবেসে আমাৰ সন্তোষ হয়; মন দুখ্খ যায়। এতেকে যেমত তোমাৰ চিত্তেত ভাল প্ৰতিবাসে তাৰে লেখিবা; এতকাল আৰো সময় এই; আত যেটা কৰুণা হয়, ততকাল লেখিবা। আৰু পত্ৰ সন্দেশ:—

সাৰ কাপৰ ৪ খন, খাসা ৩ খন, সুতাৰ কাপৰ ১০ খন, এতেৰ খানজায় আদ ভাই ৪ খন, ধৰা ৩ খন, গজিখাসাতেৰ ২০। বাকী সমাচাৰ তোমাৰ দুই কটকী ও ৰামাই প্ৰমুখে জ্ঞাত হৈবা। কিমধিকং বিজ্ঞেষু। ইতি শক ১৫৮৫, মাস জৈষ্ঠ।

# নৰ্ত্তঙ্গীয়া ৰজাৰ চিঠি

( ৮ )

নৰঙ্গ ৰজা মানসিংহে ওপৰত লেখা চিঠিৰ উত্তৰত ১৫৮৫ শকত তলত দিয়া চিঠিখন আমাৰ ৰজালৈ লিখে :—

"পৰম সোহাৰ্দ্দ লিখনং কাৰ্য্যাঞ্চ। এথাত আমাৰ সমস্তে কুশল; তোমাৰ ৰাজোন্নতি কুশল মঙ্গল সৰ্ব্বদা বাঞ্চা কৰি। পৰং তোমাৰ লিখন পত্ৰ আসিয়া পহুছিল, পৰম সাদৰে শুনিয়া বৰ সন্তোষ হৈলাম কিন্তু যেমত মনতুখী আছিল তেমতে তোমাৰ স্বস্থ বাৰ্ত্তা পায়া পৰম সন্তোষ হৈলাম। কিন্তু আমাৰ দুইজন মনুষ্য বঙ্গালত পৰিল, এ কাৰণ তুমি লেখিয়াছিলায়। দুইজনেৰ কি কাৰ্য্য, তোমাৰ কাৰ্য্যেৰ নিমিত্তে যদি দশ-বিশ হাজাৰ লোক পচিল, তথাপি আমাৰ অসন্তোষ নাছিল। আমাৰ লোক যে তোমাৰ কাৰ্য্যত নাহিল ই কাৰণেসে আমাৰ মনত অসন্তোষ হৈল, আমি এমত জানি; তোমাৰ সহিত আমাৰ আচল সুহৃদ অভেদ প্ৰীতিত সকল দিন তোমাৰ অধিক, আত তোমাৰ ভেদ নাই,—আৰ তোমাৰ চিত্তে আমৰাও এমত থান লৈছি হেন জানিলাম। অন্যোন্য হৃদয় শুদ্ধি থাকিলে, দূৰেও সন্নিহিত এমন চিত্তে লয় যেন। যো যস্য মিত্ৰং হুহি তস্য দূৰমিতি। অতএব এমত খান জানিয়া যে সময়ে যে কাৰ্য্য উচিত হয়, সে বাৰ্ত্তা পঠাইবাই, সেই কাৰ্য্য আমি কৰিম। আৰ গৰগাঞো জয়ন্তী দুই নাহয়। তোমাৰ দেশ নামাৰিছে যেন আমাৰ দেশ মাৰিছে, আমাৰ মনে এমনখান দুখ লাগিছে। মনুষ্য পঠাইলাম বাৰ্ত্তা জানিবাক। তাতে পথতে এমন পৰিপঞ্চ হৈল। বাৰ্ত্তা নাপাইলাম। তোমাৰ দেশ বঙ্গালে মাৰিল আমি বসি আছিলাম, হুকুম না কৰিলাম, দশ-বিশ হাজাৰ লোক আমাৰ গৈয়া না পৰিল। ইখান সে আমাৰ চিত্তে অধিক দুখ লাগিছে। আৰ বঙ্গালৰ প্ৰাণশক্তি যে আছিল, তাকে কৰিল। যেমতে কৰ্ম্ম কৰিছিল, তেমতে

ঈশ্বৰে তাৰ প্ৰতিফল পায় তাৰ সে ভাল। তোমাৰ আমাৰ কুশ তিল এক যুক্তি হুয়া এই সময়তে যেমতে দাদনি লৈবাৰ পাৰি তাৰ সালা কৰিয়া সময় দঢ়ায়া, প্ৰত্যুত্তৰ লেখিয়া, কটকী ততকাল পঠাইবায়। এমন সময়তে তোমাৰ সাত না দিলাম আমি এই দুখে লজ্জিত হুয়াছি। এতে জানিছিলাম, যে কিছু অসন্তোষ বিদ লেখিবায় হেন। তাতে আৰু আমাৰ দুইজন মনুষ্য বঙ্গালেত পৰিল, তাৰ কাৰণ এমত সুমৰ্য্যাদা লেখিছে এতে তোমাৰ গৌৰবেৰ তুল্য না হয় মাত্ৰ। তোমাৰ অধিক মৰ্য্যাদাএ বহুত আৰু লজ্জিত হৈলাম। কি কাৰণ স্নুটিৰ হুয়া যে কুটুম্বেৰ সহিতে পৰাক্ৰম শুনিয়া ঘৰতে থাকন অতস্পৰাধিকাৰ নাই। এতেকে কোনদিন শত্ৰু নিৰ্যাতন কৰিবা যদি, এইবাৰ ওপৰ কৰিবাক পাৰি তবেসে আমাৰ ই লজ্জা যায়। আৰু বিশেষ কি লেখিম। মাত্ৰ তোমাৰ মনে যেমত ভাল প্ৰতিবাসে তাৰ প্ৰত্যুত্তৰ ততকালে লেখিবায়। কিমধিকং বিজ্ঞেষু। ইতি শক ১৫৮৫। তাং ১০ জৈষ্ঠ মাস।”

যেতিয়া জয়ন্তা ৰজা আৰু নৰ্ত্তুঙ্গীয়া ৰজাৰ ওপৰত দিয়া চিঠি দুখন ভাদৰ ১১ দিন যোৱাত আহি পায়হি তেতিয়া স্বৰ্গদেও জয়ধ্বজসিংহ বকতাত আছিল আৰু এই চিঠি ২ খন বকতাৰ ৰাজসভাতে পঢ়া হয়। আমাৰ ৰজালৈ আন দেশৰ ৰজাৰ চিঠি আহিলে সদাই ‘পঞ্চপত্ৰ’ অহা দস্তুৰ আছিল অৰ্থাৎ অকল ৰজাৰ নামেই এখন চিঠি আহিলে সেইটো বৰ অপমানৰ কথা আছিল। এই ‘পঞ্চপত্ৰ’ এখন স্বৰ্গদেৱৰ নিজ নামে, এখন বৰফুকনৰ নামে আৰু বাকী তিনিখন তিনজনা ডাঙ্গৰীয়াৰ নামে। বৰফুকন আৰু ডাঙ্গৰীয়া-সকললৈ দিয়া চিঠিবিলাকত সংক্ষেপকৈ একে কথাই আছিল, আৰু সেই-বিলাকক ‘কোলপত্ৰ’ বোলা হৈছিল। আমাৰ ৰজাই কিন্তু আন ৰজালৈ এখন হে মাত্ৰ চিঠি দিছিল; ওপৰত দিয়া বিষয়া কেইজনে গাইপতি বেলেগ চিঠি দিছিল। এই দস্তুৰ অনেক দিনৰপৰা চলি আহিছিল। পিছে জয়ন্তাৰ উকীল ৰামায়ে স্বৰ্গদেৱত জনালে বোলে জয়ন্তাৰ ৰজা লাণ্টা সুলতানে কব দিছে যে এতিয়াৰপৰা জয়ন্তাৰ ৰজাই পঞ্চপত্ৰ নিদি, কেৱল স্বৰ্গদেৱৰ নামে এখন পত্ৰ হে নিজে দিব খুজিছে আৰু সৰ্গদেৱৰ পাত্ৰমন্ত্ৰীসকললৈ দিবলগীয়া চিঠি তেখেতৰ পাত্ৰমন্ত্ৰীসকলহে দিব, ৰজাই নিদিয়ে আৰু স্বৰ্গদেৱৰ পাত্ৰ-মন্ত্ৰীসকলেও যেন আগলৈ জয়ন্তা ৰজাৰ পাত্ৰমন্ত্ৰীলৈ হে চিঠি দিয়ে; ৰজাৰ নামে নিদিয়ে। জয়ন্তাৰ কটকীৰ এই কথা শুনি স্বৰ্গদেও জয়ধ্বজ সিংহ

খঙতে জ্বলজ্বলাই উঠিল আৰু এইদৰে কলে, "ওপৰ যি ৰজাসকলে ইঠাইলৈ উকীল পত্ৰ পঠাইছিল, সি সবে জানো ইঠাইক নেজানিলে ; সিবোৰত কৰিনো কোন কাৰ্য্য কাম বঢ়াই কৰিছে, তাৰ নিমিত্তে পূৰ্ব্ব ধাৰণ ছাৰিবলৈ বুলি পঠায়। ই গোট প্ৰীতিক ভাঙিছে বুলিলে।" স্বৰ্গদেৱৰ খঙ উঠা দেখি ৰজাৰ শত্ৰুৰ ৰাজমন্ত্ৰীয়ে স্বৰ্গদেৱক বুজাই কলে, যে এই কথা জয়ন্তাৰ লাণ্টা সুলতানৰ কথা নহবও পাৰে, কিয়নো, ৰজাৰ তেনে মত হোৱা হলে, সেই কথা চিঠিতে লেখিব পাৰিলেহেতেন, এতেকে এইবোৰ কথা উকীলেও যোৱা দি কব পাৰে। সেই বুলি কোৱাত স্বৰ্গদেৱে ৰামাই উকীলক ৰাজসভাৰপৰা গতিয়াই উলিয়াই খেদোৱালে। ইযাৰ অলপ দিনৰ পাচতে জয়ধ্বজ সিংহ মহাৰাজ স্বৰ্গী হল আৰু ওপৰত দিয়া চিঠিৰ উত্তৰ স্বৰ্গদেও চক্ৰধ্বজ সিংহইহে দিবলৈ পায়।

## জয়ন্তা ৰজাই স্বৰ্গদেৱ চক্ৰধ্বজ সিংহলৈ দিয়া চিঠি

( ৯ )

নৰ্ত্তঙ্গীয়া ৰজাই এক 'শ্ৰী'ৰে আমাৰ ৰজালৈ চিঠি দিয়াত আমাৰ ৰজা চক্ৰধ্বজ সিংহই সেই খঙতে জয়ন্তাৰ ৰজাৰ চিঠিৰো উত্তৰ নিদি, তেওঁৰ কটকী ৰমাইক ওভোতাই পঠালে। ৰমাই গৈ সেই কথা জয়ন্তাৰ ৰজাক কলত, জয়ন্তাৰ ৰজাই বৰ বেজাৰ পালে আৰু ৰমাইক আকৌ নিয়মমতে 'পঞ্চপত্ৰ' দি আমাৰ ৰজাৰ ওচৰলৈ পঠালে। সেই সময়ত কলিয়াবৰত মোমাই তামুলী বৰবৰুৱাৰ সৰু পুতেক লাচিত গোহাঞি বৰফুকন আছিল আৰু দিহিঙ্গীয়া ফুকনো কলিয়াবৰতে আছিল। ৰমাই কটকীৰ হাতত স্বৰ্গদেও চক্ৰধ্বজ সিংহলৈ লিখা চিঠি এই ঃ—

"কুশল মিহত ঃ ভবতাং ভাবুকং সমীহামহে। পৰং তোমাৰ প্ৰীতি আজিৰ নাহয় ; পূৰ্ব্বাবধি চলিয়া আইতেছে ; অধিকতৰ অধিক হইবাৰ, তোমাৰ থানে যে কিছু লিখিয়াছিলাম তাৰে শুনিছ ; আমি জানিছিলাম ইয়াৰ প্ৰীতিৰ কিছু বাকী নাৰহিব, তাতে অধিকাধিক হৈব। পূৰ্ব্বে যে আছিল, তাক ভাঙ্গিলায় ; আমাৰ কটকীখানি বিদায় কৰিলায়। যদি কোনো ছিদ্ৰ থাকে তথাপিও লেখিবাৰ সে উচিত ; আপোনাৰ কটকী দিয়া কহিবাৰ সে উচিত, অকস্মাৎ

এমনখান ৰুকণ কুটুম্বৰ সহিত ভাল নহয়। সত্য কি মিচা একটা অক্ষৰৰ কাৰণ চিদ্ৰ ধৰিছ। সেও যাৰ কাগতে আছিল; সে আমাৰ সহিত যেমত কৰিতেছে তাক শুনিতেছে। তাৰ ইচ্ছা যেমতি অপ্ৰীত হয়। অতস্পৰ তোমাৰ আমাৰ যদি দৃঢ়ত্তৰতো বহুত প্ৰীতি থাকে তবে কেৰ চুতে ছাড় হৈল নযাই? মধ্যে কেও কিছু কহিল কৰিল; ইএ প্ৰীত নযায়, আৰু আমি কদাচিতো কোন দিন কিছু চিদ্ৰ না ধৰি, যেমতে প্ৰীতি বাঢ়ে তাকে আমি কৰি। প্ৰীতি জুৰিতে অনেক যত্ন লাগে, তুৰিতে কিছু বিলম্ব নাই। অতস্পৰ যেমতে চিত্তে ভালবাসে, প্ৰীতি বাঢ়ে তাকে কৰিবায়। আৰ জয়ন্তী গড়গাঞো দুই নাহয়, আমি একেসে জানি। এতে যে ভেদ কৰে সত্যভ্ৰষ্ট হৈব আৰু বিশেষ কি লেখিবোঁ বাকী সমাচাৰ ৰামাই কটকী প্ৰমুখে জ্ঞাত হৈবায়। ইতি শক ১৫৮৭, তেৰিখ ২০, ফাল্গুণ মাস শ্লোকোপি।

"স্নেহ ছেদেপি সাধূনাং মনো নযাত্তি বিক্ৰয়াৎ।
ভগ্নে পিহি মৃণালানামনুবন্ধস্তিতবঃ।"

এই চিঠিৰ লগত ৰুদ্ৰ বুঢ়া গোহাঞি, আদি তিনিজন ডাঙৰীয়া আৰু লাচিত বৰফুকনলৈ যি 'কোলপত্ৰ' দিছিল, সি এই—

"স্বস্তি প্ৰচণ্ড ভূজদণ্ডশুণ্ডিতাচণ্ড বৈৰি মনোহাৰিনাৰীবিলাস পৰিপাক-কজা মহিমাৰন্ত শ্ৰীশ্ৰীযুত মহাৰাজ যশমন্ত সিংহ প্ৰবলপ্ৰতাপানাং বিবিধগুণ-গ্ৰামৈকধামপৰম সুপ্ৰতিষ্ঠিত শ্ৰীযুত বুঢ়াগোহাঞি সুচাৰু চৰিত্ৰেষু।"

"পৰমশুভাসি কাৰ্য্যঞ্চ। তথা কুশল, তোমাৰ কুশল সদা চাহি; পৰং তোমাৰ আমাৰ প্ৰীতি অদ্য নাহয়; পূৰ্বাবধি চলিয়া আইতেছে। অধিকত অধিক হৈবাৰ যে কিছু লেখিয়াছিলাম, তাৰে শুনি আছে, তাতে অধিক হৈব, পূৰ্ব্বে যে আছিল তাক ভাঙ্গিলায় আমাৰ কটকীখানি বিদায় কৰিলায়, অদ্যপি কোন চিদ্ৰ থাকে দেখিবাৰ উচিত, কটকী পঠাই কহিবাৰ উচিত; অকস্মাৎ এমত ভাল নাছিল, সত্য কি মিচা একটা অক্ষৰৰ কাৰণে চিদ্ৰ ধৰি আছ। ইও যাৰ কাগতে আছিল। সেও আমাৰ সহিত যে কৰিতেছে শুনিতেছে; তাৰ ইচ্ছা যেমত অপ্ৰীত হয়। অতস্পৰ তোমাৰ আমাৰ দৃঢ়ত্তৰ বহুত প্ৰীতি থাকিলে, মধ্যে কেও কিছু কহিল ঐএ প্ৰীতি নাহয়। আৰু আমি কোন দিন কিছু চিদ্ৰ নাধৰি। যেমত প্ৰীতি বাঢ়ে তাকেসে কৰি, প্ৰীতি জুৰিতে অনেক যত্ন লাগে, তুড়িতে কিছু বিলম্ব নালাগে। আৰু গড়-

গাঞো জয়ন্তী দুই নাহয়, আমি একেসে জানি, এতে যে ভেদ কৰে সে সত্য-ভ্ৰষ্ট হৈব। আৰু বিশেষ কি লেখিম, কিমাধিকং। বিশেষ বাকী সমাচাৰ ৰামাই কটকীৰ প্ৰমুখে জ্ঞাত হৈবায়। ইতি শক ১৫৮৭, তেৰিখ ২০, ফাল্গুণ মাস। কাপৰ ১ খান পঠাইতেছি।”

এই চিঠিবিলাক ১৫৮৭ শকৰ ফাগুণ মাহত পঠাইছিল কিন্তু ১৫৮৮ শকৰ ৪ আহিনত হে আমাৰ ওচৰ পালেহি অৰ্থাৎ ৮ মাহৰ মূৰতহে আমাৰ দেশ পালেহি। এই চিঠি দুখনৰপৰা দেখা যায় যে ৰজালৈ যি মূল পত্ৰ আহে কোলপত্ৰবিলাকো তাৰে প্ৰায় অবিকল নকল। অৱশ্যে বেলেগ বেলেগ বিষয়াৰ চিঠিত বেলেগ বেলেগ শিৰোনাম থাকে। জয়ন্তা ৰজা যশমন্ত সিংহৰ চিঠিখন যে অতি প্ৰীতিৰ ভাবেৰে লেখা তাৰ অলপো ভুল নাই। জয়ন্তা ৰজাৰ চিঠিৰ ভাষা যে অসমীয়া আছিল তাক সকলো জনা মানুহে স্বীকাৰ কৰিব। ইয়াৰপৰা এইটো বিশেষ ভাবে দেখা যায় যে আঢ়ৈশ বছৰৰ আগলৈকে জয়ন্তাৰ মানুহৰ ভাষা অসমীয়াই আছিল। জয়ন্তা ৰজাৰ চিঠিৰপৰা আৰু এটা কথা ভালকৈ বুজিব পাৰি যে, নৰ্ত্তঙ্গীয়া ৰজাৰ লগত তেওঁৰ আন্তৰিক বিশেষ সদ্ভাৱ নাছিল। আমাৰ ৰজাৰ লগত যাতে জয়ন্তা ৰজাৰ সদ্ভাব নহয়, নৰ্ত্তঙ্গীয়া ৰজাৰ সেয়ে ইচ্ছা আছিল; অন্ততঃ জয়ন্ত ৰজাৰ এয়ে বিশ্বাস।

জয়ন্তা ৰজাৰ ওপৰত দিয়া চিঠিৰ উত্তৰত আমাৰ ৰজা চক্ৰধ্বজ সিংহে এইদৰে লিখিলে—

“এথা কুশল! তোমাৰ কুশল সৰ্ব্বদা চাহি, পৰং তোমাৰ লিখা আসিল, সমাচাৰ প্ৰীতি পূৰ্ব্বকে জানিলো। আৰ দেখ তুমি বলিছা বোলা পূৰ্ব্ব প্ৰীতি গোট ভাঙ্গিলা; ইখান আগপাচ বিমৃষা কৰি বোলনসে উচিত। পূৰ্ব্বাপৰে যেমত ধাৰাণ উকীলপত্ৰ গতাগত কৰিছে এখনো তেমত ধাৰাণে উকীলপত্ৰ গতাগত কৰিলে সে পূৰ্ব্ব প্ৰীতি গোট ৰহে। পূৰ্ব্ব ধাৰাণ গোট নাৰহিলে পূৰ্ব্ব প্ৰীতি গোট কেমনে ৰহিব। অতএব তোমাৰ ঠাইৰ পৰা যেখন পূৰ্ব্ব ধাৰাণ এড়ি পত্ৰ আসিল, তেখন মৃণালৰ প্ৰায় পূৰ্ব্ব প্ৰীতি গোট, তোমৰাসে ভাঙ্গিলা! তত্তৰূপে মঞি পূৰ্ব্ব প্ৰীতিতে ৰহিছোঁ। কিন্তু পূৰ্ব্ব ধাৰাণ এড়ি পত্ৰ আসিল যি কাৰণ এই কাৰণেসে মঞি উকীলপত্ৰ নপঠালো। আৰু সত্য অসত্যৰ কাৰণ যি লিখিলা, আমি যি দায় ধৰিলো তাক তুমি সত্য হেন জানিহে দণ্ড কৰিলা। আৰু তুমি যেমন গৰগাঞো জয়ন্তী এক হেন জানিছা, আমিও তেমনে একসে জানিছোঁ। এমুৰাতো যি ভেদ কৰি কাকত লিখিলে,

সি সত্যভ্ৰষ্ট হোৱনেসে উচিত। আৰু অধিক* কি কহিম, তুমি আপুনি সমস্তে জানা, আৰু যি কিছু বাকী সমাচাৰ হয়, তাক শ্ৰীৰামে ও জয়কৃষ্ণে কহিলে। আৰু তোমাৰ অৰ্থে পত্ৰ সন্দেস, কতিপা ১, কিৰ্ম্মিজ ১, ঢ়ড়া ২ খান, কস্তুৰী ৪, মৰিচ ৪ টোপা, চামৰ ৪, গাঠিয়ন ১ মোনা, কটকী ২ খান। ইতি শক ১৫৮৮, তেৰিখ ৮, মাস আঘ্ৰণ।

এই চিঠিৰ লগতে আমাৰ পাত্ৰ-মন্ত্ৰী সকলেও, ওপৰৰ চিঠিৰ ধাৰণেই আৰু চাৰিখন চিঠি পঠাইছিল।

# পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী

## চতুৰ্থ খণ্ড

### ১ম পৰিচ্ছেদ

# হেম সৰস্বতী

আমাৰ দেশত যি সকল মহাপুৰুষে জন্মগ্ৰহণ কৰি সৰ্ব্বসাধাৰণৰ মাজত জ্ঞান বিস্তাৰ কৰিবৰ নিমিত্তে চেষ্টা কৰিছিল, কবিবৰ হেম সৰস্বতী তেওঁ-বিলাকৰ ভিতৰত অগ্ৰণী আছিল। তেখেতৰ আগেয়েও যে কোনো লোকে এই কামত হাত দিয়া নাছিল তেনে নহয়। তেখেতৰ পিতাক ৰুদ্ৰ সৰস্বতীও তাৰে এজন আছিল। সম্ভৱতঃ ৰুদ্ৰ সৰস্বতীৰ আগেয়েও তেনে লোক জন্ম গ্ৰহণ কৰি পথ-প্ৰদৰ্শকৰ কাম কৰি গৈছিল। কিন্তু আমি এতিয়াও সেইসকল মহাপুৰুষৰ নাম জানিব পৰা নাই। অনুসন্ধানৰ অভাৱত কত কত মহাপুৰুষৰ নাম আৰু কীৰ্ত্তি যে বিস্মৃতিৰ গৰ্ভত লুপ্ত হৈছে তাক ভাবিলে সঁচাকৈয়ে চকুৰ পানী ওলাব খোজে। আমাৰ দেশৰ উঠি অহা ডেকাসকলে কৰিবলগীয়া অসংখ্য কাম আছে। তাৰ ভিতৰৰে আমাৰ দেশত জন্ম লৈ দেশৰ উপকাৰ সাধি যোৱা মহাপুৰুষসকলৰ আৰু কাম দুইকো উদ্ধাৰ কৰাও এটা প্ৰধান বুলি ধৰিব লাগে।

কবিবৰ হেম সৰস্বতীয়ে লিখি থৈ যোৱা এখন মাথোন সৰু পুথি আমাৰ হাতত পৰিছে। সেই পুথিৰ নাম হৈছে 'প্ৰহ্লাদ চৰিত'। তেওঁ 'প্ৰহ্লাদ চৰিত'ত এইদৰে আত্ম-পৰিচয় দিছে :—

কমতামণ্ডল, দুৰ্ল্লভনাৰান, নৃপবৰ অনুপাম
তাহান ৰাজ্যত, ৰুদ্ৰ সৰোচতি, দেবজানি কন্যানাম ॥ ৬১
তাহান তনয়, হেম সৰোচতি ধ্ৰুবোৰ অনুজ ভাই।
পদবন্ধে তেহুঁ প্ৰচাৰ কোৰিলা, বামন পুৰাণ চাই ॥ ৬২

এই পদ দুফাকীৰপৰা বুজা যায় দুৰ্ল্লভনাৰায়ণ নামে কমতামণ্ডলত যি এজন ৰজা আছিল, তেওঁৰ ৰাজ্যতে ৰুদ্ৰ সৰস্বতী নামে এজন ব্ৰাহ্মণ আছিল আৰু তেওঁৰে দেৱযানী নামে ভাৰ্য্যা আছিল। হেম সৰস্বতী তেওঁবিলাকৰে পুত্ৰ আৰু তেওঁ বামন পুৰাণৰপৰা আনি এই প্ৰহ্লাদ চৰিত লিখিছে। সৰস্বতী এই খিতাপটো আগৰ দিনত এটা বৰ ডাঙৰ খিতাপ আছিল আৰু আজি-কালিৰ দৰে তেতিয়া যেয়ে সেয়ে এই খিতাপ পাব নোৱাৰিছিল। কোঁচ ৰজা নৰনাৰায়ণে অসমীয়া মহাভাৰতৰ গ্ৰন্থকাৰৰ নিচিনা পণ্ডিতকহে এই সৰস্বতী

খিতাপ দিছিল। হেম সৰস্বতী আৰু তেওঁৰ পিতাক ৰুদ্ৰ সৰস্বতী নিশ্চয় সেইকালৰ বিখ্যাত পণ্ডিত আছিল। নহলে পিতা-পুত্ৰ দুয়ো এই খিতাপ নেপালেহেঁতেন। হেম সৰস্বতীয়ে প্ৰহ্লাদ চৰিতত বাজে আন কিবা পুথি লিখি থৈ গৈছেনে নাই, আমি অনুসন্ধান কৰি এতিয়াও ভালকৈ জানিব পৰা নাই। তেওঁৰ পিতা ৰুদ্ৰ সৰস্বতীয়ে সম্ভৱতঃ 'সাত্যকি প্ৰবেশ' বুলি এখনি সৰু কাব্য লিখি গৈছে আৰু এই কাব্য মহাভাৰতৰ দ্ৰোণপৰ্ব্বৰ অন্তৰ্গত।

হেম সৰস্বতী যে কমতামণ্ডলৰ লোক আছিল তেওঁ তাক নিজেই লিখি গৈছে। পূৰ্ব্বে যেতিয়া প্ৰবল-প্ৰতাপান্বিত হিন্দু ৰজাসকলে ৰাজত্ব কৰিছিল, তেতিয়া গোটেইখন দেশৰ নাম আছিল কামৰূপ ৰাজ্য আৰু তেতিয়া তাৰ সীমা আছিল পূবে দিকৰাই নদী আৰু পশ্চিমে কৰতোয়া নদী। কামৰূপ ৰাজ্যৰ অধঃপতনৰ পাছত সেই ৰাজ্য ভাগি পূবত সৌমাৰ ৰাজ্য আৰু পশ্চিমত কমতা ৰাজ্য স্থাপিত হয়। পূবে বৰনদী আৰু পশ্চিমে কৰতোয়া নদী, ইয়াৰ ভিতৰৰ দেশখনকে-কমতা ৰাজ্য বুলিছিল আৰু তাৰ ৰজাবিলাকৰ উপাধি আছিল 'কমতেশ্বৰ'। আৰু এই কমতা ৰাজ্যৰ ৰাজধানী ভাটিৰ ধৰলা নদীৰ পাৰত থকা 'কমতাপুৰ' আছিল। আজি-কালিৰ প্ৰচলিত ইতিহাসবিলাকত লিখা আছে যে এই কমতাপুৰ নলৰ খ্যেন বংশৰ নীলধ্বজ ৰজাই প্ৰথমতে পাতে। কিন্তু সেই কথা সঁচা বুলি বিশ্বাস কৰা টান; কিয়নো নীলধ্বজ ৰজাৰ আগেয়েও 'কমতেশ্বৰ' নামৰ কেইবাজন ৰজাৰো নাম দেখিবলৈ পোৱা গৈছে। খ্যেন বংশীয় ৰজাৰ আগেয়েই আন কোনো বংশৰ ৰজাইহে এই নগৰ পতা বুলি অনুমান কৰিব পাৰি। সেই নগৰ এতিয়া ধ্বংস হৈ গৈছে আৰু তাৰ ধ্বংস হোৱাৰ চিনবিলাক এতিয়াও পৰি আছে। যি ঠাইত সেই নগৰৰ ধ্বংসাৱশেষ আছে তাক আজি-কালি লালবাজাৰ বোলে। হেম সৰস্বতী যে কমতাৰাজ্যৰ ভিতৰৰ লোক আছিল তাৰ কোনো ভুল নাই; কিন্তু কমতা ৰাজ্যৰ কোন অংশৰ লোক আছিল তাকহে ঠিৰাংকৈ কোৱা টান। আজি-কালিৰ কামৰূপ আৰু গোৱালপাৰা কোচবিহাৰ আৰু ৰঙ্গপুৰ জিলা লৈ আগৰ কমতাৰাজ্য আছিল। কামৰূপ জিলাত প্ৰাচীন কালত সৰু বৰ অনেক কবিয়ে জন্ম গ্ৰহণ কৰি গৈছে। হেম সৰস্বতী কামৰূপ জিলাৰ লোক হোৱা হলে, তেওঁৰ পৰবৰ্ত্তী কবিবিলাকে নিশ্চয় তেওঁৰ নাম উল্লেখ কৰিলেহেঁতেন। সেইগুণে বোধকৰোঁ তেখেতক গোৱালপাৰা জিলাৰ কোনো ঠাইৰ লোক বুলি ভাবিলে বিশেষ ভুল কৰা নহব। তথাপি এইটো এটা অনুসন্ধান কৰিব লগীয়া কথা।

তেওঁৰ কাল নিৰূপণ কৰিবলৈ হলে প্ৰথমতে দুৰ্ল্লভনাৰায়ণৰ কাল নিৰূপণ কৰিব লাগিব। ছাৰ এৰ্ডওৱাৰ্ড গেইটে তেওঁৰ বুৰঞ্জীৰ অৰ্থাৎ History of Assamৰ এঠাইত দুৰ্ল্লভনাৰায়ণৰ বিষয়ে এই দৰে লিখিছে।—

"One of the legends of Bara Bhuyans mentions Durlav Narayan as a Raja of Kamata and if it can be relied on, he would seem to have ruled at the end of the thirteenth century over the country between Barnadi and Karotoya."

বাবু ৰজনীকান্ত চক্ৰবৰ্ত্তীয়ে তেওঁৰ "গৌড়েৰ ইতিহাস'ৰ ১১৫ পিঠিত এইদৰে লিখিছে ঃ—"দুৰ্ল্লভনাৰায়ণ নামে কমতাপুৰেৰ এক ৰাজাৰ নাম পাওয়া যায়। ইনি নীলধ্বজেৰ পূৰ্ব্বতন; দুৰ্ল্লভনাৰায়ণ গৌড়াধিপ ধৰ্ম্মনাৰায়ণেৰ সঙ্গে যুদ্ধ কৰিয়াছিলেন।" বঙ্গদেশৰ ইতিহাস পঢ়িলে জনা যায় যে হুচেন চাহে ১৪২০ শকত কমতাৰাজ্যৰ ৰজা খ্যেন বংশীয় নীলাম্বৰক পৰাস্ত কৰি তেওঁৰ দেশ দখল কৰে। এইটো এটা প্ৰামাণিক ঐতিহাসিক সত্য। নীলাম্বৰৰ পিতাকৰ নাম আছিল নীলধ্বজ আৰু চক্ৰধ্বজৰ পিতাকৰ নাম আছিল নীলধ্বজ। নীলধ্বজ ৰজাৰ কাল আছিল প্ৰায় ১৩২০ শক। দুৰ্ল্লভনাৰায়ণ নীলধ্বজৰ আগৰ লোক থকা বাবে তেওঁ নিশ্চয় ১৩২০ শকৰ আগৰ ৰজা হয়।

ইয়াৰ ভিতৰত আৰু এটা চাবলগীয়া কথা হৈছে যে কমতেশ্বৰ দুৰ্ল্লভনাৰায়ণ আৰু গৌড়েশ্বৰ ধৰ্ম্মনাৰায়ণ এই দুজনৰ ভিতৰত যুদ্ধ হৈছিল। যুদ্ধ মিতমাত হোৱাত দুইজন ৰজাই মিত্ৰতা কৰিলত দুৰ্ল্লভনাৰায়ণে গৌড়েশ্বৰ ধৰ্ম্মনাৰায়ণক ৭ জন ব্ৰাহ্মণ আৰু ৭ জন কায়স্থ তেওঁৰ দেশত বহুৱাবৰ নিমিত্তে খুজিলে। শঙ্কৰ চৰিত্ৰত ভূষণ লিখিছে ঃ—

শুনি গৌৰেশ্বৰে অতি আনন্দ লভিলা।
কায়স্থ ব্ৰাহ্মণ আনি চৌধঘৰ দিলা॥
নামে লণ্ডাদেৱ শ্ৰেষ্ঠ ভূঞাতে প্ৰধান।
গৌড়েশ্বৰে মাতি তাক দিলা সন্নিধান॥

* * *

চণ্ডীবৰ নামে তেন্তে লণ্ডাদেৱ সুত।
লগতে আনিছে বড় পণ্ডিত অদ্ভুত॥

ৰামচৰণ ঠাকুৰ আদি শঙ্কৰদেৱৰ চৰিত্ৰ লিখকসকলেও এই কথা সমৰ্থন কৰিছে। তেনেহলে দেখা যায় যে চণ্ডীবৰ দুৰ্ল্লভনাৰায়ণৰ সমসাময়িক লোক

আছিল আৰু লণ্ডাদেৱো এই সময়ৰে লোক। লণ্ডাদেৱ শঙ্কৰদেৱৰ ৬ পুৰুষৰ উপৰি লোক। শঙ্কৰদেৱৰ জন্ম শক ১৩৭১। তিনি পুৰুষত ১০০ বছৰ ধৰা নিয়মেৰে ৬ পুৰুষত ২০০ বছৰ হয়। সেইগুণে লণ্ডাদেৱৰ কাল প্ৰায় ১১৭১ শক হয়। আমি আগেয়ে জানিছোঁ। যে তুৰ্লভনাৰায়ণ ১৩২০ শকৰ আগৰ লোক আছিল। এতিয়া এই হিছাপমতে তেওঁ প্ৰায় ১১৭১ শক বা মোটামুটিকৈ ধৰিলে ১২০০ শকৰ লোক হয়। এই হিছাপমতে গেইট চাহাৱে কোৱা তেৰ শতিকাৰ শেষ ভাগত যে তুৰ্লভনাৰায়ণ ৰজা আছিল সেইটো প্ৰমাণিত হয়। এতেকে আমি হেম সৰস্বতীৰ কাল ১২০০ শক বুলি ধৰিলে একো ভুল কৰা নহব বুলি ভাবো। তেনেহলে হেম সৰস্বতী গোৱালপাড়াৰ ফালৰ লোক আছিল আৰু তেওঁ ১২০০ শকত বৰ্ত্তমান আছিল।

হেম সৰস্বতীৰ প্ৰহ্লাদ চৰিত এখনি নিচেই সৰু পুথি হলেও অসমীয়া সাহিত্য ভড়ালৰ ই এখনি বহুমূলীয়া ৰত্ন। গ্ৰন্থকাৰৰ ভাষাৰ ওপৰত দখল আৰু বৰ্ণনা শক্তি দেখি আচৰিত মানিব লাগে। তেওঁ নিচেই সৰু সৰু শব্দেৰে কেনেকৈ ডাঙ্গৰ ডাঙ্গৰ ভাববিলাক প্ৰকাশ কৰিছে তলত তাৰ তুই এক চানেকি দিয়া হল। প্ৰহ্লাদে যেতিয়া কলে ঃ—

জত দেখা জল স্থল গিৰি গুহা বন।
গজভূজ সবাতো আছন্ত নাৰায়ণ॥
তুমি আমি আদি কোৰি তিনিও জগত।
সবাতে আছন্ত হৰি মুহিকে বেকত॥

হিৰণ্যকশিপুৱে কলে ঃ—

বুল জে সবাৰো গাত আছে দামুদৰ।
সবে লোকে মুহে কিঅ একে সমসৰ॥
কেহুঁ সুখি, কেহুঁ তুখি বহুত অন্তৰ।
কেহুঁ কাক বাএ কেহুঁ হঅয় নকৰ॥
কেহুঁ হস্তি কন্ধে চড়ি হংস তুলি সোএ।
কেহুঁ কেহুঁ জনে কিঅ তৃণকো নপএ॥
কেহুঁজনে ভুঞ্জে ঘোল, কেহুঁ ভুঞ্জে খিৰ।
কেহুঁযে] শ্ৰীমন্ত হোএ কেহুঁ হৰে চোৰ॥
একৰ জীঅনে হৌক সবাৰো জীঅন।
একৰ মৰণে হৌক সবাৰো মৰণ॥৮৭

একৰ ভোজনে হৌক সবাৰো ভোজন।
তেবে জানো সবাতে আছন্ত নাৰায়ণ॥

প্ৰহ্লাদে তাৰ উত্তৰত কলে ঃ—

মঞি জে দেখুহু হৰি আছন্ত সবাতে।
মলচক্ষু মিমিত্তেসে নেদেখা সাক্ষাতে॥
জি বোলা সকলো কিঅ মুহে সমসৰ।
পাপপুণ্য ফলে সুখ দুখ ভুঞ্জ নৰ॥
আচাৰত ভিন হৰি বিচাৰত এক।
ফটিকৰ তন্তে তুমি দেখিও প্ৰত্যখ॥

অসমীয়া ভাষাৰ এইটো একেবাৰেই আদি অৱস্থা বুলিব নোৱাৰি। এইজন কবিৰ আগেয়েই নিশ্চয় এই ভাষাৰে সাহিত্য ৰচনা কৰা হৈছিল, নহলে একেদিনাই এনেকুৱা এটা literary styleএ জন্ম গ্ৰহণ কৰা বুলি কেতিয়াও ভাবিব নোৱাৰি। আমি শুনিছো, এজন দেখা মানুহৰ মুখৰপৰা শুনিছো যে পুৰন্দৰ পাল ৰজাই নিজে এখন শুক্ৰনীতিৰ অসমীয়া ভাঙনি লিখি থৈ গৈছে। আমি নিজে এই পুথিখন হলে এতিয়াও দেখা নাই। পুৰন্দৰ পালে ৯৫০ শকত কামৰূপত ৰাজত্ব কৰে। তেনেহলে ৯৫০ শকতো অসমীয়া ভাষাত পুথি লিখা হৈছিল। চীন পৰিব্ৰাজক যুৱানচেঙ্গে ৭ম শতাব্দিৰ আগভাগতে আমাৰ দেশলৈ আহে। তেওঁ তেতিয়াই কৈ গৈছে যে এই দেশৰ ভাষা মধ্যভাৰতৰ ভাষাতকৈ বেলেগ। ইয়াৰপৰা ভালকৈ বুজিব পাৰি সেই কালতো আমাৰ এটা স্বতন্ত্ৰ ভাষা আছিল। তেনেহলে অসমীয়া ভাষাৰ শিপা কিমান দূৰলৈকে গৈছে এবাৰ ভাবি চাবলগীয়া নহয়নে?

ইয়াত আৰু এটা চাবলগীয়া কথা হৈছে যে এই পুথিখনিৰ নাম, ভাষা আৰু বৰ্ণযোজনা আৰু ব্যাকৰণ। প্ৰথমতে পুথিখনিৰ নাম হৈছে 'প্ৰহ্লাদ চৰিত'; আমি আজিকালি প্ৰহ্লাদ শব্দটোৰ সৈতেহে বিশেষ পৰিচিত। আগৰদিনৰ আমাৰ দেশৰ মানুহে কিন্তু 'প্ৰহ্লাদ নুবুলি 'প্ৰহ্লাদ' হে বুলিছিল আৰু সংস্কৃত মহাভাৰত আৰু ভাগৱত আদি প্ৰাচীন গ্ৰন্থবিলাকতো 'প্ৰহ্লাদ' শব্দহে পোৱা হয়। আমাৰ দেশৰ পুৰণি পুথিবিলাকতো প্ৰহ্লাদ শব্দহে লিখা আছে। কিন্তু যেতিয়া প্ৰথমতে কীৰ্ত্তন আদি পুথি ছপোৱা হ'ল, তেতিয়া বঙ্গালী ভাষাৰ অনুকৰণ কৰি প্ৰহ্লাদৰ ঠাইত প্ৰহ্লাদ কৰা হ'ল। বঙ্গদেশত

যদিও লিখোঁতে প্ৰহ্লাদ লিখে কিন্তু মাতোঁতে প্ৰেলহ্‌াদ বুলি লিখা আৰু পঢ়া অসম্ভৱ নহয়। কিয়নো, বঙ্গালীক অনুকৰণ কৰি আমি সম্প্ৰতি পদ্মক 'পদ্দঁ' আৰু ছদ্মক 'ছদ্দঁ' বুলিবলৈ আৰম্ভ কৰিছোহঁক।

এই পুথিখনিৰ সৰহভাগ শব্দই সংস্কৃত নহয়, কিন্তু প্ৰাকৃত হে। বাস্তৱিকেও দেশী ভাষাবিলাক সংস্কৃতৰপৰা নোলাই প্ৰাকৃতৰপৰা হে ওলাইছিল। অসমীয়া ভাষাৰ শতকৰা প্ৰায় ৬০টা শব্দ সংস্কৃতমূলক কিন্তু সেই বুলিয়েই সেই শব্দবিলাক সংস্কৃতৰপৰা পোনপটীয়ে নাহি প্ৰাকৃতৰ ভিতৰেদিহে আহিছিল। যেনে 'কাৰ্য্য' এই সংস্কৃত শব্দৰপৰাই আমাৰ কাজ শব্দটো আহিছে হয়, কিন্তু সি সংস্কৃতৰপৰা পোনে পোনে নাহি প্ৰাকৃতৰ কজ্জ শব্দ হৈ তাৰপৰা কাজ হৈছে। সংস্কৃত শৃগাল শব্দৰপৰা প্ৰাকৃত শিয়ালো শব্দ হৈছে আৰু প্ৰাকৃত শিয়ালৰপৰা অসমীয়া শিয়াল শব্দ হৈছে। সংস্কৃত যাবৎ শব্দৰপৰা প্ৰাকৃত যৈত্তিঅং আৰু তাৰপৰা অসমীয়া যেতিয়া শব্দ হৈছে। সংস্কৃত নবমল্লিকা প্ৰাং নুমল্লিয়া আৰু অসমীয়া নুমলীয়া। ইত্যাদি ইত্যাদি। এই কথাটোৰ সম্ভেদ নোলোৱাকৈ লিখিবলৈ যোৱাতে আমাব সাহিত্যৰ গঢ় বৰ বিজতৰীয়া ভাবেৰে লৰচৰ হৈ গৈছে। তাক আৰু ঘূৰাই আনিবপৰা সম্ভৱ দেখা নাই। আমাৰ দেশৰ প্ৰাচীন লিখকসকলে অসমীয়া ভাষা লিখোঁতে তাক প্ৰাকৃত ভাষাৰ ব্যাকৰণ অনুযায়ী বৰ্ণযোজনা কৰিছিল কিন্তু আমি প্ৰাকৃত ভাষাৰ ব্যাকৰণৰ সূত্ৰ নজনা দোষত আমি এতিয়া তাক সংস্কৃতৰ অনুযায়ী কৰি লিখিবলৈ ধৰিছোহক। হেমসৰস্বতীৰ লিখাত কিন্তু বৰ্ণ-বিন্যাস প্ৰাকৃত ব্যাকৰণৰ সূত্ৰটো হৈছে "শ ষো সঃ॥ ৪৩॥" কিন্তু মাগ্‌ধী ব্যাকৰণ মতে হৈছে "ষ সো শঃ॥" অৰ্থাৎ ষ আৰু সৰ ঠাইত শ হব। বাবু গিৰীশচন্দ্ৰ বেদান্ততীৰ্থ মহাশয়ে তেওঁ প্ৰকাশ কৰা প্ৰাকৃত প্ৰকাশ ব্যাকৰণৰ ভূমিকাত এইদৰে লিখিছে:—"মাগধী ভাষাই একমাত্ৰ তালব্য শ কাৰেৰে ব্যৱহাৰ আছে। বাঙ্গলাতেও কেৱল তালব্য শ কাৰেৰেই উচ্চাৰিত হয় কেৱল কাগজপত্ৰে ষ আৰু শ কাৰেৰ অস্তিত্ব দেখা যায়।" বোধকৰোঁ আপোনাসকলে জানে যে মাগধী ভাষা প্ৰাকৃত ভাষাৰ পিচৰ, সেইগুণে মাগধী ব্যাকৰণো, প্ৰাকৃত ব্যাকৰণৰ পাছৰ। ইপিনে দেখা যায় বঙ্গালী ভাষাত মাগধী ব্যাকৰণৰ প্ৰাধান্য, আৰু অসমীয়া ভাষাত প্ৰাকৃত ব্যাকৰণৰ প্ৰাধান্য। এই কথাটোৱে প্ৰমাণ নকৰেনে যে বঙ্গালী ভাষাতকৈ অসমীয়া ভাষা পুৰণি? এই পুথিত ব্যৱহৃত শব্দবোৰৰপৰা দেখা যায় কেনেকৈ আমাৰ

ভাষাৰ শব্দবিলাকৰ যুগে যুগে পৰিৱৰ্ত্তন হৈ আছে। যিবোৰ শব্দ একালত বৰ প্ৰচলিত শব্দ আছিল এতিয়া সেইবোৰ শব্দ ভাষাত একেবাৰেই নাই। এটা শব্দৰ আগৰ দিনত যি অৰ্থ এতিয়া আৰু সেই অৰ্থ নাই। এই পুথিত ব্যৱহৃত প্ৰভো, আউৰ, উপৰ, আতি, আটোপে, বিপৰীত আদি শব্দই এই কথাৰ প্ৰমাণ, এভো মানে এতিয়া, আউৰ মানে আৰু, উপৰ মানে ওপৰ, আতি মানে অতি, আটোপ মানে খঙ্গেৰে আৰু বিপৰীত মানে আচৰিত হৈছে। এনে লৰচৰ পৃথিবীৰ সকলো ভাষাতে সকলো সময়তে হৈ থাকে। এই পুথিৰপৰা ভাষা সম্বন্ধে তলত লিখা নিয়মকেইটা নিৰ্দ্ধাৰণ কৰিব পাৰি।

১। অ এই আখৰটোৰ উচ্চাৰণ দুটা অ আৰু অ̣। যেতিয়া অ̣ উচ্চাৰণৰ আখৰ লিখা হৈছিল, তেতিয়া ওকাৰ দি লিখা হৈছিল, যেনে কোৰিআ; বিৰোচিলা, ধোৰি।

২। মূৰ্দ্ধণ্য 'ণ'ৰ ব্যৱহাৰ নাছিল, যেনে নাৰায়ন, সৰম, পুৰান।

৩। এটাইকেইটা সৰ সলনি কেৱল দন্ত্য স ব্যৱহাৰ কৰিছিল।

৪। কেতিয়াবা সৰ ঠাইত খ ব্যৱহাৰ হৈছিল, যেনে বৰখুণ, বিখ।

৫। য়, য়ে আৰু য়োৰ ঠাইত অ, এ আৰু ও হৈছিল।

৬। ইৰ ঠাইত ঞি হৈছিল, যেনে মঞি, তঞি, ঠাঞি।

৭। ঘৰ ঠাইত জ হৈছিল, যেনে জিটো, জেবে।

৮। ছৰ ঠাইত চ হৈছিল, কিচো, আচন্ত।

৯। ীৰ ঠাইত ি।

১০। ৱৰ ঠাইত অ, উকাৰৰ ঠাইত ওকাৰ আৰু ওকাৰৰ ঠাইত উকাৰ।

হেম সৰস্বতীৰ বিষয়ে মই যিখিনি তথ্য সংগ্ৰহ কৰিব পাৰিছিলোঁ তাক আপোনাসকলৰ আগত জনালোঁ। হেম সৰস্বতীও কবিবৰ মাধৱ কন্দলীৰ দৰে প্ৰাক্‌বৈষ্ণৱ যুগৰ কবি আছিল। মোৰ বিশ্বাস যে এখেতসকলৰ আগেয়েও আমাৰ দেশত অনেক মহাপুৰুষে জন্মগ্ৰহণ কৰিছিল। আমাৰ শিক্ষিত ডেকাসকলে অনুসন্ধান কৰি সেই মহাপুৰুষসকলৰ কীৰ্ত্তি-কলাপ উদ্ধাৰ কৰা নিতান্ত কৰ্ত্তব্য। হেম সৰস্বতীৰ আগৰ আৰু এজন অসমীয়া কবিৰ নাম পোৱা গৈছে, তেওঁৰ নাম সৰোৰুহ আছিল আৰু তেওঁ নালন্দা বিশ্ববিদ্যালয়ৰ অধ্যাপক আছিল, আৰু তেওঁ কামৰূপৰ লোক আছিল। অলপতে ঢাকাত ইউনিভাৰ্ছিটি ঘৰত অসমীয়া ছাত্ৰবিলাকৰ এখন সভা হৈছিল। তাত দৰ্শন শাস্ত্ৰৰ অধ্যাপক মৌলবী মহিবুল্লা এম-এ, বি-এল,

মহাশয়ে বক্তৃতা কৰোঁতে এই অসমীয়া কবিজনৰ উল্লেখ কৰিছিল। তেওঁ বৌদ্ধ যুগৰ হাতে লিখা পুথিত তেওঁৰ উল্লেখ দেখিছে আৰু তেওঁৰ লিখা কবিতাও সভাত গাই শুনাইছিল। মৌলবী চাহাবে এইজন কবিৰ কাল একাদশ শতাব্দী বুলি অনুমান কৰিছে। কোনো সাহিত্য-সেৱক অসমীয়াই পুৰন্দৰ পালৰ শুক্রনীতি আৰু সৰোৰুহ কবিৰ বিষয়ে অনুসন্ধান কৰিবলৈ আগবাঢ়িবনে? অনুসন্ধানৰ ফলত আমি বোধকৰোঁ আৰু নতুন নতুন কবিৰ নাম জানিবলৈ পাম।

# মাধৱ কন্দলী

অসমীয়া সাহিত্য-আকাশৰ সুবিমল শশধৰ মাধৱ কন্দলীক অসমীয়া সাহিত্যৰ আদি কবি বুলি ধৰিব পৰা যায়। তেওঁৰ পূৰ্ব্বে আমাৰ সাহিত্যত ৰুদ্ৰ কন্দলী আৰু হেম সৰস্বতী আদি যি দুই-চাৰিজন কবিৰ নাম পোৱা যায়, মাধৱ কন্দলীৰ লগত তেওঁবিলাকৰ কোনো প্ৰকাৰে তুলনা নহয়। যেতিয়া অসমীয়া সাহিত্যৰ অৱস্থা নিচেই কুমলীয়া, যেতিয়া অসমীয়া ভাষাই ঠুনুক-ঠানাক মাতেৰে গাৱঁলীয়া গীত মাথোন গাবলৈ শিকিছিল, যেতিয়া আৰ্য্যবিলাকৰ শিক্ষা-দীক্ষা সকলো সংস্কৃত সাহিত্যত আবদ্ধ আছিল আৰু যেতিয়া কেৱল দুজন-এজন সাহিয়াল ব্ৰাহ্মণ পণ্ডিতে, তলৰ শ্ৰেণীৰ মানুহৰ মাজত আৰ্য্য শিক্ষা প্ৰচাৰৰ উদ্দেশ্যে দুখন-এখন সৰু পুথি অসমীয়া ভাষাত লেখিছিল, তেতিয়া এইজন মহাপুৰুষে, অসমীয়া জাতিৰ ভিতৰত আবিৰ্ভূত হৈ, বাল্মিকীৰ গোটেইখন ৰামায়ণ অতি সুললিত অসমীয়া পদ্যত লিখি অসমীয়া মানুহৰ হাতত দিলে। এইজন মহা কবিয়ে অসমীয়া ভাষাত যি সাঁচত লেখিলে, সেই সাঁচেই প্ৰায় আজিলৈকে চলি আহিছে। অসমীয়া সাহিত্যৰ বৈষ্ণৱ যুগত মহাপুৰুষ শঙ্কৰদেৱকে আদি কৰি যিসকল প্ৰধান প্ৰধান কবিয়ে জন্মগ্ৰহণ কৰিছিল, তেওঁবিলাকৰ অনেকৰ আদৰ্শ মাধৱ কন্দলীয়েই আছিল। সঁচা কথা কবলৈ গলে, মাধৱকন্দলীৰ পৱিত্ৰ আদৰ্শ আগত লৈয়ে তেওঁৰ পৰৱৰ্ত্তী কবিসকলে এই দেশৰ দেশীয় সাহিত্যক চহকী কৰে আৰু মানুহৰ মনত ধৰ্ম্মভাব জাগৰিত কৰে।

শঙ্কৰদেৱে তেওঁৰ আহি লৈয়ে যে পদ লিখিবলৈ ধৰে, তাক তেওঁৰ উত্তৰাকাণ্ডৰ ৩২১ পদত এইদৰে উল্লেখ কৰিছে:—

"পূৰ্ব্ব কবি অপ্ৰমাদী মাধৱকন্দলী আদি
পদে বিৰচিলা ৰাম কথা।
হাতীৰ দেখিয়া লাদ শশা যেন ফাৰে মাৰ্গ
মোৰো ভৈল তেহুয় অৱস্থা॥ ৩২১॥"

মাধৱদেৱৰো যে তেওঁ আদৰ্শ আছিল, তাক মাধৱদেৱৰ তলত দিয়া পদ কেইফাঁকিৰপৰাই ভালকৈ বুজিব পাৰি। মাধৱদেৱে ৰামায়ণৰ আদিকাণ্ডৰ পদ কৰোঁতে লিখিছে:—

"ৰামৰ চৰিত্ৰ বিৰচি আছন্ত
মহা মহা কবি জনে।
তাসম্বাক দেখি পদ কৰিবাৰ
সাধ ভৈল মোৰ মনে॥
প্ৰমত্ত হস্তীক সিংহ বিমৰ্দ্দয়
আপোনাৰ বলে ৰাগী।
দেখি আতিশয় ক্ষুদ্ৰ মূষকৰ
শ্ৰদ্ধা হোৱে তাক লাগি॥
সিংহ মূষকৰ সাংক অন্তৰ
মোৰো সেহি পটন্তৰ।
ইটো মোৰ দোষ, ক্ষেমিবে উচিত
তুমি সব মহন্তৰ॥"

ইয়াত মাধৱদেৱে স্পষ্টকৈ মাধৱকন্দলীৰ নাম উল্লেখ নকৰিলেও, তেওঁ যে শঙ্কৰদেৱৰ দৰে মাধৱ কন্দলীৰ আহিকে স্বীকাৰ কৰিছে তাক সহজে বুজিব পাৰি।

ইয়াত বাজেও অনন্ত কন্দলীয়েও যে মাধৱ কন্দলীয়ে কৰা ৰামায়ণ পঢ়িয়েই অসমীয়া ৰামায়ণ লিখিবলৈ হাত লয়, তাক তেওঁ অযোধ্যাকাণ্ডৰ ১৩ পদত এইদৰে লিখিছে :—

"মাধৱ কন্দলী বিৰচিলা ৰামায়ণ
তাক দেখি আমাৰ আকুল কৰে মন।"

এইদৰে বহুত লেখকৰ লিখাৰপৰা পদ তুলি দেখুৱাব পাৰি যে তেওঁবিলাকে একবাক্যে মাধৱকন্দলীৰ প্ৰাধান্য স্বীকাৰ কৰিছে। বাস্তৱিকপক্ষেও ইংৰাজী সাহিত্যত মহাকবি চচাৰৰ ( Chaucer ) যি স্থান, অসমীয়া সাহিত্যত মাধৱ কন্দলীৰো সেই স্থানেই। মাধৱ কন্দলী কিমান উদাৰ মনৰ লোক আছিল তাক এইটো কথাৰপৰাই ভালকৈ বুজিব পাৰি। তেওঁ এজন অগাধ সংস্কৃত পণ্ডিত হৈয়ো ৰামায়ণৰ নিচিনা এখন বিৰাট গ্ৰন্থৰ অনুবাদ কৰা গুৰুভাৰ কিয় ললে? তেওঁ লঙ্কাকাণ্ডৰ এঠাইত সেই বিষয়ে এইদৰে কৈছে :—

"শ্লোক সংস্কৃতত আমি গঢ়িবাক পৰিচয়
কৰিলোঁহো সৰ্ব্বজন বোধে।"

কৰিলেও দেখা যায়, যিবিলাক লোক সৰু সৰু সন্ত-ৰাজ্যবিলাকৰ অধিপতি আছিল, সেইবিলাকেই ভূঞা নাম পাইছিল; তাৰ উপৰিও সকলো জাতৰে মানুহ থকা সম্ভৱ। কিন্তু তেওঁবিলাকৰ সৰহভাগেই কায়স্থ জাতৰ হোৱাত মানুহৰ মনত ভূঞা বুলিলেই কায়স্থৰ ধাৰণা হৈছিল। সি যি কি নহওক, ধৰ্ম্মদেৱ জাতত ব্ৰাহ্মণ হলেও, তেওঁ ৰৰভূঞা নামে খ্যাত আছিল। তেওঁ যেনে এপিনে 'ভূঞা' স্বৰূপে ৰাজকীয় বিষয়ত প্ৰধান আছিল, আনপিনে ব্ৰাহ্মণ স্বৰূপে সামাজিক বিষয়তো প্ৰধান আছিল। তেওঁ জীৱনৰ ভিতৰত অনেক ভাল ভাল কাম কৰিছিল; কিন্তু এতিয়া তাৰ ভিতৰৰ দুটামানৰ হে চিন আছে। বড়াবাড়ী নামে এখন গাৱঁত তেওঁৰ ঘৰ আছিল। এতিয়াও সেই গাৱঁৰ লৌকিক নাম বড়াবাড়ীয়েই আছে, কিন্তু সি কেডেষ্ট্ৰেল জৰিপত হিন্দুঘোপা মৌজাৰ পকাবাঙ্গী গাৱঁৰ ভিতৰত সোমাইছে। ধৰ্ম্মদেৱে বড়াবাড়ী গাৱঁত এটা ডাঙৰ নামঘৰ সজাই তাত তিনি-সন্ধ্যা তিনি প্ৰসঙ্গৰ ব্যৱস্থা কৰিছিল। এই নামঘৰৰ আজিকালি কোনো চিন নাই। তেওঁ কৰা কামৰ ভিতৰত চিন থকা কাম এক হৈছে 'ৰৰদৌল' আৰু এক হৈছে 'দীঘীপুখুৰী'। বড়াবাড়ী গাৱঁৰ ঈশান কোণত এটা ডাঙৰ দৌল বন্ধাইছিল। সেই দৌলটি দৰঙৰ ভিতৰত যিমান দৌল আছে সকলো বিলাকতকৈ ওখ আৰু ডাঙৰ; সেইগুণে এতিয়াও সি ৰৰদৌল বুলি খ্যাত, আৰু তাৰ ওচৰৰ গাৱঁৰ নামো হৈছে 'ৰৰদৌলৰ গুৰি' বা 'বৈদেলী'। এতিয়াও সি এটি সৰু-সুৱা পৰ্ব্বতৰ সমান হৈ আছে।

**ৰৰদৌল প্ৰতিষ্ঠা**—দৌল প্ৰস্তুত হোৱাৰ পিচত, এক বহাগৰ বিহুত এই দৌল প্ৰতিষ্ঠা কৰা হল। প্ৰতিষ্ঠাৰ বিৱৰণৰ বিষয়ে পুথিত এইদৰে লিখিছে। গ্ৰন্থকাৰৰ বৰ্ণনা কেনে ফট্‌ফটীয়া আৰু স্বাভাৱিক তাক বুজাবৰ নিমিত্তে দৌল প্ৰতিষ্ঠা কৰা বৰ্ণনাটি গোটেই তুলি দিলো—

"বসন্ত কালৰ ৰঙ্গ নাহি যাত পৰ।
আসিল অনেক প্ৰজা অনেক দেশৰ॥
অসংখ্যাত বাদ্যভণ্ড উৎসৱ মিলিলা।
বৈশাগ মাসৰ যেবে একদিন গৈলা॥
সেহি দিনা বিপ্ৰবৰে সভা পাতিলন্ত।
প্ৰাতস কালৰ কৃত্য কৰ্ম্ম কৰিলন্ত॥

যেবে মহা সূৰ্য্যৰ ৰশ্মি দুই ঘটি গৈলা।
তাৰ অনন্তৰে ভূঞা দৌলক চলিলা॥
লৰিল লগত বিপ্ৰ আৰু মহাজন।
আমদালি সমে ঘট লৈলা নাৰীগণ॥
আনো যে বিবিধ দ্ৰব্য প্ৰাণীগণে লৈলা।
ৰঙ্গৰূপ কৰি ভূঞা আনন্দে বসিলা॥
দেউৰী পূজাৰী আৰু কীৰ্ত্তনীয়া গণ।
ফলফুল লৈয়া চলে দেখিতে শোভন॥
মহা চন্দ্ৰতাপ লৈলা চামৰে সহিতে।
আগে-পাচে প্ৰজাগণ চলে আনন্দতে॥
লৈলেক মগৰ এক দেখি চিত্ৰকৰ।
মুখত আছয় মৎস্য দেখিতে সুন্দৰ॥
এইৰূপে দ্ৰব্য সব লৈলা ভাল চাই।
কতো বেলি ৰৰভূঞা দৌলক যে পাই॥
দৌল গুটি শুক্ল বৰ্ণ কৰিয়া লিপিলা।
গঙ্গাৰ মৃত্তিকা জল তাতে মিশ্ৰ লৈলা॥
যেন শুক্ল মঠ গুটি পৰম সুন্দৰ।
তেন ৰূপ দেখি দৌল দৰঙ্গ ভিতৰ॥
তাত পাচে দৌলত মগৰ তুলি দিলা।
চাৰিও কোণত কল পুলিক পুতিলা॥
ঘট সৰ ধূপদীপ দিলা আমদালি।
থোক ধৰা কল সৱ কইলা হালি হালি॥
ফুল সমে বৃক্ষ সব কইলা শাৰী শাৰী।
চাৰিকাষে আখৈ লাৰু থৈলা আৰি আৰি॥
সিন্দূৰে মণ্ডিত কৰি মণ্ডল পাতিলা।
মাজত তণ্ডুল গুৰি বিচিত্ৰ কৰিলা॥
এহিমতে দ্ৰব্যগণ থৈলা থৰে থৰে।
তুলিলা গোসাঁই পাচে বিপ্ৰ যশোধৰে॥
প্ৰদক্ষিণ কৰি স্তুতি কৰিলা বিস্তৰ।
লৈলা সিংহাসন পাচে মাথাৰ উপৰ॥

আগ হুয়া যান্ত ভূঞা চামৰ ধুলাই।
সিংহাসনে যান্ত পাচে ঈশ্বৰ গোসাঁই॥
প্ৰতি থাৰ্কে সাতবাৰ ঘূৰিয়া উঠন্ত।
অসংখ্য প্ৰাণীয়ে তাতে নাম-গুণ গান্ত॥
এহিমতে ঘূৰি ঘূৰি উপৰক পাইলা।
হৰিধ্বনি কৰি পাচে গোসাঞি থাপিলা॥
কৰিলেক পূজা তাতে বিবিধ সম্ভাৰে।
নামিলা দৌলৰ পাচে ভূঞা যাতপৰে॥
এহিমতে বিপ্ৰবৰে পূজাক পাতিলা।
তাত পাচে মহাহোম যজ্ঞ আৰম্ভিলা॥
বেদব্ৰতী বিপ্ৰভাৱে বিধি হাতে ধৰি।
কৰাৱন্ত হোম সৱে মহা ৰঙ্গ কৰি॥
এহিমতে ৰবি যেবে ভাতি দিয়া গৈলা।
তাত পাচে কীৰ্ত্তনীয়া গণ তুলি দিলা॥
যেবে কীৰ্ত্তনীয়া গণে কীৰ্ত্তন কৰন্ত।
মিলিলা উৎসৱ তাৰ নাহি আদি অন্ত॥
চাৰিও দিশৰ প্ৰজা একত্তৰ হৈলা।
সেহি দৌল কাষৰতে সভা পাতি বৈলা॥
সভাৰ ঘঞ্চালে মাত মুগুনি থিতাতে।
বাদ্যৰ শবদে তাল মাৰয় কৰ্ণতে॥
মহাকোলাহল লাগি গৈলা দশোদিশ।
দেখিয়া ভূঞাৰ মনে পৰম হৰিষ॥
এহিমতে সভাখন দিনান্তে আছিলা।
গধূলিকা সভাখন ভাঙ্গি প্ৰজা গেলা॥

এই ৰবদৌলত এতিয়াও বছৰি বহাগৰ বিহুৰ দিনা বৰ ডাঙৰ সভা হয়, আৰু চাৰিওফালৰ মানুহে গোট খাই ৰং-ধেমালি কৰে।

**পোৱা-সত্ৰ**—এদিন ৰবভূঞা সভা পাতি বহি আছিল; তেনেতে ক'ৰবাৰপৰা এজন সন্ন্যাসী ওলালহি। সন্ন্যাসীৰ বেহ-ৰূপ দেখি তেওঁক ভণ্ড বুলি ভাবি ভূঞাই ইতিকিং কৰি সুধিলে বোলে, তুমি আচলতে সন্যাসী নে, গৰু-মানুহ মাৰিহে এই ভেশ লৈছা? সন্ন্যাসীয়ে তাতে খং কৰি তেওঁৰ

চেলাক পানী আনিবলৈ কলে, আৰু সেই পানীকে হাতত লৈ মন্ত্র পঢ়ি হাবিৰ ফালে চাটি মাৰি পঠিয়ালে। য'তে য'তে সেই পানী পৰিল, ত'তে জুই উঠি পুৰি নিলে। সভাৰ মানুহে সন্ন্যাসীৰ গুণ দেখি বিস্ময় মানিলে। কিন্তু, ভূঞাই কলে যে, পানীক জুই কৰা একো কথা নহয়; এই বুলি তেওঁ এচলু পানী লৈ মন্ত্র পঢ়ি নামঘৰলৈ মাৰি পঠিয়ালে আৰু নামঘৰটো তৎক্ষণাৎ পুৰি ভস্ম হল; সকলো মানুহ বিবুদ্ধি হল। পিচে, ভূঞাই আৰু এচলু পানী জাৰি মাৰি দিয়াত ততালিকে জুই নাইকিয়া হল আৰু নামঘৰ পূৰ্ব্বৱতে থকা দেখিলে। মানুহে ভূঞাৰ এই অলৌকিক কাৰ্য্য দেখি অতি আচৰিত হল, আৰু সন্ন্যাসীয়েও আৰু তাত নেথাকি পছিমৰ ফালে গুচি গল। তেতিয়াৰপৰা ভূঞাৰ সত্ৰৰ নাম পোৰা-সত্ৰ হল। এতিয়া পোৰা-সত্ৰ এখন থান স্বৰূপে এজন মেধিৰ অধীনত কাৰৈচুৰা গাৱঁত আছে। তাৰ এতিয়া বৰ জীৰ্ণাৱস্থা।

**দীঘী সৰোবৰ**—এদিন বৰভূঞা ডাহী নামে গাৱঁলৈ গৈছিল। ভূঞাই শুনিলে, এটা চৰায়ে পীউ-পীউ বুলি ডালত পৰি মাতি আছিল। ভূঞাই আক-তাক সুধিলে, সেইটো কি চৰাই আৰু সি কিয় পীউ-পীউ কৰি মাতিছে। মানুহে কলে, বোলে এইটো পীপীয়া চৰাই। আজিকালি চত-মহীয়া ক'তো এইখন দেশত পানী এটোপা খাবলৈ নেপাই 'পীউ-পীউ' কৰি মাতি তাৰ পিয়াহ জনাইছে। ভূঞাই মানুহ, পশুপক্ষীৰ পানীৰ ইমান কষ্টৰ কথা শুনি সেই গাৱঁতে মানুহ লগাই এটা বৰ ডাঙৰ পুখুৰী খনাই তাৰ নাম 'দীঘী সৰোবৰ' দিলে। চত মাহত আৰম্ভ কৰি বহাগৰ শেহত পুখুৰী খনা শেষ হ'ল। পুখুৰীত অতি সুন্দৰ নিৰ্ম্মল পানী বাজ হল। তেতিয়াৰেপৰা সেই ঠাইত জীৱ-জন্তুৰ পানীৰ দুখ নাইকিয়া হল।

ধৰ্ম্মদেৱে আহাৰ মাহৰ পূৰ্ণিমাৰ দিনা পুখুৰীটো প্ৰতিষ্ঠা কৰিবৰ নিমিত্তে দিন স্থিৰ কৰিলে। কিন্তু এনেতে দেশত বিপ্লৱ উপস্থিত হোৱাত পুখুৰী প্ৰতিষ্ঠা কৰা কাৰ্য্য সম্পন্ন নহল। এতিয়া সেই পুখুৰীটো ডাহী মৌজাৰ বৰঙ্গাবাড়ী বোলা কেডেষ্ট্ৰেল গাৱঁত পৰিছে। পুখুৰীটো ২০ পুৰামান মাটিৰ্ হব; বৰ ডাঙৰ পুখুৰী আছিল। পুখুৰীটোৰ মাজে এসময়ত কুলসী বোলা এখন নৈ যোৱাত পুখুৰীটো পোতা গল। এতিয়া সেই নদীয়েই আনপিনে সোঁতা ললে। পুখুৰীৰ বুকু এতিয়া বৰঙ্গাতলি হৈছে। মানুহৰ মাজত পুখুৰীটো 'দীঘী পুখুৰী' বুলি খ্যাত।

**ভূঞা মৰা**—মানাহা নদীৰ সিপাৰে বঙ্গদেশত ( অৰ্থাৎ আজিকালিৰ গোৱালপাৰাৰ ভিতৰত ) খুঁটঘাট বুলি এক পৰগণা আছে। তাত মহাৰণ্যৰ ভিতৰত বাৰঘৰ মেছজাতীয় মানুহ আছিল। সিহঁতৰ ভিতৰত হাৰিয়া নামে এটা প্ৰধান মেছ আছিল; তাৰ ঘৰত শিৱৰ বীৰ্য্যত বিশু বুলি এক বীৰ পুৰুষে জন্মগ্ৰহণ কৰে। বিশুৱে প্ৰথমে মানাহাৰ পছিম পাৰৰ ভূঞাবিলাকক মাৰি, তাৰ পাচত পূব পাৰৰো, অৰ্থাৎ কামৰূপৰ ভূঞাবিলাককো মাৰি কোচবিহাৰত ৰাজ্য স্থাপন কৰি বিশ্বসিংহ নাম লয়। সেই লগতে বিশ্বসিংহে ধৰ্ম্মদেৱ ভূঞাৰো অধীনৰ গাওঁ-ভূঁই কাঢ়ি লয়; কিন্তু তেওঁ বামুণ আছিল গুণে প্ৰাণবধ নকৰিলে। ওপৰত যি বিপ্লৱৰ নিমিত্তে ধৰ্ম্মদেৱে পুখুৰী প্ৰতিষ্ঠা কৰিব নোৱাৰিলে বুলি উল্লেখ হৈছে, সেয়েই বিশ্বসিংহৰ আক্ৰমণ। মিষ্টাৰ গেইট চাহাবৰ বুৰঞ্জী মতে ১৫১৫ খৃষ্টাব্দত বিশ্বসিংহৰ ভূঞামৰা কাৰ্য্য শেষ হয়। তেনে হলে দেখা গল, ধৰ্ম্মদেৱে ১৫ শতিকাত জন্ম গ্ৰহণ কৰিছিল আৰু সেই পুখুৰী খনোৱা আৰু বৰদোল বন্ধা প্ৰায় আজি ৪০০ বছৰ হল।

**পিচৰ ঘটনা**—বিশ্বসিংহই ধৰ্ম্মদেৱৰ বিষয়, গাওঁ-ভূঁই কাঢ়ি লোৱাত তেওঁ মনৰ দুখত সেই দেশ এৰি তেওঁৰ লগৰ মানুহ-দুনুহ আৰু পৰিয়ালবিলাকে সৈতে উত্তৰফালে গুচি গ'ল। গৈ গৈ এখন হাবি পালেগৈ; তাৰ উত্তৰে এটা গড় আৰু পছিমে এখন নদী আছিল। ধৰ্ম্মদেৱে সেই ঠাইৰ জল-থল ভাল দেখি তাতে থাকিবৰ ইচ্ছা কৰি লগৰ মানুহক ঘৰ বান্ধিবলৈ দিহা দিলে।

জনশ্ৰুতিমতে সেই ঠাইক এতিয়া ৰণথলি আৰু নদীখনক দেও মৰনৈ বোলে। এতিয়া নদীৰ চিন মাত্ৰ হে আছে। গড়টোক আজিকালি মানুহে ভূঞাৰ গড় বোলে। বোধকৰো, ধৰ্ম্মদেৱ ভূঞাৰপৰা হে তাৰ সেই নাম হৈছে, আগৰ নাম লোপ পালে। সেই ঠাইতে কিছুদিন থাকি ধৰ্ম্মদেৱে তীৰ্থ দৰ্শনৰ নিমিত্তে ভটিয়াই যাবলৈ স্থিৰ কৰিলে। ধৰ্ম্মদেৱৰ স্ত্ৰী দুজনা আছিল। প্ৰথম জনাৰ নাম কুন্দতৰা, তেওঁৰ সতি-সন্তান একো নাছিল; কিন্তু দুয়োৰে ভিতৰত তেৱেঁই লাগী আছিল। দ্বিতীয় জনাৰ নাম চান্দোতৰা। তেওঁ অলাগী আছিল; কিন্তু তেওঁ তেতিয়া সগৰ্ভা আছিল। ধৰ্ম্মদেৱে দুই পৰিবাৰক এৰি অকলে সন্ন্যাসীৰ ভেশ ধৰি তীৰ্থ দৰ্শন কৰিবৰ নিমিত্তে যাত্ৰা কৰিলে।

ধৰ্ম্মদেৱ ভটিয়াই যোৱাৰ এমাহৰ পিচতে চান্দোতৰাৰ গৰ্ভত এটি তেজস্বী ল'ৰাই জন্মগ্ৰহণ কৰে। চান্দোতৰাৰ গা লৰা শুনি কুন্দতাৰাই

ভাবিলে, যদি হে সতিনীয়েকৰ এজনী ছোৱালী ওপজে, তেনেহলে কোনো কথা নাই ; যদি হে ল'ৰা উপজিব লাগিল, তেওঁ লাগী গুচি চান্দোতাৰা হে গিৰীয়েকৰ লাগী হব। এই ভাবি কুন্দতৰাই গাওঁৰ পাঁচজনী বুঢ়ী মানুহ মাতি আনি বিৰলে সিহঁতক মনৰ কথা ভাঙ্গি কলে, আৰু গাইপতি একো বুৰি ৰূপ দি, ল'ৰা প্ৰসৱ হলে চকুত ভৰাই দলিয়াই পেলাবলৈ মান্তি কৰালে ; ইপিনে চান্দোতৰাৰ কি প্ৰসৱ হ'ল তাক নেদেখা কৰিবৰ মনেৰে "তই ন পোৱাঁতী মানুহ, সেই গুণে চকুত কাপোৰ নবন্ধাকৈ প্ৰসৱ কৰিবলৈ হলে কি জানি ভয় খাব" এই বুলি চকুত কাপোৰ বান্ধিবলৈ স্বীকাৰ কৰালে। এইবোৰ দিহা লগাই বুঢ়ী পাঁচজনীক পোৱাঁতী ঘৰত থৈ আৰু চান্দোতৰাৰ চকুত সাত তৰপ কাপোৰ বান্ধি কুন্দতাৰা সেই ঠাইৰপৰা এই বুলি কৈ আঁতৰ হ'ল —"ঘৰত গিৰিহঁত নাইকিয়া কথা ; মই হেজাৰ হওক তেও সতিনী। মই ইয়াত থাকিলে কোনো এটা ভাল বেয়া হব লাগিলে দহে মোক হে দায় দিব ; হেন জানি মই আগেয়েই ইয়াৰপৰা আঁতৰি যোৱা ভাল।"

অলপ পিচতে চান্দোতৰাৰ এটা ল'ৰা প্ৰসৱ হল। বুঢ়ীয়ে ল'ৰাৰ গাত হাত দি চাই যেনে দেখিলে ছোৱালী নহয় ল'ৰাহে, তেনে তাক এটি চকুত ভৰাই আন এটা চকুৰে সাঁফৰ দিলে ; আৰু এজনী বুঢ়ীয়ে ততালিকে চকুটো বাজলৈ উলিয়াই নি ঘৰৰ পাচফালে কিছুমান দূৰত থকা এজোপা কেতেকী ফুলৰ তলত দলিয়াই পেলালেগৈ। চান্দোতৰাৰ চকুৰ বান্ধ মেলি দি পাঁচ-শালটোকে চকুত ভৰাই দেখুৱাই, আটাইকেইজনী বুঢ়ীয়ে হায়ৌ-বিয়ৌ কৰি ক'লে যে, তাই আৰু আন একো প্ৰসৱ কৰা নাই। আজলী চান্দোতৰাই সেই কথাকে সঁচা মানি মনে মনে থাকিল। কুন্দতৰায়ো পিচত আহি ভুজং দি দি অনেক কথা কৈ চান্দোতৰাক বেজাৰ কৰিবলৈ হাক দি, নিজেই অনেক বেজাৰ কৰিলে।

বুঢ়ীহঁতে কেতেকী ফুলজোপাৰ তলত ল'ৰাটো পেলাই অহাৰ পিচতে এজনীন-পোৱাঁতী শিয়ালীয়ে খোৱা বস্তু বিচাৰি আহি চকুৰ ভিতৰত ল'ৰাটি পাই লাহেকৈ কামোৰ মাৰি ধৰি গাঁতলৈ লৈ গ'ল, আৰু তাক নেখাই নিজৰ পোৱালিৰ নিচিনাকৈ পিয়াহ-পানী খুৱাই ডাঙৰ-দীঘল কৰিলে। ল'ৰাটিয়েও শিয়াল-পোৱালি কেইটিৰ লগত উমলি-জামলি লাহে লাহে শিয়ালিনীৰ পিয়াহ খাই ডাঙৰ হবলৈ ধৰিলে। ক্ৰমে আঠু কাঢ়িবপৰা হলত কেতিয়াবা শিয়াল পোৱালিৰ লগতে গাঁতৰ বাহিৰলৈ ওলাই ৰ'দ লয়, আৰু মানুহৰ গম পালে

শিয়াল-পোৱালি কেইটিৰ লগতে গাঁতত সোমায়গৈ। সেই বিষয়ে কবিৰ বৰ্ণনাখিনি আমাৰ বৰ ভাল লগাত পাঠকে চাবৰ নিমিত্তে ইয়াত তুলি দিলো-

এক দিনা প্ৰভাততে, সূৰ্য্য মহা উদয়তে,
আসি বাজ ভৈলেক গৰ্ত্তৰ।
লগত শৃগাল ছাৱা আতি আনন্দিত হুয়া,
সবে ৰঙ্গ কৰয় বিস্তৰ॥
শৃগালৰ ছাৱা গুটি, কতো তল গাত উঠি,
কামোৰ ভেজাৱে লাস কৰি।
গাঁতৰ ওলাই পাচে, শিশু গোসাঞী ৰঙ্গে হাঁসে,
শৃগাল ছাৱাৰ কান্ধে চৰি॥
এহিমতে সবে তৈতে, থোপাথুপি-যোতাযুতি,
ৰঙ্গে সবে ৰৌদ্ৰক পুহাই।
এক কাল সৰ্পে পাচে, ঝাখি হস্তে চাহি আছে,
দেখে এহি মানুষৰ কাই॥
তিনিটি শৃগাল ছাৱা এটি মানুষ কায়া,
দেখি সৰ্পে বিস্ময় ভৈলন্ত।
গাৱ মোৰ দিয়া পাছে, নামিয়া ঝাখিৰপৰা,
শিশুৰ কাষক আসিলন্ত॥
সৰ্পৰ দেখিয়া মহা দায়া উপজিল আতি
ৰৌদ্ৰ পাইলে থাকে ছায়া কৰি।
এক তিল নেৰে সিটো গৰ্ত্তৰ ওলাইলে শিশু,
থাকে বাখি সেহি দিনা ধৰি॥

এইদৰে শিয়ালৰ গাঁততে ল'বা বছৰেকীয়া হল, কিন্তু শিয়ালৰ পোৱালিৰদৰে আঁঠুকাঢ়ি হে ফুৰে; থিয় হব নেজানে।

এবছৰৰ মূৰত ধৰ্ম্মদেৱ তীৰ্থৰপৰা ঘূৰি আহি ঘৰ পালেহি। চান্দোতৰাক সগৰ্ভা এৰি থৈ গৈছিল। লাগী বৰ বৈৰীয়েকক সুধিলে, চান্দোতৰাৰ গৰ্ভত কি উপজিছিল? কুন্দতাৰাই বেজাৰ কৰি কলে,—

মুহি পুত্ৰ, মুহি জীৱ, কহো স্বৰূপত।
মুহি জল, মুহি মাংস কিবা শোপা ভৈল॥

ধৰ্ম্মদেৱেও ঘৈণীয়েকৰ কথাকে বিশ্বাস কৰি কাকো একো নুসুধি মনে মনে থাকিল। এদিন তেওঁ ভৰিহাত ধুবৰ নিমিত্তে বাৰীৰ পাচফালে কেতেকী ফুল জোপাৰ ফাললৈ যাওঁতে হঠাৎ দেখিলে, এটা গাঁতৰ মুখত তিনিটা শিয়াল-পোৱালিৰ লগত এটি সৰু ল'ৰাই ধেমালি কৰি আছে। মানুহৰ গম পোৱা মাত্র আটাইকেইটা সাউত কৰে গাঁতত সোমালগৈ। ভুঞাই এই ঘটনাটো দেখি বৰ আচৰিত হ'ল; কিবা দেৱতাৰ মায়া বুলি কথাটো কাৰো আগত নকৈ মনে মনে থাকিল। কেইদিনমানৰ পাচত, তেওঁ আকৌ এদিন কেতেকী ফুলৰ ফালে গৈছিল; সেইদিনা দেখিলে, গাঁতৰ মুখত এজনী শিয়ালী বহি আছে; তেওঁক দেখি শিয়ালীয়ে সেৱা কৰাৰ নিচিনা কৰিলে। তেওঁ দুখোজমান গাঁতৰ ফালে আগবঢ়া দেখি শিয়ালীৰ গাত তত নাইকিয়া হৈ, এবাৰ গাঁতৰ ফালে লৰ মাৰে, এবাৰ ধৰ্ম্মদেৱৰ ফালে লৰি আহে। গাৰ ফালে শিয়ালীজনী খেদি অহা দেখি ধৰ্ম্মদেৱে বিস্ময় মানি উভতি আহিল, কিন্তু তেওঁৰ মনত সেইদিনা নানা ভাৱে খেলিবলৈ ধৰিলে। তেওঁ সেইদিনা চান্দোতৰাক অকলে মাতি নি সোধাত তেওঁৰপৰা প্ৰসৱ কালৰ যি বিৱৰণ শুনিলে, তাত তেওঁৰ মনৰ সন্দেহ আৰু বেচি হল। তেওঁ কুন্দতৰাক মাতি আনি দঢ়াই দঢ়াই আকৌ সুধিলে, চান্দোতৰাই কি প্ৰসৱ কৰিছিল। কুন্দতৰাই অনেক শপত-সাটি খাই আগেয়ে যি কৈছিল তাকে ক'লে। তেওঁ এইবাৰ কুন্দতৰাৰ কথা বিশ্বাস নকৰি, ল'ৰা ধৰিবলৈ অনা বুঢ়ী কেইজনীক মাতি আনি ডাবি দিয়াত সিহঁতে আচল কথা কৈ দিলে। তেতিয়া আৰু তেওঁৰ মনত অলপো খুঁকুৰি নেথাকিল যে, শিয়ালৰ গাঁতত থকা ল'ৰাটি তেওঁৰে পুতেক।

পিচদিনা ৰাতি পুৱাল মাত্ৰকে ধৰ্ম্মদেৱে গাৱঁৰ মানুহ মাতি আনি শিয়ালৰ গাঁত খানিবলৈ লগাই দিলে। গাঁতৰ তলি ওলালত দেখিলে ল'ৰাটি শিয়াল-পোৱালি কেইটিৰ লগত বহি আছে। মানুহ দেখিলত ল'ৰাটিয়ে শিয়ালীৰ বুকুত সোমাই টেপা খালে। ধৰ্ম্মদেৱে ল'ৰাটিৰ লগতে শিয়ালীক আৰু তাইৰ পোৱালি কেইটাকো ঘৰলৈ লৈ আহিল। ল'ৰাটি অনা দেখি আগেয়ে কোৱা সাপটোও লগতে আহিল। ল'ৰাটি দেখি মাকে লৰি গৈ তাক কোলাত লৈ আউৰি-সাউৰিকৈ কান্দিবলৈ ধৰিলে। তাৰ পাচৰ ঘটনা মোৰ কঠুৱা কথাত নুশুনি কবিৰ কোমল কথাতে শুনিবলৈ পাঠকে ভাল পাব বুলি পুথিত যেনে আছে তেনে তুলি দিলোঁ—

এহি বুলি মুখে তান তন দিলা আই।
নেখাই তন কাণে শিশু শিয়ালীক চাই॥
মেৰামেৰি কৰি পাচে লৰাইলা হাতৰে।
শিয়ালী বুকৰ মাজে সোমাইলেক ডৰে॥
দেখিয়া শিয়ালী নিয়া মাজ কৰি লৈলা।
আপোনাৰ ছাৱাক যে কাথ কৰি থৈলা॥
হেন দেখি সকলোৱে বিস্ময় ভৈলন্ত।
শিয়ালীকে মাৱ বুলি জানিয়া আছন্ত॥
ইহাৰ উপায় এক আছয় জানিবা।
কিছুদিন শিয়ালীক লাগয় ৰাখিবা॥
এতেকতে ছাৱা তোৰ ৰাখিবে পাৰিবি।
কিছু কিছু আনি কিছু শিয়ালীক দিবি॥
উপজিয়া গৈল সিটো শিয়ালীৰ গাঁতে।
বৰিষেক ভৈল শিয়ালীৰ তনে ভাতে॥
এহি গোট মোৰ মাৱ বুলিয়া জানিছে।
বছৰ ভৰিয়া তাইৰ তন ভাত খাইছে॥
চান্দো বলে মোৰ মনে অসন্তোষ আই।
জানো ৰাতি ছাৱা লৈয়া শিয়ালী পলাই॥

* * *

হেন শুনি ভূঞা পাচে গধূৰে মাতয়।
নকৰিবি চিন্তা আন উপায় আছয়॥
এহি গোটা গৃহ বেৰি ভিতৰত থৈবো।
বাজত অনেক লোক পৰিয়াক দিবো॥
নেবেৰি গৃহত থৈলে কিছু শঙ্কা নাই।
নাখাই তুলিলা গৰ্ত্তে শিয়ালীয়ে পাই॥

* * *

এহিমতে ভূঞা চান্দো কতো বেলি বৈলা।
মধ্য যে ৰাতিত ভূঞা চান্দোক মাতিলা॥

কিছু কথা কহো চান্দ তই পাত কাণ।
লাসে কৰি উঠি ঐক ছাৱা গুটি আন॥
কিছু কিছু কৰি সজ কৰিয়ো ছাৱাক।

*　　　　*　　　　*

তাত পাচে আনি তন দিলেক মুখত।
খাস তন মোত বাছা দোষ নাহিকন্ত॥
নেখাই দেখিয়া তন স্বামী কোলে দিলা।
দুইৰো মাজে শুৱাইয়া ছাৱাক ৰাখিলা॥
বাপেকে বোলয় কিছু তন মুখে দিও।
খাৱে বা নেখাৱে কিছু অভ্যাস কৰিও॥
এহিমতে তন দিয়া দুয়ো নিদ্রা গৈলা।
ধৰিয়া আছিল মানে খানিক আছিলা॥
যেবে নিদ্রা গৈলা বাপ মাৱ দুয়োজনে।
লাস কৰি ছাৱা গুটি উঠিল তেখন॥
শিয়ালীৰ লগে যাই শয়ন কৰিলা।
তাত অনন্তৰে নিশা নিবৰ্ত্তন ভৈলা॥
মাকে বোলে উপায় নাই ইহাৰ লগত।
শুয়া আছে দেখো শিশু শিয়ালীৰ বুকুত॥
এহি মতে কিছু কিছু অভ্যাস কৰিলা।
তাত পাচে ছাৱা গুটি কিছু ঘৰ লৈলা॥

ল'ৰাই যেতিয়া এইদৰে মাকৰ লগ লোৱা হল, শিয়ালীয়ে তাইৰ পোৱালি কেইটা লৈ আঁতৰি গল, আৰু সাপটোও ক'ৰবালৈ গুচি গল। ধৰ্ম্মদেৱে কৃন্দতবাক আৰু সেই বুঢ়ী পাঁচজনীক গাৱঁৰপৰা উলিয়াই দি খেদাই দিলে। তেওঁ চান্দোতবাৰ লগত সুখেৰে গৃহবাস কৰি থাকিল আৰু ল'ৰাটি তুলি-তালি ডাঙৰ কৰিলে। সি শিয়ালীৰ গাঁতত এবছৰ আছিল বাবে তাৰ নাম সম্বৎসৰ থলে। সম্বৎসৰ কিছু ডাঙৰ হলত ধৰ্ম্মদেৱে ইহ-সংসাৰ এৰি গল। সম্বৎসৰ সকলোৰে ওচৰত 'শিয়াল গোসাঁই' বুলি খ্যাত হ'ল। তেওঁ বাক-সিদ্ধ আছিল আৰু অলৌকিক কাম কৰিছিল বুলি পুথিত লিখা আছে।

সেইবোৰ কথা লিখি মোৰ কলম বুটি আৰু পাঠকৰ ধৈৰ্য্য চ্যুতি কৰিবৰ ইচ্ছা নাই। সেই গুণে তেওঁৰ জীৱনৰ এটা ঘাই কথাৰ উল্লেখ কৰি তেওঁৰ বিষয়ে সামৰণি মৰা যাওক।

লাহে লাহে শিয়াল গোসাঁইৰ খ্যাতি গৈ ৰঘুদেৱ ৰজাৰ কাণত পৰিলগৈ। ৰঘুদেৱে দূত পঠাই তেওঁক মাতি নি তেওঁৰ মুখে অন্তোপান্ত বিৱৰণ শুনি বৰ সন্তুষ্ট হৈ তেওঁক ব্ৰহ্মোত্তৰ মাটি দিবৰ ইচ্ছা কৰি কলে যে, আপুনি এটা হাতীত উঠি দৰঙ্গৰ ভিতৰত হাতীটোৱে দিনটোত যিমাই ঠাই ঘূৰিব পাৰে, সিমান ঠাই আপুনি ব্ৰহ্মোত্তৰ ভোগ কৰিব। শিয়াল-গোসাঁইয়ে সেই অনুসাৰে হাতীত উঠি মাটি ছুই সীমা ঘূৰাতে মাউতে দেখিলে যে, বামুণে এতিয়া ৰজাৰ গোটেইখন দেশকে লব, এই ভাবি হাতীটো গা-ধুৱাবৰ নিমিত্তে এখন নৈত নমাই তাৰপৰা নোতোলা হল। শিয়াল গোসাঁয়ে যতেক সোনকাল কৰিবলৈ কয়, মাউতে তেতেকে পলম কৰিবলৈ ধৰিলে। লাহে লাহে বেলি পৰিব লগা হল, তথাপি মাউতৰ হাতীৰ গা ধুউৱা নহল। অন্তত গোসাঁয়ে মাউতৰ দুষ্টালি বুজিব পাৰি শাপ দি হাতীকে মাউতকে ততালিকে মাৰিলে আৰু নদীকো শাপ দিয়াত নদীও মৰিল। সেই নদীত হাতী মৰিছিল বাবে এতিয়াও তাক 'দিগগজ নদী' বোলে। গোসাঁয়ে খং কৰি মোক ৰজাৰ মাটিকে নেলাগে বুলি ঘৰলৈ উভটি গুচি আহিল, আৰু গৰৈ-মৰা গাৱঁত সত্ৰ কৰি থাকিল।

পুথিত শিয়াল-গোসাঁইৰ আৰু তিনি পুৰুষৰ নাম উল্লেখ আছে। যেনে, শিয়াল-গোসাঁইৰ পুত্ৰ পৰমানন্দ পুত্ৰ কৃষ্ণানন্দ পুত্ৰ উমানন্দ। ইয়াকো পুথিত লিখা আছে যে, উমানন্দৰ সময়তে অহম ৰজাই দৰং দেশ দখল কৰি তাত ধৰ্ম্মনাৰায়ণক ৰজা পাতে।

জনশ্ৰুতি মতে আজিকালি শিয়াল-গোসাঁইৰ বংশ নাই। পুথিত লিখা মতে শিয়ালৰ গাঁতত মানুহৰ লৰা ডাঙৰ হোৱা কথা সঁচা নে সাধু কথা, আমি তাক শপত খাই কব নোৱাৰোঁ; কিন্তু আমাৰ ভিতৰত অনেকে বাঘ-মানুহৰ কথা শুনিছে। যদি বাঘমানুহ সঁচা হব পাৰে, তেনেহলে শিয়াল মানুহো সঁচা হোৱাৰ একো আটক নাই। কিন্তু, দৰঙ্গদেশৰ মানুহে কথাটো সঁচা বুলি আজিলৈকে বিশ্বাস কৰে।

**পুথিৰ কাল**—ওপৰত কোৱা হৈছে যে, পুথিত গ্ৰন্থকাৰৰ নাম নাই। পুথি লিখা সম্বন্ধেও তাত কোনো উল্লেখ নাই। শিয়াল গোসাঁইৰ

বহুকালৰ পিচত যে এই পুথি লিখিছে; সেই বিষয়ে অলপো সন্দেহ নাই। কিয়নো, পুথিৰ এঠাইতে এইদৰে লিখা আছে ;—

স্বভাৱতে ইটো কথা পুৰুষ কালৰ।
কিছু মুঠ কথা আছিলেক মহন্তৰ॥
মহা মহা কবি সবে কৰি কৃত থৈলা।
তাক দেখি আমাসাৰো কিছু মন ভৈলা॥

ইয়াৰপৰা বুজিব পাৰি যে, পূৰ্ব্বৰেপৰা শিয়াল গোসাঁইৰ কথাটো জনশ্ৰুতি ৰূপে মানুহৰ মাজত চলি আহিছিল; পিচে কেইপুৰুষমানৰ পিচত আমাৰ কবিয়ে পাই তাক পুথি কৰি থলে। ইপিনে পুথিত শিয়াল গোসাঁইৰ পৰিণতি উমানন্দ নামৰো উল্লেখ আছে। সেই গুণে অনুমান কৰিব পাৰি যে, উমানন্দৰ দিনতে এই পুথি লিখা হৈছে। উমানন্দৰ সময়ত ধৰ্ম্মপৰায়ণ প্ৰথমে ৰজা হয় বুলি লিখা আছে। কোছান বুৰঞ্জীমতে ধৰ্ম্মনাৰায়ণৰ নাম বলিত নাৰায়ণ আৰু গেইট চাহাবৰ বুৰঞ্জী অনুসাৰে তেওঁ ১৬১৬ খৃষ্টীয় শকত দৰহত অহম ৰজাৰ কৰতলীয়া ৰজা হয়। তেনেহলে আমাৰ এই পুথিও সেই সময়তে লিখাৰ সম্ভৱ। পুথিৰ বয়স প্ৰায় ৩০০ বছৰ।

**গুণাগুণ**—গল্প হিচাপে পুথি খনি নিচেই বেয়া নহলেও, কবিত্ব হিচাপত সি নিচেই তলৰ থাপৰ বুলি স্বীকাৰ কৰিব লাগিব। ওপৰত ঠায়ে ঠায়ে যি চানেকী টোকা দিয়া হৈছে, তাৰপৰাই পাঠকে দেখিছে যে লিখকৰ ভাষা আৰু ভাবৰ ওপৰত দখল সিমান ভাল নাছিল। অনুস্বাৰ বিসৰ্গ দিলেই যেনেকৈ সংস্কৃত নহয়, কেৱল শেহৰ আখৰ কেইটা মিলাই দিলেই সিও কবিতা নহয়। দুখৰ বিষয়, আজিলৈকে আমাৰ উঠি অহা কবিতা লিখকসকলৰ ভিতৰত এই সৰু কথাটো অনেকে বুজা নাই। কিন্তু পুথি-খনিত আন যিমান দোষ নাথাকক, তাত যে লিখকৰ বৰ্ণনা শক্তিৰ ভাল চানেকী আছে তাৰ অলপো ভুল নাই। আৰু, সেই গুণেই পুথিখনি অসমীয়া সাহিত্য ভড়ঁালৰ যোগ্য।

# শিয়াল গোসাঁইৰ পুথি

( সংশোধন )

প্ৰথম ভাগ 'উষাত' "অসমীয়া সাহিত্য,—শিয়াল গোসাঁইৰ পুথি" প্ৰবন্ধত কেইটামান ভুল হৈ গৈছে। সেই প্ৰবন্ধ লিখোঁতে আমাৰ হাতত পুথিৰ যি আৰ্হি আছিল তাত আগৰ আৰু গুৰিৰ পাত দুটা নাছিল বুলি উল্লেখ কৰা হৈছিল। এতিয়া আমি সেই পুথিৰ এখনি পুৰা আৰ্হি পাইছোঁ; তাৰপৰা আগেয়ে জানিব নোৱাৰা (১) গ্ৰন্থকাৰৰ নাম (২) তেওঁৰ জন্মস্থান আৰু (৩) পুথি লিখাৰ কাল জানিব পাৰি "উষাৰ" পাঠকসকলক উপহাৰ দিয়া হল। গ্ৰন্থকাৰে পুথিত এইদৰে নিজৰ চিনাকি দিছে—

আৰু কিছু কৃপা কৈলা বাকা দেৱী আই।
তাতে চাউল মাগি ফুঁৰো কবি গুণ গাই॥
ইটো দৰঙ্গৰ ৰাজ্যে গৃহ খানি ভৈলা।
গণিতা বিপ্ৰত হৰি জনমক দিলা॥
নাহিকয় একো শাস্ত্ৰ গণন পঢ়া।
স্বভাৱত শিশু দোষ ক্ষেমা সৰ্ব্বজন॥
মদ্ৰ মেনাৰাপ ৰাজা দৰঙ্গৰ পতি।
তান ৰাজ্যে ভিক্ষা মাগোঁ কবিতা সম্পত্তি॥
দৰঙ্গৰ মধ্যত আছে ছপৰা যে গ্ৰাম।
দখিনত ৰাজ আলি আছয় উত্তম॥
তাতে থাকি কবিৰাজ পাতেকী নিশ্চয়।
চাউল মাগিবাৰ জানো ইহেতু উপায়॥

পুথিৰ আন এঠাইত আছে—

সূৰ্য্যবিপ্ৰ কুলে জন্ম মই অধৰম।
দৰঙ্গৰ মধ্যে গ্ৰাম ছপৰাত ঘৰ॥
নামে কবিৰাজ কবি সুছন্দ সদাই।
চাউল মাগি ফুৰোঁ এহি কবিতা বৰ্ণাই॥

ওপৰত দিয়া টোকা দুটাৰ পৰা জানিব পাৰি যে, গ্ৰন্থকাৰৰ নাম 'কবিৰাজ' আছিল। আৰু তেওঁ জাতিত দৈৱজ্ঞ আছিল। তেওঁৰ ঘৰ ছপৰা মৌজাত আছিল আৰু তেওঁ দৰঙ্গৰ ৰজা মত্ৰনাৰায়ণৰ দিনত এই পুথি ৰচিছিল।

'দখিনত ৰাজ আলি আছয় উত্তম' এই কথা ফাঁকিৰপৰা অনুমান কৰিব পাৰি যে, ৰজাহাউলীৰপৰা ছপৰাৰ মাজেদি পাথৰুঘাটলৈ যোৱা আলিক বুজাইছে; সেয়ে হলে, আলিৰ উত্তৰে ছপৰা মৌজাৰ কবিকৰা বুলি যি গাওঁ আছে সেয়ে কবিৰ জন্ম স্থান হব পায়, আৰু তেওঁ সেই গাৱঁত থাকি কবিতা ৰচিছিল বাবেই সম্ভৱতঃ যেই গাৱঁৰ নাম 'কবিকৰা' হল। কবিৰ অৱস্থা ইমান বেয়া আছিল যে, তেওঁ ভিক্ষা কৰি জীৱন ধাৰণ কৰিব লগা হৈছিল। 'চাউল মাগি ফুৰো এই কবিতা বৰ্ণাই'—কবিয়ে কেনে উদাৰ ভাবেৰে নিজৰ অৱস্থা বৰ্ণনা কৰিছে! ইয়াৰপৰা, তেওঁ মগনীয়া হলেও, তেওঁৰ অন্তঃকৰণ কিমান উচ্চ আছিল তাক ভালকৈ বুজিব পাৰি। আমাক মগনীয়া কবিয়ে শিয়াল গোসাঁইৰ পুথিত বাজে আৰু কিবা পুথি এৰি থৈ গৈ:ছ নে, তাক আমি এতিয়াও জানিব পৰা নাই; কিন্তু এই পুথি তেওঁ নিচেই কম বয়সতে লিখা বুলি হয়; 'স্বভাৱতে শিশু' বুলি তেওঁ সেই কথাকে হে বুজাইছে যেন মনে ধৰে।

আমি এতিয়াও মত্ৰনাৰায়ণ ৰজাৰ দিন সঠিককৈ জানিব নোৱাৰাত পুথিখনিৰ লিখাৰ শক এতিয়াও থিৰ কৰিব পৰা নাই।

# চৈতন্য পটল

**বিবিধ বৈষ্ণৱী পথ**—আমাৰ দেশত শঙ্কৰী, মাধৱী, দামোদৰী, হৰিদেৱী আদি সম্প্ৰদায়বিলাকৰ লগতে চৈতন্যপন্থী বুলি এটি যে সৰু সম্প্ৰদায় আছে, তাক বোধকৰোঁ অনেকে জানে। এই সম্প্ৰদায় কেতিয়া কাৰদ্বাৰা এই দেশত প্ৰথমে স্থাপিত হল, তাক জানিবৰ নিমিত্তে আমাৰ বিশেষ আগ্ৰহ আছিল। ওপৰত নাম লিখা পুথিখনি আমাৰ হাতত পৰাত তাৰপৰা এই বিষয়ে কিছু নতুন তত্ত্ব জানিব পাৰিম বুলি বৰ আশা কৰিছিলোঁ, কিন্তু পুথিখনি আগ-গুৰি মাৰি পঢ়ি চাই তাৰপৰা যি জানিলোঁ আৰু শিকিলো, আশাৰ জোখাৰে ফল পোৱা বুলি ভাব নধৰিলে।

**পুথিৰ বৃত্তান্ত**—পুথিখনি আকাৰত নিচেই সৰু তুলাপতীয়া পাত দহোটা মান মাথোন। ভাষা অসমীয়া গদ্য, কিন্তু সেয়ে পুৰণিকলীয়া। আখৰবিলাক 'কাইথেলী' নহয় 'বামুণীয়া'; আৰু পুথিখনিত বৰ্ণাশুদ্ধি দোষ নাই বুলিলেও হয়। পুথিখন কামৰূপৰ হাজো দেৱালয়ৰ সেৱাইত এজনৰ ঘৰত পোৱা হৈছিল। পুথিখনৰ এক আধ্যাৰ পাচত 'সন্তনিৰ্ণয়' আৰু এঠাইত 'চৈতন্য-নিৰ্ণয়' ইত্যাদি নানা নাম দেখিবলৈ পোৱা হ'ল। গ্ৰন্থকাৰে পুথিখনৰ আৰম্ভণতে সংস্কৃতেৰে এইদৰে পাতনি কৰিছে।

> শ্ৰীচৈতন্য মহং বন্দে গৌৰ দেহমকল্মষম্।
> যদানুগ্ৰহমাত্ৰেন সুদুষ্টা শুচয়ো মতাঃ॥
> কথাৰূপং বালবোধ সাধুনাং নিৰ্ণয়ং শৃনু।
> যস্য স্মৰণ মাত্ৰেন ভবদুৰ্গো বিলঙ্ঘ্যতে॥

ইয়াত আকৌ 'সাধু নিৰ্ণয়' বুলি হে উল্লেখ কৰিছে। আমি কিন্তু ইয়াৰ 'চৈতন্য পটল' এই নামকে ৰাখিলোঁ; কিয়নো সৰ্ব্বসাধাৰণৰ মাজত এই নামেই অধিক প্ৰচলিত। পুথিৰ সামৰণিত আছে, "ইতি শ্ৰীকৃষ্ণ ভাৰতী সম্বাদে চৈতন্য পটলে অষ্টম পটলঃ।" ইয়াৰপৰা দেখা যায়, শ্ৰীকৃষ্ণ ভাৰতীয়েই পুথিখনৰ লিখক আছিল। কিন্তু তেওঁ ক'ৰ মানুহ আছিল, সেই বিষয়ে পুথিৰপৰা একোকে জানিব নোৱাৰি। পুথিখনিত শঙ্কৰদেৱৰ পুত্ৰ পুৰুষোত্তম ঠাকুৰৰ নাম উল্লেখ আছে, আৰু পুথিখনিৰ ভাষাও অতি পুৰণি,

এই কাৰণে আমাৰ অনুমানেৰে পুথিখনি শঙ্কৰদেৱৰ দিনতে লিখা হব পায়; নহলে তেওঁৰ অলপ দিনৰ পিচতে লিখা হব।

**বামুণীয়া হাত**—পুথিখনিৰ পাতনি সংস্কৃত, সামৰণি সংস্কৃত আৰু মাজতো অনেক সংস্কৃত উদ্ধৃত বচন আছে; সেই কাৰণে পুথিখন যে কোনো বামুণৰ লিখা তাক সহজে অনুমান কৰিব পাৰি। পুথিখনৰ লিখক শ্ৰীকৃষ্ণ ভাৰতী যদি হয়, তেনেহলে তেওঁ যে এজন বামুণ আছিল সেই বিষয়ে সন্দেহ কৰিবৰ একো কাৰণ নাই। পুথিখনি আদ্যোপান্ত পঢ়িলে ইয়াকে বুজিব পাৰি যে, পুথিখনৰ ঘাই উদ্দেশ্য হৈছে শঙ্কৰদেৱ, মাধৱদেৱ আৰু তেওঁবিলাকৰ মতক তুচ্ছ কৰি দেখুউৱা। এই দেশত প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্ম শঙ্কৰ আৰু মাধৱদেৱৰ প্ৰচাৰিত নহয়, চৈতন্যদেৱৰ প্ৰচাৰিতহে; শূদ্ৰৰ ধৰ্ম্ম শিক্ষা দিবৰ অধিকাৰ নাই; শঙ্কৰদেৱৰ লগত চৈতন্যই দেখাকে নকৰিলে, ইত্যাদি কথাবিলাক যে শঙ্কৰদেৱৰ বিপক্ষবাদীৰ কথা তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। শঙ্কৰদেৱে ধৰ্ম্ম প্ৰচাৰ কৰোঁতে প্ৰথমতে বামুণবিলাকে তেওঁৰ কিমান বিপক্ষতা আচৰণ কৰিছিল তাক বুৰঞ্জীৰ পাঠক মাত্ৰেই জানে। এই পুথিৰ অনেক ঠাইত শঙ্কৰ আৰু মাধৱদেৱক লঘু কৰিবৰ মনেৰে লিখা কথাৰ পাং পতা হৈছে; তাক আমি উচিত ঠাইত উনুকিয়াই দেখুৱাম আৰু সেইবিলাক কথাত তেওঁবিলাকৰ বিপক্ষবাদী বামুণবিলাকৰ হাত ফটফটীয়াকৈ দেখিবলৈ পোৱা যায়।

**পুথিৰ বিষয়**—প্ৰথমতে শঙ্কৰাচাৰ্য্য আৰু তেওঁৰ শিষ্যবিলাকৰ বিষয়ে উল্লেখ কৰি শ্ৰীচৈতন্য যে ঈশ্বৰ-অৱতাৰ তাক প্ৰমাণ কৰিব খুজিছে, আৰু বৈষ্ণৱ ধৰ্ম্মৰ তেৱেঁই ঘাই প্ৰচাৰক, আন-আন দেশৰ ধৰ্ম্মপ্ৰচাৰকবিলাক তেওঁৰ আজ্ঞাপৰ হে তাক দেখুৱাইছে। তাৰ পিচত ন-বিধ ভক্তিৰ বৰ্ণনা আৰু শুদ্ৰই ধৰ্ম্মপ্ৰচাৰ কৰা শাস্ত্ৰসম্মত নহয় তাক কোৱা হৈছে। তাৰ পিচত শ্ৰীচৈতন্যৰ কামৰূপ দৰ্শন আৰু কামৰূপত চৈতন্য প্ৰথাৰ প্ৰচাৰ আৰু শঙ্কৰদেৱৰ চৈতন্য দৰ্শনৰ নিমিত্তে উৰিষ্যা যাত্ৰা, দামোদৰ দেৱৰ বিষয়, অনন্ত কন্দলিৰ বিষয়, মাধৱদেৱৰ বৰপেটা সত্ৰৰ নামৰ বুৰঞ্জী এইবিলাক বিষয়ৰ উলেখ আছে। বিষয়বিলাকলৈ চালে পুথিখনি অতি লাগতিয়াল বিধৰ বুলি বোধ হয়।

**শঙ্কৰাচাৰ্য্য**—কাশী দেশত বিধবা ব্ৰাহ্মণীৰ গৰ্ভত শঙ্কৰাচাৰ্য্যৰ জন্ম হয়, আৰু তেওঁ দত্তাত্ৰেয় মুনিৰ * ওচৰত দীক্ষিত হৈ বৌদ্ধ ধৰ্ম্ম দূৰ কৰি আকৌ

* আমি এঠাইত পঢ়িছোঁ যে, শঙ্কৰাচাৰ্য্য কুমাৰিল ভট্টৰ শিষ্য আৰু কুমাৰিল ভট্ট কামৰূপৰ ব্ৰাহ্মণ আছিল।

হিন্দু ধৰ্ম্মস্থাপন কৰে। তেওঁৰ শিষ্য চাৰিজন ;—(১) মুণ্ডনাচাৰ্য্য, (২) সদানন্দ আচাৰ্য্য (৩) পদ্মচাৰ্য্য, আৰু (৪) উদ্ধৱাচাৰ্য্য। তেওঁ চাৰি মঠ আৰু দশ নাম স্থাপন কৰে। চাৰি মঠ—নন্দ, চৈতন্য, স্বপাচাৰ্য্য, প্ৰকাশচাৰ্য্য ; আৰু দশ নাম—পূৰ্ব্বে, তীৰ্থ, আশ্ৰম ; পশ্চিমে বন ; অৰণ্য ; উত্তৰে গীৰি, পৰ্ব্বত, সাগৰ ; দক্ষিণে সৰস্বতী, পুৰি, ভাৰতী।

**চৈতন্য ঈশ্বৰ-অৱতাৰ**—"চৈতন্য অৱতাৰ পুৰাণে প্ৰমাণ, কৰ্ম্মতো প্ৰমাণ" এইদৰে লিখি তাক ভবিষ্যত পুৰাণ, নাৰদপুৰাণ ; পদ্ম পুৰাণ, বায়ু পুৰাণ, কূৰ্ম্ম পুৰাণ আৰু দেৱী পুৰাণৰপৰা শ্লোক উদ্ধাৰ কৰি প্ৰমাণ কৰিব খুজিছে। তাৰ পাচত তেওঁৰ জীৱনৰ কিছুমান অলৌকিক ঘটনাৰ উল্লেখ কৰিছে। ১ম, তেওঁ জন্মগ্ৰহণ কৰি তিন দিন মাকৰ পিয়াহ নোখোৱাকৈ আছিল। মাকে তাতে বৰকৈ বেজাৰ কৰা দেখি, সপোনত কলে যে, তেওঁৰ মাক অভকতীয়া ; অদ্বৈতাচাৰ্য্যৰ ওচৰলৈ গৈ তিনি নাম শিক্ষা কৰিলেহে পিয়াহ খাব। ২য়, "একাবৰ পাচ্ছসক" আদি অনেকে তেওঁৰ চতুৰ্ভুজ মূৰ্ত্তি দেখিছে।

**চৈতন্যদেৱ বৈষ্ণৱ ধৰ্ম্মৰ ঘাই প্ৰচাৰক**—এই বিষয়ে পুথিত এইদৰে লিখা আছে—"বাৰানসীৰ পূৰ্ব্বদেশসকলত ধৰ্ম্মকৰ্ম্ম নামৰ নিৰ্ণয় আগে চৈতন্যে প্ৰৱৰ্ত্তাইছে ; পাচে তান প্ৰবৰ্ত্তনী মহাসকলে ধৰিল। ধৰ্ম্ম—একশৰণ, কৰ্ম্ম —ভগৱৎ গুণক শ্ৰৱণ, কীৰ্ত্তন স্তুৰ ; নাম—তিনি নাম, চাৰিনাম, অষ্টনাম, ষোড়শ নাম, এক নাম, অৰ্দ্ধনাম ; এই সবে চৈতন্যৰ নিৰ্ণয় সৰ্ব্বশাস্ত্ৰসম্মত। চৈতন্যৰ আজ্ঞায়ে বাৰানসীৰ পশ্চিমে ৰামানন্দে ধৰ্ম্মে-কৰ্ম্মে নামৰ নিৰ্ণয় কৰি লোক প্ৰবৰ্ত্তালে ; সাধুসেৱা-কৰ্ম্ম, মানস পূজা-ধৰ্ম্ম, এক নাম, দুই নাম, অৰ্দ্ধনাম, ৰামতাৰক মন্ত্ৰ—( নাম )। এই ৰামানন্দ প্ৰৱৰ্ত্তনি। উত্তৰে মাধৱাচাৰ্য্য ; তান প্ৰৱৰ্ত্তনি শুনা, নাৰায়ণ নাম, প্ৰণৱ, দুই অক্ষৰ নাম ; ধৰ্ম্ম ঈশ্বৰ পূজা, কৰ্ম্ম—তীথাটন। দক্ষিণে বিষ্ণুশ্যামৰ প্ৰৱৰ্ত্তনি অগকৃষ্ণৰ নাম, মন্ত্ৰ ; আত্ম পৰিচয়, গুৰু পৰিচয়, যাত্ৰা-মহোৎসৱ, কৰ্ম্ম ; সংকীৰ্ত্তন, ধৰ্ম্ম।" পাঠকে **অৱশ্যে মন কৰিছে, ইয়াৰ ভিতৰত শঙ্কৰদেৱৰ নামৰ গুংসূত্ৰই নাই। যিজনে এই দেশত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিবৰ নিমিত্তে দেশ ভূঁই, ধন-সম্পত্তি সকলো বিসৰ্জ্জন কৰিলে ; তেওঁৰ নাম নেদেখি পাঠকসকলে আচৰিত মানিব পাৰে ; কিন্তু পুথিখনি লিখাৰ উদ্দেশ্যলৈ চাই, ইয়াত তেওঁৰ নাম নথকা একো আচৰিত হব লগা কথা নহয়।**

**ন-বিধ ভক্তি**—পুথি খনত ন-বিধ ভক্তিৰ বিষয়ে এইদৰে উল্লেখ

কৰিছে—"শৰণ, ভজন, ভক্তি, শ্ৰৱণ, স্মৰণ, অধ্যাসন, শীল, শিক্ষা, স্বভাৱ, এই নৱ প্ৰকাৰ ভক্তিৰ আশ্ৰয়।" গ্ৰন্থকাৰে ন-বিধ ভক্তিৰ উল্লেখ কৰি, প্ৰত্যেক বিধৰ উত্তম, মধ্যম প্ৰাকৃত অনুসাৰে সংস্কৃতত লক্ষণবিলাক বৰ্ণনা কৰিছে। কথাখিনি জানিবলগীয়া হলেও অনেক ঠাই লাগিব দেখি ইয়াত দিয়া নহল। প্ৰহ্লাদ চৰিত্ৰত শঙ্কৰদেৱে ন-বিধ ভক্তিৰ কথা এইদৰে লিখিছে—

শ্ৰৱণ কীৰ্ত্তন স্মৰণ বিষ্ণুৰ
অৰ্চ্চন পদ-সেৱন।
দাস্য সখীত্ব বন্দন-বিষ্ণুত
কৰিব দেহা অৰ্পণ।
নৱবিধ ভক্তি বিষ্ণুত আচৰে
সেহিসে পাঠ উত্তম।

পুথি খনত ন-বিধ ভক্তিৰ লক্ষণ সংস্কৃত শ্লোক উদ্ধৃত কৰি দেখুৱাৰ মানে বোধ কৰোঁ ইয়াকে বুজোৱা যে, এইবিলাক শঙ্কৰদেৱৰ মত নহয়, বৈষ্ণৱ শাস্ত্ৰৰ মত, আৰু তাক শ্ৰীচৈতন্যদেৱে প্ৰথমে জনসাধাৰণৰ আগলৈ আনিছে; শঙ্কৰদেৱে চৈতন্যদেৱৰপৰা হে ধাৰ কৰিছে।

শূদ্ৰৰ ধৰ্ম্মশাস্ত্ৰত অধিকাৰ নাই আৰু শূদ্ৰই ধৰ্ম্ম শিক্ষা দিব নেপায়, ইয়াক প্ৰমাণ কৰিবলৈ গ্ৰন্থকাৰে ভবিষ্যত পুৰাণকে আদি কৰি কেইবা ঠাইৰো পৰা মত উদ্ধাৰ কৰিছে; যেনে—

শূদ্ৰশিক্ষাং নগৃহীয়াৎ শূদ্ৰাদীক্ষাং তথৈবচ
কৃতেচ নৰকং যাতি পিতৃপিতামহৈঃ সহ।
শূদ্ৰাৎ পুৰাণ শ্ৰৱণং নিৰ্ম্মাল্য গ্ৰহণস্তথা
ইহলোকে ভবেৎ ৰোগী, পৰত্ৰ নৰকং ব্ৰজেৎ।—ইত্যাদি।

গ্ৰন্থকাৰৰ উদ্দেশ্য ভালেক হওক বা বেয়াই হওক, তেওঁ যে এজন শাস্ত্ৰজ্ঞ পণ্ডিত আছিল তাৰ কোনো ভুল নাই, আৰু নিৰপেক্ষ ভাৱে বিচাৰ কৰি চাবলৈ হলে গ্ৰন্থকাৰক সিমান দোষো দিব নোৱাৰি। ভাৰতবৰ্ষৰ সকলো ঠাইতে ধৰ্ম্মশিক্ষা বামুণবিলাকৰ পুৰুষানুক্ৰমিক এৰনীয়া ব্যৱসায় আছিল; তেনে স্থলত এজন শূদিৰে হঠাৎ সেই ব্যৱসায় কাঢ়ি নিবলৈ কাৰবাৰ কৰা দেখি বামুণবিলাকে যে জাঙ্গুল যাই উঠিব, সি একো আচৰিত হব লগা

কথা নহয়। শঙ্কৰদেৱতকৈ কম প্ৰতিভাশালীলোকে তেনে কামত হাত দিয়া হলে আৰু মাধৱদেৱৰ নিচিনা সহায়কাৰী লগত নথকা হলে, কেতিয়াও কৃতকাৰ্য্য হব নোৱাৰিলেহেঁতেন। বিশেষতঃ আমাৰ দেশত বামুণৰ প্ৰতিপত্তি ভাৰতবৰ্ষৰ আন দেশৰ লগত তুলনা কৰিলে নিতান্ত কম, শঙ্কৰদেৱৰ ধৰ্ম্ম শিক্ষাই যে শেহত জয়লাভ কৰিলে সিও এটা তাৰ প্ৰধান কাৰণ।

**চৈতন্যৰ কামৰূপ দৰ্শন**—শ্ৰীচৈতন্য কামৰূপলৈ অহা বিষয়ে পুথিখনিত এইদৰে লিখিছে,—"মহাপ্ৰভু কামৰূপে আহি মাধৱ-দৰ্শন কৰিলে; বৰাহকুণ্ডৰ উপৰে শিলৰ ঘোপাত ৰহিল। পাচে ৰত্নেশ্বৰ ব্ৰাহ্মণক শৰণ কৰায়া মাধৱৰ ঠাই ভাগৱত কইবাক আজ্ঞা দিল, তান নাম ৰত্ন পাঠক দিলা। আৰু মাগুৰি গ্ৰামৰ কণ্ঠভূষণক দীক্ষাশিক্ষা দিয়া ভাগৱত পাঠ কৰিবাক আজ্ঞা দিলা আৰু কণ্ঠহাৰ কন্দলিক কৃপা কৰ বুলিলা আক কণ্ঠভূষণক নাম ধৰ্ম্ম দিয়া বুলিল, তোমৰা পাঠ পূজা কৰি প্ৰীতিয়ে থাকিবা। এহি আজ্ঞা দিয়া মহাপ্ৰভু জগন্নাথক যায়া মঠৰ ভিতৰে যোগাসন কৰি ৰহিল।"

এই কথাটো কিমান সঁচা তাক কোৱা টান। বঙ্গলা ভাষাত শ্ৰীচৈতন্যৰ যি কেইখন চৰিত্ৰ আছে তাত তেওঁ কামৰূপলৈ অহা বিষয়ে কোনো উল্লেখ নাই; অথচ কামৰূপত প্ৰচলিত জন-প্ৰবাদে এই পুথিৰ কথা সমৰ্থন কৰে। হাজোৰ ৺মাধৱ দেৱালয়ৰ ওচৰত থকা বৰাহ কুণ্ডৰ ওপৰত যি এটা শিলৰ গুহা আছে তাত কিছুদিন শ্ৰীচৈতন্য বাস কৰিছিল বুলি হাজোৰ মানুহৰ দৃঢ় বিশ্বাস আৰু সেই গুহাক এতিয়াও মানুহে "চৈতন্য যোপা" বোলে। আৰু, মাধৱ দেৱালয়ত খটখটিৰ নামনিত দোমঠাৰ ওচৰত থকা এচটা শিলত কমণ্ডলু, আম আৰু ফল এক আখিৰ অস্পষ্ট চিন আছে; তাক বুঢ়ালোকে চৈতন্যদেৱৰ সঁজুলিৰ চিন বুলি এতিয়াও আঙ্গুলিয়ায়, আৰু শিলৰ ওপৰত যি ঠাইত চৈতন্যই কঠ পাৰি ৰহিছিল তাত কঠৰ চিন আজিলৈকে আছে বুলি বহুত মানুহে বিশ্বাস কৰে।

আমাৰ দেশত 'চৈতন্যপন্থী' সম্প্ৰদায়ৰ আৱিৰ্ভাৱ, এই পুথিৰ কথা আৰু জনশ্ৰুতি বিশ্বাস কৰিলে, সহজে বুজিব পাৰি। কিন্তু চৈতন্য-চৰিতত এই ঘটনাৰ উল্লেখ নথকাত অকল এই পুথিখন বা জনশ্ৰুতিৰ ওপৰতে নিৰ্ভৰ কৰি ইমান এটা গুৰুতৰ কথা সচাঁ বুলি প্ৰচাৰ কৰা কিমান যুক্তিসঙ্গত তাক পাঠকসকলে ভাবি চাব। এই পুথিখনৰ যেতিয়া প্ৰকাণ্ড অভিপ্ৰায় হৈছে আসাম দেশত প্ৰচলিত বৈষ্ণৱ ধৰ্ম্ম শ্ৰীচৈতন্যৰ প্ৰচাৰিত বুলি

প্ৰমাণ কৰা, তেনে স্থলত ইয়াত লিখা কথা এটাক নিৰপেক্ষ সত্য বুলি ধৰা ঠিক নহয়।

**চৈতন্যপন্থীৰ প্ৰৱৰ্ত্তন**—কামৰূপত চৈতন্যৰ পথ কেনেকৈ প্ৰৱৰ্ত্তন হল, পুথিত এইদৰে লিখিছে।

"কামৰূপ দেশত যে মতে শ্ৰীচৈতন্য গোসাঞীৰ প্ৰৱৰ্ত্তনি সম্প্ৰদায় ঈশ্বৰ ভক্তি, শৰণ, ভজন হৰিৰ নাম, ভাগৱত গীতা, যতেক মহোৎসৱ তাক কহি। এই কামৰূপ দেশ পূৰ্ব্বে জঙ্গলা আছিল। মাধৱৰ থানে মঠ নাছিল। কিন্তু মালী, তেলী, কুমাৰ-চমাৰ দুই চাৰি ঘৰ কোছ কছাৰি আছিল। ব্ৰাহ্মণ সজ্জন বিশেষ নাছিল। পাচে নৰনাৰায়ণ ও চিলাৰাই দুই ভাই কামৰূপে ৰাজা হৈল। মাধৱৰ ঠাই মঠ বান্ধিল। পাচে কামৰূপক উত্তম দেশ দেখি বৌটা টেমনি, নাৰায়ণপুৰ, বনিয়া, ব্ৰহ্মপুৰ, বৰদোৱা এইসকল ব্ৰাহ্মণ, কায়স্থ, কুলিন, তাঁতী, যুগী, সকলক আনি কামৰূপে বসতি কৰিল।" এই খিনিলৈকে আমাৰ কবলগীয়া একো নাই; প্ৰকৃত পক্ষেও এইবিলাক কথা বুৰঞ্জী মতে সঁচা। কিন্তু চৈতন্যদেৱে ৺মাধৱ দৰ্শন কৰিবলৈ আহোঁতে হে বোলে শ্ৰীমদ্ভাগৱত এই দেশলৈ আনিছিল; তাৰ আগেয়ে এই দেশত ভাগৱতৰ নাম কোনেও নেজানিছিল, এই কথা যে সম্পূৰ্ণ মিছা তাক প্ৰমাণ কৰিবৰ একো সকাম নাই। পুথিমতে, শঙ্কৰদেৱ, দামোদৰদেৱ, কণ্ঠভূষণ আৰু ৰামৰাম গুৰুৱে একে লগে থাকি শ্ৰীচৈতন্যই দিয়া শৰণ, ভজনৰ পুথি দেখুৱাই দুই চাৰি জনক হৰিৰ নাম দিছিল। কাজেই গ্ৰন্থকাৰৰ অভিপ্ৰায় হৈছে ইয়াকে প্ৰমাণ কৰা যে, অসমত প্ৰচলিত বৈষ্ণৱ ধৰ্ম্মৰ আদি সম্প্ৰদায় হৈছে চৈতন্যপন্থী; আনবিলাক সম্প্ৰদায় তাৰ ঠাল-ঠেঙ্গুলি মাথোন।

**শঙ্কৰদেৱৰ উৰিষ্যা যাত্ৰা**—হাজোত বস্ত্ৰ পাঠ কৰ মুখত শ্ৰীচৈতন্য জগন্নাথ ক্ষেত্ৰলৈ যোৱা শুনি শঙ্কৰদেৱে ৰাম ৰাম গুৰুক লগত লৈ গঙ্গা স্নান কৰিবৰ নিমিত্তে আৰু চৈতন্যক দেখা কৰিবৰ মানসে, পশ্চিমলৈ যাত্ৰা কৰিলে। গঙ্গা স্নান কৰি জগন্নাথ ক্ষেত্ৰলৈ গৈ তেওঁ প্ৰথমতে চৈতন্যদেৱৰ লগৰীয়া ব্ৰহ্মহৰি দাসক লগ পায়। তেওঁ ব্ৰহ্মহৰি দাসৰ আগত চৈতন্যৰ লগত দৰ্শন কৰিবৰ অভিপ্ৰায় জনালে। কিন্তু ব্ৰহ্মহৰি দাসে সেই কথা চৈতন্যক জনালত চৈতন্যই শূদ্ৰক দেখা নিদিওঁ বুলি কলে। যি চৈতন্যদেৱে মুছলমানকে দলত ভুক্ত কৰিছিল, সেই চৈতন্যদেৱে শূদ্ৰক দেখা কৰিবলৈ অস্বীকাৰ কৰা কিমান সঁচা হব পাৰে তাক পাঠকে এবাৰ ভাবি চাব। গ্ৰন্থকাৰে শঙ্কৰক তুচ্ছ

কৰিবৰ নিমিত্তেই যে এই কথা লিখিছে তাৰ সন্দেহ নাই। সি যি কি নহওক, হৰিদাসে তেওঁক এই বুলি বুদ্ধি দিলে যে, তোমালোকে কীৰ্ত্তন পাতা; সংকীৰ্ত্তন শুনিলে চৈতন্য আপুনি ওলাই আহিব। সেই উপদেশ মতে ৰামৰাম গুৰু আৰু শঙ্কৰদেৱে সংকীৰ্ত্তন পাতিলে। কীৰ্ত্তনৰ ধ্বনি শুনি চৈতন্য অলপমান বেলি মঠৰপৰা ওলাই আহি নৃত্য কৰি আকৌ মঠৰ ভিতৰত সোমাই যোগত বহিল; শঙ্কৰদেৱে সেই কথাৰ তত্‌কে ধৰিব নোৱাৰিলে। হৰিদাসে সেই কথা শুনি কলে যে, চাৰিদণ্ড ৰাতি থকাত মহাপ্ৰভু সাগৰত স্নান কৰিবলৈ যায়। তোমালোকে মঠৰ দুৱাৰ-মুখতে বহি থাকিলে চৈতন্যক দৰ্শন পাবা। শঙ্কৰদেৱে ৰামৰাম গুৰুৱে সৈতে গোটেই ৰাতি মঠৰ দুৱাৰ-মুখতে বহি থাকিল। আৰু চৈতন্যই স্নান কৰিবলৈ ওলাই যাওঁতে দেখপালে কিন্তু একো কথাবাৰ্ত্তা হব নোৱাৰিলে। ইমান প্ৰবন্ধ কৰিও চৈতন্যৰ লগত কথাবাৰ্ত্তা হবলৈ নেপাই শঙ্কৰদেৱে মনত বৰ দুখ পালে। পিচত শঙ্কৰদেৱে হৰিদাসৰ দ্বাৰাই চৈতন্যদেৱক সোধালে যে "কলিত ভক্তি কাহাত বহিব;" চৈতন্যদেৱে মুখেৰে একো নকৈ তেওঁৰ কমণ্ডলুৰ পানী দুৱাৰ-দলিত ঢালি দেখালে। হৰিদাসে শঙ্কৰদেৱক তাৰ অৰ্থ এইদৰে বুজাই দিলে যে, "উচ্চত জল ঢালিলে নীচত হে বহে। ভক্তি ও প্ৰেমৰস হীনত ৰয়; দাম্ভিক মানীৰ ঠাই নাৰহে।" চৈতন্যদেৱে শৰণ ভজন নামৰ পুথি দেৱ দামোদৰৰ নিমিত্তে ৰামৰাম শৰ্ম্মাৰ হাতত দিলে আৰু নাম-মালিকাৰ সাত শ শ্লোকৰ পুথি শঙ্কৰক দিবলৈ কৈ কলে যে, এই পুথি সেই দেশত প্ৰচাৰ কৰক; আৰু কলে যে শঙ্কৰে কণ্ঠভূষণৰ মুখে ভাগৱত শুনি ভাগৱতৰ কথা কৰিব। শঙ্কৰদেৱে জগন্নাথৰ প্ৰসাদ ভক্ষণ কৰি কামৰূপলৈ ঘূৰি আহিল আৰু কণ্ঠভূষণক মাগুৰি গ্ৰামৰপৰা অনাই তেওঁৰ মুখে ভাগৱতৰ ব্যাখ্যা শুনি তাৰ পদ কৰিলে।

এইবিলাক কথা যে শঙ্কৰদেৱেক তুচ্ছ প্ৰমাণ কৰিবৰ নিমিত্তে লিখা হৈছিল তাক সহজে বুজিব পাৰি। এইবিলাক কথাৰ অনেক অংশ যে বুৰঞ্জীৰ মতে মিছা তাক বহলাই আলোচনা কৰাৰ কোনো আৱশ্যক নাই। গ্ৰন্থকাৰে চৈতন্যদেৱৰ গৌৰৱ বঢ়াবলৈ যাওঁতে যে তেওঁৰ চৰিত্ৰত কলঙ্ক আৰোপ কৰিছে তাক বোধ কৰোঁ তেওঁ বুজিবপৰা নাই।

**দামোদৰদেৱ**—পুথিখনিত দামোদৰদেৱৰ বিষয়ে এইদৰে লিখা আছে :— "শ্ৰীদামোদৰদেৱ, ৰামৰাম ঠাকুৰ, শঙ্কৰদাস, মাধৱদাস এই চাৰি 'মোহন্ত' পাটবাউসীৰ সত্ৰত আছিল। শ্ৰীভগবানদেৱ, শ্ৰীগোপাল মিশ্ৰ, শ্ৰীপাঠক চন্দ্ৰ,

শ্ৰীকৃষ্ণদেৱ, শ্ৰীকবিৰত্ন, শ্ৰীবলোৰাম, শ্ৰীনৰসিংহ, শ্ৰীযদুদাস, শ্ৰীকমলাকান্ত, শ্ৰীগোবিন্দদেৱ, শ্ৰীপৰমানন্দ, শ্ৰীৰঘুনাথ, শ্ৰীবনমালী দাস, শ্ৰীগোবৰ্দ্ধন এই সকলকে আদি কৰি অনেকে দামোদৰদেৱৰ ওচৰত দীক্ষা লৈ তেওঁৰ আজ্ঞা-মতে প্ৰৱৰ্ত্তিছিল। এওঁবিলাকৰ ভিতৰত সন্তদেৱ, হৰিদেৱ, বংশীগোপাল, ৰামদাস, যাদবেন্দ্ৰ সন্ন্যাসী, অনন্ত কন্দলি, নিত্যানন্দৰ সেৱক। এওঁবিলাকে মুকুন্দৰাম ব্ৰহ্মচাৰীৰ ওচৰত দীক্ষা লৈ মানুহক শৰণ দিছিল। দামোদৰদেৱৰ সম্প্ৰদায়ৰ লগত এওঁবিলাকৰ শিষ্যৰ বাদ-বিসম্বাদ হবলৈ ধৰিলে। হৰিদেৱে আৰু সন্তদেৱে চৈতন্যৰ মত প্ৰবৰ্ত্তাব খোজাত দামোদৰদেৱৰ শিষ্যে তাত ব্যাঘাত জন্মোৱাত তেওঁবিলাক দুয়ো পাটবাউসীলৈ আহি দামোদৰদেৱৰ আগত আপত্তি কৰিলে। দামোদৰদেৱে তেওঁবিলাকৰ আপত্তি শুনি কলে যে, চৈতন্যদেৱে আমাক আজ্ঞা কৰিছে, ব্ৰাহ্মণক প্ৰণাম পূৰ্ব্বক চাৰি নাম দিবা, আৰু শূদ্ৰাদিক তিনি বা দুই নাম দিবা। দামোদৰদেৱৰ এই কথাত সকলোৱে সম্মত হল আৰু তেতিয়াৰপৰা হৰিদেৱে আৰু সন্তদেৱে তিনি নামকে সাৰ কৰি ললে। দামোদৰদেৱে আৰু কলে যে, যি নিতে একলক্ষ-নাম জপ কৰিব সিহে মানুহক শিচ ভজাব পাৰিব।"

**অনন্ত কন্দলি**—অনন্ত কন্দলি মুকুন্দৰাম ব্ৰহ্মচাৰীৰ শিষ্য। কিন্তু তেওঁলোকক শৰণ নভজাই যোগ অভ্যাস কৰি থাকিল। পিচে, মণিকূটত মূৰ্দ্ধাস্ফুট হৈ প্ৰাণ ত্যাগ কৰোঁ বুলি বায়ু ধাৰণ কৰিলে, কিন্তু প্ৰাণ-বায়ুক মূৰলৈ নিব নোৱাৰি পেট ফাটি মণিকূটতে প্ৰাণত্যাগ কৰিলে। অনন্ত কন্দলিৰ গুৰু মুকুন্দৰাম ব্ৰহ্মচাৰীয়ে কামাখ্যা দৰ্শন কৰি পূৱ দেশলৈ গ'ল। তাতে কিছুদিন আছিল; পিচে অসম ৰজাই দোষ পাই তেওঁক কাটি পেলালে। এনে প্ৰবাদ আছে যে ব্ৰহ্মচাৰীৰ গাৰপৰা গাখীৰৰ বৰণীয়া বগা-তেজ বাজ হৈছিল। সেই সময়ত দেশত এটা ডাঙ্গৰ ভূঁইকঁপ হৈ ৭ দিন ৭ ৰাতি আছিল।

**মাধৱদেৱ**—পুথিখনত অকল যে শঙ্কৰদেৱকে লাঘৱ কৰিছে এনে নহয়, তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱকো যিমান পাৰিছে তিমান নিন্দা কৰিছে। শঙ্কৰদেৱৰ লগত মাধৱদেৱৰ প্ৰথম দৰ্শন সম্বন্ধে যি লিখিছে, সি আন পুথিত লিখাৰ লগত মিলে; আৰু সেই সম্বন্ধে আমাৰ একো কবলগীয়া নাই। মাধৱদেৱে শঙ্কৰদেৱৰ লগত তৰ্কযুদ্ধত পৰাজিত হলত, শঙ্কৰদেৱৰ ওচৰত শৰণ লবৰ অভিপ্ৰায় প্ৰকাশ কৰিলে। শঙ্কৰদেৱে উত্তৰ দিলে যে, তেওঁ শূদ্ৰ

বাবে শ্রীচৈতন্যদেৱে তেওঁক শৰণ দিবলৈ বাধা কৰিছে, এতেকে মাধৱদেৱে ৰামৰাম গুৰুৰ ওচৰত বা দামোদৰদেৱৰ ওচৰত শৰণ লোৱা উচিত। মাধৱ-দেৱে ৰামৰাম গুৰুক যাজক ব্ৰাহ্মণ বাবে আৰু দামোদৰদেৱ বঙ্গালী বাবে, তেওঁবিলাক দুজনৰ ওচৰত দীক্ষিত হবলৈ সন্মত নহল, আৰু কলে বোলে মোক কাৰো উপদেশ নেলাগে; আপোনাক সেৱা কৰি থাকিম। শঙ্কৰদেৱে শ্ৰীচৈতন্যদেৱে তেওঁক দিয়া নাম মালিকা পুথিখন মাধৱক দি কলে যে, তুমি এই শ্লোকবিলাক অসমীয়া ভাষাত ভাঙ্গি ঘোষা কৰা। পুথিখনত সাত শ শ্লোক আছিল। মাধৱে সাত শ শ্লোকৰ ঘোষা কৰি ভবানীপুৰীয়া গোপালক দিলে, আৰু তেওঁ শ্রীৰামক দিলে। শ্রীৰামে তিনিশ ঘোষা খোহা দি 'হাজাৰী ঘোষা' কৰিলে। সেই তিনিশ ঘোষাৰ মূল নাই। মাধৱে আন গুৰু নলৈ ঘোষা পুথিক গুৰু মানিলে। শঙ্কৰদেৱৰ পৰকাল হবৰ সময়ত তেওঁ মাধৱদেৱক মাতি আনি কলে বোলে মোৰ পুত্ৰ পুৰুষোত্তম নাবালক; এতেকে মোৰ দেৱমালা আৰু ধৰ্ম্মৰ পুথি তোমাক সঁপিলোঁ; পুৰুষোত্তম ডাঙৰ হলে তাক এই বস্তু দি কবা যে শ্ৰীচৈতন্যদেৱে শূদ্ৰক গুৰু হবলৈ মানা কৰিছে, সেই গুণে সি যেন গুৰুৰ ভাৰ নলয়। মাধৱে শঙ্কৰদেৱৰ প্ৰেতকাৰ্য্য শেষ কৰিলে। শঙ্কৰদেৱে পুৰুষোত্তমক দিবলৈ তেওঁৰ হাতত যি বস্তু দিছিল তাক তেওঁ গোপন কৰি থলে; আৰু মানুহৰ আগত প্ৰকাশ কৰিলে যে, তেওঁক সৎপাত্ৰ দেখি শঙ্কৰদেৱে নিজ ধৰ্ম্ম তেওঁতে থাপিলে। যি মানুহে তেওঁৰ ওচৰত শৰণ লবলৈ আহে, তাক পুথিতে শৰণ লগায়, আৰু কয় বোলে কলিত গতি দিব পাৰে এনে গুৰু বিৰল; সেই গুণে গুৰুত শৰণ নললেও হয়। তেওঁ কৰা ঘোষা পুথিখনৰ মূল যে শ্ৰীচৈতন্যৰপৰা পাইছিল তাকো কাৰো আগত প্ৰকাশ নকৰে।

মাধৱদেৱৰ নিচিনা পৰম ঐকান্তিক ভকতৰ ওপৰত এনেবিলাক মত প্ৰকাশ কৰাত গ্ৰন্থকাৰৰ অভিপ্ৰায় কি আছিল তাক আৰু পাঠকক বিবৰি কবৰ সকাম নাই।

**বৰপেটা**—বৰপেটা মহাপুৰুষীয়া ধৰ্ম্মৰ এখনি পৱিত্ৰ থান। সেই থানৰ উৎপত্তি সম্বন্ধে আমাৰ গ্ৰন্থকাৰে যি মত প্ৰকাশ কৰিছে তাৰ সঁচা-মিছা সম্বন্ধে বিশেষকৈ কোৱাৰ একো আৱশ্যক নাই। কিন্তু কথাটো হাঁহি উঠা দেখি পাঠকসকলৰ অৱগতিৰ নিমিত্তে দিয়া হল। পুথিখনত সেই বিষয়ে এইদৰে লিখা আছে;—পাটবাউসীৰ উত্তৰে চাউলখোৱা নদীৰ তীৰত ভাল

**জল-থল** দেখি মাধৱদেৱে তাতে সত্ৰ পাতিবৰ মন কৰিলে। যি ডোখৰ মাটি তেওঁ সত্ৰৰ নিমিত্তে মনোনীত কৰিলে, সি বৰপেটা নামে গৰীয়া এটাৰ আছিল। মাধৱদেৱে তাক মাটিখিনি খোজাত সি দিবলৈ গাত ললে, কিন্তু মূল্যৰ বাবে তাৰ এটা কথা ৰাখিবলৈ মাধৱদেৱক অঙ্গীকাৰ কৰালে। সি পিচত কলে যে, থানৰ নাম তাৰ নামে ৰাখিব লাগে। মাধৱদেৱে ইচ্ছা নথকাতো অঙ্গীকাৰত বদ্ধ হৈ মুছলমান এটাৰ নামেৰে থানৰ নাম ৰাখিলে।

**উপসংহাৰ**—এই পুথিখনিত শঙ্কৰ-মাধৱদেৱৰ প্ৰচাৰিত ধৰ্ম্মক চৈতন্যদেৱৰ প্ৰচাৰিত বুলি কোৱা স্বত্বেও সেই কথা কোনেও বিশ্বাস নকৰে; কিয়নো এই বিষয়ে আজিলৈকে শেষ সিদ্ধান্ত এতিয়াও হোৱা নাই। পুথিখনত কথা-বিলাক যেনেভাৱে লিখিছে তাক পঢ়ি কোনেও নিৰপেক্ষভাৱে লিখিছে বুলি কব নোৱাৰে। এইবিলাক দোষ থকা স্বত্বেও পুথিখনৰ মূল্য নাই বুলিব নোৱাৰি; কিয়নো, শঙ্কৰ আৰু মাধৱদেৱক সেই সময়ৰ ব্ৰাহ্মণবিলাকে কেনেকৈ বিদ্বেষ কৰিছিল, এই সকু পুথিখনি তাৰ এখন ফট্‌ফটীয়া বুৰঞ্জী, আৰু সেই কাৰণেই পুথিখনি মূল্যবান আৰু অসমীয়া সাহিত্য ভঁড়ালত ঠাই পাবলগীয়া। পুথিখন কোনোবাই প্ৰকাশ কৰিলে, তেওঁ সকলোৰে ধন্যবাদৰ পাত্ৰ হব।

# ৰুদ্ৰসিংহ আৰু শিৱসিংহ স্বৰ্গদেৱৰ গীত

( ১ )

অনেক শিক্ষিত আৰু চিন্তাশীল অসমীয়া মানুহক এই বুলি বেজাৰ কৰা শুনা যায় যে অসমীয়া মানুহ, আন আন বিষয়ত অলপ উন্নত হলেও, সঙ্গীত বিষয়ত নিচেই পিচ পৰা। অসমীয়া ল'ৰাই বিলাতলৈ গৈ চিভিল চাৰ্ভিচ পৰীক্ষা পাচ কৰিব পাৰে, বেৰিষ্টাৰি পাচ কৰিব পাৰে, কলিকতা বিশ্ববিদ্যালয়ত সকলো জাতিৰ ল'ৰাক চেৰ পেলাই প্ৰথম হৈ পাচ হব পাৰে, অসমীয়া ছোৱালীও বেথুন কলেজত অতি সুখ্যাতিৰে পাচ হব পাৰে, কেৱল অসমীয়া ল'ৰা-ছোৱালীয়ে সঙ্গীত বিদ্যাত পাৰ্গত হব নোৱাৰে। এই কথাটো এবাৰ দকৈ ভাবি চাব লগীয়া নহয়নে? ল'ৰা-ছোৱালীক পঢ়িবলৈ নিদি 'আমাৰ ল'ৰা-ছোৱালীয়ে লিখা-পঢ়া শিকিব নোৱাৰে' বুলি সিদ্ধান্ত কৰি বহি থকা যেনে, ল'ৰা-ছোৱালীক সঙ্গীত বিদ্যা শিক্ষা নিদি, সিহঁতৰ গাত সেই দোষ দিয়াও তেনে কথাই নহয়নে? আজিকালি আমাৰ দেশত সঙ্গীতৰ চৰ্চ্চা নিচেই কম, সেই গুণে আমাৰ ল'ৰা-ছোৱালীবিলাকে সঙ্গীত বিদ্যাত বিশেষ পাৰ্গতালি লাভ কৰিব নোৱাৰা একো আচৰিত কথা নহয়। অসমীয়া ল'ৰা-ছোৱালীয়ে আন আন বিষয়ত যেনেকৈ নিজৰ পাৰ্গতালি দেখুৱাইছে, শিক্ষা পালে সঙ্গীত বিদ্যাতো যে পাৰ্গতালি দেখুৱাব পাৰিব, তাত সন্দেহ কৰিবৰ একো কাৰণ নাই। আমাৰ দেশত আজিকালি সঙ্গীতৰ চৰ্চ্চা নাথাকিলেও, আগৰ দিনত এই দেশত তাৰ যে বিশেষ চৰ্চ্চা আছিল, অসমীয়া সাহিত্যৰ বুৰঞ্জীত তাৰ অনেক প্ৰমাণ আছে।

অসমীয়া সাহিত্যৰ বুৰঞ্জী আলোচনা কৰিলে দেখা যায় যে আগৰ দিনত দুই ফৈদৰ ৰজাই এই সাহিত্যক বিশেষভাৱে সহায় কৰিছিল। এক কোচ ৰজা নৰনাৰায়ণ আৰু আনজনা আহোম ৰজা ৰুদ্ৰসিংহ আৰু শিৱসিংহ স্বৰ্গদেৱ। নৰনাৰায়ণ ৰজাৰ সম্বন্ধে 'দৰঙ্গৰাজ বংশাৱলী'ত এইদৰে লিখা আছে :—

গৌড় কামৰূপে যত পণ্ডিত আছিলা।
সমস্তকে আনি সত্ৰ দেৱাল পাতিলা॥

বোলে বিপ্র পণ্ডিত সমস্তে শুনিয়োক।
কালৰ যুগত বৃদ্ধি হৈব ভয় শোক॥ ৬০৩
অল্প আয়ু অল্প বুদ্ধি হৈবেক নিশেষ।
লোপ হৈব পূর্ব্ব শাস্ত্র গ্রন্থাদি বিশেষ॥
শুনিয়ো পুৰুষোত্তম ভট্টাচাৰ্য্য দ্বিজ।
কৰিয়োক ৰত্নমালা ব্যাকর্ণৰ বীজ॥ ৬০৪
সম্প্রতিকে স্ত্রীয়ে শূদ্রে পঢ়িব যতনে।
কিছু শেষ ভৈলে পঢ়িবেক বিপ্রগণে॥
শুনিয়োক আজ্ঞা মোৰ ৰাম সৰস্বতী।
ভাৰতৰ পদ তুমি কৰিয়ো সম্প্রতি॥ ৬০৫
আৰু আছে সপ্তকাণ্ড ৰামায়ণ যত।
শ্লোকক ভাঙ্গিয়া পদ কৰিয়ো সাম্প্রত॥
অষ্ঠাদশ পুৰাণৰ কৰিয়োক পদ।
আকে শুনি নৰলোকে পাইব সম্পদ॥ ৬০৬
শুনিয়ো শঙ্কৰ তুমি ভক্ত মহাজন।
বাঢ়য় কন্ধৰ পদ কৰা নিবন্ধন॥
হৰিৰ ভক্তিক তুমি কৰিয়ো প্রচাৰ।
হৰি ভজি নৰে হৌক সংসাৰৰ পাৰ॥ ৬০৭
শুনিয়ো শ্রীধৰ তুমি মোৰ বাক্য ধৰা।
জ্যৌতিষক ভাঙ্গি তুমি সাধ্যখণ্ড কৰা॥
বকুল কায়স্থ তুমি ভাঙ্গা লীলাৱতী।
অল্পতে বুজয় যেন কায়স্থে সম্প্রতি॥ ৬০৮
এহিমতে পণ্ডিত সবক বুলিলন্ত।
তেবে কলিযুগে শাস্ত্র লোপ নহৈবন্ত॥
ভাল বুলি প্রশংসা কৰিলা সৰ্ব্বজন।
ভাগে ভাগে গ্রন্থ কৰিলেক নিবন্ধন॥ ৬০৯

নৰনাৰায়ণ ৰজাই এই যে অসমীয়া সাহিত্যত হেঁচোক দিলে, তাৰ ফলত—'ভাগে ভাগে গ্রন্থ কৰিলেক নিবন্ধন'—সকলো বিষয়ত অসমীয়া ভাষাত গ্রন্থ ৰচনা কৰা হল; শঙ্কৰ-মাধৱদেৱে আদিয়ে 'অঙ্কীয়া নাটবোৰ লিখিলে, তাৰ ভিতৰত নানাবিধ সুৱলা সুৰেৰে গীত বন্ধা হল আৰু ভাৱনা

কৰাৰ লগে লগে সেই গীতবোৰ মানুহৰ মাজত প্ৰচলিত হ'ল; তেওঁবিলাকে বড়গীতবোৰ বান্ধিলে আৰু নাম-ঘৰে নাম-ঘৰে তাক মানুহে গাবলৈ ধৰিলে। এই গীতবোৰ অসমীয়া সাহিত্যৰ কিমান বহুমূলীয়া সম্পত্তি তাক কোনো অসমীয়া মানুহক বুজাই কব নালাগে। কোচ ৰজাসকলৰ দিনত অসমীয়া গীতৰ যি উন্নতি হল, আজি ৪০০ বছৰ সি একেবাহে চলি নাথাকিলেও, তাৰ প্ৰভাৱ যে আমাৰ জাতীয় জীৱনৰ ওপৰত অলপো কমা নাই তাক ভাঠি কব পাৰি।

কোচ ৰজাবিলাকৰ পাচত, আহোম ৰজাসকলে অসমীয়া সাহিত্যক আৰু এক হেঁচোক দিয়ে। কোচ ৰজাবিলাকৰ দিনত বৈষ্ণৱ-মাৰ্গক অৱলম্বন কৰি সাহিত্যৰ উন্নতি সাধিত হৈছিল, কিন্তু আহোম ৰজাসকলৰ দিনত শাক্ত-মাৰ্গ অৱলম্বন কৰি এই উন্নতি সাধিত হৈছিল। আহোম ৰজাসকলৰ দিনত আন আন বিষয়ে আমাৰ ভাষাত পুথি লিখা হলেও, বুৰঞ্জীবিলাক আৰু শক্তি বিষয়ৰ পুথিবিলাকেই এই যুগৰ বহুমূলীয়া নিদৰ্শন। আহোম ৰজা-বিলাকৰ ভিতৰত জয়ধ্বজ সিংহ, ৰাজেশ্বৰ সিংহ, কমলেশ্বৰ সিংহ আদি ৰজা-সকলেও অসমীয়া ভাষাত পুথি ৰচনা কৰালেও, ৰুদ্ৰসিংহ আৰু শিৱসিংহ মহাৰাজেই আমাৰ সাহিত্যৰ বিশেষ উন্নতি সাধন কৰে। এই ছুজন ৰজাৰ দিনতেই অসমীয়া গীতে আকৌ এবাৰ আগ-বল পায় আৰু তেতিয়াই আমাৰ দেশত 'পাখোৱাজ' আদি অনেক ন ন সঙ্গীত-যন্ত্ৰ সোমায় আৰু সঙ্গীত বিদ্যাৰ বিশেষ উন্নতি হয়। এই সৰু প্ৰবন্ধ সেইবিলাক কথাৰ বিস্তৃত আলোচনাৰ উপযুক্ত ঠাই নহয়, কেৱল এই বিষয়লৈ অসমীয়া শিক্ষিত সমাজৰ মন আকৰ্ষণ কৰাই হে আমাৰ ঘাই উদ্দেশ্য।

স্বৰ্গদেৱ ৰুদ্ৰসিংহ আৰু শিৱসিংহই নিজে ৰচনা কৰা গীতৰ আৰু তেওঁবিলাকৰ বিষয়ে ৰাজ-কবিয়ে ৰচনা কৰা গীতৰ নমুনা ছুই-এটা দি এই প্ৰবন্ধৰ সামৰণি সৰা হল। কোনো কোনো বিদেশী মানুহে, অসমৰ প্ৰত্নতত্ত্বৰ বিষয়ে লিখিবলৈ গৈ, মহাৰাজ ৰুদ্ৰসিংহ নিৰক্ষৰ লোক আছিল বুলি সিদ্ধান্ত কৰিছে; কিন্তু তেওঁ ৰচনা কৰা গীত দেখিলেই তেওঁবিলাকৰ সিদ্ধান্ত কিমান সাৰুৱা তাক সহজে অনুমান কৰিব পাৰি।

মহাৰাজ ৰুদ্ৰসিংহ আৰু তেওঁৰ পুত্ৰ শিৱসিংহ যে কেৱল প্ৰধান ৰজা আছিল তেনে নহয়; তেওঁবিলাক প্ৰধান কবিও আছিল। তেওঁবিলাকে অসমীয়া ভাষাত অনেক কবিত্বপূৰ্ণ গীত ৰচনা কৰি থৈ গৈছে; আজি আমি ভাৰে ছুটা কি এটা অসমীয়া পাঠকক উপহাৰ দিলোঁ।

**মহাৰাজ ৰুদ্ৰসিংহ ৰচিত**

( ৰাগ গান্ধাৰ )

“আইলৰে গৌৰী প্ৰসন্ন মন।
পূৰ্ণিমাৰ শশী সম জলয় বদন॥
শিৰত কিৰিটী গাৱে অমূল্য বসন।
কৰ্ণে কুণ্ডল শোভে কণ্ঠে কণ্ঠাভৰণ॥
দশভূজে দশ অস্ত্ৰ ধৰিছা সঘনে॥
কটিত কিঙ্কিনি বাজে নেপুৰ চৰণে॥
ৰূপৰ উপমা দিব পাৰ কোন জনে।
নমি গৌৰী পাৱে ৰুদ্ৰসিংহ নৃপে ভণে॥

( মালঞ্চ )

“মাঞি মোহে ৰাখিয়ো চৰণ তলে।
অন্তকালে গতি তব পদৰজ মূলে॥
পূজা ভুঞ্জিতে আইলা মোৰ ঘৰে।
কি দিয়া তুষিম গোসানী চৰণ তোৰে॥
হুয়োকো প্ৰসন্ন মাতা দেহ পদ ছাঁয়া।
ইবাৰ তৰাও মোকে দেবী মহামায়া॥
নিজ গুণে ওষ্ঠ হোৱা পূজা ল দাসৰ।
মিনতি কৰিছে ৰুদ্ৰসিংহ নৃপবৰ॥

**ৰাজকবি কবিৰাজ চক্ৰৱৰ্ত্তী ৰচিত**

( ৰাগ গুঞ্জৰী )

“অমল হৃদয়মিহ বৈষ্ণৱ জালম্।
সুললিত তনু মুখৰিত কৰতালম্॥
নৃত্যতি গায়তি হৰিগুণ নামম্।
কলিতললিততম্ তুলসী মালম্॥
চিন্তয়দচ্যুতমখিল সুপালম্।
হৰিৰসৰতস সপুলক শৰীৰম্॥
প্ৰেম সজললোচনমতিধীৰম্॥

হৰিপদ বন্দন সুন্দৰ ভাবম্।
অমৃত মধুৰ মৃদু গভীৰ ৰাবম্॥
মাধৱ নাম প্ৰতি বৰ্ণিতেন।
পুৰয়দিয়দিয়মতি ললিতেন॥
বিদধদাশীষকৃত হৰিসেৱ।
ভূশমতি ৰুদ্ৰসিংহ নৰদেৱ॥
শ্ৰীকবিৰাজ দ্বিজবৰ ৰচিতম্।
সুখযুত নিখিলমিদং হৰিচৰিতম্॥

## মহাৰাজ শিৱসিংহ ৰচিত

( ৰাগ দেৱগান্ধাৰ )

"শাৰদ পূৰ্ণিমা হিমকৰ বদনী।
চঞ্চলনীল নলিনীদলনয়নী॥
চঞ্চল লোচনে কাজৰ ৰঙ্গি।
ভাবুক মনে কুটিলতৰ ভঙ্গি॥
প্ৰাতৰুদিত ৰবি সিন্দুৰ কান্তি।
সজল মুকুতা ফল দশন পান্তি॥
সজল জলদ ইব কুণ্ডল জালে।
পৰিমলে শোভিত মালতী মালে॥
মৃগমদকুঙ্কুম চৰ্চ্চিত দেহা।
তৰলঘনান্তৰ দামিনী ৰেহা॥
শ্ৰীফল বিকলিত কুচযুগ লোলে।
মত্ত দ্বিৰদ গতি অতিশয় দোলে॥
ৰাজা শিৱসিংহ ইহ ৰস ভণিতম।
ৰমণী শিৰোমণি ৰাধা চৰিতম॥"

**গোপালচন্দ্ৰ ৰচিত**

(ৰাগ সাৰেঙ্গ)

ৰুদ্ৰসিংহ তনুজ ৰুদ্ৰ অৱতাৰি।
হে ভূঁ যবন দণ্ড সঙ্গে শিল প্ৰচণ্ড
সমৰে সত্বৰ শুভকাৰী॥
গজবাজী বাদ্যভাণ্ড অনুপম প্ৰজাখণ্ড
ছত্ৰদণ্ড ধীৰ বৰ স্থিৰ।
নৰৰূপে নৰেশ্বৰ ধৰ্ম্মৰূপে কলেৱৰ
বীৰৰূপ বিজয় শৰীৰ॥
প্ৰচুৰ জলদ ঠাম, পুত্ৰদ্বৰ অনুপম
মূৰতি মধুৰ মনোহাৰী।
বচন অমৃত বাণী বিকশিত সৌদামিনী
চাহিলে চমকে ৰূপ হেৰি॥
তনু আতি নিৰমল ৰূপৰঙ্গ লৈ লৈ
সামৰাজে সতত বিহাৰি।
নিৰেখিত সদানন্দ গাৱে গোপালচন্দ
সন্ত ছুজন হিতকাৰী॥

# পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী

## চতুৰ্থ খণ্ড

### তৃতীয় পৰিচ্ছেদ

# কথা-গীতাৰ ভূমিকা আৰু গীতা মাহাত্ম্য

"নাৰায়ণং নমস্কৃত্য নৰঞ্চৈব নৰোত্তমম্।
দেৱীং সৰস্বতীং বন্দে ততোজয়মুদীৰয়েৎ॥"

গীতাৰ মহত্ত্ব

শ্ৰীমদ্ভগৱদ্গীতা পৃথিবীৰ ভিতৰত এখন অতুলনীয় গ্ৰন্থ। এনে এখন অমূল্য গ্ৰন্থক যে সমস্ত সভ্য জগতে আদৰ আৰু শ্ৰদ্ধা কৰিব সি একো আচৰিত কথা নহয়। পৃথিবীৰ ভিতৰত এনে কোনো সভ্য ভাষা নাই যি ভাষাত গীতাৰ ভাঙনি ৰচিত হোৱা নাই; এনে কোনো সভ্য জাতি নাই যি গীতা পঢ়ি তাক এখন অতি গভীৰ দৰ্শন বুলি স্বীকাৰ কৰা নাই। গেলেলোজ নামে এজন গ্ৰীক পণ্ডিতে ইয়াক গ্ৰীক ভাষালৈ ভাঙিছে, ষ্টেনিশ্লেও নামে এজন ইটালী দেশৰ পণ্ডিতে ইয়াক ইটালীয়ান ভাষালৈ ভাঙিছে, বৰ্ণোফ নামে এজন ফ্ৰেঞ্চ পণ্ডিতে ইয়াক ফ্ৰেঞ্চ ভাষালৈ আৰু লেচেন নামে এজন পণ্ডিতে লেটিন ভাষালৈ অনুবাদ কৰিছে। ইংৰাজী ভাষালৈ ইয়াক কেইবাজনো ডাঙৰ পণ্ডিতে তৰ্জমা কৰিছে, যেনে উইলকিন, টমচন, জন ডেভিদ, মেথিউ আৰ্নল্ড, টেলাঙ্গ আৰু এনি বেচান্ত। যেতিয়া ভাৰতবৰ্ষত ওৱাৰেন হেষ্টিংচ গৱৰ্ণৰ জেনেৰেল আছিল, তেতিয়া প্ৰথমে চাৰ্লচ উইলকিনে এই গ্ৰন্থৰ ইংৰাজী অনুবাদ ৰচনা কৰি ভাৰতবৰ্ষৰ আৰ্য্য ঋষিবিলাকৰ তত্ত্ব-জ্ঞান সম্বন্ধে জগতবাসীক তথা লগায়।

যি শাস্ত্ৰক বিদেশীয় পণ্ডিতবিলাকে ইমান আদৰ কৰিছে, ভাৰতবৰ্ষৰ পণ্ডিতবিলাকে যে সেই শাস্ত্ৰক সকলো শাস্ত্ৰৰ ওপৰত ঠাই দিব তাক কবলৈ সকাম নাই। সনাতন ধৰ্মৰ গূঢ় তত্ত্ববিলাক যি উপনিষদ শাস্ত্ৰবিলাকৰ ভিতৰত নিহিত আছে, ভাৰতবৰ্ষৰ পণ্ডিতবিলাকে গীতাৰ সেই সকলো উপনিষদৰ সাৰ পদাৰ্থ বুলি স্বীকাৰ কৰিছে।

সৰ্ব্বোপনিষদোগাবোদোগ্ধাগোপালনন্দনঃ।
পাৰ্থোবৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ॥

**গীতা সকলো আৰ্য্য জ্ঞানৰ আকৰ বাবেই আগৰ কালৰ ঋষিসকলে একবাক্যে স্বীকাৰ কৰিছিল যে, ভগৱানৰ মুখপদ্মৰপৰা বাজ হোৱা গীতা ভালকৈ পঢ়িলে বহু শাস্ত্ৰ পঢ়িবৰ কোনো আৱশ্যক নাই।**

গীতা সুগীতাকৰ্ত্তব্যা কিমন্যৈঃ শাস্ত্ৰ বিস্তৰৈঃ।
যা স্বয়ং পদ্মনাভস্য মুখপদ্মবিনিসৃতা॥

ভট্টদেৱেও গ্ৰন্থৰ সূচনাত সেই কথাকে সমৰ্থন কৰি লিখিছে:—"পুৰুষে গীতাক মাত্ৰ শ্ৰৱণ কীৰ্ত্তন স্মৰণ কৰিব, আন শাস্ত্ৰ বিস্তৰত কি প্ৰয়োজন, যি গীতা ভগৱন্তৰ মুখপদ্মত ব্যক্ত হুয়া আছা।" ভগৱান শ্ৰীকৃষ্ণে নিজে কৈছে "গীতা মে হৃদয়োপাৰ্থ।" শ্ৰীকৃষ্ণ হৈছে ভাৰতবৰ্ষৰ আত্মস্বৰূপ আৰু হিন্দু জাতিৰ সৰ্ব্বস্ব ধন। সেই কৃষ্ণৰে হৃদয় হৈছে গীতা!

গীতাৰ ওচৰত ভাৰতবৰ্ষ যে কিমান ঋণী তাক কৈ শেষ কৰিব নোৱাৰি। যেতিয়া বৌদ্ধ ধৰ্ম্মৰ প্ৰাদুৰ্ভাবৰ সময়ত গোটেই খন ভাৰতবৰ্ষ প্ৰায় বৌদ্ধ ভাবাপন্ন হৈ উঠিছিল আৰু যেতিয়া বৌদ্ধ ধৰ্ম্মৰ খুন্দাত ভাৰতৰ আৰ্য্য ধৰ্ম্ম মৃতকল্প হৈ উঠিছিল, তেতিয়া ভগৱান শঙ্কৰাচাৰ্য্যে প্ৰধানকৈ গীতাৰ সহায়তে, ভাৰত ভূমিত আৰ্য্য ধৰ্ম্মৰ পুনৰ প্ৰতিষ্ঠা কৰে। গীতা সনাতন ধৰ্ম্মৰ মৃতসঞ্জীৱনী মন্ত্ৰ। যেতিয়া ইউৰোপীয় জাতিবিলাকে প্ৰথমতে ভাৰতবৰ্ষত প্ৰাধান্য লাভ কৰে, তেতিয়া তেওঁবিলাকৰ মনত এই দেশৰ হিন্দু জাতি সম্বন্ধে অনেক কুসংস্কাৰ আছিল। তেওঁবিলাকে ভাৰতবৰ্ষৰ আৰ্য্য জাতিটোক এটা আধা নাঙ্গঠা অসভ্য জাতি বুলি ভাবিছিল কিন্তু যেতিয়া সংস্কৃত গ্ৰন্থৰ ভিতৰত পোনপ্ৰথমে গীতা অনুবাদিত হ'ল তেতিয়া ইউৰোপীয় জাতিবিলাকে গীতাত গভীৰ দাৰ্শনিক তত্ত্ববিলাকৰ সিদ্ধান্ত দেখি বিস্ময় মানিলে আৰু তেওঁবিলাকে স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে যি জাতিৰ সাহিত্যত গীতাৰ নিচিনা এখন অমূল্য গ্ৰন্থ আছে সেই জাতি কেতিয়াও অসভ্য হব নোৱাৰে। গীতাৰ অনুবাদেই প্ৰথমে ইউৰোপৰ পণ্ডিতসকলৰ সংস্কৃত সাহিত্যৰ অনুপম সম্পদৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰে আৰু সেই চৰ্চ্চাৰ ফলতে আজি হিন্দুজাতি এটা পৰাধীন নিঃকিন জাতি হৈয়ো, পৃথিবীৰ আন আন সভ্য জাতিৰ শাৰীত আসন লাভ কৰিছে। শ্ৰীমদ্ভাগৱদ্গীতাৰ নিচিনা গ্ৰন্থৰ শিক্ষাৰ মহত্ব উপলব্ধি কৰিয়েই মেক্সমূলাৰৰ নিচিনা এজন পণ্ডিতে ভাৰতবৰ্ষ সম্বন্ধে এইদৰে কবলৈ বাধ্য হৈছে—

গীতাৰ ওচৰত ভাৰত ঋণী

"If I were asked under what sky, the human mind has most fully developed some of its choicest gifts, has most deeply pondered on the greatest problems of life and has found solution of some of them, which well deserve the

attention of those who have studied Plato and Kant, I should point to India. And if I were to ask myself from what literature we here in Europe, we, who have been nurtured almost exclusively on the thought of Greeks and Romans, and one Semetic race the Jews, may draw the corrective which is most wanted to make our inner life more perfect, more comprehensive, more universal, in fact more truly humane, a life not for this life only, but a transfigured and eternal life—again I should point to India."

এইদৰে গীতাৰ ওচৰত ভাৰতবৰ্ষ যে কত প্ৰকাৰে ঋণী তাক কৈ শেষ্ কৰিব নোৱাৰি। গীতা যে এখন ধৰ্ম্ম-শাস্ত্ৰ সেই বিষয়ে কাৰো দুটা মত নাই। কিন্তু সেই বুলিয়েই গীতাক কোৰাণ বা বাইবেলৰ নিচিনা এখন সাম্প্ৰদায়িক ধৰ্ম্ম-শাস্ত্ৰ বুলি ভাবিলে নিতান্ত ভুল কৰা হ'ব। এই শাস্ত্ৰত যেনেকৈ বৰ্ণাশ্ৰম ধৰ্ম্মৰ সত্য, সন্তোষ, আস্তিক্য, ইন্দ্ৰিয়-নিগ্ৰহ আছে, তেনেকৈয়ে খৃষ্ট-ধৰ্ম্মৰ প্ৰেম আৰু আত্মাবলিদান আছে, বৌদ্ধ-ধৰ্ম্মৰ জীৱত দয়া আছে, মুচলমান ধৰ্ম্মৰ সাম্য, ভ্ৰাতৃভাৱ আৰু আত্ম-সমৰ্পণৰ কথা আছে। সকলো জাতিৰ ধৰ্ম্ম-শাস্ত্ৰে বেলেগ বেলেগ কৈ যি শিক্ষা দিছে, গীতাই অকলে সেই সকলোবোৰকে শিক্ষা দিছে আৰু সেই গুণেই গীতাক সকলো সম্প্ৰদায়ৰ মানুহে সমান ভক্তি কৰে। কৰ্ম্ম-মাৰ্গৰ অনুগামী মীমাংসক, বৌদ্ধ আৰু positivit বিলাকে ইয়াত যেনেকৈ নিজ নিজ মতৰ সমৰ্থন দেখিবলৈ পায়, সেইদৰে জ্ঞান-মাৰ্গৰ অনুগামী সাংখ্য, বেদান্ত-Plato, Kant আদিৰ মতো এই শাস্ত্ৰত দেখিবলৈ পোৱা যায়। আৰু ভক্তি-মাৰ্গৰ অনুগামী ভাগৱত, কোৰাণ, বাইবেল আদিৰ মতেও গীতাত উচ্চ স্থান অধিকাৰ কৰা দেখা যায়। পৃথিবীত যিমান ৰকমৰ ধৰ্ম্ম সম্প্ৰদায় আছে আটাইবোৰে কৰ্ম্ম, জ্ঞান, ভক্তি বা যোগ—এই চাৰি পথৰ এক পথ অৱলম্বন কৰি নিজ নিজ মতৰ প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিছে। সকলো সম্প্ৰদায়ৰে শেষ উদ্দেশ্য এক, অৰ্থাৎ ভগৱৎ-প্ৰাপ্তি হলেও, প্ৰত্যেক সম্প্ৰদায়ে ওপৰত কোৱা চাৰি পথৰ এক পথ আশ্ৰয় কৰি আন পথক হেয় কৰা দেখিবলৈ পোৱা যায়। কোনোৱে ভাৱে যে নিত্য-নৈমিত্তিক কৰ্ম্ম নকৰিলে ঈশ্বৰক পাব নোৱাৰি, কোনোৱে আকৌ ভাৱে পৰম জ্ঞান লাভ নকৰিলে তেওঁক পোৱা নাযায়, আন এদলে আকৌ ভাৱে যে কৈবল্য ভক্তিয়েই হে ঈশ্বৰ-

গীতা ধৰ্ম্ম-শাস্ত্ৰ

লাভৰ একমাত্ৰ উপায় আৰু এক সম্প্ৰদায়ৰ মতে মানুহে যেতিয়ালৈকে চিত্তৰ বৃত্তিবিলাক নিৰোধ কৰি পৰম ব্ৰহ্মত মন লগাব নোৱাৰে তেতিয়ালৈকে ভগৱৎ-প্ৰাপ্তি অসম্ভৱ। সাম্প্ৰদায়িক ধৰ্ম্ম-শাস্ত্ৰবিলাকে এই পথবিলাকক বেলেগ বেলেগ পথ বুলি অনেক বাদবিতণ্ডা কৰিছে আৰু আজিলৈকে কোনো ধৰ্ম্ম-শাস্ত্ৰই গীতাৰ দৰে এই চাৰিও বিধ সাধনাৰ প্ৰণালীক একে বিধ বুলি দেখুৱাব পৰা নাই। গীতাত বাইবেল শাস্ত্ৰৰ অনেক কথাৰ মিল দেখি বহুত ইউৰোপীয় পণ্ডিতে অনুমান কৰে যে গীতাত বাইবেলৰ অনেক কথা খোহা দিছে, কিন্তু টেলাঙ্গে সেই মত অতি সুন্দৰকৈ খণ্ড কৰিছে। গীতা যে কেৱল এখন ধৰ্ম্ম-শাস্ত্ৰহে তেনে নহয়; এফালৰ পৰা চালে ইয়াক যেনেকৈ এখন ধৰ্ম্ম-শাস্ত্ৰ বুলিব পাৰি, আন ফালৰ পৰা চালে, ই এখন ওখ ৰকমৰ ৰাজনৈতিক শাস্ত্ৰ আৰু আন ফালৰ পৰা চালে ই এখন প্ৰধান দৰ্শন শাস্ত্ৰ। আচলতে গীতা এখন বিশ্বজনীন ধৰ্ম্ম-শাস্ত্ৰ। আৰু ভগৱান শ্ৰীকৃষ্ণৰ ই বাঙ্ময়ী মূৰ্ত্তি। সেই গুণেহে ভাষ্যকাৰ শঙ্কৰাচাৰ্য্যে কৈছে, "যতস্তদৰ্থ বিজ্ঞানেন সমৰ্থ পুৰুষাৰ্থ সিদ্ধিৰিতি অতস্তদ বিৱৰণে যত্ন ক্ৰিয়তে ময়া"—অৰ্থাৎ এই শাস্ত্ৰৰ অৰ্থ ভালকৈ বুজিলে, ধৰ্ম্ম-অৰ্থ-কাম-মোক্ষ সকলো লাভ হয়। সেই গুণে তেওঁ এই শাস্ত্ৰৰ ভাষ্য যত্নেৰে কৰিছে। গীতাৰ অৰ্থ অতি গহীন।

গীতাৰ অৰ্থ

অনেক বিদগ্ধ বিদগ্ধ পণ্ডিতেও ইয়াৰ অৰ্থ বুজিবলৈ টান পায়। ভগৱান শঙ্কৰাচাৰ্য্যৰ নিচিনা প্ৰতিভাশালী লোকেও ইয়াৰ অৰ্থ কৰা যে টান তাক স্বীকাৰ কৰিছে। তেওঁ লিখিছে—"তদিদং গীতাশাস্ত্ৰং সমস্তবেদাৰ্থসাৰসংগ্ৰহভূতং দুৰ্বিজ্ঞেয়াৰ্থম্। তদৰ্থাবিষ্কৰনায় অনেকৰ্ব্বিবৃতপথ পদাৰ্থবাক্যাৰ্থন্যায়মপি অত্যন্ত-বিৰুদ্ধানেকাৰ্থত্বেন লৌকিকৈ গৃহ্যমানমুপলভ্য অহং বিবেকতোঽৰ্থনিৰ্দ্ধাৰনাৰ্থং সংক্ষেপতো বিৱৰণং কৰিষ্যামি।" যি গীতাক স্বয়ং ভগৱানে নিজৰ কলিজা আৰু গুৰু বুলি প্ৰকাশ কৰিছে, তাক হৃদয়ঙ্গম কৰা যে ঢিলা কাম নহয় সি নিশ্চয় ভগৱানে কৈছে :—

গীতা মে হৃদয়ং পাৰ্থ গীতা মে জ্ঞানমুত্তমম্।  
গীতা মে জ্ঞানমৃত্যুগ্ৰং গীতা মে জ্ঞানমব্যয়ম্॥  
গীতা মে চোত্তমস্থানং গীতা মে পৰমং পদম্।  
গীতা মে পৰমং গুহ্যং গীতা মে পৰমো গুৰু॥

যি গীতাই পৰম আৰু অব্যয় জ্ঞান শিক্ষা দিছে, সেই গীতাৰ অৰ্থ যে পৰম গুহ্য হ'ব তাক কবৰে সকাম নাই। সেই গুণেই ভগৱানে কৈছে—

“অহং বেত্তি, শুকো বেত্তি, ব্যাসো বেত্তি নবেত্তিবা”—তেনেহলে আৰু অন্যৰ বিষয়ে কি কথা আছে! বাস্তবিক পক্ষে গীতা ভালকৈ বুজিলে, সনাতন ধৰ্ম্মৰ কোনো তত্ত্বকে, আৰ্য্যশিক্ষাৰ কোনো অঙ্গকে বুজিবলৈ বাকী নেথাকে। ভগৱান যেনে অসীম তেওঁৰ বাক্যৰ মহিমাও নিশ্চয় তেনে অসীম। তেওঁক যেনেকৈ যেয়ে যি ভাবে ভজে সেই ভাৱেই পায়, পবিত্র আৰু সৰল অন্তঃ-কৰণেৰে তেওঁৰ বাক্যৰো যেয়ে যি অৰ্থ বুজে সেয়ে তাৰ প্ৰকৃত অৰ্থ পায় কিন্তু তাৰ নিমিত্তে বিশেষ সাধনাৰ আৱশ্যক, চিত্তশুদ্ধিৰ আৱশ্যক; সাধনা নহলে পৃথিবীত কোনো সিদ্ধিকে লাভ কৰিব নোৱাৰি।

পূজ্যপাদ শ্ৰীযুত ৰামদয়াল মজুমদাৰ মহাশয়ে তেওঁৰ ‘গীতাপৰিচয়’ গ্ৰন্থৰ প্ৰথমতে লিখিছে—

“শ্ৰীগীতা একবাৰ অধ্যয়ন কৰ, মনে হইবে যেন ইহাতে কত কি আছে, যেন কত কি ইনি দেখাইবেন, আশ্বাস দিতেছেন। আবাৰ পড়, নূতন সৌন্দৰ্য্য উদ্ঘাটিত হইল; আৰও পড়, আৰও ৰমণীয়; মনে হয় যেন ইহাৰ শেষ নাই।”

“গীতা অধ্যয়ন এক জীবনেৰ কেন, যতদিন না জীবন্মুক্তি লাভ হয়, যেন তত জীৱনেৰ কাৰ্য্য। জীবন্মুক্তি না হওয়া পৰ্য্যন্ত বুঝি ইহাৰ ভাব, ইহাৰ স্থায়ী ভাব জীবনচৈতন্য বিন্দুকে ব্ৰহ্মচৈতন্য সিন্ধুতে মগ্ন কৰিয়া থাকে।”

নানা জনে গীতাৰ নানা অৰ্থ কৰিলেও এইটো ধ্ৰুৱপ সত্য যে গীতা সনাতন ধৰ্ম্মৰ গ্ৰন্থ আৰু আৰ্য্য শিক্ষাৰ মূলমন্ত্ৰ। সনাতন ধৰ্ম্ম শাস্ত্ৰৰ সঙ্কীৰ্ণ ব্যাখ্যা, উন্নতিশীল জীৱনৰ বিৰোধী ব্যাখ্যা, কেতিয়াও আৰ্য্য শিক্ষাৰ সন্মত হব নোৱাৰে। গীতা পঢ়ি তাৰ প্ৰকৃত অৰ্থ বুজিবলৈ যাওঁতে আমি সদাই এই কথাটো মনত ৰাখিব লাগে, নহলে আমাৰ গীতা বুজাই নহব। জগতৰ সকলো বস্তুৰ সৃষ্টিতত্ত্বৰ মূলত এটা মহান উদ্দেশ্য দেখিবলৈ পোৱা যায়। গীতাও এই নিয়মৰ বাহিৰ নহয়। তেনে হলে দেখা যাওক গীতা সৃষ্টি কৰাত ভগৱানৰ উদ্দেশ্য আছিল কি? এই কথাটো বুজিবলৈ হলে, গীতাৰ উৎপত্তিৰ আগতে ভাৰতবৰ্ষৰ ধৰ্ম্ম-বুৰঞ্জী কেনে আছিল তাক জানিব লাগিব। হিন্দু দাৰ্শনিকবিলাকে জগতৰ মূলতত্ত্ব বিচাৰি গৈ গৈ জগতৰ প্ৰপঞ্চৰ মূলত এটা অনশ্চৰ ব্যাপক বস্তুৰ অস্তিত্ব বুজিব পাৰিলে। আৰু সেই বস্তুৰ নাম থলে ব্যোম বা আকাশ। এই আকাশৰ প্ৰাকৃতিক পৰিণামৰপৰাই সকলো ভৌতিক পদাৰ্থৰ উদ্ভৱ হৈছে বুলি তেওঁ-

গীতাৰ উদ্দেশ্য

বিলাকে স্থিৰ কৰিলে। আজিকালিৰ বিজ্ঞানবিদবিলাকেও এই তত্ত্ব যে সঁচা তাক স্বীকাৰ কৰিছে কিন্তু তেওঁবিলাক আৰু ইয়াৰ ওপৰলৈ অলপো উধাব পৰা নাই। হিন্দু দাৰ্শনিকবিলাকে কিন্তু ইয়াতে সন্তুষ্ট নাথাকি যোগবলেৰে সূক্ষ্ম জগতত প্ৰবেশ কৰি দেখিলে যে এই স্থূল ভৌতিক জগত প্ৰপঞ্চৰ বাজেও এটা সূক্ষ্ম প্ৰপঞ্চ আছে আৰু সেই সূক্ষ্ম প্ৰপঞ্চৰ মূল তত্ত্ব হৈছে সূক্ষ্ম আকাশ। তেওঁবিলাকে জ্ঞানৰ বাটত আগবাঢ়ি গৈ গৈ দেখিলে যে এই সূক্ষ্ম আকাশো জগত সৃষ্টিৰ শেষ সীমা নহয়। তেওঁবিলাকে এই দৰে বিচাৰি গৈ গৈ যি শেষ বস্তু পালে তাৰ নাম থলে 'প্ৰধান'। প্ৰকৃতি বা ভগৱানৰ ক্ৰিয়া শক্তিয়ে তেওঁৰ সৰ্ব্বব্যাপী স্পন্দনৰ দ্বাৰাই এই 'প্ৰধান' সৃষ্টি কৰি, তাৰপৰা কোটী কোটী পৰমাণু উৎপন্ন কৰি সেই পৰমাণুৰপৰাই সূক্ষ্ম ভূতবিলাক স্ৰজন কৰিছে। প্ৰকৃতি বা ক্ৰিয়া শক্তিয়ে নিজৰ নিমিত্তে কোনো কামকে নকৰে কিন্তু তেওঁ যাৰ ক্ৰিয়া শক্তি, তেওঁৰ আনন্দৰ নিমিত্তেই এই প্ৰপঞ্চক জন্ম দিছে। আত্মা বা পুৰুষ এই সৃষ্টি ক্ৰিয়াৰ সাক্ষী। পুৰুষ যাৰ স্বৰূপ আৰু প্ৰকৃতি যাৰ ক্ৰিয়া শক্তি, সেই অবাংমনসগোচৰ পৰমব্ৰহ্মাই জগতৰ এক আৰু অদ্বিতীয় মূল সত্য।

তত্ত্বদৰ্শী ঋষিবিলাকে কঠোৰ তপস্যাৰ ফলত যিবোৰ সত্য আবিষ্কাৰ কৰি উপনিষদ আদি শাস্ত্ৰত লিখি থৈ গৈছে, সেইবোৰ সত্যৰ কেন্দ্ৰ হৈছে সনাতন ধৰ্ম্মৰ ব্ৰহ্মবাদ আৰু পুৰুষ-প্ৰকৃতিবাদ। ঋষিবিলাকে এই দুই সত্যকে আশ্ৰয় কৰি নানা ৰকমৰ বিচাৰ আৰু তৰ্কৰ ওপৰতে ভাৰতবৰ্ষত নানাবিধ চিন্তা-প্ৰণালীৰ সূত্ৰপাত কৰিলে। তেওঁবিলাকৰ ভিতৰত ব্ৰহ্মবাদী-বিলাকেই বেদান্ত শাস্ত্ৰৰ প্ৰৱৰ্ত্তক আৰু পুৰুষ-প্ৰকৃতিবাদীবিলাকেই সাঙ্খ্য শাস্ত্ৰৰ প্ৰৱৰ্ত্তক। ইয়াত বাজেও অনেক দাৰ্শনিকে পৰমাণুকেই ভৌতিক প্ৰপঞ্চৰ মূলতত্ত্ব বুলি বেলেগ বেলেগ পথ আৰু মতৰ সৃষ্টি কৰিলে। এই দৰে নানা মত আৰু পথৰ সৃষ্টি হোৱাত সনাতন ধৰ্ম্মৰ গ্লানি উপস্থিত হ'ল, নানা বিশৃঙ্খলাৰ উদ্ভৱ হ'ল। তেতিয়া ভগৱান শ্ৰীকৃষ্ণে স্বয়ং ভাৰতভূমিত অৱতাৰ গ্ৰহণ কৰি সকলোবোৰ চিন্তা-প্ৰণালীক একেমুখী কৰি, সেইবিলাকৰ ভিতৰত সামঞ্জস্য স্থাপন কৰি উপনিষদৰ সত্যবিলাকৰ পুনৰ প্ৰৱৰ্ত্তন কৰিবলৈ গীতাৰ সৃষ্টি কৰিলে। যি গীতাই এই দৰে নানা মত আৰু পথৰ সমন্বয় কৰিবৰ নিমিত্তে উদ্ভৱ হ'ল, তাৰ অৰ্থ উদাৰভাৱে নুবুজি সঙ্কীৰ্ণভাৱে বুজি-বলৈ গলে গীতাৰ যি সুমহান উদ্দেশ্য তাকে ব্যৰ্থ কৰা নহয়নে?

গীতা এখন ত্ৰিভাবাত্মক শাস্ত্ৰ। ভালকৈ ভাবি চালে সনাতন ধৰ্ম্মৰ সকলো গ্ৰন্থতে তিনিটা ভাৱ বৰ্ত্তমান দেখিবলৈ পোৱা যায়। সকলো জাতিতে সকলো সমাজতে তিনি বিধ মানুহ দেখিবলৈ পোৱা যায়, এবিধ স্থূলদৰ্শী, এবিধ সূক্ষ্মদৰ্শী আৰু এবিধ তত্ত্বদৰ্শী। হিন্দু জাতিৰ ভিতৰতো এই তিনি বিধৰ মানুহ দেখিবলৈ পোৱা যায়। হিন্দু শাস্ত্ৰবিলাকো এই তিনিও বিধ মানুহৰ নিমিত্তে লিখা হৈছিল। বহিৰ্জগতৰ ঘটনাৱলীৰ উপাখ্যান ভাগ স্থূলদৰ্শীৰ নিমিত্তে উপযোগী আৰু নৈতিক জগতৰ মূলসূত্ৰবিলাক সূক্ষ্মদৰ্শীৰ উপযোগী আৰু আধ্যাত্মিক জগতৰ মূলতত্ত্ব-বিলাক, তত্ত্বদৰ্শীৰ উপযোগী। ভাৰতবৰ্ষৰ আৰ্য্যবিলাকে সাংসাৰিক যেই সেই ঘটনাকে সাহিত্যত ঠাই দিয়া উচিত বিবেচনা নকৰিছিল; যিবোৰ ঘটনাক আশ্ৰয় কৰি নৈতিক আৰু তত্ত্বজ্ঞান বিষয়ে মানুহক শিক্ষা দিব পাৰিছিল, সেইবোৰ ঘটনাকহে সাহিত্যত ঠাই দিছিল আৰু সেই কাৰণেই প্ৰাচীন ভাৰতত ইতিহাসৰ আলোচনাতকৈ পুৰাণৰ আলোচনা বেছি দেখিবলৈ পোৱা যায়। গীতা সনাতন ধৰ্ম্মৰ সকলো শাস্ত্ৰৰে সাৰ, সেই গুণে গীতাতো এই তিনি ভাৱৰ সমাবেশ দেখিবলৈ পোৱা যায়। ইয়াৰ এক ভাৱ ঐতিহাসিক, এক ভাৱ নৈতিক আৰু এক ভাৱ আধ্যাত্মিক। ঐতিহাসিক ভাৱৰপৰা চালে ই এখন পৰম উপাদেয় ঐতিহাসিক কাব্য আৰু নৈতিক ভাৱৰ ভালৰ পৰা চালে ই এখন অতি উচ্চ ৰকমৰ ধৰ্ম্মশাস্ত্ৰ আৰু আধ্যাত্মিক ভাৱৰ ফালৰ-পৰা চালে ই এখন সৰ্ব্বাঙ্গ-সুন্দৰ পৰমাৰ্থতত্ত্ব বা আধ্যাত্মিক বিজ্ঞান। সেই গুণে অধিকাৰী ভেদে গীতাৰ শিক্ষা গ্ৰহণ নকৰি এটা ভাৱৰ লগত আন এটা ভাৱ মিহলাই গীতা বুজিবলৈ গ'লেই গণ্ডগোল হয়।

গীতাৰ তিনি ভাৱ

ভগৱান শ্ৰীকৃষ্ণে অৰ্জ্জুনক যি যি বাটে লৈ গৈ শেহত মোক্ষৰ অধিকাৰী কৰিছে, যেই সেই বিষাদ যোগীয়েই সেই বাটে গ'লে, সংসাৰৰ দুখকষ্ট জয় কৰি পৰম আনন্দ লাভ কৰিব। গীতাৰ আৰম্ভ বিষাদ যোগত আৰু অন্ত মোক্ষ যোগত, কিয়নো জ্ঞানৰ উৎপত্তিস্থল হৈছে বিষাদ আৰু জীৱৰ শেষ লক্ষ্য হৈছে মোক্ষ। জীৱে যেতিয়া আত্মৰাজ্যৰ পৰা খেদা যায়, তেতিয়া সি হেৰুৱা ৰাজ্য উদ্ধাৰ কৰিবৰ চেষ্টা নকৰি শোক আৰু মোহত অভিভূত হৈ স্বধৰ্ম্ম এৰি পৰধৰ্ম্ম গ্ৰহণ কৰাকে ভাল যেন দেখে। যেতিয়া জীৱৰ বিচাৰ-বুদ্ধি বা বিবেক নষ্ট হয়, তেতিয়াই তাৰ ওপৰত মহামোহৰ ৰাজত্ব আৰম্ভ হয়।

গীতাৰ আধ্যাত্মিক ভাৱ

বিচাৰ-বুদ্ধি লোপ নহলে, তত্ত্বজ্ঞান নেহেৰুৱালে, জীৱই দেহকে আত্মা বুলি ভাবিব পাৰেনে? আৰু দেহ নষ্ট হোৱাৰ ভয়ত কৰ্ত্তব্য পালন কৰিবলৈ পৰাঙ্মুখ হয়নে? যেতিয়া মহামোহে আমাৰ আত্মৰাজ্য হৰণ কৰে আৰু যেতিয়া তাৰ লগৰীয়া কাম, ক্রোধ, লোভ আদিয়ে আমাক জলাকলা কৰে, তেতিয়া বিবেকৰ সহায়েৰে মহামোহক জিনি, ইন্দ্রিয়বিলাকক পৰাজয় কৰি হেৰোৱা ৰাজ্য উদ্ধাৰ কৰিব লাগিব। কামনা-নিবৃত্তিৰ নিমিত্তে জীৱৰ যি সাধনা সেয়ে কুৰুক্ষেত্ৰ যুদ্ধ আৰু সেই কুৰুক্ষেত্ৰ যুদ্ধ সকলোৰে অন্তৰত অবিৰাম হ'ব লাগিছে। যেয়ে ভগৱান শ্ৰীকৃষ্ণক সাৰথি কৰি এই যুদ্ধত প্ৰবৃত্ত হৈছে সেয়ে এই যুদ্ধত জয় লাভ কৰিছে। যেতিয়া সাধকে গুৰুৱে দেখুওৱা কৌশলেৰে অভ্যাস যোগৰ বলত সুষুম্নাৰ পথত প্ৰৱেশ কৰিব পৰা হয়, তেতিয়া দেহত দুই ফালৰপৰা দুটা শক্তিয়ে কাৰ্য্য কৰিবলৈ আৰম্ভ কৰে। যি শক্তিয়ে মূলাধাৰ চক্ৰত থাকি ক্ষিতিতত্ত্বৰ সাধন আৰম্ভ কৰে, সেই শক্তিয়েই শিষ্যস্থানীয় নৰশক্তি বা অৰ্জ্জুন আৰু যি শক্তিয়ে ছয় চক্ৰৰ ওপৰত থকা কূটস্থ প্ৰদেশৰপৰা নৰশক্তিক উদ্ধাৰ কৰিবৰ নিমিত্তে গুৰুৰূপে চেষ্টা কৰে, সেয়েই নাৰায়ণ শক্তি বা শ্ৰীকৃষ্ণ। যেতিয়া জীৱ শৰণাগত হৈ শোক-মোহ সাগৰৰপৰা উদ্ধাৰ পাবলৈ উপায় বিচাৰে, তেতিয়া তেওঁৰ সাধনাৰ পথত যিবোৰ সংশয় বা প্ৰশ্নৰ উদয় হয় আৰু ভগৱানে সেই-বোৰ সংশয়ৰ বা প্ৰশ্নৰ যি সমিধান দিয়ে সেয়েই কৃষ্ণাৰ্জ্জুনসম্বাদ গীতা।

গীতাত, সনাতন ধৰ্ম্মৰ দাৰ্শনিক তত্ত্ববিলাকক নীতি স্বৰূপে প্ৰকৃত জীৱনত প্ৰয়োগ কৰি দেখুওৱা হৈছে। সেই কাৰণে গীতাৰ নৈতিক ভাৱ

**গীতাৰ নৈতিক ভাৱ**

অতি উচ্চ আৰু সুন্দৰ। সনাতন ধৰ্ম্মৰ সকলো নীতিৰ বীজ হৈছে পৰমাত্মা, যাৰপৰা সকলো জীৱাত্মাৰ প্ৰকাশ হৈছে; গীতাৰ দশম আধ্যাৰ ৩৯ শ্লোকত ভগৱানে কৈছে—

যশ্চাপি সৰ্ব্বভূতানাং বীজং তদহমৰ্জ্জুনঃ।
ন তদস্তি বিনা যৎ স্যান্ময়া ভূতং চৰাচৰম্॥

অৰ্থাৎ, হে অৰ্জ্জুন! যিজন সকলো সত্বাৰ বীজ তেৱেঁই মই, এই জগতত মোত বাজে স্থাবৰ কি জঙ্গম একোৰে বেলেগ সত্বা নাই। এই চৰাচৰ জগতৰ মূলত যে একত বাজে দুই নাই এই কথাটো অনেক প্ৰকাৰে গীতাই প্ৰতিপাদন কৰিছে। মানুহৰ মাজত যত ৰকমৰ সম্বন্ধ আছে সকলোবোৰেই

এই মূল নীতিৰ ওপৰত ( unity of self ) নির্ভৰ কৰিছে। আমি যে ল'ৰা-তিৰোতা, ধন-সম্পত্তি, মিত্র-কুটুম্ব সকলোকে আপোন বুলি ভাবো তাৰ মূল কাৰণ হৈছে, এই আটাইবোৰৰ মূলত বস্তু এটা।

নবা অৰে সর্ব্বস্য কামায় সর্ব্বং প্রিয়ং ভৱতি।
আত্মনস্তু কামায় সর্ব্বং প্রিয়ং ভৱতি॥

সকলোৰে প্রতি আমাৰ প্রেম আছে, সেই গুণেহে সকলো আমাৰ প্রিয় তেনে নহয় কিন্তু আমাৰ আত্মাৰ প্রতি আমাৰ প্রেম আছে, সেই গুণেহে সকলো আমাৰ প্রিয়। আত্মাৰ এই একত্ব ভাৱৰপৰাই সকলো হিন্দু নীতি প্রবর্ত্তিত হৈছে। আমাৰ পাপ-পুণ্যৰ ভাবো এই আত্মাৰ একত্বৰ ওপৰতেই নির্ভৰ কৰিছে—

অষ্টাদশ পুৰাণেষু ব্যাসস্য বচনদ্বয়ম্।
পৰোপকাৰঃ পুণ্যায় পাপায় পৰপীড়নম্॥

যি এইদৰে আত্মাৰ একত্ব উপলব্ধি কৰিছে তেওঁৰ পক্ষে এই জগতত পৰ বুলিবলৈ একো নাথাকে আৰু পৰ ভাৱ নাথাকিলে অপকাৰকেই বা কৰিব কাক? মানুহে জানি-শুনি কেতিয়াও নিজে নিজৰ অপকাৰ নকৰে। গীতাৰ নৈতিক ভাৱ এই আত্মাৰ একত্ব-বোধৰ ওপৰতেই প্রতিষ্ঠিত। সনাতন ধর্ম্মৰ সকলো নীতিৰ মূলতো আত্মাৰ এই একত্ব বোধেই। এই মূল নীতিৰপৰাই মানুহৰ জীৱনৰ বহির্জগতৰ লগত নানা বিধৰ সম্বন্ধ আৰু তাৰপৰাই নানা নীতিৰ উদ্ভৱ হৈছে। সকলোবিলাক নীতিৰ উপযুক্ত অনুশীলনৰ নিমিত্তে আর্য্য ঋষিবিলাকে বর্ণাশ্রম ধর্ম্ম প্রতিষ্ঠা কৰে। ব্যক্তিগত সুবিধা অসুবিধাক, সমাজ বা জাতিগত সুবিধা অসুবিধাৰ তলতীয়া কৰি সমাজৰ সুখ-সমৃদ্ধি বঢ়াবলৈ শৃঙ্খলাৰ আৱশ্যক। বর্ণাশ্রম ধর্ম্মই যি ভাৱে সমাজৰ শৃঙ্খলা স্থাপনৰ উপায় সৃষ্টি কৰিছে পৃথিবীৰ কোনো ধর্ম্মই আজিলৈকে তেনে স্থায়ী শৃঙ্খলা স্থাপনৰ ব্যৱস্থা কৰিব পৰা নাই। বর্ণাশ্রম ধর্ম্ম আর্য্য শিক্ষাৰ অমৃতময় ফল আৰু আর্য্য প্রতিভাৰ চৰম উৎকর্ষ। এই বর্ণাশ্রম ধর্ম্মৰ নীতিৰ প্রতিপালনতহে সমাজৰ শৃঙ্খলা ৰক্ষিত হয়—এই মহৎ শিক্ষাই গীতাৰ নৈতিক ভাৱৰ প্রধান লক্ষণ।

যি মহাভাৰতক হিন্দুৱে ইতিহাস বুলি গ্রহণ কৰে, গীতা সেই মহাভাৰতৰ অন্তর্গত। মহাভাৰতত হিন্দু জাতিৰ উত্থান-পতনৰ, উন্নতি-অৱনতিৰ কথা,

আৰু তাৰ সামাজিক চিত্ৰ এনে সুন্দৰকৈ আঁকিছে যে মহাভাৰত বাস্তৱিকেই প্ৰাচীন ভাৰতৰ এখন প্ৰামাণিক ইতিহাস। বেদব্যাস এই মহাভাৰতত "অশেষ ইতিহাস আৰু বেদপ্ৰতিপাদ্য সনাতন ধৰ্ম্ম আৰু তত্ত্বজ্ঞান বিস্তাৰিত আৰু সঙ্ক্ষেপভাৱে বৰ্ণনা কৰিছে।" বাস্তৱিকপক্ষে এইখন এখন আচৰিত গ্ৰন্থ, ইয়াত ইতিহাস, দৰ্শন শাস্ত্ৰ, ধৰ্ম্মতত্ত্ব, সমাজ তত্ত্ব, নীতি শাস্ত্ৰ, অৰ্থ শাস্ত্ৰ, ভূগোল, জ্যোতিষ শাস্ত্ৰ, আদি সকলো বিদ্যাই ঠাই পাইছে; মুঠতে কবলৈ গলে ই আৰ্য্যজাতিৰ অশেষ জ্ঞানৰ ভড়াল আৰু তাৰ ভিতৰত গীতা হৈছে উজ্জ্বল স্যমন্তক। যি ভাৰত-যুদ্ধত ১৮ অক্ষৌহিণী সৈন্য নাশ হয় আৰু য'ত ভাৰতবৰ্ষৰ অসংখ্য সামন্ত ৰজাবিলাকৰ চিন নাইকিয়া হয় আৰু যি যুদ্ধৰ ফলত আজি ৪।৫ হেজাৰ বছৰেও ভাৰতবৰ্ষই মূৰ দাঙ্গিব পৰা নাই, সেই ভাৰত-যুদ্ধৰ ঐতিহাসিকতা সম্বন্ধে আন কোনোৱে সন্দেহ প্ৰকাশ কৰিলেও, ভুক্তভোগী হিন্দু জাতিয়ে কেতিয়াও সন্দেহ নকৰে আৰু কৰিব নোৱাৰে।

**গীতাৰ ঐতিহাসিক ভাৱ**

যি ধৰ্ম্মক্ষেত্ৰত এই মহাৰণ লাগিছিল, য'ত ধৰ্ম্মৰ জয়, অধৰ্ম্মৰ পৰাজয়, য'ত ন্যায়ৰ প্ৰতিষ্ঠা আৰু অন্যায়ৰ দমন হৈছিল, সেই বিশাল কুৰুক্ষেত্ৰ এতিয়াও বৰ্ত্তমান। সেই দ্বৈপায়ন হ্ৰদ, পাতালী গঙ্গা, ভীষ্মৰ শৰ-শয্যা, ভগৱানে অৰ্জ্জুনক গীতাৰ উপদেশ দিয়া ঠাই এতিয়াও বৰ্ত্তমান। সেই কুৰুক্ষেত্ৰ আজি হিন্দুৰ এক পবিত্ৰ তীৰ্থ-স্থান। সেই পবিত্ৰ ভূমিৰ প্ৰতি ধূলিকণাই হিন্দুৰ অতীত শৌযা-বীৰ্য্য গৌৰৱৰ কাহিনী ঘোষণা কৰিছে। তেনেস্থলত ভাৰত-যুদ্ধক কবি-কল্পনা বুলি উৰাই দিয়া সহজ কথা নহয়। ভাৰত-যুদ্ধ যদি ঐতিহাসিক সত্য হয়, এই জীৱন-মৰণৰ সন্ধিস্থলত ভগৱানে মোহত অভিভূত অৰ্জ্জুনক গীতা উপদেশ দিয়াও ঐতিহাসিক সত্য।

পূৰ্ব্বে উল্লেখ কৰা হৈছে, সনাতন ধৰ্ম্ম কেনেকৈ দুটা প্ৰধান মতৰ ওপৰত ঘাইকৈ ঠিয় দি আছে, অৰ্থাৎ ব্ৰহ্মবাদ আৰু পুৰুষ-প্ৰকৃতিবাদ। ব্ৰহ্মবাদ বেদান্তৰ মত আৰু পুৰুষ-প্ৰকৃতিবাদ হৈছে সাংখ্যৰ মত। ব্ৰহ্মবাদীবিলাকৰ ভিতৰতো তিনিটা বিশেষ মতৰ প্ৰচলন আছে, যেনে দ্বৈত, বিশিষ্টাদ্বৈত আৰু অদ্বৈত। দ্বৈতবাদ মতে জীৱাত্মা আৰু পৰমাত্মা বেলেগ। সকলোৱে মূলত বিষ্ণু, প্ৰকৃতি আৰু জীৱ তেওঁৰ অধীন; যদিওবা তিনিও অনাদি আৰু অনন্ত। বিষ্ণু সৎ স্বৰূপ, জ্ঞান স্বৰূপ আৰু অনন্ত স্বৰূপ "সত্যং জ্ঞানমনন্তং" আৰু প্ৰকৃতি জড়। যেতিয়া বিষ্ণুৱে

**গীতাৰ তিনি পথ**

পুৰুষৰূপে প্ৰকৃতিত আশ্ৰয় কৰে তেতিয়া জগতৰ সৃষ্টি আৰম্ভ হয়। জগত সৃষ্টিৰ প্ৰক্ৰিয়া সাংখ্যমতেৰে একেই। জীৱ জগতত কিন্তু প্ৰত্যেক জীৱই বেলেগ আৰু জীৱই নিজ কৰ্ম্ম অনুযায়ী চাৰিবিধ মোক্ষ লাভ কৰে, যেনে সালোক্য, সান্নিধ্য, সাৰূপ্য আৰু সাযুজ্য। সাযুজ্য মুক্তিতো জীৱ আৰু ঈশ্বৰৰ ভিতৰত যি মূল প্ৰভেদ আছে সি লোপ নহয়।

বিশিষ্টাদ্বৈতবাদ মতে ব্ৰহ্মই এক সৎ বস্তু হলেও, তেওঁক আমি উপাধিৰে বুজিব পাৰো। ব্ৰহ্মৰ দুই ভাব, এক সগুণ ব্ৰহ্ম আৰু এক নিৰ্গুণ ব্ৰহ্ম। সগুণ ব্ৰহ্মই ঈশ্বৰ আৰু সৃষ্টিকৰ্ত্তা। এই মত মতে উপাসনাৰ নিমিত্তে উপাস্যৰ আৱশ্যক আৰু সেই গুণেই ব্ৰহ্ম সগুণ। এই সগুণ ব্ৰহ্মৰ পৰাই শঙ্কৰ্ষণ অৰ্থাৎ বিভিন্ন আত্মা জাত হৈছে আৰু এই আত্মাৰপৰা প্ৰদ্যুম্ন অৰ্থাৎ মন জাত হৈছে। আৰু দুই মনৰপৰা অনিৰুদ্ধ অৰ্থাৎ 'মই' জাত হৈছে। যেতিয়া সৃষ্টি চলি থাকে তেতিয়া এই বিভিন্ন আত্মাই ব্যক্তৰূপে জগতত কাৰ্য্য কৰে আৰু প্ৰলয়ত অব্যক্তৰূপে কাৰণ স্বৰূপ ব্ৰহ্মত লীন হয় আৰু প্ৰকৃতিত লীন হয়। আত্মা সগুণ ব্ৰহ্মৰ কণ্যা, আৰু জীৱই এই ব্ৰহ্মৰ উপাসনা কৰি মোক্ষ লাভৰ চেষ্টা কৰে।

বেদান্তৰ অদ্বৈতবাদত, ব্ৰহ্ম নিৰ্গুণ, নিৰুপাধিক আৰু "একং এবঃ অদ্বিতীয়ং।" ইয়াত জীৱাত্মা পৰমাত্মা আৰু কাৰ্য্য-কাৰণৰ ভিতৰত কোনো ভেদ নাই। ব্ৰহ্মৰপৰা জগত সৃষ্টি হৈছে, যেনেকৈ মূৰৰপৰা চুলি হয়। ব্ৰহ্মত বাহিৰে কোনো নাই। মায়াৰপৰা জগতৰ সত্তা উপলব্ধি হয়। যেতিয়া মায়াৰ দ্বাৰা উপহিত হৈ ব্ৰহ্ম উপাধিযুক্ত হয় তেতিয়াই জীৱৰূপে প্ৰকাশমান হয় আৰু উপাধি ৰহিত হলেই ব্ৰহ্মভাৱ। উপাধি হৈছে পাশৰ নিচিনা—"পাশযুক্ত ভবেৎ জীৱো পাশযুক্ত সদাশিৱঃ।"

সাংখ্যৰ মতে এই জগতসৃষ্টিৰ মূলত দুটা কাৰণ বৰ্ত্তমান, অৰ্থাৎ পুৰুষ আৰু প্ৰকৃতি। পুৰুষ হৈছে চৈতন্য ; প্ৰকৃতি জড় আৰু ত্ৰিগুণাত্মিকা। এই পুৰুষ আৰু প্ৰকৃতিৰ সংযোগত জগতৰ উদ্ভৱ হৈছে। জগতৰ সকলো বস্তুতে সদাই দুটা বিপৰীত ৰকমৰ ভাৱ দেখিবলৈ পোৱা যায়। এটা নিত্য বা স্থায়ী ভাৱ আৰু আনটো অনিত্য বা পৰিবৰ্ত্তনশীল ভাৱ। সকলো বস্তুতে প্ৰতি মুহূৰ্ত্তে পৰিবৰ্ত্তন হব লাগিছে ; এক ঘণ্টাৰ আগেয়ে যি বস্তু যেনে আছিল, এঘণ্টাৰ পাচত আৰু সি তেনে অৱস্থাত নাই ; কিয়নো, সি আগতকৈ এক ঘণ্টাৰ পুৰণি হ'ল আৰু সেই অনুসাৰেই তাৰ উপাদানবিলাকৰ ভিতৰতো

পৰিবৰ্ত্তন হ'ল। সেইদৰেই আকৌ পৰিবৰ্ত্তনৰো এটা সীমা আছে। সকলো বস্তু পৰিবৰ্ত্তন হৈহে শেষত এনে এটা অৱস্থা পায়গৈ যেতিয়া পৰিবৰ্ত্তন নাইকিয়া হয় আৰু সি তেতিয়া স্থায়ী ভাৱ ধাৰণ কৰে। জগতৰ এই স্থায়ী, অপৰিবৰ্ত্তনশীল আৰু নিত্য ভাৱেই পুৰুষ আৰু পৰিবৰ্ত্তনশীল বা অনিত্য ভাৱেই প্ৰকৃতি। এই জড় আৰু চৈতন্যৰ সংযোগৰ ফলতে জগতৰ উদ্ভৱ হৈছে। নিত্যৰ লগত অনিত্য সদাই আলোৰ লগত ছায়া থকাদি আছে। এই প্ৰকৃতিয়েই দৰ্শন-শাস্ত্ৰৰ মতে মায়া, ভক্তি-শাস্ত্ৰৰ মতে হ্লাদিনী বা আনন্দময়ী আৰু তন্ত্ৰ-শাস্ত্ৰৰ মতে ইচ্ছাময়ীৰূপে, জীৱত অধিষ্ঠান কৰিছে। মানুহৰ স্বভাৱ হৈছে চিন্তা কৰা, অনুভৱ কৰা আৰু ইচ্ছা কৰা। চিন্তাৰ ফল জ্ঞান, অনুভূতিৰ ফল প্ৰেম আৰু ইচ্ছাৰ ফল কৰ্ম্ম। চিন্তা, প্ৰেম আৰু ইচ্ছা—এই তিনিটা উৰ্দ্ধগামী বৃত্তিৰ স্ফুৰণতে মানুহ জাতিৰ ক্ৰমোন্নতি সাধিত হৈ আহিছে। আৰু সেই গুণেই গীতাই এই তিনিটা বৃত্তিৰ অনুশীলনৰ নিমিত্তে কৰ্ম্ম, জ্ঞান আৰু ভক্তি—এই তিনি পথৰ বিধান কৰিছে। এই তিনিটা মাৰ্গ অৱলম্বন কৰি আসুৰিক বৃত্তিবিলাকৰ দমন আৰু দৈৱ বৃত্তিবিলাকৰ স্ফুৰণ কৰিবলৈ যি ধৰ্ম্মই শিক্ষা দিয়ে সেয়ে সনাতন ধৰ্ম্ম। আৰু গীতায়ো এই তিনিটা পথকে উপদেশ দিছে।

সনাতন ধৰ্ম্মত অধিকাৰী ভেদে আৰু মানুহৰ প্ৰকৃতি আৰু প্ৰবৃত্তি অনুসাৰে যদিও নানা পথৰ উল্লেখ দেখিবলৈ পোৱা যায় তথাপি মূলত এটাইবোৰ মত বা পথ যে একে সেয়েহে প্ৰমাণিত হয়। হিন্দুৰ ছখন দৰ্শন শাস্ত্ৰক, যেনে—ন্যায়, সাঙ্খ্য, মীমাংসা, বৈশেষিক, যোগ, বেদান্তক অনেকে বিপৰীত মতৰ দৰ্শন-শাস্ত্ৰ বুলি ভাৱে। কিন্তু প্ৰকৃতপক্ষে সিবিলাকে বেলেগ বেলেগ মত প্ৰৱৰ্ত্তনৰ চেষ্টা নকৰি এটা সত্যকেহে বেলেগ বেলেগ ফালৰপৰা সমান কৰিছে। ব্ৰহ্মবিন্দু উপনিষদত এঠাইত কৈছে—

তিনি পথৰ সমন্বয়

গবামনেক বৰ্ণানাং ক্ষীৰস্যাপ্যেক বৰ্ণতা।
ক্ষীৰবৎ পশ্যতে জ্ঞানং লিঙ্গিনস্তু গবাং যথা॥

সেইদৰে গীতাৰ তিনিওটা পথৰ যে শিক্ষা একেই, তাক সহজে বুজিব পাৰি। মনুষ্য জীৱনৰ চৰম উদ্দেশ্য হৈছে মোক্ষ বা ভগৱৎ প্ৰাপ্তি। স্বধৰ্ম্ম বা কৰ্ত্তব্য পালনেই হৈছে ভগৱৎ প্ৰাপ্তিৰ উপায়। মনুষ্য জীৱন আদিৰপৰা

অন্তলৈকে এটা শৃঙ্খলাবদ্ধ কৰ্ত্তব্যৰ ধাৰা মাত্ৰ। মানুহে কৰ্ত্তব্যজ্ঞান ভাল কৰে নীতিশিক্ষাৰপৰা। নীতিশিক্ষাৰ আদেশ পালি কাম কৰোঁতে কৰোঁতে যেতিয়া চিত্ত শুদ্ধ হয়, তেতিয়া মানুহে জ্ঞান লাভ কৰে। আৰু সেই জ্ঞানৰ অনুশীলনৰপৰাই কৰ্ত্তব্য জ্ঞান লাভ কৰে। কৰ্ত্তব্যজ্ঞান লাভ কৰিলেই যে মানুহে কৰ্ত্তব্য কাম কৰে তেনে নহয়। কৰ্ত্তব্য জ্ঞানৰ লগত যেতিয়া প্ৰেম বা ভক্তি যোগ হয় তেতিয়াহে মানুহে কৰ্ত্তব্য কাম কৰিবলৈ আগবাঢ়ে। প্ৰেম বা ভক্তিযুক্ত কৰ্ত্তব্য কামেই নিষ্কাম কাম। সেই গুণে নিষ্কাম কৰ্ম্মৰ মূলত হয় স্নেহ, নহয় প্ৰেম, নহয় ভক্তি লগা আছে। কিন্তু প্ৰেম বা ভক্তি লাভৰ উপায় হৈছে ত্যাগ, য'ত ত্যাগৰ ভাৱ নাই ত'ত প্ৰেম বা ভক্তিয়ে কেতিয়াও গা কৰিব নোৱাৰে। এই ত্যাগৰ শিক্ষাই গীতাৰ চৰম শিক্ষা—সন্ন্যাস। যেতিয়া আমি ক্ষুদ্ৰ 'মই'টোক কোঁচাই আনো তেতিয়া ত্যাগ আমাৰ পক্ষে অসম্ভৱ যেন লাগে, কিন্তু যেতিয়া আমি তাক বহলাবলৈ অভ্যাস কৰোঁহক, তেতিয়া ত্যাগতকৈ আনন্দৰ বিষয় আৰু একো নাইকিয়া হয়। গীতাই শিক্ষা দিয়ে এই ক্ষুদ্ৰ 'মই'টোক বহলাই আমি কেনেকৈ সমস্ত বিশ্বতে এই 'মই'ক দেখিবলৈ পাওঁ আৰু আনপিনে এই 'মই'তে কেনেকৈ সমস্ত বিশ্বক দৰ্শন কৰোঁ। এইদৰে বিশ্বৰূপ দৰ্শন কৰিবলৈকে গীতাই কৰ্ম্ম, ভক্তি আৰু জ্ঞানৰ উপদেশ দিছে। গীতাই কৈছে কৰ্ম্ম কৰা, কিয়নো, তুমি কৰ্ম্মৰপৰাই উদ্ভৱ হৈছা আৰু কৰ্ম্ম কৰাই তোমাৰ স্বভাৱ, আৰু কৈছে, যদি কৰ্ম্ম-বন্ধনৰপৰা মুক্ত হ'ব খোজা বা ভগৱানক পাব খোজা তেনেহলে, কৰ্ম্মৰ ফল আশা নকৰি কেৱল কৰ্ত্তব্যবোধেৰে কৰ্ম্ম কৰা আৰু কৰ্ত্তব্য কাম কি তাক জ্ঞানৰ দ্বাৰাই জানি লোৱা আৰু ঈশ্বৰক প্ৰেম বা ভক্তি কৰিবলৈ শিকা ; তেতিয়া কৰ্ত্তব্য কাম কৰিবলৈ তোমাৰ আপুনি ৰতি হ'ব। ঈশ্বৰৰ প্ৰতি অনুৰাগী হ'বৰ নিমিত্তে ত্যাগ অৰ্থাৎ অনাসক্ত ভোগ অভ্যাস কৰা। তেনেহলে গীতাত তিনিটা বেলেগ বেলেগ পথৰ উপদেশ দিছে বুলি ভাবিলে গীতাৰ প্ৰকৃত শিক্ষা কেতিয়াও লাভ কৰিব নোৱাৰি।

আমি গীতাৰ অধ্যায় আৰু কাণ্ড বিভাগলৈ মন কৰিলেও সেই একে কথাকে দেখিবলৈ পাওঁহক। গীতাত ওঠৰটা অধ্যায় আছে আৰু প্ৰতি ছয় অধ্যায়ে একোটা কাণ্ড হৈছে। বেদত যেনেকৈ তিনিটা কাণ্ড আছে, যেনে কৰ্ম কণ্ড, উপাসনা কাণ্ড আৰু জ্ঞান কাণ্ড, গীতাতো তেনেকৈ তিনিটা কাণ্ড আছে। ইয়াৰ প্ৰথম ছয় অধ্যায় লৈ কৰ্ম্ম কাণ্ড, দ্বিতীয় ছয় অধ্যায় লৈ উপাসনা কাণ্ড, আৰু শেহৰ ছয় অধ্যায় লৈ

গীতাৰ বিভাগ

জ্ঞান কাণ্ড হৈছে। প্ৰত্যেক কাণ্ডতে কৰ্ম্ম, ভক্তি আৰু জ্ঞানৰ কথা থাকিলেও, আগৰ কাণ্ডত কৰ্ম্ম, মাজৰ কাণ্ডত ভক্তি আৰু শেহৰ কাণ্ডত জ্ঞানৰ বিষয়ে বিশেষকৈ কোৱা হৈছে। জ্ঞান আৰু কৰ্ম্মক বেলেগকৈ ধৰিবলৈ গলেহে তাৰ ভিতৰত বিৰোধ উপস্থিত হয় আৰু এই বিৰোধৰপৰাই যত বাদ-বিতণ্ডাৰ সৃষ্টি। এই বিৰোধৰ সামঞ্জস্য স্থাপন কৰিবৰ নিমিত্তেই গীতাই কৰ্ম্ম আৰু জ্ঞানৰ মাজত ভক্তিক স্থাপন কৰিছে। যেনে—কৰ্ম্ম + ভক্তি + জ্ঞান। ভক্তিশূন্য কৰ্ম্মই হৈছে সকাম কৰ্ম্ম আৰু ভক্তিযুক্ত কৰ্ম্মই হৈছে নিষ্কাম কৰ্ম্ম। ভক্তিশূন্য জ্ঞানৰ ফল অহঙ্কাৰ আৰু জ্ঞানশূন্য ভক্তিত অন্ধ-বিশ্বাস। যোগিনী তন্ত্ৰৰ এঠাইত মহাদেৱে পাৰ্ব্বতীক কৈছে:

কৰ্ম্মণা লভতে ভক্তিং ভক্ত্যা জ্ঞানমুপালভ্যে।
জ্ঞানান্মুক্তিৰ্ম্মহা দেৱি সত্যং সত্যং ময়োচ্যতে॥

সেই গুণেই গীতাই ভক্তিক কৰ্ম্ম আৰু জ্ঞানৰ মাজত ৰাখি এটাই-কেইটা মাৰ্গৰ সামঞ্জস্য স্থাপন কৰি জীৱৰ মুক্তিৰ উপায় নিৰ্দ্দেশ কৰিছে।

আমি ওপৰত ত্যাগৰ কথা কৈ আহিছোঁ। গীতাই কেনে ত্যাগ শিক্ষা দিছে তাক এবাৰ ভাবি চোৱা যাওক। ত্যাগ আৰ্য্য শিক্ষাৰ আদৰ্শ আৰু আৰ্য্য নীতিৰ প্ৰধান অঙ্গ কিন্তু ভোগশূন্য ত্যাগৰ একো অৰ্থ নাই। সেই গুণে ভোগৰ নিমিত্তে যত্নশীল নহৈ ত্যাগ মন্ত্ৰৰ অভ্যাস কৰিবলৈ যোৱা অসম্ভব। ত্যাগৰ শিক্ষা হব লাগিব ভোগৰ ভিতৰত। তোমাৰ যেনিবা একোৱেই নাই ত্যাগ কৰিবা কি? যি মানুহৰ ঘোড়াগাড়ী থাকোঁতেও খোজ কাঢ়ি গৈছে, তেওঁ ত্যাগ অভ্যাস কৰিছে কিন্তু যাৰ ঘোড়াগাড়ী নাই তেওঁ খোজকাঢ়ি নগৈ কি কৰিব? তেওঁ খোজকাঢ়ি যোৱাত ত্যাগৰ শিক্ষা কেনেকৈ হ'ব! সেইগুণে সংসাৰত ভোগৰ নিমিত্তে চেষ্টিত হৈ ত্যাগ শিকিবলৈ অভ্যাস কৰাহে গীতাৰ অভিপ্ৰায় আৰু সেইগুণেই, যতি আৰু বাণপ্ৰস্থ এই দুই প্ৰবৃত্তিপৰ আশ্ৰমক, ব্ৰহ্মচৰ্য্য আৰু গৃহস্থাশ্ৰম এই দুই প্ৰবৃত্তিপৰ আশ্ৰমৰ পিচত আৰ্য্য শাস্ত্ৰে বিধান কৰিছে আৰু গীতাৰ শিক্ষাও এয়ে; নতুবা প্ৰকৃত ব্ৰহ্মজ্ঞান লাভৰ নিমিত্তে, ত্যাগৰ আদৰ্শ শিকিবৰ নিমিত্তে, কৌপীন-ধাৰী শুকদেৱক নাৰদে, ৰাজৰ্ষি জনকৰ ওচৰলৈ নপঠালে-হেঁতেন। মহাভাৰতৰ শান্তি-পৰ্ব্বত ব্যাসদেৱে, তেওঁৰ পুত্ৰ শুকদেৱক উপদেশ দিছে। যি তপোবনত জন্মগ্ৰহণ কৰি ভোগৰ আস্বাদ গ্ৰহণ নকৰাকৈয়ে

ত্যাগী হয়, তেওঁৰ ধৰ্ম্ম অলপহে হয় কিন্তু যি গৃহস্থাশ্ৰমত জন্মগ্ৰহণ কৰি ভোগৰ আস্বাদ লৈ তাক পৰিত্যাগ কৰিব পাৰে তেৱেঁইহে প্ৰকৃত ধাৰ্ম্মিক। ব্ৰহ্মচাৰী অৱস্থাত স্বধৰ্ম্ম পালনৰ নিমিত্তে উপযুক্ত হবলৈ সংযম শিক্ষা কৰি জ্ঞান আৰু শক্তি সঞ্চয় কৰিব লাগে; গৃহস্থাশ্ৰমত এই ধৰ্ম্মক অনুষ্ঠান কৰিব লাগে। স্বধৰ্ম্মৰ সম্পূৰ্ণ অনুষ্ঠান কৰা হলেই বাণপ্ৰস্থ আৰু সন্ন্যাসৰ অধিকাৰ লাভ কৰে। গৃহস্থাশ্ৰমত প্ৰবেশ কৰি সকলোৰকম সাংসাৰিক উন্নতিৰ নিমিত্তে পুৰুষাৰ্থ কৰি তাত সিদ্ধিলাভ কৰিব আৰু তাৰ লগে লগে ত্যাগ অভ্যাস কৰিব; এয়েই গীতাৰ মহতী শিক্ষা। এই শিক্ষা পাহৰি তাৰ আন অৰ্থ কৰাতে আৰ্য্য জাতিৰ এনে দুৰ্দ্দশা আৰু আৰ্য্য ধৰ্ম্মৰ এনে মলিন অৱস্থা।

গীতাৰ শিক্ষা অনন্ত। গীতাই শিক্ষা দিছে, আত্মা অবিনাশী, দেহৰ মৃত্যু আছে কিন্তু আত্মা অমৰ; সুখ দুখ মিছা, ই কেৱল বিষয়ৰ লগত ইন্দ্ৰিয়ৰ যোগ, আত্মজ্ঞানেই সকলোতকৈ শ্ৰেষ্ঠ জ্ঞান, কৰ্ত্তব্য পালনেই স্বধৰ্ম্ম, হৃদয়ৰ দুৰ্ব্বলতাই কৰ্ত্তব্যৰ পথত বিঘিনি; ঈশ্বৰত আত্ম-নিবেদন কৰি কৰ্ম্মত ৰতি, কৰ্ম্মফলত বিৰতি, সিদ্ধি, অসিদ্ধি-জয়-পৰাজয়ত সমজ্ঞান কৰি সাধন মাৰ্গত আগবাঢ়ি স্থিতপ্ৰজ্ঞ হৈ সংসাৰৰ দুখ-দুৰ্গতিৰ হাত সাৰি মনত চিৰ শান্তি লাভ কৰাৰ উপায়, ইত্যাদি সনাতন আৰ্য্য ধৰ্ম্মৰ সকলো বিষয়কে গীতাই অতি সুন্দৰ আৰু শৃঙ্খলা মতে শিক্ষা দিছে। সংসাৰলৈ পিঠি দি সংসাৰৰ সকলো বিষয়কে তুচ্ছজ্ঞান কৰি কেৱল ধ্যান কৰি বহি থকা গীতাই উপদেশ দিয়া ধৰ্ম্ম কেতিয়াও নহয়। গীতাৰ শিক্ষা মতে নচলা বাবেই আৰ্য্য জাতিৰ এই দুৰ্দ্দশা আৰু আৰ্য্য ধৰ্ম্মৰ এনে দুৰৱস্থা। আৰ্য্য ধৰ্ম্ম পুনৰুত্থানৰ একমাত্ৰ উপায় হৈছে আকৌ গীতাৰ উদাৰ শিক্ষা মানুহৰ মাজত প্ৰচাৰ কৰা।

ভাৰতবৰ্ষত আৰ্য্য প্ৰভাৱৰ বিস্তাৰ বিশেষকৈ সনাতন ধৰ্ম্মৰ সহায়েৰে আমাৰ দেশত সাধিত হৈছিল। অৱশ্যে অনাৰ্য্য জাতিবিলাকক বশ কৰিবৰ গীতাৰ আলোচনা নিমিত্তে ধেনু-কাড় যে ব্যৱহাৰ কৰিব লগা নহৈছিল এনেও নহয়।

অগ্ৰতঃ চতুৰোবেদাঃ পৃষ্ঠতঃ সশৰং ধনুঃ।
উভাভ্যাং চ সমৰ্থোঽহং শাপাদপি শৰাদপি॥

তেওঁবিলাকে যেতিয়া যলৈকে গৈছিল, সনাতন ধৰ্ম্মৰ গ্ৰন্থবিলাক লগত লৈ গৈছিল। সকলো শাস্ত্ৰৰ সাৰ আৰু হিন্দু জাতিৰ জীৱনসৰ্ব্বস্ব গীতা যে

লগত নিনিছিল তেনে নহয়। সেই গুণে এই দেশত আৰ্য্য বসতি স্থাপিত হোৱাৰ কালৰেপৰা গীতাৰ আলোচনা আছিল বুলি ধৰিব পাৰি। অসম দেশত আজিকালিও কশ্চিৎ হে এঘৰ ব্ৰাহ্মণ পোৱা যায়, যাৰ ঘৰত এখন সাঁচিপতীয়া গীতা নাই। গীতা পাঠ এতিয়াও এটা নৈমিত্তিক কৰ্ম্মৰ ভিতৰত। অসমীয়া হিন্দুৱে আজিকালিও পিতৃমাতৃৰ শ্ৰাদ্ধৰ ওচৰত ভক্তিৰে গীতা পাঠ কৰায়। অনেক ব্ৰাহ্মণ আছে যাৰ গোটেইখন গীতা কণ্ঠস্থ আৰু যি নিতৌ পূজা-সেৱাৰ অন্তত গীতাৰ আবৃত্তি কৰিহে অন্ন গ্ৰহণ কৰে। ব্ৰাহ্মণবিলাকে গীতাৰ মহতী শিক্ষাৰ আস্বাদ নিজে গ্ৰহণ কৰিয়েই যে সন্তুষ্ট আছিল এনে নহয়। যাতে সংস্কৃতত অনভিজ্ঞ তিৰোতা আৰু শূদ্ৰিৰো এই জ্ঞানৰপৰা বঞ্চিত নহয় তাৰ নিমিত্তে অসমীয়া গদ্য আৰু পদ্যত গীতা অনুবাদ কৰিছিল। প্ৰথমতে অসমীয়া ভাষাত এই পুথিৰ অনুবাদ শ্ৰীশ্ৰীদামোদৰদেৱৰ মাজু ককায়েক ৺ৰত্নাকৰদেৱে ৰচনা কৰে। মানুহৰ মাজত গীতাৰ শিক্ষা অতি প্ৰীতিকৰ কৰিবৰ নিমিত্তে তাত তেওঁ কীৰ্ত্তনৰ সুৰ বান্ধি ৰচনা কৰিছিল। এইখন পুথি এতিয়াও ছপা হৈ ওলোৱা নাই। এইখনত বাজেও ভট্টদেৱৰ কথা-গীতাৰ গদ্য আৰু ৺গোবিন্দ মিশ্ৰৰ গীতাৰ পদ্য অনুবাদ অসমীয়া সাহিত্যৰ অমূল্য নিধি। ৺গোবিন্দ মিশ্ৰৰ গীতাৰ অনেক সংস্কৰণ ছপা হৈছে। ভট্টদেৱৰ কথা-গীতা প্ৰকাশ কৰি আমি অসমীয়া ৰাইজৰ হাতত দিলোঁ। এই তিনিখনত বাহিৰেও যে আমাৰ ভাষাত গীতা ৰচিত হোৱা নাছিল তাক কব নোৱাৰি। আগৰ দিনত এই দেশত সকলো শ্ৰেণীৰ মানুহৰ মাজতে যে গীতা শিক্ষাৰ বিশেষ প্ৰচলন আছিল তাক ভালকৈ বুজিব পাৰি। আমি ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ যেন গীতাৰ উদাৰ শিক্ষা আকৌ আমাৰ মানুহৰ মাজত প্ৰচাৰিত হয়, আকৌ অসমীয়া মানুহে নিজ নিজ কৰ্ত্তব্য বুজি স্বধৰ্ম্ম পালন কৰি নিজৰ মঙ্গল, জাতিৰ মঙ্গল সাধন কৰি অৱশেষত শ্ৰীকৃষ্ণৰ চৰণপদ্ম লাভ কৰে। ওঁ তৎ সৎ।

# পুৰণি অসম বুৰঞ্জীৰ ভূমিকা

'বুৰঞ্জী'—এইটো এটা আহোম ভাষাৰ শব্দ। আহোম ভাষাত 'বু' মানে মূৰ্খ, 'ৰণ' মানে শিক্ষা আৰু 'জী' মানে ভঁড়াল; বুৰঞ্জী মানে 'মূৰ্খৰ শিক্ষাৰ ভঁড়াল'। ত্ৰয়োদশ শতাব্দীত আহোমবিলাক এই দেশলৈ আহোঁতেই বুৰঞ্জী লেখাৰ দস্তুৰো অসম দেশলৈ আহে। আহোমবিলাক বিশাল তিব্বতীয়-বৰ্ম্মণ জাতিৰে এটা ঠেঙলি। চীন আৰু জাপানী জাতিও তাৰেপৰাই ওলাইছে। আহোমৰ দৰে চীন আৰু জাপানী জাতিৰ ভিতৰতো বুৰঞ্জী লিখি ৰখা দস্তুৰ অতি পুৰণি। এই দেশলৈ আহোমবিলাক অহাৰ দিনৰেপৰা ৰজাঘৰীয়া কথাবিলাক লিখি ৰখা দস্তুৰ প্ৰচলিত হয়। আহোম ৰজাবিলাকৰ আদি পুৰুষৰ উৎপত্তিকাল প্ৰায় ৫৬৮ খৃঃ অঃ। সেই কালৰেপৰা তেওঁবিলাকৰ ভিতৰত বুৰঞ্জীৰ প্ৰচলন আছে। আহোম ৰজাসকল পোনপ্ৰথমতে এই দেশলৈ আহোঁতে বুৰঞ্জীবিলাক আহোম ভাষাতে লিখা হৈছিল। কিন্তু পাচত যেতিয়া তেওঁবিলাকে অসমীয়া ভাষাকে মাতৃভাষা বুলি গ্ৰহণ কৰিলে তেতিয়াৰে-পৰা অসমীয়া ভাষাত বুৰঞ্জী লিখা হবলৈ ধৰিলে; কিন্তু দেওধাই বাইলুঙ-বিলাকৰ ভিতৰত আহোম ভাষাত বুৰঞ্জী লিখা ৰীতিয়ে চলি থাকিল। সেই দেখি শেষ আহোম ৰজাসকলৰ দিনৰ কোনো কোনো বুৰঞ্জী আহোম ভাষাত দেখিবলৈ পোৱা যায়। সি যিকি নহওক, অসমীয়া ভাষাৰ বুৰঞ্জী সাহিত্য যে আহোম ৰজাসকলৰ দান সেই বিষয়ে কোনো সন্দেহ নাই। তেজপুৰত বহা অসম সাহিত্য সন্মিলনৰ সভাপতিৰূপে এই বিষয়ে এই লিখকে যি কৈছিল তাক ইয়াত উল্লেখ কৰিব পৰা যায়। তেওঁ কৈছিল, "আমাৰ বুৰঞ্জী সাহিত্যও এটা তুলনা নাইকিয়া সম্পত্তি। ভাৰতবৰ্ষৰ কোনো দেশীয় ভাষাই আমাৰ দেশৰ বুৰঞ্জীৰ নিচিনা সাহিত্যৰ গৌৰৱ কৰিব নোৱাৰে। এই দেশত আহোম ৰাজ্যৰ প্ৰতিষ্ঠা তেৰ শতিকাত হয়। তেতিয়াৰেপৰা এই দেশত ধাৰাবাহিকৰূপে ঐতিহাসিক ঘটনাবিলাক লিখি ৰখা দস্তুৰ আৰম্ভ হয়।

আহোম ৰজাবিলাকে অসমীয়া ভাষা গ্ৰহণ কৰাৰ দিনৰেপৰা অসমীয়া সাহিত্যৰ অনেক উপকাৰ সাধন কৰিছিল, কিন্তু তাৰ ভিতৰত বুৰঞ্জী সাহিত্যই তেওঁলোকৰ প্ৰধান দান।

আহোম ৰজাবিলাকৰ পূৰ্ব্বে এই দেশ হিন্দু ৰজাৰ তলতীয়া আছিল।

হিন্দু ৰজাবিলাকৰ ভিতৰত এইভাৱে বুৰঞ্জী লিখাৰ দস্তুৰ নাছিল। সেই বুলিয়েই আগৰ দিনত হিন্দুবিলাকৰ ভিতৰত ইতিহাসৰ শিক্ষা নাছিল বুলি ভাবিলে ডাঙৰ ভুল কৰা হব। তেওঁবিলাকৰ ভিতৰত 'ইতিহাস', শিক্ষাৰ এটা প্ৰধান অঙ্গ আছিল আৰু তাক পঞ্চম বেদ বুলি ধৰা হৈছিল ; যেনে—

"ঋগযজুঃ সামাথৰ্ব্বাখ্যা বেদাশ্চত্বাৰ উদ্ধৃতাঃ।
ইতিহাসপুৰাণঞ্চ পঞ্চমোবেদ উচ্যতে॥"

কিন্তু ইতিহাস বা বুৰঞ্জী বুলিলে আমি আজিকালি যি বুজো তেওঁ-বিলাকে সেইদৰে নুবুজিছিল। তেওঁবিলাকে ইতিহাস বৰ ডাঙৰ অৰ্থত প্ৰয়োগ কৰিছিল। ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ—এই চাৰিবিধ পুৰুষাৰ্থৰ বিষয়ে উপদেশ দিবৰ নিমিত্তে যিবোৰ পুৰণিকলীয়া কথা ব্যৱহাৰ কৰিছিল, সেই-বোৰকহে ইতিহাস বুলি গণ্য কৰিছিল। মহাভাৰতে কয়—

ধৰ্ম্মাৰ্থকামমোক্ষানামুপদেশ সমন্বিতম্।
পূৰ্ব্ববৃত্তকথাযুক্তমিতিহাস প্ৰচক্ষতে॥"

ইতিহাস শব্দৰ ধাতুগত অৰ্থয়ো তাকেহে ইঙ্গিত কৰে। ইতিহ্ + আপ্ + ঘঞ্ —ইতিহ, মানে পৰম্পৰাগত উপদেশ ; ইতিহ, ইয়াত আছে সেই গুণে ইতিহাস। আগৰ দিনত আৰ্য্যবিলাকে সংসাৰৰ যেই সেই ঘটনাকে ইতিহাসত ঠাই নিদি, যিবোৰ ঘটনাক আশ্ৰয় কৰি মানুহক ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ বিষয়ে শিক্ষা দিব পাৰিছিল সেইবোৰকহে ইতিহাস বুলি ধৰিছিল। অদৃষ্ট-ৱাদী ভাৰতীয় আৰ্য্যবিলাকে সংসাৰ চক্ৰৰ সকলো ঘটনাতে পুৰুষকাৰৰ বাহিৰেও দৈৱৰ হাত ফট্‌ফটীয়াকৈ দেখিবলৈ পাইছিল। তেওঁবিলাকে এখন যুদ্ধৰ জয়-পৰাজয়ত, যেনেকৈ সেনাপতিৰ সৈন্য চালনাৰ কৌশল, অস্ত্ৰ-শস্ত্ৰৰ বল আৰু সেনাবিলাকৰ শৌৰ্য্য-বীৰ্য্যৰ আৱশ্যকতা বুজিছিল। তেনেস্থলত তেওঁবিলাকে কিছুমান যুঁজ-বাগৰৰ বিৱৰণ আৰু ৰজা কিছুমানৰ নাম লিখি ৰখা, জাতীয় গৌৰৱৰ কথা বুলি নভৱাতো একো আচৰিত কথা নহয়। এইবোৰ কাৰণৰ নিমিত্তে প্ৰাচীন ভাৰতৰ আজিকালি আমি ইতিহাস বা বুৰঞ্জী বুলিলে যি বুজো, তাৰ প্ৰচলন নাছিল।

আগৰ দিনত অসমীয়া মানুহৰ ভিতৰত বুৰঞ্জী চৰ্চ্চা কৰা এটা শিক্ষাৰ প্ৰধান অঙ্গ আছিল। দেশৰ বুৰঞ্জী ভালকৈ নজনাতো ভাল মানুহৰ পক্ষে এটা বৰ ডাঙৰ লাজৰ কথা আছিল। প্ৰায় ভদ্ৰলোকৰ ঘৰে ঘৰে বুৰঞ্জী

পুথি আছিল। তেওঁবিলাকে বুৰঞ্জী সাহিত্য ইমান ভাল পাইছিল যে নিজৰ দেশৰ বুৰঞ্জী লিখি বা পঢ়িয়েই ক্ষান্ত নাছিল। ওচৰ-চুবুৰীয়া বঙ্গদেশৰ বুৰঞ্জীও লিখিছিল আৰু পঢ়িছিল। লিখকে অসমীয়া ভাষাত লিখা বৰ্দ্ধমানৰ বুৰঞ্জী এখন পাই, তাক প্ৰকাশ কৰিবৰ অভিপ্ৰায়েৰে যত্নেৰে সংগ্ৰহ কৰিছিল। কিন্তু বৰ বেজাৰৰ কথা পুথিখন তেওঁৰ হাতৰপৰা ওলাই গৈ সি আৰু ঘূৰি নাহিল। গৌৰীপুৰৰ ৰজা বাহাদুৰ শ্ৰীযুত প্ৰভাতচন্দ্ৰ বৰুৱাই যেতিয়া তেখেতৰ ৰাজ্যলৈ উত্তৰবঙ্গ সাহিত্য সম্মিলনক আহ্বান কৰে, তেতিয়া ৰজা বাহাদুৰে লেখকলৈ কেইখনমান অসমীয়া পুথি প্ৰদৰ্শনৰ নিমিত্তে পঠাবলৈ অনুৰোধ কৰে। লিখকে এই পুথিখনকে ৰজা বাহাদুৰলৈ পঠাইছিল। লিখকে ভাবিছিল যে বঙ্গালী সাহিত্যিকসকলে অসমীয়া ভাষাত তেওঁবিলাকৰ দেশৰ বুৰঞ্জী দেখি বৰ আনন্দ পাব। কিন্তু কবলৈ লাজ লাগে আৰু বেজাৰ লাগে যে এই মূল্যবান পুথিখনত কোনোবা বঙ্গালী সাহিত্যিকৰ হাত পৰিল। ৰজা বাহাদুৰে লেখকক বৰ দুখেৰে জানিবলৈ দিলে যে পুথিখন প্ৰদৰ্শনীৰপৰা কোনোবাই হাত কৰিলে। অসমীয়া সাহিত্যৰ এখন মূল্যবান পুথি এইদৰে লোপ হ'ল।

ইংৰাজী ভাষালৈ History শব্দটো গ্ৰীক ভাষাৰ Histor শব্দৰপৰা আহিছে; histor মানে 'জনা'। ইউৰোপত আগৰ দিনত ইতিহাস মানে, ঈশ্বৰৰপৰা সাক্ষাত সম্বন্ধে পোৱা জ্ঞানত বাজে সকলো বিধৰ শিক্ষালব্ধ জ্ঞানকে বুজাইছিল। তাৰ পাচত লিখকে যিবোৰ ঘটনা নিজ চকুৰে দেখি বা নিজে জানি লিখি ৰাখিছিল তেনেবোৰ ঘটনাকেহে ইতিহাস বোলা হৈছিল।

তাৰ পাচত আৰু এদোপ আগবাঢ়ি. নিজে দেখি বা জানি লিখাত বাজেও আন বিশ্বাসযোগ্য মানুহে কোৱা বা লিখা কথাকো ইতিহাস বুলি গণ্য কৰা হৈছিল। আজিকালিৰ বিচাৰ মতে, কি ধৰ্ম্ম, কি সমাজ, কি সাহিত্য, কি অৰ্থনীতি, কি ৰাজনীতি, সকলো কথাই ইতিহাসৰ ভিতৰত পৰে। অতীজতে ইতিহাসৰ বিষয় আছিল ৰজাবিলাকৰ বংশাৱলী। তাৰ পাচত ডাঙৰ ডাঙৰ যুদ্ধবিলাকৰ কথাও তাত লিখা হবলৈ ধৰিলে। তাৰ পাচত সন্ধিপত্ৰ, চই পেচকচ আদি দিয়াৰ কথাও যোগ কৰা হ'ল, আৰু তাৰ পাচত ওচৰ-চুবুৰীয়া জাতিবিলাকৰ লগত ৰাজনৈতিক সম্বন্ধৰ কথাও তাত দিয়া হ'ল। কিন্তু এইবোৰ ইতিহাসত ৰজাঘৰীয়া শাসন-প্ৰণালীৰ কথা

থাকিলেও, প্ৰজাবৰ্গৰ উন্নতি অৱনতিৰ বা সমাজৰ কোনো ভিতৰুৱা কথাৰ একো উল্লেখ নাছিল ; তাৰ উদাহৰণ খৃঃ পূঃ ৭৮ শতিকাত লিখা বাইবেলৰ পূৰ্ব্বখণ্ডত থকা ৰজাঘৰীয়া কথাবিলাক আৰু চেমুৱেলৰ বিৱৰণ ; আৰু খৃষ্টীয় তৃতীয় শতিকাত মেনিথো আদিয়ে লিখা বিৱৰণ, আৰু চীন আৰু জাপান দেশৰ পুৰণি বিৱৰণবিলাক।

বুৰঞ্জীয়ে এই অৱস্থা পোৱাৰ পাচত ধাৰাবাহিকৰূপে ঘটনাবিলাক লেখি ৰখা দস্তুৰ প্ৰচলন হয়। ইউৰোপত গ্ৰীকবিলাকেই ইয়াৰ প্ৰথম উদাহৰণ দেখুৱায়। গ্ৰীকবিলাকৰ ভিতৰত প্ৰথমতে এই কাজ হিৰোদতচ আৰু স্কুচিদাইদিচে কৰে। হিৰোদতচ পৃথিবীত আজিলৈকে ইতিহাসৰ জন্মদাতা বুলি খ্যাত হৈ আছে। ৰোম দেশত গ্ৰীচৰ অনুকৰণ কৰি লুচিয়ান আদিয়ে ইতিহাস লেখিবলৈ আৰম্ভ কৰে।

ইউৰোপেই বৈজ্ঞানিক প্ৰণালীৰে ইতিহাস লিখাৰ পথ-প্ৰদৰ্শক হলেও, ১৫ শতিকালৈকে ইউৰোপৰ সকলো জাতিৰ ভিতৰতে বুৰঞ্জী সাহিত্য নিচেই নিঃকিন অৱস্থাৰ আছিল। তাত সত্যৰ প্ৰতি কোনো লক্ষ্য নাছিল ; মাত্ৰ ক্ষমতাশালী মানুহৰ অযথা গুণানুবাদ আছিল। বৈজ্ঞানিক আৰু সমালোচনা-মূলক অনুসন্ধানৰ তাত কোনো শুংসূত্ৰই নাছিল। কিন্তু লাহে লাহে সি ভালৰ ফালে ঢাল লবলৈ ধৰিলে। ইউৰোপীয় সভ্যতাৰ যিটোক ৰিনেইচেঞ্চৰ ( Renaissance ) যুগ বোলে, সেই যুগত ইউৰোপত ইতিহাস সাহিত্যৰ অশেষ উন্নতি সাধিত হ'ল। মধ্যযুগত ( mediaeval period ) যি বোৰ জাল বুৰঞ্জী সৃষ্টি হৈছিল, সেইবোৰ এই যুগতে লাহে লাহে ধৰা পৰিবলৈ ধৰিলে আৰু সেইবোৰৰ ওপৰত মানুহৰ শ্ৰদ্ধা কমি আহিবলৈ ধৰিলে। ঐতিহাসিক সত্যতাৰ ওপৰত মানুহৰ আদৰ বাঢ়িবলৈ ধৰিলে আৰু তাৰ ফলত আচল ইতিহাস সৃষ্টিৰ পথ পৰিষ্কাৰ হৈ আহিল।

অৱশ্যে সেই সময়তে জাৰ্ম্মান দেশত ধৰ্ম্মৰ দুটা বেলেগ সম্প্ৰদায়ৰ ভিতৰত তুমুল বিবাদ লাগি উঠিছিল। এনেকুৱা দলাদলিৰ ফলত সচৰাচৰ যেনে হৈ থাকে জৰ্ম্মানিতো সেয়ে হ'ল অৰ্থাৎ জিদৰ কোবত দুই দলে সত্যক দূৰতে আঁতৰাই থৈ কঁকালত টঙ্গালি বান্ধি লাগিছিল। তাৰ ফলত দুয়োদলৰ ভিতৰত সত্যৰ নানাৰূপে অপলাপ হবলৈ ধৰিলে আৰু ইতিহাসৰ ফালে কণ কঠীয়া মৰিব লগা হ'ল। এই বিসম্বাদৰ ফলত দুয়ো দলৰ ভিতৰত সঁচাই মিছাই অনেক কিতাপ লিখা হ'ল। আৰু সেইবোৰ লিখাক ৰাপেৰে পঢ়া

অনেক মানুহো ওলাল। এই বিবাদৰ বেয়া ফল যিহকে নহওক কিন্তু সাহিত্যানুৰাগী এক শ্ৰেণীৰ মানুহ সৃষ্ট হ'ল। এইটো এটা কম লাভৰ কথা নহল। জগতত যিমান ডাঙৰ বাদ-বিসম্বাদ বা গ্লানিয়েই নহওক; তাৰপৰা যে কিছুমান ডাঙৰ উপকাৰো নহৰ তেনে নহয়। এনে বিসম্বাদৰ বা যুদ্ধৰ ফলত দুয়ো দলৰ ভিতৰত মনুষ্যত্ব গজি উঠে। দুই দলৰ ভিতৰত শক্তিৰ উন্মেষ হৈ দুয়োকো সবল কৰে। লাহে লাহে জিদ বা অহঙ্কাৰ আঁতৰি গলে নিজে নিজৰ ভুল বুজিৰ পৰা হয় আৰু তেতিয়া অসাৰ যুক্তি আৰু আবৰ্জ্জনা আঁতৰি যায় আৰু দুয়োদল সজ উদ্দেশ্যেৰে অনুপ্ৰাণিত হৈ জাতিটোকে পুষ্ট আৰু বলিষ্ঠ কৰি তোলে। অন্ততঃ জাৰ্মানিত ঠিক এনে হৈছিল। আমাৰ দেশতো যি সাম্প্ৰদায়িক বিদ্বেষৰ সৃষ্টি হৈছে তাৰো শেষফল ভালেই হব বুলি আশা কৰিব নোৱাৰি নে?

ইউৰোপৰ কোনো কোনো দেশত বুৰঞ্জী সাহিত্য এইদৰে উন্নতিৰ ফালে আগ বাঢ়িলেও, ইংলণ্ডত হেনোভৰ ফৈদৰ ৰজাৰ অধীনত বুৰঞ্জীয়ে অলপো গা কৰিব নোৱাৰিছিল। ১৯ শতিকাৰ আৰম্ভৰ লগে লগে জাৰ্ম্মানী দেশৰ পাণ্ডিত্যৰ প্ৰভাৱত ইংলণ্ডীয় ইতিহাসত এটা পৰিবৰ্ত্তন আহি পৰিল। জাৰ্ম্মান ঐতিহাসিক ৰেঙ্কে যি পথ নিৰ্দ্দেশ কৰিলে, সেই পথকে আশ্ৰয় কৰি এক শ্ৰেণীৰ ওখ-খাপৰ ঐতিহাসিক উদ্ভৱ হ'ল; জাৰ্ম্মান পণ্ডিত লিওপোল্‌দ ভন ৰেঙ্কে তেওঁৰ History of Roman and German Races বোলা কিতাপৰ এঠাইত কৈছে যে আজিকালি ইতিহাস লিখকে প্ৰায় সমসাময়িক লিখকৰ কথাৰ ওপৰত অনেক আস্থা স্থাপন কৰে। তেওঁৰ মতেৰে সেইটো ঠিক নহয়। তেওঁ কয় যে বিশেষকৈ চাবলগীয়া কথা হৈছে যে সেই মানুহজনে যি কথা লিখিছে তেওঁ তাক জানিবৰ কি সুবিধা পাইছিল আৰু মানুহজন কিমান বিশ্বাসযোগ্য। তেওঁ নিজৰ জ্ঞানৰপৰা লিখিছে নে কাৰবাৰ মুখৰপৰা শুনা কথাৰ ওপৰত নিৰ্ভৰ কৰি লিখিছে। অৰ্থাৎ আইন আদালতত যেনেকৈ এটা সাক্ষীক যিহৰপৰা বিশ্বাস বা অবিশ্বাস কৰে, যি কাগজ-পত্ৰক সাক্ষী বুলি গণ্য কৰা হয়, বুৰঞ্জী লিখোতেও তেনেকৈ পৰীক্ষা কৰিহে তাক গ্ৰহণ কৰিব লাগে। এই প্ৰণালীৰে ঐতিহাসিক অনুসন্ধান আৰম্ভ কৰাৰ ফলত অনুসন্ধান সম্বন্ধে অনেক সুবিধা আহি পৰিল। যত পুৰণি বস্তুৰ ভঁড়াল আছিল অনুসন্ধানকাৰী মানুহৰ পক্ষে সেইবিলাকৰ দুৱাৰ মুকলি কৰি দিয়া হ'ল। সেই কাগজ-পত্ৰবোৰ পঢ়ি তাৰপৰা নানা বিষয়ে টোকা উদ্ধাৰ কৰা

হ'ল। বেচি লাগতিয়াল কথাবোৰ ছাপা কৰি প্ৰকাশ কৰা হ'ল। পুৰণি ফলিবিলাক আবিষ্কাৰ কৰা হ'ল, পঢ়া হ'ল, সৰ্ব্বসাধাৰণৰ ওচৰত প্ৰকাশ কৰা হ'ল। ইয়াৰপৰা প্ৰধান প্ৰধান দেশবিলাকত এক শ্ৰেণীৰ পণ্ডিত ইতিহাসবিদৰ উদ্ভৱ হ'ল। জাৰ্ম্মানী দেশত পেৰ্টজ, ওৱেইট্‌জ, মোমচেন, কৰটিয়চ আদি ইতিহাসবিদৰ আবিৰ্ভাৱ হ'ল। তেওঁবিলাকে যি পথে চালনা কৰিলে, এতিয়াও সেই পথেই ইতিহাস চালিত হৈ আহিছে। তেওঁবিলাকে ইতিহাস সম্বন্ধে মানুহৰ ধাৰণা একেবাৰেই পৰিৱৰ্ত্তন কৰি দিলে। তেওঁ-বিলাকে কয় যে ইতিহাসৰ আচল শিক্ষা হৈছে অতীতৰ জ্ঞান লাভ কৰি, ভৱিষ্যত উন্নতিৰ বাটত আগবঢ়া। তেওঁবিলাকে ইতিহাসক কি ভাবেৰে গ্ৰহণ কৰিছিল তাক ভল্‌টায়ৰৰ এটা কথাই অতি সুন্দৰকৈ প্ৰকাশ কৰিছে। তেওঁ কয়, "Every present event is born of the past and is father of the future. The eternal chain can neither be broken nor entangled." তেতিয়াৰপৰাই বৈজ্ঞানিক প্ৰণালীৰে ইতিহাস লিখিত হবলৈ ধৰিলে। ঐতিহাসিক অনুসন্ধান কৰিবলৈ যাওঁতে আগেয়ে মনত এটা মত ঠিক কৰি লৈ, তাক যিবোৰ কথাই সমৰ্থন কৰে তাক বিচৰা ঐতিহাসিক অনুসন্ধান নহয়। অথচ বহুত ঐতিহাসিকে ঠিক ইয়াকে কৰে। ঐতিহাসিক অনুসন্ধানত জাতীয় বা দেশীয় সঙ্কীৰ্ণতা পৰিত্যাগ কৰিব লাগিব; কোনো সাম্প্ৰদায়িক বা ৰাজনৈতিক বাধ্য-বাধকতাৰ লগত সম্পৰ্ক ৰাখিব নালাগিব। এটা কথাক সঁচা বুলি গ্ৰহণ কৰাৰ আগেয়ে সেই সম্বন্ধে যিমান দূৰ নিখুঁত প্ৰমাণ পোৱা যায় তাৰে পৰীক্ষা কৰি লব লাগিব। এইদৰে সংগ্ৰহ কৰা কথাবিলাকক পুঙ্খানুপুঙ্খৰূপে ফঁহিয়াই চাই তাৰপৰা এটা সিদ্ধান্তত উপনীত হোৱাই বুৰঞ্জীৰ কাম। এনেকৈ সংগ্ৰহ কৰা তথ্যবিলাকৰপৰা যি স্বাভাবিক সিদ্ধান্ত হব আৰু তেনে সিদ্ধান্তৰপৰা লাভেই হব নে লোকচানেই হব ঐতিহাসিকে তাৰ নিমিত্তে ভাবিবৰ কোনো প্ৰয়োজন নাই। ঐতিহাসিকৰ কাৰ্য্য হৈছে সত্যৰ প্ৰতিষ্ঠা কৰা; তেওঁৰ কৰ্ত্তব্য হৈছে লাভ-অলাভ, জয়-পৰাজয়, কালৈকো কটাহি নকৰি সত্যৰ উদ্ঘাটন কৰা। এজন জ্ঞানীলোকে কৈছে যে বুৰঞ্জীৰ গতি এটা সৰলৰেখাৰ নিচিনা আৰু বিচক্ষণ বুৰঞ্জী-লিখক কেতিয়াও তেওঁৰ লিখাৰ ওপৰত বিৰিঙ্গি নোলায়। ঘটনাৰ যথাযথ বিৱৰণ দি যোৱাই বুৰঞ্জী-লিখকৰ আচল কাম। তাত তেওঁৰ মতামত দিবৰ কোনো সকাম নাই। বুৰঞ্জীৰ অধিষ্ঠাত্ৰী দেৱী, কালিদাসৰ শকুন্তলাৰ দৰে, সাজপাৰ

নোহোৱাকৈয়ে পৰম ৰূপহী। এনেকুৱা আৰ্হি আগত ৰাখি বুৰঞ্জী লিখাৰ দস্তুৰ ইউৰোপতে ১৯ শতিকাৰপৰাহে আৰম্ভ হৈছে।

কিন্তু আচৰিত মানিবলগীয়া কথা যে অসমৰ নিচিনা এখন দেশতো ১৩ শতিকাৰপৰাই ধাৰাবাহিকৰূপে বুৰঞ্জী লিখা দস্তুৰ চলি আহিছে আৰু প্ৰায় তেতিয়াৰপৰাই বৈজ্ঞানিকভাৱে বুৰঞ্জী লিখাৰ প্ৰথাও চলি আহিছে। বুৰঞ্জীৰ কথাবিলাক যেনে নিভাঁজ সত্য হব লাগে, তাৰ ভাষাও নিচেই সৰল আৰু আঁত নলগোৱা হব লাগে; আৰু তাৰ বৰ্ণনাৰ যেন দুটা অৰ্থ কৰিব নোৱাৰে, এনেভাৱে লিখা হব লাগে। ইতিহাসৰ বৰ্ণনাবিলাক যিমানদূৰ সম্ভৱ সংক্ষেপ হব লাগে অথচ তাতেই সম্পূৰ্ণভাৱে ভাবটো ফুটি উঠিব লাগে। তাত সত্যক গোপন কৰিবৰ নিমিত্তে কোনো চেষ্টা থাকিব নেলাগে। অসমীয়া বুৰঞ্জী লিখোঁতে এই কথাবোৰ যে ভালকৈ প্ৰতিপালন কৰিছিল, তাক এই বুৰঞ্জী কিতাপখন ভালকৈ পঢ়িলেই বুজিব পাৰি। ইয়াৰ লিখাত ক'তো বাহুল্য কথা নাই; ক'তো অতিৰঞ্জনৰ চেষ্টা নাই; ভাষা যেনে সৰল, তেনে আঁত নলগা। কোনো সঁচা কথাকে গোপন কৰিবৰ চেষ্টা নাই। ৰজাঘৰৰ অনেক চেঁকা-লগা কথাও এই বুৰঞ্জীত খোলাখুলিভাৱে লিখা আছে। এই বুৰঞ্জীবিলাকৰ সত্যতাৰ বিষয়ে মিষ্টাৰ গেইটে তেওঁৰ The History of Assam কিতাপৰ এঠাইত লিখিছে—

"The Historicity of these Buranjis is proved not only by the way in which they support each other but also by the comparison which is afforded by the Mahammadan writers, whenever they are available for comparison. Their chronology is further supported by the dates on various records."

অৰ্থাৎ, এই বুৰঞ্জীবিলাকত লিখা কথাবোৰ যে সঁচা তাৰ প্ৰমাণ হৈছে, বেলেগ বেলেগ বুৰঞ্জীত লিখা কথাবোৰৰ ভিতৰত মিল আছে, আৰু সেই কথাবোৰ মুচলমান ঐতিহাসিকবিলাকে লিখি থৈ যোৱা কথাৰ লগতো মিলে আৰু বুৰঞ্জীত দিয়া শক আৰু তাৰিখো শিলৰ ফলি, তামৰ ফলি আৰু মোহৰবিলাকত থকা শক আৰু তাৰিখেৰে মিল পোৱা যায়। এনে হবৰেই কথা। কিয়নো, যি মানুহে এই বুৰঞ্জীবোৰ লিখিছিল তেওঁবিলাক ঘটনাবোৰৰ সমসাময়িক মানুহ আছিল। তাত বাজেও তেওঁবিলাক ৰজাঘৰীয়া সকলো

ভিতৰুৱাল কথাৰ সন্তেদ পোৱা মানুহ আছিল। অনেক ঠাইত ৰজাই ভাত খাওঁতে মন্ত্রীসকলৰ লগত যি কথাবার্তা পাতিছিল আৰু ৰাজদৰবাৰত যিবোৰ মন্ত্রণা আদি হৈছিল সেইবোৰো বুৰঞ্জীত লিখা হৈছিল। ওচৰ-চুবুৰীয়া ৰজা-বিলাকে লিখা চিঠিবোৰ বুৰঞ্জীত মাজে মাজে দিয়া আছে। তাৰপৰাই ভালকৈ বুজিব পাৰি যে এইবোৰ সমসাময়িক লিখা আৰু ৰজাঘৰৰ ভিতৰুৱাল কথাৰ সন্তেদ পোৱা মানুহে লিখা। এই ৰজাঘৰীয়া ঐতিহাসিক চিঠিবোৰৰ হুবহু নকল দিয়া আছে আৰু সেইবোৰ এটাইবোৰত শক আৰু তাৰিখ দিয়া আছে। এই কিতাপৰ পৰিশিষ্টত এনে অনেক চিঠি দিয়া হৈছে। এই চিঠিবোৰ অসমৰ-বুৰঞ্জী লিখকৰ নিমিত্তে বৰ মূল্যবান সম্পত্তি। ভাৰতবর্ষত কোনো জাতিয়ে অসমীয়াৰ দৰে বুৰঞ্জী সাহিত্যৰ গৌৰৱ কৰিব নোৱাৰে।

এই বুৰঞ্জীখনিত আহোম ৰাজ্যৰ উৎপত্তিৰেপৰা স্বর্গদেও গদাধৰ সিংহৰ মৃত্যু পর্য্যন্ত লিখা আছে। গদাধৰ সিংহৰ পুত্র ৰুদ্রসিংহ পাটত উঠাৰ কথাৰ উল্লেখ আছে, কিন্তু তেওঁৰ ৰাজত্বৰ বিষয়ে আন কোনো কথা নাই। সেইগুণে এইখন গদাধৰ সিংহৰ ৰাজত্ব পর্য্যন্ত বুৰঞ্জী বুলি ধৰিলেহে ঠিক হ'ব। গদাধৰ সিংহই ১৬০৩ শকৰপৰা ১৬১৭ শকলৈকে ৰাজত্ব কৰে। সেইগুণে এই বুৰঞ্জীৰ ভাষা ১৭ শতিকাৰ অসমীয়া গদ্য ভাষাৰ চানেকি বুলি ধৰিলে একো ভুল কৰা নহব। ইয়াৰ ভিতৰত এটা লক্ষ্য কৰিবলগীয়া কথা আছে যে, এই কিতাপৰ ৭৪-৮৫ পিঠিত আহোম ৰজাবিলাকৰ নামৰ যি তালিকা দিয়া আছে তাত প্রমত্ত সিংহ ৰজাৰো নাম আছে। এইজনা ৰজা কিন্তু ১৬৬৬ শকতহে পাটত উঠে। এই কথাটোৰ ওপৰত নির্ভৰ কৰি অনেকে এই গ্রন্থৰ কাল ১৬৬৬ শক বুলি ভাবিব পাৰে, কিন্তু আমাৰ মনেৰে সেইটো ঠিক নহব ; কিয়নো, মূল পুথিত শিৱসিংহ আৰু প্রমত্ত সিংহ—এই দুজন ৰজাৰ নাম নকল কাৰকে পিচত লগাই দিয়াহে সম্ভৱ। প্রকৃতপক্ষে এইখন প্রমত্ত সিংহৰ দিনৰ বুৰঞ্জী হোৱা হলে মহাৰাজ ৰুদ্রসিংহৰ ৰাজত্বৰ দিনৰ ইয়াত কোনো কথাৰ উল্লেখ নথকাৰ কোনো কাৰণ দেখা নাযায়। সাৰশেষত আশা কৰো যেন এই কিতাপ ছপা হোৱাৰপৰা আমাৰ মানুহৰ মনত আগৰ দিনৰ বুৰঞ্জীৰ প্রতি ৰাপ বাঢ়িব আৰু ঐতিহাসিক চর্চ্চাৰ বাট মুকলি হ'ব। ভগৱানৰ ওচৰত এয়ে আমাৰ একান্ত গোহাৰি।

# হেমকোষ

স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাই 'অসমীয়া হেমকোষ' অভিধান আৰু 'অসমীয়া ভাষাৰ ব্যাকৰণ' লিখি অসমীয়া ভাষাৰ আৰু সাহিত্যৰ কি যুগমীয়া উপকাৰ কৰি গল তাক হেজাৰ মুখেৰে কৈও সাং কৰিব নোৱাৰি। ৺হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাত কেইখাখনো কিতাপ লেখি থৈ গৈছে। অসমীয়া ভাষাৰ প্ৰথম ক-খৰ কিতাপ 'আদিপাঠ' লিখে হেমচন্দ্ৰ বৰুৱাই, প্ৰথম ধেমেলীয়া নাট 'কানীয়াৰ কীৰ্ত্তন' লেখে হেমচন্দ্ৰ বৰুৱাই, প্ৰথম ধেমেলীয়া সামাজিক উপন্যাস 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰি' লেখে হেমচন্দ্ৰ বৰুৱাই। এইবোৰ কিতাপৰ নিমিত্তে যদিও অসমীয়া ভাষা তেওঁৰ ওচৰত চিৰকাল ধৰুৱা থাকিব, তথাপি তেওঁ ব্যাকৰণ আৰু অভিধান এই কিতাপ দুখন লিখি থৈ নোযোৱাহেঁতেন, অসমীয়া ভাষা কিজানি চিৰকাল লোকৰ লাথি খোৱা অৱস্থাতে থাকিলহেঁতেন। এই পুৰুষৰ ভিতৰত এনে এখন অভিধান আৰু এনে এখন ব্যাকৰণ লিখিব পৰা মানুহ আমাৰ ভিতৰত যে নায়েই অহা পুৰুষতো যে ওলাব তাৰো ঠিকনা নাই। তেওঁৰ ব্যাকৰণৰ গুণাগুণ সম্বন্ধে আলচ কৰা আজি আমাৰ অভিপ্ৰায় নহয়; তেওঁৰ অভিধান 'হেমকোষ' সম্বন্ধেহে কেইআষাৰমান কথা কব খুজিছোঁ। অসমীয়া মানুহৰ ভিতৰত সাহিত্য-সেৱকৰ লেখ নিচেই তাকৰ, সেইগুণে যি মানুহে অসমীয়া ভাষাত লিখা-পঢ়াৰ চৰ্চ্চা নকৰে তেওঁ অৱশ্যে হেমকোষৰ মোল নুবুজিব পাৰে, কিন্তু যি মানুহে অসমীয়া ভাষাত শুদ্ধকৈ কিবা লিখিব খোজে তেওঁ ভালকৈ বুজে, অসমীয়া সাহিত্য-সেৱকৰ পক্ষে ৺হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' কেনে কণাৰ লাখুটি। হেমচন্দ্ৰ বৰুৱাৰ এই অভিধান প্ৰকাশ হৈ ওলোৱাৰ আগেয়ে, অসমীয়া ভাষা ঠিক এখন গুৰীয়াল নাইকিয়া নাৱৰ নিচিনা আছিল; কিন্তু ইংৰাজী ১৯০০ চনত এই অভিধান প্ৰকাশ হৈ ওলোৱাৰ পাছৰপৰা আৰু তাৰ সেই অৱস্থা নাই। আমাৰ ওচৰ-চুবুৰীয়া বন্ধুসকলে নিতৌ অসমীয়া ভাষাক বাহিৰলৈ উলিয়াবলৈ তুলসীৰ গুৰি অঁতাইছিল আৰু কাঠ-সংস্কাৰ কৰিবলৈ কাঠ গোটাইছিল, কিন্তু কলৃঢোপ কলৃঢোপ কৰি থকা অসমীয়া ভাষাৰ মুখত হেমচন্দ্ৰ ধন্বন্তৰীৰ 'হেমকোষ' বড়ি পৰা মাত্ৰকে ক'ৰ যমদূত কলৈ গল তাৰ চিন নাই, বাবীৰ চুকত পৰি 'নিওঁ' 'নিওঁ' কৰি

চিয়ঁৰি থকা নিয়তী চৰাইবোৰো যমদূতবিলাকৰ লগতে নাইকিয়া হ'ল আৰু দক্ষিণা লবলৈ আশা পালি থকা বাপুসকলো এখোজ-দুখোজকৈ ঘৰমুৱা হ'ল। মুঠতে কবলৈ গলে, হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' অসমীয়া ভাষাৰ পক্ষে সঞ্জীৱনী মন্ত্ৰ; সেই মন্ত্ৰই মৃতকল্প অসমীয়া ভাষাক অমৰ কৰিলে। অসমীয়া ভাষাই যদি আজিকালি দিনে দিনে ঠন ধৰি উঠিছে আৰু ন ন ঠাল-ঠেঙ্গুলি মেলিছে, সি কেৱল 'হেমকোষ'ৰ যত্নতে আৰু যদি সি কেতিয়াবা ফুল ফুলাই অসম দেশত সৌৰভ বিলাব পৰা হয়, সিও নিশ্চয় হেমকোষৰ যত্নতে হব। হেমকোষ অসমীয়াৰ অমূল্য সম্পত্তি।

এই অভিধানখনি ৺হেমচন্দ্ৰ বৰুৱাৰ জীৱন ব্যাপী পৰিশ্ৰমৰ ফল। তেওঁ ডেকা কালতে এই অভিধান লিখিবলৈ হাতত লয় আৰু তেওঁৰ মৃত্যুৰ কেই বছৰমান আগেয়েই তাক লিখি শেষ কৰে।

তেখেতে ১৮৯১ চনৰ চেপ্তেম্বৰ মাহত লিখিবলৈ এই দৰে লিখিছিল: "I am glad to read three articles in the last number of the Jonaki headed অসমীয়া ভাষা and শাৰীৰিক পৰিশ্ৰম and a piece of poetry designated ব্ৰহ্মপুত্ৰ. I should like to know the names of their authors, but more of these hereafter. I cannot redeem the promise of writing in the Jonaki, until winter sets in. It is still very hot at Gauhati, but I am glad that I shall now be able to pay undivided attention to the Dictionary, which has of late, been very much neglected." তেওঁ অভিধানখন ২টা কি ৩টা ডাঙৰ বহীত লিখিছিল। বহী কেইটা দীঘলে-পুতলে ফুলস্কেপ কাগজৰ সমান আছিল। আগৰ দিনত ফুলস্কেপ কাগজৰ সমান এবিধ নিচেই পাতল কাগজ আছিল, মানুহে তাক শ্ৰীৰামপুৰীয়া কাগজ বুলিছিল। অভিধান লিখা বহীকেইটা এই কাগজৰ আছিল। তেওঁ ঘৰৰ যি কোঠালিত বহি লেখা-পঢ়া কৰিছিল অভিধানৰ বহীকেইটা সদাই সেই খোটালিৰ মেজত ৰাখিছিল আৰু যেতিয়াই কোনো এটা কথা তেওঁৰ মনত পৰিছিল, ততালিকে তাক সেই বহীত লিখিছিল। এই লিখকক তেওঁ এদিন কৈছিল যে তেওঁ ৰাতি সাৰ পাওঁতে কোনো কথা মনত পৰিলেও তেওঁ তেতিয়াই পাটীৰপৰা উঠি তাক বহীত লিখিছিল। আন কি অফিচত কাম কৰি থাকোঁতে কোনো কথা মনত পৰিলে, তেতিয়াই তাৰ টোকা ৰাখি, ঘৰলৈ উভতি গৈ প্ৰথমে

তাকেহে বহীত লিখিছিল; তেওঁ মানুহৰ লগত কথাবাৰ্ত্তা পাতি থাকোঁতে হঠাৎ যে তাৰপৰা কেতিয়াবা উঠি গৈছিল, অভিধানৰ কিবা কথা মনত পৰাত তাকেহে বহীত লিখিবলৈ গৈছিল। এইদৰে খাওঁতে, শোওঁতে, উঠোঁতে, বহোঁতে, কথা পাতোঁতে আৰু অকিচৰ কাম কৰোঁতে, সকলো সময়তে, হেমকোষেই তেওঁৰ ধ্যানৰ বস্তু আছিল; হেমকোষেই তেওঁৰ দিনত চিন্তাৰ বিষয় আৰু ৰাতি সপোনৰ বিষয় আছিল। তেওঁ অভিধানৰ প্ৰত্যেকটো শব্দক কতবাৰ লিখিছিল আৰু কতবাৰ কাটিছিল তাৰ ঠিক নাই; লিখি অঁতাই ভাল নেলাগিলেই আকৌ তাক কাটি নকৈ লিখিছিল; এইদৰে কটাকটি কৰোঁতে বহীৰ পাতবিলাকত লিখিবলৈ ঠাই নাইকিয়া হোৱাত আগৰ কটাৰ ওপৰতে আকৌ কাকতৰ তাপলি লগাই লিখিছিল।

এইদৰে বহুত দিনৰপৰা লিখোঁতে লিখোঁতে বহীকেইটা দেখাত একেবাৰেই জুকলা হৈছিল। এই লিখকে বহীকেইটাৰ এনে অৱস্থা দেখি এবাৰ বৰুৱা ডাঙ্গৰীয়াক বহী কেইটা নকল কৰাই লবলৈ দিহা দিছিল, কিন্তু তেওঁ তেনেকৈ নকল কৰিবলৈ সাহ নকৰিলে, কিয়নো যেয়ে সেয়ে তেওঁৰ এই কাটকুটবিলাক ভালকৈ পঢ়ি শুদ্ধকৈ নকল কৰিব পাৰিব বুলি তেওঁ বিশ্বাস নকৰিছিল আৰু এজনে অশুদ্ধকৈ নকল কৰিলে, তাক আকৌ শুদ্ধ কৰিবৰ নিমিত্তে তেওঁৰ গাত বল নাছিল। বহুত দিনৰপৰা তেওঁৰ আঁঠুত আৰু হাতভৰিৰ গাঠিত বাত-বিষ হোৱাত তেওঁ বৰ কষ্ট পাইছিল, সেই গুণে তেওঁ প্ৰায় ঘৰৰপৰা বাজেই নহৈছিল। তেওঁ, তেওঁৰ জীৱনৰ শেহ ভাগত বছেৰেকৰ ভিতৰত এদিন অৰ্থাৎ বিজয়া দশমীৰ দিনা মাথোন বাটত ফুৰিবলৈ ওলাইছিল; নহলে সদাই ঘৰতে থাকি পঢ়িছিল বা লিখিছিল। তেওঁক এনেই বহি থকা, কোনেও কেতিয়াও দেখা নাই।

তেওঁৰ অভিধান প্ৰকাশ হোৱাৰ আগেয়েই অসম দেশৰ সকলো মানুহে তেওঁ এনে এখন অভিধান লিখিছে বুলি ভু পাইছিল আৰু সকলোৱে অতি আগ্ৰহেৰে সৈতে কেতিয়া তেওঁৰ অভিধান প্ৰকাশ হয়, তালৈ বাট চাই আছিল। আমাৰ দেশত অভিধান ছপাবপৰা ছপাখানা এতিয়াই নাই, তেতিয়া আৰু নাছিলেই। তেওঁ ভাবিছিল যে তেওঁ নিজে কলিকতালৈ গৈ তাতে থাকি কিতাপখন ছপা কৰাব আৰু নিজে প্ৰুফ সংশোধন কৰিব। তেওঁ যেই-সেই লেখা সম্বন্ধে বৰ্ণাশুদ্ধিৰ দোষ বৰকৈ ধৰিছিল আৰু এবাৰ এই প্ৰবন্ধৰ লিখকলৈ সেই বিষয়ে এইদৰে লিখিছিল, "One mistake in a sentence is sufficient

to knock out the brain of the whole sentence." তেওঁৰ বিষ বেমাৰ ক্ৰমে বেছি হৈ অহাত তেওঁৰ পক্ষে কলিকতালৈ যোৱা অসম্ভৱ হৈ উঠিল। এনেকুৱা কেইবাটাও কাৰণত তেওঁ জীয়াই থকা কালত আৰু 'হেমকোষ' ছপা হৈ ওলাব নোৱাৰিলে। এবাৰ পুৰনি জোনাকীত, সম্পাদকে প্ৰকাশ হৈ নোলোৱাত বেজাৰ পাই অলপ ধেমেলীয়া ভাৱে উল্লেখ কৰিছিল যে, হেমকোষ কিজানি চিৰকাল জগন্নাথৰ মূৰ্ত্তিৰ দৰেই থাকিব। এই কথাত বৰুৱা ডাঙ্গৰীয়াৰ ইমান তমোময় খং উঠিছিল যে জোনাকীৰ সম্পাদকক আগত নেপাই জোনাকী কাকতৰ সেই সংখ্যাৰ ওপৰতে খঙ্গৰে পোটক তুলিছিল। এনে সামান্য কথা এটাত তেওঁৰ নিচিনা গহীন মানুহ এজনৰ এনে খং উঠা দেখি এই প্ৰবন্ধ-লিখক আচৰিত হৈছিল আৰু পেটে পেটে হাঁহি সামৰিব নোৱাৰিছিল। আচল কথা হৈছে যে অভিধানখন তেওঁৰ ইমান আদৰৰ বস্তু আছিল যে তাৰ বিষয়ে কোনেও একাষাৰ নিমৰমিয়াল কথা কোৱা তেওঁ সহিব নোৱাৰিছিল। তেওঁ ইমান মৰমৰ হেমকোষক, যাক তেওঁ অসমীয়া ভাষাৰ উন্নতিৰ নিমিত্তে আৰু অসমীয়া মানুহৰ উপকাৰৰ নিমিত্তে বুকুৰ তেজেৰে লিখাৰ নিচিনাকৈ লিখিছিল, তাক প্ৰকাশ কৰি অসমীয়া ৰাইজৰ হাতত নৌ দিবলৈ পাওঁতেই তেওঁ ইহসংসাৰ এৰি যাব লগাত পৰিল, ইয়াতকৈ আৰু ডাঙ্গৰ বেজাৰৰ কথা কি হব পাৰে!

১৮৯৬ চনত যেতিয়া বৰুৱা ডাঙ্গৰীয়া ঢুকায়, তেতিয়া এই প্ৰবন্ধৰ লিখক জয়জয়তে চব্‌ডিপুটী কলেক্টৰ কামত ভৰ্ত্তি হৈ, মিষ্টাৰ গেইটৰ লগত শ্বিলঙত অসমৰ ঐতিহাসিক অনুসন্ধান সম্বন্ধীয় কাৰ্য্য কৰিছিল; মিষ্টাৰ গেইট তেতিয়া, অসমৰ চীফ কমিচনৰ চাহাব বাহাদুৰৰ প্ৰধান ছেক্ৰেটৰী আছিল। গুৱাহাটীত বৰুৱা ডাঙ্গৰীয়া হানি পৰিবৰ দিনাই এই প্ৰবন্ধৰ লিখকে ঘৰৰপৰা এই নিদাৰুণ বাতৰি দিয়া চিঠি এখন পাই, ততালিকে সেই বাতৰি মিষ্টাৰ গেইটক জনায়। মিষ্টাৰ গেইটে বৰুৱা ডাঙ্গৰীয়াক আগৰেপৰা ভালকৈ জানিছিল আৰু তেওঁক বৰ শ্ৰদ্ধা কৰিছিল। তেওঁৰ মৃত্যুৰ বাতৰি পাই মিষ্টাৰ গেইটে অন্তৰেৰে সৈতে বেজাৰ প্ৰকাশ কৰিলে। তেতিয়া লিখকে মিষ্টাৰ গেইটক বৰুৱা ডাঙ্গৰীয়াই লিখি থৈ যোৱা ছপা নোহোৱা কিতাপ কেইখনৰ, বিশেষকৈ 'হেমকোষ'ৰ কথা উন্নুকিয়াই, ছপা নোহোৱা কিতাপ কেইখন যেনে-তেনে মতে নষ্ট নোহোৱাকৈ ৰক্ষা কৰিবলৈ অনুৰোধ কৰে। আৰু 'হেমকোষ'ৰ নিচিনা কিতাপ এখন নষ্ট হব লাগিলে যে অসমীয়া জাতিৰ আৰু অসমীয়া ভাষাৰ কি অসীম হানি হব তাকো তেওঁক বুজাই

কয়, আৰু এই দিহা দিয়ে যে কামৰূপ জিলাৰ ডিপুটী কমিচনাৰলৈ লিখি সোনকালে কিতাপ কেইখন গৱৰ্ণমেণ্টৰ জিম্মালৈ অনা হওক, যাতে যেই-সেই মানুহৰ হাতত পৰি কিতাপ কেইখন নষ্ট নহয়। সেই অনুৰোধমতে মিষ্টাৰ গেইটে তেতিয়াই কামৰূপ জিলাৰ ডিপুটী কমিচনৰলৈ এখন বেচৰ্কাৰী চিঠি লিখে। ডিপুটী কমিচনাৰে মিষ্টাৰ গেইটৰ চিঠি পোৱা মাত্ৰকে কিতাপ কেইখন তেওঁৰ জিম্মালৈ আনি সেই কথা মিষ্টৰ গেইটক জনায়। গুৱাহাটীৰ 'আসাম' কাকতত, স্বৰ্গীয় কালিৰাম বৰুৱাই এই কথাৰ ভূ পাই, মিষ্টাৰ গেইটৰ প্ৰশংসা কৰি এটি টোকা লিখে আৰু গৱৰ্ণমেণ্টে যাতে 'হেমকোষ' ছপা কৰি উলিয়ায় তাৰ নিমিত্তে গৱৰ্ণমেণ্টক অনুৰোধ কৰে। 'আসাম'ৰ সেই টোকা পঢ়ি মিষ্টাৰ গেইটে লিখকক মাতি নি সেই বিষয়ে পৰামৰ্শ কৰে আৰু লিখকৰ মুখে হেমচন্দ্ৰ বৰুৱাই এখন উইল কৰি তাত কেইজনমান উচি মকৰৰ কৰি থৈ গৈছে বুলি শুনি, লিখকক কয় যে, তেওঁ নিজে গৱৰ্ণমেণ্টক 'হেমকোষ' প্ৰকাশ কৰি উলিয়াবলৈ প্ৰস্তাৱ কৰাতকৈ হেমচন্দ্ৰ বৰুৱাৰ উচিবিলাকে গৱৰ্ণমেণ্টক সেই বিষয়ে আবেদন কৰাটোহে ভাল কথা হব। তেতিয়া হেমচন্দ্ৰ বৰুৱাৰ উইলৰ এজন উচি ৺দুলালচন্দ্ৰ চৌধুৰীলৈ এই বিষয়ে চিঠি লিখি, 'হেমকোষ' ছপাই উলিয়াবৰ নিমিত্তে গৱৰ্ণমেণ্টক প্ৰাৰ্থনা কৰিবলৈ অনুৰোধ কৰে। স্বৰ্গীয় দুলালচন্দ্ৰ চৌধুৰীয়ে ৺হেমচন্দ্ৰ বৰুৱাৰ ওৱাৰিচবিলাকৰ লগত পৰামৰ্শ কৰি লিখকক জানিবলৈ দিয়ে যে বৰুৱা ডাঙ্গৰীয়াৰ ওৱাৰিচে গৱৰ্ণমেণ্টক 'হেমকোষ' ছপাবৰ নিমিত্তে দিব নোখোজে; কিয়নো পাৰিলে, তেওঁবিলাকে তাক নিজেই ছপাই উলিয়াব খোজে আৰু নোৱাৰিলে, তেতিয়া কলিকতাত থকা অসমীয়া ছাত্ৰবিলাকে তাক ছপাবৰ প্ৰস্তাৱ কৰাত তেওঁবিলাককে দিব খোজে। ৺দুলালচন্দ্ৰ চৌধুৰীৰ এই চিঠি পাই লিখক মহা চিন্তাত পৰে। ওৱাৰিচবিলাকৰ এনে আপত্তি আছে বুলি জানিলে আৰু দেশৰ মানুহেই কিতাপখন ছপা কৰি উলিয়াব খুজিছে শুনি মিষ্টাৰ গেইটে আৰু সেই বিষয়লৈ কেতিয়াও আগ নেবাঢ়িব এই ভাবি লিখকে এই চিঠিৰ কথা মিষ্টাৰ গেইটক নজনোৱাকৈয়ে, আকৌ ৺দুলালচন্দ্ৰ চৌধুৰীলৈ এই বুলি চিঠি লিখিলে, "গৱৰ্ণমেণ্টক যদি এই কিতাপখন ছপাবলৈ দিয়া নহয় তেনেহলে সি যে ছপা হৈ ওলাব তাৰ অলপো সম্ভাৱনা নাই। কিতাপখন ভালকৈ ছপা কৰি উলিয়াবলৈ বহুত টকা লাগিব; সিমান টকা কলিকতাত থকা অসমীয়া ল'ৰাবিলাকে কেনেকৈ গোটাব আৰু তেওঁৰ ওৱাৰিচৰ ভিতৰতো

কোনোৱে যে ইমান টকা গাত নলগাকৈ খৰচ কৰিব পাৰিব তাৰো আশা কম। মুঠৰ ওপৰত কিতাপখন এধা-ছপা অৱস্থাতে বা সমূলি নষ্ট হৈ যোৱাৰহে আগন্তুক; সেয়ে হলে আমাৰ বিশেষ অনিষ্ট হৰ। এতেকে তেওঁ যেন ওৱাৰিচবিলাকক বুজাই বৰাই কিতাপখন যাতে গৱৰ্ণমেণ্টক গতাব পাৰে তাৰে নিমিত্তে অহোপুৰুষাৰ্থ কৰিব।” লিখকৰ এই চিঠি পাই ৺দুলালচন্দ্ৰ চৌধুৰীয়ে ৺হেমচন্দ্ৰ বৰুৱাৰ ওৱাৰিচলৈ আকৌ টানি চিঠি দিলে, আৰু সেই চিঠিৰ উত্তৰত ওৱাৰিচবিলাকে কিতাপখন গৱৰ্ণমেণ্টক ছপাবলৈ দিবলৈ ৰাজি হ’ল। ৺দুলালচন্দ্ৰ চৌধুৰীয়ে এই শুভ বাতৰি লিখকক জানিবলৈ দিয়ে আৰু লিখকেও এই কথা মিষ্টাৰ গেইটক জনায়। তাৰ কেইদিনমানৰ পাছতে মিষ্টাৰ গেইটে কলিকতাত থকা অসমীয়া ছাত্ৰবিলাকৰপৰা আৰ্হি স্বৰূপে ছপোৱা ‘হেমকোষ’ৰ পাত কেইটামান পাই আৰু অসমীয়া ছাত্ৰবিলাকে ‘হেমকোষ’ ছপাবলৈ আৰম্ভ কৰিছে বুলি শুনি লিখকক মাতি নি সেই কথা কয়; আৰু তেনে অৱস্থাত গৱৰ্ণমেণ্টে এই কিতাপ ছপোৱাৰ একো আৱশ্যক নাই ভাৱ প্ৰকাশ কৰে। লিখকে যিহলৈকে ভয় কৰিছিল সেয়ে হোৱা দেখি বৰ বেজাৰ পালে। তেওঁ তেতিয়া মিষ্টাৰ গেইটক কলে যে কলিকতাত থকা অসমীয়া ল’ৰাৰ উৎসাহ থাকিলেও, ইমান এখন কিতাপ ছপা কৰিবৰ নিমিত্তে আৱশ্যকীয় ধন তেওঁবিলাকৰ হাতত কেতিয়াও নহয়। তেওঁলোকে নিশ্চয় ৰাইজৰপৰা পঁচা তুলি এই কাম কৰিবলৈ আগবাঢ়িছে আৰু আন কোনো উপযুক্ত মানুহে এই কাম হাতত লোৱা সম্ভৱ দেখা হলে তেওঁবিলাকে কেতিয়াও ইয়াৰ নিমিত্তে আগ নেবাঢ়িলেহেঁতেন; কেৱল কেনেবাকৈ হাতে-লিখা কিতাপখন নষ্ট হৱ, এই ভয়তহে তেওঁবিলাকে এনে গুৰুতৰ কামত হাত দিছে। লিখকৰ এই কথাত মিষ্টাৰ গেইট বৰ সন্তুষ্ট নোহোৱা যেন দেখি তেওঁ কলিকতাত থকা অসমীয়া ল’ৰাবিলাকলৈ আতি-গুৰি সকলো কথা বিৱৰি লিখি জনোৱাত তেওঁবিলাকে ‘হেমকোষ’ প্ৰকাশ কৰা প্ৰস্তাৱ ততালিকে এৰি দি লিখকক জানিবলৈ দিয়ে; লিখকে কলিকতীয়া ল’ৰাবিলাকৰ চিঠি মিষ্টাৰ গেইটক দেখুৱাত তেতিয়াহে তেওঁ লিখকৰ কথা পতিয়ালে। এইদৰে যদিওবা প্ৰথম আৰু প্ৰধান বিপদৰ হাত সৰা হ’ল, তথাপি অলপ দিনৰ ভিতৰতে আকৌ আন এক নতুন বিপদে দেখা দিলেহি।

লিখকৰ অনুৰোধমতে ৺দুলালচন্দ্ৰ চৌধুৰীয়ে হেমচন্দ্ৰ বৰুৱাৰ উইলৰ উচি স্বৰূপে কামৰূপৰ ডিপুটী কমিচনৰ চাহাবৰ জৰিয়তে গৱৰ্ণমেণ্টলৈ এখন

আবেদন দি 'হেমকোষ' ছপাবৰ নিমিত্তে গবৰ্ণমেণ্টক গতাই দিয়ে। দুৰ্ভাগ্যক্ৰমে কামৰূপৰ ডিপুটী কমিচনৰে সেই আবেদন আৰু হাতে লিখা 'হেমকোষ' গবৰ্ণমেণ্টলৈ পঠাওঁতে এই বুলি অভিমত প্ৰকাশ কৰিলে যে কিতাপখন প্ৰকাশ কৰাৰ আগতে এজন উজনিৰ, এজন নামনিৰ আৰু এজন মাজ অসমৰ মানুহৰ হতুৱাই তাক ভালকৈ চোৱাই-চিতাই সংশোধন কৰাই ছপা কৰোৱাহে ভাল। ডিপুটী কমিচনৰৰ এই মন্তব্যৰপৰা যে কিমান জঞ্জাল বাঢ়িল তাক তলত লিখা কথাৰপৰাই ভালকৈ বুজা যাব। ৺দুলালচন্দ্ৰ চৌধুৰীৰ আবেদন-পত্ৰ ডিপুটী কমিচনৰৰ এই মন্তব্য লৈতে চীফ-কমিচনৰ চাহাবৰ অফিচ পোৱাত, তাত থাপে থাপে থকা কেৰাণী বাবুবিলাকৰ ভিতৰত অনেক কাকত-কলম-চহীৰ শৰাধ হোৱাৰ পাছত এয়ে ঠিক হ'ল যে কিতাপখন শুধৰাবৰ নিমিত্তে অসমৰ তিনি ঠাইৰ তিনিজন মানুহ বাছি উলিওৱা বৰ টান কথা হব, সেই গুণে নগাওঁত থকা টেক্সট্‌ বুক কমিটিকে সেই ভাৰ দিয়া হওক। মিষ্টাৰ গেইটেও এই প্ৰস্তাৱকে ভাল যেন দেখি লিখকক মাতি নি তেওঁৰ মতামত সোধাত, তেওঁ এই প্ৰস্তাৱৰ ঘোৰ প্ৰতিবাদ কৰে আৰু কয় যে 'হেমকোষ'ৰ কোনো ৰকম লৰচৰ কৰা স্বৰ্গীয় গ্ৰন্থকাৰৰ একেবাৰেই ইচ্ছাৰ বিৰুদ্ধ; তেওঁ নিজে তাৰ প্ৰুফ সংশোধন কৰি ছপা কৰিব নোৱাৰা বাবেই তেওঁৰ জীৱন-কালত কিতাপখন প্ৰকাশ নহ'ল আৰু তাত বাজে হেমচন্দ্ৰ বৰুৱাই যি ভাষা লিখে সেই ভাষাকে অসমীয়া মানুহে আহি ভাষা বুলি ভাবে; সেইগুণে তেওঁ লিখা অভিধান সংশোধন কৰিবৰ উপযুক্ত মানুহ অসমত নাই বুলিলেও হয়। বিশেষতঃ যি টেক্সট্‌ বুক কমিটিৰ হতুৱাই তেওঁৰ অভিধানৰ সংশোধনৰ প্ৰস্তাৱ উঠিছে, তাত অসমীয়া ভাষা ভালকৈ জনা মানুহ এজনো নাই। টেক্সট্‌ বুক কমিটিৰ ওপৰত হেমচন্দ্ৰ বৰুৱাৰ ইমান তুচ্ছ ভাৱ আছিল যে সেই কমিটিক তেওঁৰ কিতাপ চাবলৈ দিব লাগিব বুলি তেওঁ পাঠ্য বিষয়ে কোনো কিতাপকে লিখিবলৈ এৰি দিলে। তেওঁৰ যি কেইখন কিতাপ স্কুলত চলে, সেই কেইখন টেক্সট্‌ বুক কমিটি স্থাপিত হোৱাৰ আগেয়েই লিখা। এইবিলাক কাৰণৰ বাহিৰেও, 'হেমকোষ' হেমচন্দ্ৰ বৰুৱাৰ হাতৰপৰা যেনে ওলাইছে তেনেভাৱে প্ৰকাশ কৰা নহলে অসমীয়া মানুহে তাক কেতিয়াও প্ৰামাণ্য বুলি গ্ৰহণ নকৰে। গবৰ্ণমেণ্টে 'হেমকোষ' লৰচৰ কৰি ছপা কৰাব লাগিলে তাক ছপা নকৰোৱাই ভাল বুলি সকলো অসমীয়া মানুহে কব। মিষ্টাৰ গেইটে লিখকৰ এইবিলাক কথা শুনি বৰ দোধোৰ-

মোধোৰত পৰিল আৰু এই বিষয়ে বিশেষকৈ ভাবি চোৱা যাব বুলি তেতিয়া একো সিদ্ধান্ত নকৰিলে। লিখকৰ মনত তেতিয়া এনে ধাৰণা হৈছিল যে এই বিপদৰপৰা হাত সাৰিবৰ একমাত্র উপায় হৈছে গৱৰ্ণমেণ্টে কিতাপখন যাতে ছপা নকৰে তেনে কৰাটোহে। এনেতে ভগৱানৰ ইচ্ছাত স্বৰ্গীয় জগন্নাথ বৰুৱা ডাঙ্গৰীয়া শ্বিলঙলৈ ফুৰিবলৈ যায় আৰু লিখকে তেওঁক এইবোৰ কথা বুজাই কোৱাত, তেওঁ লিখকৰে সৈতে একমত হোৱাত লিখকে তেওঁক বিশেষভাবে অনুৰোধ কৰি কয় যাতে তেওঁ মিষ্টাৰ গেইটৰ লগত দেখা কৰি 'হেমকোষ'ৰ বিষয়ে কথা উলিয়াই তেওঁক 'হেমকোষ' লৰচৰ নকৰাকৈ ছপা কৰিবলৈ কয়। বৰুৱা ডাঙ্গৰীয়াই মিষ্টাৰ গেইটৰ লগত দেখা কৰি 'হেমকোষ' লৰচৰ কৰাৰ বিৰুদ্ধে লিখকে কোৱাদি কোৱাতহে মিষ্টাৰ গেইটে সেইটো সকলো অসমীয়া মানুহৰ মত বুলি ভাবিলে। তেওঁ তেতিয়াই এই সিদ্ধান্ত কৰিলে যে যদি গৱৰ্ণমেণ্টে 'হেমকোষ' প্ৰকাশ কৰিবলৈ গাত লয়, তেতিয়া তাক কাৰো হতুৱাই সংশোধন নকৰোৱাকৈয়ে ছপা কৰিব।

যেনে তেনে মতে এই বিপদৰপৰা হাত সৰা গৈছে মাথোন, এনেতে নগাৱঁৰ এজন পাদুৰী চাহাবে মিষ্টাৰ গেইটলৈ এখন চিঠি লিখি প্ৰস্তাৱ কৰে যে গৱৰ্ণমেণ্টে অভিধানখন ছপালে যেন তাৰ আখৰ-জোঁটনি ৰেভেৰেণ্ড ব্ৰঞ্চন চাহাবৰ অসমীয়া অভিধানৰ আহিৰে কৰা হয়; কিয়নো সেই অভিধানত যি উচ্চাৰণ অনুসাৰে আখৰ জোঁটোৱা হৈছে, সেয়ে সৰল, স্বাভাৱিক আৰু বৈজ্ঞানিক প্ৰণালীৰ। মিষ্টাৰ গেইটে এই চিঠি পাই পাদুৰী চাহাবৰ মত বৰ সাৰুৱা আৰু 'হেমকোষ'ত সেই প্ৰণালীৰ আখৰ জোঁটনি চলাবলৈ চেষ্টা কৰা হব বুলি উত্তৰ দিলে। এই চিঠিখন ডাকত দিয়াৰ আগতে লিখকৰ চকুত পৰাত তেওঁ ততালিকে তাক মিষ্টাৰ গেইটৰ ওচৰলৈ লৈ গৈ তেওঁক বুজাই কয় যে অসমীয়া ভাষাত আখৰ জোঁটনি অকল উচ্চাৰণৰ ওপৰত নিৰ্ভৰ নকৰি তিনিটা নিয়মৰ ওপৰত নিৰ্ভৰ কৰে; কিছুমান শব্দৰ আখৰ জোঁটনি উচ্চাৰণৰ দৰে কৰা হয়, কিছুমান শব্দৰ মূল অনুসৰি কৰা হয় আৰু কিছুমান শব্দৰ পুৰণি দস্তুৰ অনুসৰি কৰা হয়। হেমচন্দ্ৰ বৰুৱাই, হেমকোষতো এই তিনি নিয়মেৰেই আখৰ-জোঁটনি কৰিছে। ইয়াৰ লৰচৰ কৰিলে অসমীয়া ভাষাৰ প্ৰকৃতিকে লৰোৱা হব। লিখকৰ কথা শুনি মিষ্টাৰ গেইটে তেওঁৰ মত পৰিবৰ্ত্তন কৰি পাদুৰী চাহাবলৈ আন ৰকমে উত্তৰ দিলে আৰু 'হেমকোষো এই হব খোজা বিপদৰপৰা ৰক্ষা পৰিল।

অতবোৰ কাণ্ড-কাৰখানাৰ পাছত মিষ্টৰ গেইটে, 'হেমকোষ' গৱৰ্ণমেণ্টে ছপা কৰোৱা যেন নিতান্ত উচিত এই সম্বন্ধে অনেক যুক্তি দেখুৱাই গৱৰ্ণমেণ্টৰ ছপাখানাৰপৰা তাক প্ৰকাশ কৰিবলৈ অনুমতি খুজিলে। তেতিয়া চাৰ উইলিয়েম ওৱাৰ্ড অসমৰ চীফ-কমিচনৰ আছিল; তেখেতে মিষ্টাৰ গেইটৰ সকলো যুক্তি দলিয়াই পেলাই একেবাৰেই লিখি দিলে যে গৱৰ্ণমেণ্টে 'হেমকোষ' ছপোৱাৰ একো আৱশ্যক নাই। চাৰ উইলিয়েম ওৱাৰ্ড যদিও অসমত বহুতদিন আছিল, তথাপি তেখেতে অসমীয়া ভাষাৰ একো খবৰ কৰা নাছিল আৰু সেইগুণে তাৰ ওপৰত তেওঁৰ বিশেষ মৰম থাকিবৰো কথা নাছিল। চীফ-কমিচনৰ বাহাদুৰৰ এই হুকুম দেখি 'হেমকোষ'ৰ ভবিষ্যত-সম্বন্ধে আমাৰ আৰু বুজিবলৈ একো বাকি নেথাকিল। এই হুকুম দেখি মিষ্টাৰ গেইটো যে অলপ চিন্তিত নহৈছিল তেনে নহয়। মিষ্টাৰ গেইট কিন্তু আগৰেপৰা এনে প্ৰকৃতিৰ মানুহ আছিল যে তেওঁ এবাৰ কোনো এটা কথা ভাল বুলি জানি হাতত ললে, সহজে তাক এৰি নিদিয়ে। কেইদিনমানৰ পাছত মিষ্টাৰ গেইটে 'হেমকোষ' সম্বন্ধে ফাইলটো নিজে লৈ গৈ চীফ-কমিচনৰক নানাভাবে বুজাই গৱৰ্ণমেণ্টৰ খৰচত 'হেমকোষ' ছপা কৰিবৰ হুকুম ললে। চীফ-কমিচনৰ চাহাবৰ বঙ্গলাৰপৰা ঘূৰি আহিয়েই তেওঁ লিখকক মাতি এই সুখবৰ দিলে আৰু কলে যে তেওঁ বহুত কষ্টেৰেহে চীফ-কমিচনৰৰ মত পৰিবৰ্ত্তন কৰি 'হেমকোষ' ছপোৱাৰ হুকুম আনিব পাৰিলে। এই হুকুম হোৱাৰ কিছুদিন পাছতে এই প্ৰবন্ধৰ লিখক ডিব্ৰুগড়লৈ বদলি হ'ল। ইপিনে শ্বিলঙত গৱৰ্ণমেণ্টৰ ছপাখানাত 'হেমকোষ' ছপা আৰম্ভ হ'ল। পূৰ্ব্বে কথা আছিল, যে মিষ্টাৰ গেইটে 'হেমকোষ'ৰ ইংৰাজী অংশৰ প্ৰুফ শুধৰাব আৰু লিখকে অসমীয়া অংশৰ প্ৰুফ শুধৰাব। এই কথামতে মিষ্টাৰ গেইটে তলত লিখা চিঠিখনিৰে সৈতে 'হেমকোষ'ৰ প্ৰথম ফৰ্ম্মাৰ প্ৰুফ লিখকলৈ ডিব্ৰুগড়লৈ পঠায়।

SHILLONG
The 30th January, 1897.

"Dear Sir,

Herewith a proof ( with manuscript ) of pages 1-30 of the 'Asamia Hemakosh.' Please revise it carefully and return the proof with the manuscript to this office at a very early date."

I also enclose a list of Assamese peculiars which are not in stock in the Shillong press. They have been indented

for but to await their receipt will very surely delay the work of printing of the Dictionary. Please examine the list carefully and report if they are all absolutely necessary. If only a few are required they can no doubt be obtained much more quickly than a large number. The English portion ot the proof is being read by me.

Yours truly
(Sd.) E. A. Gait.

১৮৯৭ চনৰ জানুৱাৰী মাহতে 'হেমকোষ' ছপা আৰম্ভ হয়; কিন্তু হেমকোষত শব্দৰ উচ্চাৰণ বুজোৱা কিছুমান বিশেষ চিন ব্যৱহাৰ কৰা হৈছিল; সেই চিন থকা আখৰবিলাক গৱৰ্ণমেণ্টৰ ছপাখানাত নথকা বাবে, লিখি নকৈ কটাব লগোৱা হোৱাত কিছুমান দিনৰ নিমিত্তে 'হেমকোষ' ছপা বন্ধ থাকিব লগীয়া হৈছিল। সেই আখৰবোৰ আহি পোৱাৰ পাছত দুই কি এফৰ্ম্মাৰ প্ৰুফ চোৱা হওঁতেই ১৮৯৭ চনৰ জুনৰ ডাঙ্গৰ ভুঁইকঁপ আহে। এই ভুঁইকঁপত শ্বিলঙৰ সকলো অফিচৰ ঘৰ ভাগি চূৰ্ণীকৃত হয় আৰু ছপাখানাৰ ঘৰ ভাগি অনেক মানুহ আৰু আন অনেক কাগজ-পত্ৰও একেবাৰেই নষ্ট হয়। এই ভুঁইকঁপৰ নিমিত্তে শ্বিলঙত সকলো ন-পাতন হব লগীয়া হ'ল। এমাহ মানৰ পাছত লিখকে মিষ্টাৰ গেইটলৈ 'হেমকোষ'ৰ অৱস্থা কি হ'ল জানিবৰ নিমিত্তে সোধাত, মিষ্টাৰ গেইটে উত্তৰ দিলে যে 'হেমকোষ'ৰ কপিখন বিচাৰি পোৱা নগ'ল। এই বাতৰি পাই লিখকৰ মনৰ অৱস্থা কেনে হ'ল তাক সহজে অনুমান কৰিব পাৰি। তেৱেঁই পূৰ্ব্বৰেপৰা লাগি ভাগি গৱৰ্ণমেণ্টৰ হাতত 'হেমকোষ' দিওঁৱাত, 'হেমকোষ' নষ্ট হোৱাৰ বাবে তেৱেঁই সম্পূৰ্ণ দায়ী এনে ভাৱ হোৱাত তেওঁৰ মনত অলপো শান্তি নোহোৱা হ'ল; আৰু 'হেমকোষ'ৰ নষ্টত অসমীয়া ভাষা আৰু সাহিত্যৰ কি সৰ্ব্বনশীয়া হানি হ'ল, তাক ভাবি তেওঁ মনকষ্ট পাবলৈ ধৰিলে। ভুঁইকঁপৰ ঠিক পিছতে লিখকৰ প্ৰথম পুত্ৰৰ মৃত্যু হয়; কিন্তু ৰৰপো মৰাত তেওঁ যিমান বেজাৰ পোৱা নাছিল, 'হেমকোষ' নষ্ট হোৱাৰ বাতৰিত তিমান বেজাৰ পালে।

এইদৰে এমাহমান থাকোঁতেই এদিন মিষ্টাৰ গেইটৰপৰা চিঠি পালে যে হাতে-লিখা হেমকোষখন নিচেই ফটা-চিটা আৰু জুকলা অৱস্থাত, ভগা ঘৰৰ এক দ'ম জাবৰৰ তলত পোৱা গৈছে। এই বাতৰি পাই লিখকে হাততে স্বৰ্গ পোৱাদি পালে আৰু ঈশ্বৰক ধন্যবাদ দিলে। মিষ্টাৰ গেইটে হেনো গৱৰ্ণমেণ্টৰ

কাগজপত্রবিলাক ভগা ঘৰৰ তলৰপৰা উলিয়াবৰ নিমিত্তে বৰষুণত তিতি, বোকাত লুতুৰি-পুতুৰি হৈ, নিজ হাতে লাগিছিল। মিষ্টাৰ গেইটৰ অদম্য পৰিশ্ৰমৰ ফলত 'হেমকোষ' যমৰ ঘৰৰপৰা ঘূৰি আহিল হয়, কিন্তু অলপ দিনৰ পিছতে তেওঁ চিৰকালৰ নিমিত্তে অসমৰপৰা বিদায় ললে। ১৮৯৭ চনৰ ৪ নৱেম্বৰ তাৰিখে মিষ্টাৰ গেইটে অসম এৰি যাওঁতে লিখকলৈ লিখিছিল—

"I am very sorry to leave Assam, but shall never forget it, and shall always be greatly interested in what goes on there. I am taking all the recently translated Burangis &c. with me and hope to work them up into a history of the province when I go on furlough next year."

মিষ্টাৰ গেইটে চিৰকালৰ নিমিত্তে এৰি যোৱাত এই দেশৰ কি অনিষ্ট হ'ল তাক কৈ শেষ কৰিব নোৱাৰি। তেওঁৱেই প্ৰথমতে এই দেশৰ সম্বন্ধে ৰীতিমতে ঐতিহাসিক অনুসন্ধানৰ কাম আৰম্ভ কৰে আৰু তেওঁৰ যত্নতে 'হেমকোষ' প্ৰকাশিত হয়। তেওঁ আন দেশত অনেক গুৰুতৰ কামত আবদ্ধ থাকিও অসমৰ এখন ডাঙৰ বুৰঞ্জী লিখে। ঈশ্বৰৰ অনুগ্ৰহত তেওঁ আজি বিহাৰ আৰু উৰিষ্যাৰ সৰু লাটৰ গাদীত বহিও অসম আৰু অসমীয়ালৈ পাহৰা নাই। অসমীয়া জাতিয়েও চাৰ এডওৱাৰ্ড্ গেইটৰ উপকাৰ চিৰদিন মনত ৰাখিব আৰু তেওঁক আৰু ডাঙৰ কৰিবৰ নিমিত্তে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিব।

মিষ্টাৰ গেইটৰ প্ৰস্থানৰ লগতে 'হেমকোষ' ছপাৰ কথা একেবাৰেই তল পৰি যায়। ভূঁইকঁপত গৱৰ্ণমেণ্টৰ ইমান ক্ষতি হ'ল, গৱৰ্ণমেণ্টে যে আকৌ 'হেমকোষ' ছপা কৰাই উলিয়াব এনে আশাই নাছিল। মিষ্টাৰ গেইট যোৱাৰ পাছত ১৮৯৮ চনৰ এপ্ৰিল মাহৰপৰা কৰ্ণেল গৰ্ডন ( তেতিয়া কেপ্টেইন ) অসমৰ Honorary Director of Ethnography নিযুক্ত হয় আৰু তেতিয়া 'হেমকোষ' সম্পাদনৰ ভাৰ তেখেতৰ আৰু এই লিখকৰ ওপৰত পৰে।

শ্বিলঙৰ গৱৰ্ণমেণ্ট প্ৰেছৰ অনেক হানি হোৱাত কলিকতাৰ বেপটিষ্ট মিচন প্ৰেছৰপৰা হেমকোষ ছপাবৰ ঠিক কৰা হ'ল। সকলো ঠিক হ'ল হয়, কিন্তু কৰ্ণেল গৰ্ডন গুৱাহাটীত আৰু লিখক ডিব্ৰুগড়ত, সেই বাবে প্ৰুফ সংশোধন কৰাত নানা অসুবিধা হবলৈ ধৰিলে। তেতিয়া কৰ্ণেল গৰ্ডনে গৱৰ্ণমেণ্টলৈ লিখি লিখকক গুৱাহাটীলৈ বদলি কৰায় আৰু ছুয়োজন যুটীয়া সম্পাদকৰ অশেষ পৰিশ্ৰমৰ ফলত ১৯০০ চনৰ আগষ্ট মাহত 'হেমকোষ'ৰ

ছপা কাম শেষ হয়। হেমকোষৰ হাতে লিখা কপিখন কেনেকৈ তাপলিৰ ওপৰত তাপলি মৰা আছিল তাক পূৰ্ব্বেই কোৱা হৈছে। ভূঁইকঁপত ইটা-মাটিৰ তলত অনেক দিন পৰি থকাত আৰু বৰষুণত তিতাত, তাৰ অৱস্থা দেখিলেই জ্বৰ উঠা হৈছিল আৰু তেনেকুৱা কপিৰ লগত মিলাই অভিধানৰ নিচিনা এখন কিতাপৰ প্ৰুফ চোৱাটো যে কিমান টান কাম আছিল, তাক আনক বুজাবলৈ যোৱা মিছা। অসমীয়া ভাষাৰ ওপৰত ভগৱানৰ বিশেষ কৃপা নথকা হলে, এই দৰে ওপৰা-উপৰি বিপদে জাঙ্গুল খাই ধৰাতো 'হেমকোষ' কালৰ কৰাল হাতৰপৰা ৰক্ষা পৰা টান আছিল। অসমীয়া জাতি আৰু অসমীয়া ভাষা পৃথিৱীত থাকে মানে, 'হেমকোষ' স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ যুগমীয়া কীৰ্ত্তিৰ ধ্বজা স্বৰূপে সাহিত্য আকাশত চিৰকাল উৰি থাকিব। এনে এটা জাতীয় সম্পত্তিক ৰক্ষা কৰা কামত অলপ হাত-উজান দিবপৰা বাবে লিখকে নিজকো কম ভাগ্যৱান বুলি বিবেচনা কৰা নাই। আজিকালি অসম উপত্যকাৰ কমিচনৰ অনৰেবোল কৰ্ণেল গৰ্ডনৰ নিচিনা অসমীয়া জাতিৰ আৰু অসমীয়া সাহিত্যৰ মঙ্গলাকাঙ্ক্ষী পুৰুষ নাই বুলিলেও বঢ়াই কোৱা নহয়; তেখেতে যে আজি অসমীয়া মানুহক ইমান মৰম কৰে তাৰ গুৰিতো 'হেমকোষ'ৰ সম্পাদনাকেই বুলিব পাৰি। *

* আমাৰ বিশেষ অনুৰোধত হেমকোষৰ বিষয়ে এই কথাখিনি শ্ৰীযুত গোসাঞিদেৱে প্ৰবন্ধৰ আকাৰেৰে বাঁহীত ছপাবলৈ লেখি পঠিয়াইছে। সেই বাবে আমি গোসাঞিদেৱৰ ওচৰত ধৰুৱা। —লক্ষ্মীনাথ বেজবৰুৱা, সম্পাদক

# পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী

## পঞ্চম খণ্ড

### প্ৰথম পৰিচ্ছেদ

# অনৰেবোল ৺মাণিকচন্দ্ৰ বৰুৱা

১৭৭৩ শকৰ ( ১৮৫১ চন ) ভাদ মাহৰ ২০ দিন যোৱাত, বৃহস্পতি-বাৰে, শুক্লপক্ষৰ নৱমী তিথিত, দিনৰ ১৮ দণ্ড যাওঁতে, মাণিকচন্দ্ৰ বৰুৱাই জন্ম গ্ৰহণ কৰে। তেওঁৰ গুপ্ত নাম ভৱৰাম আৰু প্ৰখ্যাত নাম মাণিক-চন্দ্ৰ আছিল। তেওঁৰ সৌৰৱণী ৰাশিচক্ৰ ইয়াত দিয়া গ'ল। তেওঁৰ পত্নীহানি হ'ব লাগে, ভ্ৰাতৃৰ আকস্মিক মৃত্যু হ'ব লাগে, নিজৰ ব্যৱসায় আদি নষ্ট হ'ব




লাগে, ধনব্যয় হ'ব লাগে, নিজৰ লিখাৰ বলত স্বীয় সঙ্কল্প সিদ্ধি হ'ব লাগে, আৰু ৬৪ বছৰ বয়সত নিজৰ দেশত আপোন ঘৰত মৃত্যু হ'ব লাগে। এনে-বিলাক কথা তেওঁৰ সৌৰৱণীত লিখা আছে আৰু তাৰ প্ৰায় সকলোবিলাককেই ফলিওৱা দেখা যায়। ৺মাণিকচন্দ্ৰ বৰুৱাই তেওঁৰ সৌৰৱণীৰ ফলাফলত বৰ বিশ্বাস কৰিছিল।

তেওঁবিলাকৰ আচল ঘৰ নগাওঁ জিলাত আছিল। নগাওঁ জিলাত ৰজাৰ দিনত দুঘৰ মাথোন প্ৰসিদ্ধ পৰিয়াল আছিল। এঘৰ কঢ়ালৰ ঘৰ, আৰু আনঘৰ ৰাখৰৰ ঘৰ; সম্ভৱতঃ বংশৰ মূল মানুহ দুজনৰ নাম অনুসৰি এই বংশ দুটাৰ এনে নাম হৈছিল। মাণিকচন্দ্ৰ কঢ়ালৰ ঘৰৰ ডেকা আছিল। তেওঁক পিতাকৰ নাম হাবিৰাম আছিল। ৺হাবিৰাম বৰুৱাই বহুত দিন

গুৱাহাটীত সুখ্যাতিৰে কালেক্টৰী চিৰস্তাৰ কাম কৰাত, তেওঁক কিছুদিনৰ নিমিত্তে একষ্ট্ৰা-এচিষ্টেণ্ট কমিচনাৰ কামো দিয়া হৈছিল। সেইদিনত ৺হাবিৰাম বৰুৱা ইমান প্ৰতিপত্তিশালী লোক আছিল যে কামৰূপৰ মানুহে আজিলৈকে তেওঁৰ নাম পাহৰা নাই। ৺হাবিৰাম বৰুৱাই ভোটৰ যুদ্ধৰ সময়ত গৱৰ্ণমেণ্টক সহায় কৰাত গৱৰ্ণমেণ্টে তেওঁৰ অনেক শলাগ লৈছিল। ৺হাবিৰাম বৰুৱা চাকৰীয়া অৱস্থাত থাকোঁতেই, ৫৫ বছৰ বয়সত তেওঁৰ কাল হয়। তেওঁৰ তিনিজন পুতেক আছিল; ডাঙৰজনৰ নাম দেৱনাথ বৰুৱা, মাজুজনৰ নাম ফটিকচন্দ্ৰ বৰুৱা আৰু সৰুজন মাণিকচন্দ্ৰ বৰুৱা। দেৱনাথ বৰুৱাই নগাওঁ জিলাত চাহ-বাগিচা কৰি এসময়ত বৰ ডাঙৰ নাম কৰিছিল; কিন্তু তেওঁৰ বহুত ধাৰ হোৱাত বাগিচা বেচিব লগা হ'ল আৰু অৱস্থাৰ উন্নতি নৌ কৰিব পাৰোঁতেই দুৰবস্থৰমান হ'ল, তেওঁ দেহা এৰিলে। ৺ফটিকচন্দ্ৰ বৰুৱা এজন অসাধাৰণ বিষয়া আছিল। তেওঁ স্কুলত পঢ়োতে যেনে অসাধাৰণ চোকা বুদ্ধিৰ চিনাকি দিছিল, কাৰ্য্যক্ষেত্ৰতো তেনে বুদ্ধিৰ চিন দেখুৱাইছিল। তেওঁ স্কুলত ২ বছৰ ৭ মাহ মাথোন পঢ়ি একেবাৰতে প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষা পাচ কৰে, আৰু তাৰ পাচতে চৰ্কাৰী কামত সোমায়। তেওঁ ইমান দক্ষতাৰে কাম কৰিছিল যে অলপদিনৰ ভিতৰতে তেওঁ একষ্ট্ৰা-এচিষ্টেণ্ট কমিচনাৰ পদলৈ উঠে। তেওঁ কামৰূপ জিলাৰ নিষ্পিখেৰাজ আৰু লাখেৰাজ মাটিৰ বন্দৱস্ত কৰি গৱৰ্ণমেণ্টৰ ওচৰত পৰম সুখ্যাতি লাভ কৰে। এই বন্দৱস্তৰ ফলত পুৰ্ব্বে নিষ্পিখেৰাজ আৰু লাখেৰাজ বুলি খাই থকা মাটিৰ ভিতৰত ৫১৮৪৪ বিঘা খেৰাজ মাটি ওলোৱাত গৱৰ্ণমেণ্টৰ অনেক লাভ হয়। তেওঁ ৩৯ বছৰ বয়সত, যেতিয়া বৰপেটাত মহকুমা হাকিম আছিল, তেতিয়া অকস্মাৎ দেহা এৰে। কামৰূপ জিলাৰ ডিপুটী-কমিছনাৰ ডনাভন চাহাবে তেওঁক ষ্টেটুটৰি চিভিলিয়ান কৰিবলৈ লিখিছিল। তেওঁ ইমান কম বয়সতে কাল নোপোৱা হলে, আৰু যে ডাঙৰ বিষয় পালেহেঁতেন তাৰ অলপো সন্দেহ নাই।

এনেকুৱা বিখ্যাত আৰু নিপুণ বংশত জন্ম গ্ৰহণ কৰি, সৌভাগ্যৰ কোমল কোলাত লালিত-পালিত হৈ, মাণিকচন্দ্ৰই তেওঁৰ শিশুকাল যাপন কৰে আৰু গুৱাহাটী হাই-স্কুলত শিক্ষা লাভ কৰি, তাৰপৰাই এণ্ট্ৰেন্স পৰীক্ষা পাচ কৰে। তেওঁ সৰুৰেপৰা বৰ স্থিৰ বুদ্ধিৰ ল'ৰা আছিল। গুৱাহাটীত তেতিয়া এফ. এ.লৈকে পঢ়িব পৰা কলেজ থকাত তেওঁ সেই কলেজৰপৰাই এফ. এ. পৰীক্ষাত পাচ কৰে। তেওঁ দক্ষতাৰে এফ. এ. পাচ কৰি বঙ্গদেশৰ

গৱৰ্ণমেণ্টৰপৰা বৃত্তি পাই কলিকতাৰ প্ৰেচিডেন্সি কলেজত ভৰ্ত্তি হৈ বি. এ. পঢ়ে। কিন্তু কলিকতাৰ হাৱাপানী সহ্য নোহোৱাত তেওঁ বাঁকিপুৰত থকা পাটনা কলেজত কিছুদিন পঢ়েগৈ। অসুস্থতাৰ নিমিত্তে তাতো থাকিব নোৱাৰি, বি এ. উপাধি নোলোৱাকৈয়ে তেওঁ ঘৰলৈ উভতি আহিব লগাত পৰে। স্বাস্থ্যৰ বিষয়ত তেওঁ সৰুৰেপৰা নিশকতীয়া আছিল। তেওঁ ২৪ বছৰ বয়স নৌ পূৰ হওঁতেই, শিক্ষা শেষ কৰি ঘৰলৈ আহে।

আগৰ কালত বি. এ লৈকে পঢ়া ল'ৰাৰ সংখ্যাও আমাৰ দেশত নিচেই তাকৰ আছিল। তেওঁ চাকৰি কৰিবৰ ইচ্ছা কৰা হলে সহজে ডাঙৰ চাকৰিত সোমাব পাৰিলেহেঁতেন। কিন্তু তেওঁ যেনে স্বাধীন মনৰ মানুহ আছিল, তেওঁ চাকৰিলৈ পিঠি দি, বেনব্ৰিজ চাহাবৰ লগৰীয়া হৈ চাহ-বাগিচা চলাবলৈ আৰম্ভ কৰে আৰু বেন্‌ব্ৰিজ চাহাব যোৱাৰ পাচত, তেওঁ ৺আনন্দৰাম ঢেকিয়াল ফুকনৰ প্ৰথম পুত্ৰ ৺অন্নদাৰাম ঢেকিয়াল ফুকনৰ সৈতে যোগ হৈ বৰুৱা-ফুকন-ব্ৰাদাৰ্চ নামে এটা কোম্পানী গঠন কৰে। আসামত দেশীয় মানুহৰ ভিতৰত এয়ে•প্ৰথম কোম্পানী আছিল। এই কোম্পানীয়ে চাহ আৰু কাঠৰ বৰ ডাঙৰ ৰকম কাৰবাৰ কৰি অনেক লাভ কৰে আৰু নিজৰ এখন জাহাজ পৰ্য্যন্ত ৰাখে। এই কোম্পানীৰ দক্ষতা আৰু সততাত মানুহৰ ইমান বিশ্বাস জন্মিছিল যে বহুত ধনী মানুহে বেঙ্কত ৰখাৰ দৰে ইয়াত টকা জমা ৰাখিছিল। এই কোম্পানীৰ চাহৰ বিভাগ, কাঠৰ বিভাগ আদি কেইবাটাও বেলেগ বেলেগ বিভাগ আছিল। তাতে এটা ছপাখানাৰ বিভাগো যোগ কৰি, তাৰপৰা ইংৰাজী আৰু অসমীয়া উভয় ভাষাৰে ১৮৮২ চনত তেওঁ এখন 'আসাম নিউচ' নামে সাপ্তাহিক বাতৰি কাকত উলিয়ায়। ৺হেমচন্দ্ৰ বৰুৱা সেই কাকতৰ সম্পাদক আছিল। এই কাকত ১৮৮৫ চনলৈকে ওলাই বন্ধ হয়। মাণিক-চন্দ্ৰ বৰুৱা এই কোম্পানীৰ প্ৰাণস্বৰূপ আছিল কিন্তু তেওঁৰ স্বাস্থ্য ভাল নথকাত কোম্পানীৰ কামবিলাক নিজে তত্ত্বাৱধান কৰিব নোৱাৰাত আৰু আনন্দৰাম ঢেকিয়াল ফুকন আৰু কটিকচন্দ্ৰ বৰুৱা অকালত হানি পৰাত, কোম্পানীৰ অৱস্থা লাহে লাহে বেয়াৰ ফাললৈ ঢাল লয়। তেওঁ ১৮৮০ চনত স্বাস্থ্যৰ উন্নতিৰ নিমিত্তে এবাৰ কলম্বোলৈ যায় আৰু তাৰপৰা ঘূৰি আহি ১৮৮১ চনত ৺লক্ষ্মীলাল বৰুৱা একষ্ট্ৰা-এচিষ্টেণ্ট কমিছনাৰৰ তৃতীয় কন্যাক বিবাহ কৰে। তেওঁ গাৰো পৰ্ব্বতৰ কাঠবিলাক উলিয়াই ব্যৱসায় কৰিবৰ উদ্দেশ্যে, গাৰো পৰ্ব্বতৰ ডাম্বু আৰু ডামৰালৈ কাঠৰ কাৰবাৰ তুলি নিয়ে আৰু ২০,০০০

টকা খৰচ কৰি কাঠ উলিয়াবৰ নিমিত্তে এটা গাড়ী-যোৱা আলি বন্ধায়। এনেতে গাখো পৰ্ব্বতত কলাজ্বৰে দেখা দিয়ে আৰু তেওঁৰ তলত খটা অনেক গাৰোৱান আৰু কৰতীয়া সেই বেমাৰতে মৰে আৰু বাকীবোৰ পলাই যায়। দৈৱদুৰ্ব্বিপাকত তেওঁৰ ব্যৱসায়ৰ অশেষ হানি হয়। উলিয়াই আনিব নোৱাৰাত বেলৰ অসংখ্য কটা শ্লিপাৰো পৰ্ব্বততে থাকে। তেওঁ এনে ডাঠ মনৰ মানুহ আছিল যে এনেকুৱা ভীষণ বিপদতো তেওঁ অলপো বিচলিত নহৈ কলিকতালৈ গৈ এটা কোম্পানী গঠন কৰিবৰ নিমিত্তে অহোপুৰুষাৰ্থ কৰে কিন্তু তেওঁৰ সকলো পুৰুষাৰ্থ বিফল হয়। তেওঁ তেতিয়া অনেক দেনাত পৰে আৰু দেনদাৰবিলাকে মকৰ্দ্দমা কৰি তেওঁৰ ওপৰত অনেক টকা ডিগ্ৰি কৰায়; তাতে তেওঁৰ চাহ-বাগিচাবিলাক আৰু অন্যান্য মূল্যবান সম্পত্তিবিলাক বিক্ৰী হৈ যায়। তেওঁৰ ব্যৱসায় একেবাৰেই নষ্ট হয় আৰু তাৰ লগতে কোম্পানীত টকা থোৱা অনেক মানুহৰ ধন হানি হয়। ব্যৱসায় জীৱনত মাণিকচন্দ্ৰ বৰুৱা এই যে পৰিল, আঁৰু উঠিব নোৱাৰিলে।

এনে বিপদত পৰিও মাণিকচন্দ্ৰ বৰুৱাই এদিনৰ নিমিত্তেও ধৈৰ্য্য এৰা নাছিল। তেওঁৰ পূৰ্ব্বৰ অৱস্থা আৰু পিচৰ অৱস্থা যি দেখিছে তেওঁহে বুজিব পাৰিব যে এই পতনত কিমান তেওঁৰ অৱস্থাৰ পৰিবৰ্ত্তন ঘটিছিল। তেওঁৰ এনে অৱস্থাৰ পৰিবৰ্ত্তনত অনেকে পেটে সৈতে বেজাৰ পাইছিল, আৰু মনে মনে তেওঁক পুতৌ কৰিছিল। কিন্তু তেওঁ কেতিয়াও কাৰো আগত বেজাৰ কৰি নেদেখুৱাইছিল আৰু সেইবাবে প্ৰকাশ্যভাবে তেওঁক সহানুভূতি দেখুৱাবলৈ কোনেও সুবিধা নেপাইছিল। বিপদত পৰিও যি বিচলিত নহয়, তেৱেঁই প্ৰকৃত ডাঙৰ মানুহ আৰু মাণিকচন্দ্ৰ বৰুৱাক যিয়েই দেখিছে তেৱেঁই কবলৈ বাধ্য যে মাণিক বৰুৱাৰ গাত এই গুণ পূৰামাত্ৰাই আছিল।

তেওঁৰ বাকী থকা ধাৰবিলাক তেওঁ লাহে লাহে মাৰি নিধকুৱা হ'ল; সেই কাৰ্য্যত তেওঁৰ সম্পৰ্কীয় কলিকতাত অসমীয়াৰ একমাত্ৰ মুখ উজ্জলাওঁতা শ্ৰীযুত ভোলানাথ বৰুৱাই বিশেষ সহায় কৰিছিল আৰু কিং হেমিল্টনকে আদি কৰি কেইবাটাও কলিকতাৰ ডাঙৰ ডাঙৰ কোম্পানীয়ে উদাৰতা দেখুৱাই তেওঁবিলাকৰ-দেনাবিলাক এৰি দিলে। তেওঁ ১৮৯৬ চনত কেম্বেল চাহাবৰপৰা এখনি সৰু বাগিচা কিনি লৈ তাৰ আয়ৰপৰাই যেনে তেনে মতে খৰচ-পত্ৰ চলাই তেওঁৰ শেষ জীৱন নিৰ্ব্বাহ কৰে।

মাণিকচন্দ্ৰ বৰুৱাৰ ল'ৰাকালৰেপৰা ৰাজহুৱা বিষয়ত বিশেষ ধাপ

আছিল। তেওঁ যেতিয়া কলিকতাত পঢ়ে, তেতিয়াই তেওঁৰ সমনীয়া বন্ধু ৺ৰায় বাহাদুৰ জগন্নাথ বৰুৱাৰ সৈতে লগ লাগি, গৱৰ্ণৰ জেনেৰেল লৰ্ড নৰ্থব্ৰুকক এখন অভিনন্দন-পত্ৰ দিয়ে। অনবেবোল ৺কৃষ্ণদাস পালে তেওঁবিলাকক লাট চাহাবক এই অভিনন্দন-পত্ৰ দিয়াত সহায় কৰিছিল। অসমৰ মানুহৰ পক্ষে লাট চাহাবক অভিনন্দন-পত্ৰ দিয়া এয়ে প্ৰথম। ইয়াৰ পিচৰ বছৰত লৰ্ড নৰ্থব্ৰুকে আসাম দৰ্শন কৰিবলৈ আহি গুৱাহাটী পৰ্য্যন্ত আহিছিল। তেওঁৰ পূৰ্ব্বে ৰাজহুৱা বিষয়ে চৰ্চ্চা কৰা মানুহ আমাৰ দেশত এক ৰায় বাহাদুৰ ৺জগন্নাথ বৰুৱাত বাহিৰে কোনো নাছিল। ৺জগন্নাথ বৰুৱাই যোৰহাটত সাৰ্ব্বজনিক সভা স্থাপন কৰি যদিও অনেক ৰাজহুৱা বিষয় চৰ্চ্চা কৰিছিল; এখন ডাঙৰ বাগিচা চলাব লগা হোৱাত, ৰাজহুৱা বিষয়ত অনৰেবোল মাণিকচন্দ্ৰ বৰুৱাৰ দৰে এদনীয়ালৈকে মন দিব পৰা নাছিল। সেইগুণে এইদৰে ক'লে একো বঢ়াই কোৱা নহব যে ৰাজনৈতিক ক্ষেত্ৰত মাণিকচন্দ্ৰ বৰুৱাই অসমীয়াৰ প্ৰথম পথপ্ৰদৰ্শক। তেওঁক বিপদে যিমান জাঙুল খাই ধৰিছিল, তেৰোঁ সিমানেই দেশহিতকৰ কামক সাবটি ধৰিছিল। তেওঁৰ বিপদ কম হোৱা নাছিল। তেওঁ নিজে সৰ্ব্বশ্ৰান্ত হ'ল, ইমান উপযুক্ত ককাইদেৱেকে তেওঁক অকালত এৰি গ'ল, আনকি তেওঁৰ প্ৰিয় পত্নীয়েও তেওঁক নিঠৰুৱা কৰি গ'ল। এনেবিলাক বিপদে অনেক ডাঠ মনৰ আৰু কাৰ্য্যদক্ষ মানুহকো একেবাৰেই অকামিলা কৰা দেখা গৈছে। কিন্তু এইবোৰ মহৎ মহৎ বিপদেও মাণিক বৰুৱাক তেওঁৰ কৰ্ত্তব্য-পথৰপৰা অলপো বিচলিত কৰিব নোৱাৰিছিল। তেওঁ মৰিবৰ পূৰ্ব্ব মুহূৰ্ত্তলৈকে ৰাজহুৱা কথা ভাবিয়েই প্ৰাণ ত্যাগ কৰিলে।

মাণিকচন্দ্ৰ বৰুৱাই দেশৰ নিমিত্তে কত প্ৰকাৰে খাটিছিল তাক লিখিবলৈ গলে এখন ডাঙৰ কিতাপ হব। এই সৰু প্ৰবন্ধত সেইবিলাক কথা উল্লুকিওৱাও সম্ভৱ নহয়। ১৮৮১ চনত যেতিয়া প্ৰথমে গুৱাহাটীত মিউনিচি-পেলিটি গঠিত হয়, তেওঁ তেতিয়াৰেপৰা তাৰ কমিচনাৰ আছিল আৰু যোৱা তিনি বছৰ তেওঁ সেই মিউনিচিপেলিটিৰ প্ৰথম নন-অফিচিয়েল চেয়াৰমেন হৈছিল। তেওঁ ১৮৮৪ চনৰেপৰা অনৰেৰি মাজিষ্ট্ৰেট আছিল আৰু সদাই ন্যায় আৰু দয়া দুইকো আগত ৰাখি বিচাৰ কৰিছিল। ১৮৯৪ চনত ৺কালিৰাম বৰুৱাই 'আসাম' নামে যি সাতদিনীয়া বাতৰি কাকত উলিয়াইছিল। ৺মাণিকচন্দ্ৰ বৰুৱা সেই কাকতৰ সম্পাদক আছিল। ১৯০০ চনত যেতিয়া গৱৰ্ণৰ জেনেৰেল লৰ্ড কাৰ্জ্জন আসামলৈ আহিছিল, তেতিয়া ৺মাণিকচন্দ্ৰ বৰুৱা আৰু ৺ৰায় জগন্নাথ

বৰুৱা বাহাদুৰ, অভ্যৰ্থনা কমিটীৰ যুটীয়া সম্পাদক আছিল। লাট চাহাবৰ অভ্যৰ্থনা এনে পৰিপাটিৰূপে সম্পাদিত হৈছিল যে চীফ-কমিচনাৰ চাৰ হেনৰি কটন চাহাবে চিঠি দি লাট চাহাবৰ সন্তোষ জনাইছিল আৰু তেওঁ ইয়াকো লিখিছিল যে অকল অসমীয়া মানুহে এনে এটা গুৰুতৰ কাম সুসম্পন্ন কৰিব পৰাত তেওঁ নিজে বৰ আনন্দিত হৈছিল। লৰ্ড কাৰ্জ্জনক অভ্যৰ্থনা কৰি বাকী থকা টকাৰে গুৱাহাটীত যি কাৰ্জ্জন-হল তৈয়াৰ কৰা হ'ল সিও অনেক পৰিমাণে মাণিকচন্দ্ৰ বৰুৱাৰ যত্নতে হ'ল। তেওঁ যোৱা প্ৰায় ৩৩ বছৰ গুৱাহাটী ল'কেল-বোৰ্ডৰ মেম্বৰ আৰু অনেকবাৰ সেই বোৰ্ডৰ ভাইচ-চেয়াৰমেন আছিল। তেওঁ ১৯০৩ চনত পুলিচ কমিচনৰ আগত সাক্ষী দিছিল। ১৯০৯ চনত আসামৰ ল'কেল-বোৰ্ডবিলাকে তেওঁক পূৰ্ব্ববঙ্গ আৰু আসাম কাউন্সিললৈ মেম্বৰ কৰি পঠিয়ায়। আইন-সভাত অসমীয়াৰ এয়েই প্ৰথম প্ৰৱেশ। পূৰ্ব্ববঙ্গ আৰু আসামৰ আইন-সভাত মাণিকচন্দ্ৰ বৰুৱাই তেনে ক্ষমতাৰ চিনাকি দিবপৰা নাছিল। আসাম দেশ আকৌ চীফ-কমিচনাৰৰ তললৈ অহাত যি নতুন আইন-সভা গঠিত হ'ল, সেই সভালৈকো বৰুৱা ডাঙৰীয়া আসামৰ মেউনিচিপেলিটীবিলাকৰপৰা মেম্বৰ নিৰ্ব্বাচিত হৈ যায় আৰু মৃত্যুকাললৈকে সেই আইন সভাৰ মেম্বৰ থাকে। ১৯০২ চনৰ দিল্লী দৰবাৰলৈ আৰু ১৯১১ চনৰ দিল্লীৰ অভিষেক দৰবাৰলৈ তেওঁ নিমন্ত্ৰিত হৈ গৈছিল আৰু শেষৰ দৰবাৰত তেওঁক সমগ্ৰ আসামৰ হৈ ভাৰত-সম্ৰাটক ৰাজভক্তি জনোৱাৰ ভাৰ দিয়াত তেওঁক বিশেষৰূপে সম্মানিত কৰা হৈছিল। গুৱাহাটীত কটন কলেজ স্থাপিত কৰাত মাণিকচন্দ্ৰ বৰুৱা, চাৰ হেনৰি কটনৰ প্ৰধান সহায় আছিল। কলেজ খুলিবৰ প্ৰথম দিনা চীফ-কমিচনাৰ চাৰ হেনৰী কটনে সেই কথা প্ৰকাশ্যভাবে স্বীকাৰ কৰে আৰু সেই কথা তেওঁলৈ বেলেগে চিঠি লিখিও জনায়। আসামত এনে কোনো ৰাজহুৱা কাম হোৱা নাই, যি কামত মাণিকচন্দ্ৰ বৰুৱাৰ অলপ হাত নাই। মাণিকচন্দ্ৰ বৰুৱাই প্ৰথমে জজ আৰু কমিচনাৰ দুজন বেলেগ অফিচাৰ হব লাগে বুলি প্ৰস্তাৱ কৰে। সেই বিষয়ে চীফ-কমিচনাৰ কটন চাহাবে বৰুৱা ডাঙৰীয়ালৈ ১৯০১ চনৰ ১লা আগষ্ট তাৰিখে এইদৰে লিখিছিল—

"I quite agree with the view you express about the separation of the Judgeship from the Commissionership in the Assam valley and trust that the carrying out of this much needed reform is not far distant."

১৯০৪ চনত বৰুৱা ডাঙৰীয়াই গৌৰীপুৰৰ ৰাজা শ্ৰীযুত প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰৰ সহায় লৈ 'আসাম এচোচিয়েচন' স্থাপন কৰে আৰু তেতিয়াৰেপৰা সেই এচোচিয়েচনৰ তেওঁ জেনেৰেল চেক্ৰেটাৰী থাকি আসামৰ হিতকৰ অনেক কাম কৰে আৰু অনেক কাম কৰিবলৈ হাতত লয়; কিন্তু অসমীয়া মানুহৰপৰা যেনে সহানুভূতি পোৱা উচিত আছিল, তেনে সহানুভূতি নোপোৱাত, অনেক হাতত লোৱা কামো তেওঁ সম্পন্ন কৰিব নোৱাৰিলে। সেইবাবে অনেকে তেওঁক দোষাৰোপ কৰে, অথচ, কিয় যে তেওঁ সেইবিলাক কাম সম্পন্ন কৰিব নোৱাৰিলে তাৰ কাৰণ কোনেও বিবেচনা কৰি নেচায়।

অসমীয়া মানুহৰ কিছুমান জাতীয় দোষ আছে, যেনে পৰহিংসুক, পৰনিন্দুক আৰু পৰশ্ৰীকাতৰ। আমাৰ অনেক সুশিক্ষিত সভ্যতাভিমানী লোকো এইবিলাক দোষৰপৰা মুক্ত নহয়; কিন্তু বৰুৱা ডাঙৰীয়াক এইবোৰ দোষৰ ছাঁইও চুব নোৱাৰিছিল। তেওঁ অকাতৰে সকলোকে সাধ্যমতে সহায় কৰিছিল। বৰ্ত্তমান পুৰুষৰ ভিতৰত কোনো অসমীয়া শিক্ষিত মানুহ নাই যি এক ৰকমে নহয় এক ৰকমে বৰুৱা ডাঙৰীয়াৰপৰা উপকাৰ পোৱা নাই। অনেক সময়ত তেওঁ পৰৰ উপকাৰ কৰিবলৈ গৈ নিজে বিপন্ন হবলগীয়া হোৱা কথাও আমি জানো। তেওঁৰ চকুত ইমান লাজ আছিল যে তেওঁ কাৰো মুখ হেৰিব নোৱাৰিছিল; আনকি তেওঁক সদায় নিন্দা কৰি ফুৰা মানুহেও গৈ তেওঁক কিবা কথাৰ নিমিত্তে অনুৰোধ কৰিলে, তেওঁ যেনেকেনে সেই অনুৰোধ মতে কাম কৰিবলৈ যত্ন কৰিছিল। তেওঁ সদাই মানুহৰ ভালটোহে দেখিছিল, তেওঁৰ মুখৰপৰা কোনেও আনৰ বিপক্ষে একেষাৰ বেয়া কথা ওলোৱা শুনা নাই বুলি ডাঠি কব পাৰি। অসমীয়া মানুহৰ পক্ষে ই এটা কম ডাঙৰ কথা নহয়।

মাণিকচন্দ্ৰ বৰুৱা এনেকুৱা অনেক সত্ গুণেৰে অলঙ্কৃত আছিল। তেওঁ আসাম দেশত জন্ম নধৰি, আন দেশত জন্ম ধৰা হলে, আজি সমগ্ৰ ভাৰতবৰ্ষত তেওঁৰ যশস্যা বৈ বৈ গ'লহেঁতেন, কিন্তু আমাৰ দেশ 'যশস্যাৰ সমাধি মন্দিৰ'। এই দেশৰ মানুহৰ যশস্যা কেতিয়াও ফুলি উঠিব নোৱাৰে, বৰং তাৰ ওপৰত মৈদামহে বন্ধা হয়। এনে অৱস্থাতো মাণিকচন্দ্ৰ বৰুৱাৰ আন আন দেশৰ অনেক ডাঙৰ মানুহৰ লগতো চিনা-জনা আছিল। অনবেবোল মিষ্টাৰ গোখ্‌লে, অনবেবোল মিষ্টাৰ সুৰেন্দ্ৰনাথ বানাৰ্জি, মহাৰাজা দ্বাৰভাঙ্গা, মহাৰাজা কাশিমবাজাৰ, মহাৰাজা দিনাজপুৰৰ নিচিনা মানুহ তেওঁৰ বন্ধুৰ ভিতৰত ভুক্ত আছিল। মুঠৰ ওপৰত, বৰ্ত্তমান যুগত মাণিকচন্দ্ৰ বৰুৱা আসামৰ

ভিতৰত এজন অসাধাৰণ লোক আছিল। তেওঁৰ নিজ দেশৰ মানুহতকৈও, তেওঁৰ গুণৰ মোল গৱৰ্ণমেণ্টে বেচি বুজিছিল। লেফ্‌টেনেণ্ট গৱৰ্ণৰ, চীফ-কমিছনাৰকে আদি কৰি ডাঙৰ ডাঙৰ অফিচাৰসকলে তেওঁক আৰু তেওঁৰ মতক বিশেষ শ্ৰদ্ধা কৰিছিল। চাৰ হেন্‌ৰি কটন আসাম এৰি যাবৰ সময়ত বৰুৱা ডাঙৰীয়াৰ বিষয়ে এইদৰে লিখি থৈ গৈছিল—

"I am glad to bring to the notice of my successor the assistance I have received on many occasions from Srijut Manick Chandra Borooah of Gauhati. On land Revenue questions, on the scheme for re-organising the Local Boards, on public matters generally and specially in connection with the new Government college at Gauhati, I have derived much advantage from his advice. I have always found him a public spirited citizen with the interest of his fellow-countrymen deeply at heart"

—H. J. S. Cotton, Chief Commissioner. April 7, 1902.

যদিও সকলো চাহাবেই তেওঁক এইদৰে ভাল পাইছিল আৰু মান কৰিছিল, তথাপি তেওঁ গৱৰ্ণমেণ্টৰপৰা কোনোৰকম সন্মানৰ চিন গ্ৰহণ কৰিবলৈ সদাই অনিচ্ছুক আছিল। আনকি তেওঁক এজন লেফ্‌টেনেণ্ট গৱৰ্ণৰে কাউন্সিললৈ ল'কেল-বোৰ্ডবিলাকে নিৰ্ব্বাচন নকৰিলে গৱৰ্ণমেণ্টেই তেওঁক মনোনীত কৰিব এনে আভাস দিয়াত তেওঁ তৎক্ষণাৎ সেই কথাৰ প্ৰতিবাদ কৰি তেওঁক জানিবলৈ দিলে যে গৱৰ্ণমেণ্টৰ দ্বাৰা মনোনীত হৈ কাউন্সিললৈ যাবলৈ তেওঁ অলপো ইচ্ছা নকৰে ; তেওঁ সদাই সৰ্ব্বসাধাৰণৰ নিৰ্ব্বাচনকহে বেচি সন্মানৰ চকুৰে দেখে। এই কথা শুনি লেফ্‌টেনেণ্ট গৱৰ্ণৰ মনে মনে থাকিল। তেওঁৰ এনেবিলাক স্বাধীন ভাবৰ নিমিত্তে কেতিয়াবা কোনো কোনো উচ্চ কৰ্ম্মচাৰীৰ যে অপ্ৰিয়ভাজন হোৱা নাই এনেও নহয়, তথাপি তেওঁ মৰিবৰ দিনলৈকে এইদৰে নিজৰ স্বাধীনতা বজাই ৰাখিয়েই কাম কৰি গ'ল।

তেওঁ ১৯১৫ চনৰ ৭ চেপ্তেম্বৰৰ দিনা অতি পুৱাতে ৬৪ বছৰ বয়সত ইহসংসাৰ পৰিত্যাগ কৰিলে। তেওঁৰ লগতে অসমীয়া মানুহে এজন নিভাঁজ স্বদেশহিতৈষী আৰু সুদক্ষ আৰু বিশ্বাসী নায়ক হেৰুৱালে আৰু আসাম গৱৰ্ণমেণ্টেও এজন বিচক্ষণ বহুদৰ্শী আৰু স্বাধীনচেতা উপদেশক হেৰুৱালে। তেওঁৰ মৃত্যুত আসাম দেশৰ যি হানি হ'ল, সেই হানি যে সহজে পূৰ হব

তাক আশা কৰিব নোৱাৰি। তেওঁৰ মৃত্যুত গোটেই আসামত শোক-সভা পাতি যেনেকৈ শোক প্ৰকাশ কৰা দেখা গৈছে, আসামৰ আন কোনো মানুহৰ নিমিত্তে পূৰ্ব্বে তেনে কৰা দেখা নাই। তেওঁৰ মৃত্যুৰ দিনা গুৱাহাটীত দোকান বজাৰ আৰু চৰ্কাৰী অফিচবিলাক বন্ধ দি তেওঁৰ প্ৰতি সন্মান দেখুওৱা হৈছিল, আৰু তেওঁৰ মৃতদেহৰ পাচত কি ইংৰাজ, কি বঙ্গালী, কি মুছলমান, কি অসমীয়া, সকলো সমাজৰ মানুহ শ্মশানলৈকে গৈছিল।

মাণিকচন্দ্ৰ বৰুৱা আসামৰ এজন প্ৰকৃত কৰ্ম্মবীৰ আছিল। অসমীয়া মানুহে কেতিয়াও তেওঁৰ গুণ পাহৰিব নোৱাৰে। মৃত্যুৰ সময়ত তেওঁৰ মুখৰ ভাব কেনে প্ৰশান্ত আছিল, তাক তেওঁৰ মৃত্যুশয্যাৰ চিত্ৰখনিয়ে অতি সুন্দৰকৈ দেখুৱাইছে। পৰমপিতা পৰমেশ্বৰে যেন তেওঁৰ জীৱৰ সদগতি কৰে, আমি তাকেহে প্ৰাৰ্থনা কৰিছো।*

* ১৮৩৭ শকৰ ৭ম ভাগ 'আলোচনী'-কাকতত উঠি-সম্পাদক শ্ৰীযুত লক্ষ্মীনাথ ফুকনে বিশেষভাৱে অনুৰোধ কৰি লেখোৱা প্ৰবন্ধ। —বে. শ.

# ৺আনন্দৰাম বৰুৱা




স্বৰ্গীয় আনন্দৰাম বৰুৱা অসম দেশৰ প্ৰসিদ্ধ মজিন্দাৰ বৰুৱাৰ বংশৰ এজন ডেকা আছিল। এই বংশৰ প্ৰতিষ্ঠাপক ৺দুৰ্গাচৰণ কাকতী অতীজতে আহোম ৰজাৰ ৰাজধানী গড়গাৱঁত ( নাজিৰা ) আছিল। ১৪৭৭ শকৰ আহাৰ মাহত কোচবিহাৰৰ ৰজা বিশ্বসিংহই আমাৰ স্বৰ্গদেৱলৈ নজৰ পঠিয়াই এখন চিঠি দিছিল। চিঠিখন কেঁচুৰ ৰসেৰে লিখা আছিল। সেইকাৰণে দিনৰ পোহৰত তাক কোনেও পঢ়িব নোৱাৰিলে। পিচে, সেই ৺দুৰ্গাচৰণ বৰকাকতীয়ে ৰাতি আৱিয়া গুচাই আন্ধাৰত তাক পঢ়িলে। চুখামূখা স্বৰ্গদেৱে বৰকাকতীৰ বুদ্ধিৰ অশেষ প্ৰশংসা কৰি সেই দিনাৰপৰা তেওঁক 'মজিন্দাৰ' খিতাপ দি মাটি আৰু বেটী-বন্দী বিধান কৰি দিলে, আৰু তেওঁৰ বংশৰ লোকক গুৰুতৰ দোষ কৰিলেও প্ৰাণদণ্ডৰপৰা নিষ্কৃতি দিলে; আৰু আন্ধাৰত কেঁচুৰ ৰসৰ আখৰবিলাক মাণিক জ্বলা দি জ্বলি উঠিছিল গুণে, স্বৰ্গদেৱে তেওঁৰ নাম সলাই মাণিকচন্দ্ৰ থলে। মাণিকচন্দ্ৰ মজিন্দাৰ কাকতিৰপৰা বঢ়া বংশৰ যি ঠালত স্বৰ্গীয় আনন্দৰাম বৰুৱাই জন্ম লৈছিল তাক ওপৰত দিয়া হৈছে।

৺গৰ্গৰাম বৰুৱাৰ ঔৰসে দুৰ্লভেশ্বৰী বৰুৱানীৰ গৰ্ভত ১৭৭২ শকৰ জেঠ মাহত ৺মহাত্মা আনন্দৰাম বৰুৱাই উত্তৰ গুৱাহাটীত জন্মগ্ৰহণ কৰে। গৰ্গৰাম বৰুৱা ডাঙৰীয়াৰ দুৰ্লভেশ্বৰী বৰুৱানীৰ ফালৰ চাৰিজন পুতেক হৈছিল— জানকীৰাম, পৰশুৰাম, আনন্দৰাম আৰু মণিৰাম। আনন্দৰাম বৰুৱা তেওঁ-বিলাকৰ ভিতৰত তৃতীয় আছিল। আনন্দৰাম বৰুৱা সৰুৰেপৰা বৰ তীক্ষ্ণবুদ্ধিৰ ল'ৰা আছিল; তেওঁৰ স্বভাৱ ধীৰ আৰু গম্ভীৰ আছিল। তেওঁ সৰুৰেপৰা ঘৰতে এজন অধ্যাপকৰ মুখে সংস্কৃত পঢ়িছিল আৰু গুৱাহাটীৰ গৱৰ্ণমেণ্ট স্কুলত ইংৰাজী পঢ়িছিল। তেতিয়া গুৱাহাটী হাইস্কুলত ফাৰ্ষ্ট আৰ্টচ্লৈকে পঢ়োৱা হৈছিল। আনন্দৰাম বৰুৱাই চৈধ্য বছৰ ছমাহ বয়সতে এণ্ট্ৰেন্স পৰীক্ষা সুখ্যাতিৰে পাচ কৰি জলপানী লৈ, উচ্চশিক্ষা লাভ কৰিবৰ নিমিত্তে কলিকতালৈ গৈ তাৰ প্ৰধান কলেজ প্ৰেচিডেন্সিত ভৰ্ত্তি হৈ দুবছৰৰ মূৰত, প্ৰথম বিভাগত অতি সুখ্যাতিৰে সৈতে এফ. এ. পাচ কৰি, আকৌ সেই কলেজতে পঢ়ি ইংৰাজী ১৮৬৯ চনত বি. এ. পাচ কৰি 'ষ্টেট স্কলাৰচিপ' আৰু 'গিলক্ৰাইষ্ট্ স্কলাৰচিপ' লৈ অৰ্থাৎ মুঠতে মাহে ৫০০৲ টকাৰ বৃত্তি লৈ তেওঁ ইংলণ্ডলৈ যাত্ৰা কৰিলে। বিলাতত তিনি বছৰ থাকি চিভিল চাৰ্ভিচ, বি. এচ-চি. এল. বি. আৰু বেৰিষ্টাৰ-এট্-ল এই চাৰিটা পৰীক্ষা অতি দক্ষতাৰে পাচ কৰি ১৮৭২ চনত ভাৰতবৰ্ষলৈ ঘূৰি আহিল। তেওঁ ভাৰতবাসীৰ ভিতৰত পঞ্চম চিভিলিয়ান আৰু তেওঁ চিভিল চাৰ্ভিচ পৰীক্ষাত প্ৰথম বিভাগৰ দ্বিতীয় স্থান অধিকাৰ কৰিছিল। মাননীয় ৰমেশচন্দ্ৰ দত্ত, বিহাৰীলাল গুপ্ত, সুৰেন্দ্ৰনাথ বন্দ্যোপাধ্যায় আৰু স্বৰ্গীয় আনন্দমোহন বসু বিলাতত বৰুৱাদেৱৰ সহপাঠী আছিল।

বিলাতত তেওঁৰ লগত একেলগে থকা সহপাঠীবিলাকৰ ভিতৰত কোনেও জনা নাছিল যে তেওঁ চিভিল চাৰ্ভিচৰ বাহিৰে আন কোনো পৰীক্ষাৰ নিমিত্তে পঢ়িছিল; বি. এচ-চি. পৰীক্ষাত উত্তীৰ্ণ হোৱা ল'ৰাবিলাকৰ লগত বৰুৱাদেৱৰ নাম দেখি তেওঁৰ লগত থকা ল'ৰাবিলাকে আচৰিত মানিছিল। বিলাতত থাকোঁতেই তেওঁ ফ্ৰান্স দেশৰ ভাষা এনে ভালকৈ শিকিছিল যে, তেওঁৰ কথা-বাৰ্ত্তা শুনি সেই দেশৰ মানুহেও তবধ মানিছিল।

তেওঁ ভাৰতবৰ্ষলৈ উভতি আহি কলিকতা ইউনিভাৰ্চিটিৰ সংস্কৃতত এটা বিশেষ পৰীক্ষা পাচ কৰি ২০০০৲ টকা পুৰস্কাৰ পাইছিল। তাৰ পিচত তেওঁ শিৱসাগৰ জিলালৈ এচিষ্টেণ্ট কমিছনাৰ হৈ আহে; আসামলৈ আহোঁতে

জাহাজত তেওঁ যি কেবিনত আছিল, তাত এটা চাহাব সোমাই তেওঁক তাৰপৰা ওলাই যাবলৈ কোৱাত তেওঁৰ লগত ঘূচিউৱা-ঘূচি পৰ্য্যন্ত হৈ গ'ল, তথাপি বৰুৱাদেৱে পৰাস্ত মানি নিজৰ ঠাই এৰি নগ'ল। চাহাবজনে তেওঁৰ আত্মনিৰ্ভৰতা আৰু সাহস দেখি অনুসন্ধান কৰি তেওঁ কোন জানি, পিচত নিজৰ দোষ স্বীকাৰ কৰি তেওঁৰ লগত বন্ধুত্ব কৰিলে। শিৱসাগৰলৈ যাওঁতে তেওঁ গুৱাহাটীত নামি পিতাক আৰু আন আন বন্ধুবৰ্গৰ লগত দেখা কৰিছিল। পিতাকে তেওঁক প্ৰায়শ্চিত্ত হবলৈ ধৰাত নিজৰ বিবেকে তেওঁক সেই কাম কৰিবলৈ নকয় বুলি তেওঁ কৰিবলৈ মান্তি নহ'ল; তাত তেওঁৰ পিতাকে মনত বৰ বেজাৰ পালে।

শিৱসাগৰত এচিষ্টেণ্ট কমিচনাৰ কাম কৰোঁতেও তেওঁ সদাই নিয়মমতে পঢ়া-শুনা কৰিছিল; আন কি কাছাৰিলৈ যাওঁতেও হাতত এখন কিতাপ লৈ গৈছিল, আৰু যেতিয়াই অলপ অৱকাশ পাইছিল, তেতিয়াই এজলাচতে বহি কিতাপ পঢ়িছিল। তেওঁ, শিৱসাগৰত কাম কৰোঁতে আৰু বিলাতত থাকোঁতেও চোগা-চাপকণহে পিন্ধিছিল; বঙ্গদেশলৈ গৈহে চাহাবী সাজপাৰ লৈছিল।

তেওঁ শিৱসাগৰত থকাত, এদিন তেওঁৰ বঙ্গলালৈ এজন দিহিঙ্গৰ বৰসাজতোলা* দেখা কৰিবলৈ গৈছিল। দুয়ো দুখন চকীত বহি কথা-বাৰ্ত্তা পাতি আছিল, এনেতে ডিপুটী কমিচনাৰ কৰ্ণেল কেম্বেলকে আদি কৰি কেইজনমান চাহাব তেওঁৰ বঙ্গলাত ওলালহি। চাহাব যোৱা দেখিয়েই সাজতোলাজনক উঠিব খোজা দেখি, বৰুৱাদেৱে তেওঁক কলে যে, "আপুনি স্বাধীন মানুহ, কেলৈ উঠিব; বহি থাকক।" ইপিনে তেওঁৰ তাত সৰহ চকী নথকাত নিজৰখন চকী ডিপুটী কমিচনৰক এৰি দি নিজে থিয় হৈ ৰ'ল; কেইজনমান চাহাবক চকী অনাই দিয়ালে, কিন্তু আৰু চকী নোহোৱাত কেইজন-মান চাহাব মেজত ভৰ দি থিয় দি থাকিল, আৰু বহি থকা সাজতোলাজনৰ ফালে কেৰাহি কেৰাহিকৈ চাবলৈ ধৰিলে। সাজতোলাজন তাৰপৰা উঠি লৰ মাৰিব পাৰিলে এতিয়া ৰক্ষা পৰে; কিন্তু বৰুৱাদেৱে চকুৰ ঠাৰেৰে সাহ দিয়াত যদিও তেওঁ বহি থাকিল, ভয়ত ঘামি-জামি নগুৰশাস্তি হ'ল। চাহাবসকলে গুচি যোৱাৰ পিচত সাজতোলাই বৰুৱাদেৱক "ডাঙ্গৰীয়া, আপোনাৰ ইয়ালৈ অহা বৰ বিপদৰ কথা; আমাৰ আৰু ইয়ালৈ অহা নহব" বুলি কৈ বিদায় ললে।

* নামতিয়াল কাকতীৰ ✓দামোদৰ বৰুৱা তহীলদাৰ ডাঙৰীয়া। —বে. শ.

তেওঁৰ প্ৰতি কথাতে তেওঁৰ মনৰ তেজ আৰু স্বাধীনতাৰ চিনাকি পোৱা যায়। তেওঁৰ অসম দেশ এৰি বঙ্গদেশলৈ যোৱাৰ কাৰণো এয়ে। শিৱসাগৰত এচিষ্টেণ্ট কমিচনাৰ থকা সময়ত, কৰ্ণেল কেম্বেল তাত ডিপুটী কমিচনাৰ আছিল আৰু লেফ্‌টেনেণ্ট গ্ৰে এচিষ্টেণ্ট কমিচনাৰ আছিল। পদত বৰুৱাদেৱ লেফ্‌টেনেণ্ট গ্ৰেৰ ওপৰত আছিল, সেইবাবে ডিপুটী কমিচনাৰ চুকৰ ফুৰিবলৈ যাওঁতে জিলাৰ ভাৰ বৰুৱাদেৱৰ গাত থাকে। এবাৰ ডিপুটী কমিচনাৰ বাহিৰত থকাত, বৰুৱাদেৱে গ্ৰে চাহাবৰ ওপৰত কিবা এটা দোষ ধৰি তেওঁৰ কৈফিয়ত খোজাত, তেওঁ সেই কথাত অপমান বোধ কৰি, ডিপুটী কমিচনাৰক জনোৱাত, পিচৰবাৰ ডিপুটী কমিচনাৰ চফৰলৈ যাওঁতে তেওঁ জিলাৰ ভাৰ বৰুৱাদেৱৰ গাত নিদি গ্ৰে চাহাবৰ গাত থৈ গ'ল। বৰুৱাদেৱে এই কথাত অপমান পাই গৱৰ্ণমেণ্টলৈ আবেদন কৰি বঙ্গদেশলৈ বদলি হৈ গুচি গ'ল; তেতিয়াৰেপৰা আৰু অসম দেশলৈ উভতি নাহিল। তেওঁ অলপ দিনৰ ভিতৰতে সৌজন্যতা গুণেৰে শিৱসাগৰৰ সকলো দেশী মানুহৰ মন মুগ্ধ কৰিছিল আৰু তেওঁ শিৱসাগৰ এৰি যাবলগা হোৱাত সকলোৱে আন্তৰিক দুখ পাইছিল। বঙ্গদেশতো তেওঁ অনেক ঠাইত জইণ্ট-মেজিষ্ট্ৰেট থাকি অৱশেষত নোৱাখালি জিলাত ডিষ্ট্ৰীক্ট মেজিষ্ট্ৰেট আৰু কলেক্টৰ হৈ আছিল আৰু য'তে ত'তে সুখ্যাতিৰে কাম কৰি মানুহৰ প্ৰিয়পাত্ৰ হৈছিল। তেওঁ অনেক সময় দুখীয়া ল'ৰাক পঢ়াৰ খৰচ দি সহায় কৰিছিল আৰু মগনীয়াবিলাকক ভিক্ষা দি তেওঁ বৰ সুখ লাভ কৰিছিল। তেওঁ এখন ডাঙৰ জিলাৰ ভাৰ গাত লৈয়ো সংস্কৃত ভাষা আৰু সাহিত্যৰ বিষয়ে চৰ্চ্চা অলপো এৰা নাছিল। তেওঁ বহুত কিতাপ লিখি প্ৰকাশ কৰিছিল; তাৰ ভিতৰত ইংৰাজীৰপৰা সংস্কৃত অভিধানখন আৰু সংস্কৃতৰ উচ্চ ব্যাকৰণখন সম্পূৰ্ণৰূপে প্ৰকাশিত হৈছিল। তাত বাজেও মহাবীৰ-চৰিতৰ ভাষ্য, অমৰ-কোষৰ টীকা; ধাতুৰূপ আৰু সংস্কৃত সাহিত্যত 'ভৱভূতিৰ ঠাই' বুলি এখনি ইংৰাজী কিতাপ তেওঁ লিখি প্ৰকাশ কৰিছিল। আৰু 'সৰস্বতীকণ্ঠাভৰণ' বুলি এখন অলঙ্কাৰ-শাস্ত্ৰও প্ৰকাশ কৰিছিল। এইবিলাকত বাজেও, বৰুৱাদেৱে যি এটা কিতাপ লিখা কাম হাতত লৈছিল তাক ভাবিলেও মনত ভয় লাগে; অৰ্থাৎ গোটেইটো সংস্কৃত ভাষাকে ধাতুৰূপ বিভাগ, অভিধান বিভাগ, শব্দৰূপ বিভাগ, অলঙ্কাৰ বিভাগ ইত্যাদি ১২ বিভাগত ভগাই এটা প্ৰকাণ্ড ব্যাকৰণ লিখিবলৈ আয়োজন কৰিছিল। বৰুৱাদেৱৰ এই গ্ৰন্থৰ নাম আৰু প্ৰস্তাৱ শুনি সংস্কৃত ভাষাৰ পণ্ডিত মোক্ষমূলাৰে তেওঁলৈ লিখিছিল, "আপোনাৰ এই

গ্ৰন্থখনৰ কেইভাগমান প্ৰকাশিত হৈ ওলালেও পৃথিৱীৰ এটা মহৎ উপকাৰ সাধন কৰা হব, আৰু গোটেইখন গ্ৰন্থ লিখি প্ৰকাশ কৰা এক জীৱনৰ কাম নহয়।"[৩] বাস্তৱিকপক্ষেও বৰুৱা ডাঙৰীয়াই এই গ্ৰন্থৰ কেইখনমান হে উলিয়াবলৈ পালে—বৰুৱাদেৱৰ পক্ষেও কায়িক আৰু মানসিক পৰিশ্ৰম অসহ্য হৈ উঠিল। ১৮৮৭ চনৰ নবেম্বৰ মাহত বৰুৱাদেৱৰ গাত পক্ষাঘাত ৰোগে দেখা দিলে। অনেক চিকিৎসা কৰিলে, কিন্তু তাৰ কোনো ফল নধৰিলে; ১৮৯০ চনৰ জানুৱাৰী মাহত (৫ মাঘ) শুকুৰবাৰে আবেলি ২ বজাৰ সময়ত, কলিকতাত তেওঁৰ বন্ধু বাৰিষ্টাৰ তাৰকনাথ পালিতৰ বালিগঞ্জৰ ঘৰত মহাত্মা আনন্দৰাম বৰুৱা মুঠেই ৩৯ বছৰ বয়সতে ইহধাম পৰিত্যাগ কৰি,

—"হল অকস্মাৎ, মাজ সাগৰত,
ধ্ৰুৱতৰা দৰে মেঘৰ আৰ।"

কলিকতাত থকা অসমীয়া ছাত্ৰবিলাকে অতি সমাৰোহেৰে নি তেওঁৰ পবিত্ৰ দেহ ভাগীৰথীৰ তীৰত কালিঘাট শ্মশানত অগ্নিত সমৰ্পণ কৰিলে। চাই থাকোঁতে থাকোঁতে অসমৰ প্ৰথম বি. এ., প্ৰথম বাৰিষ্টাৰ, প্ৰথম চিভিলিয়ান আনন্দৰাম বৰুৱাক অগ্নিদেৱতাই ভস্মীভূত কৰিলে; আসামৰ গৌৰৱ-সূৰ্য্য চিৰকালৰ নিমিত্তে অস্তমিত হ'ল। বৰুৱাদেৱে প্ৰায় ৪৫০০০৲ টকা আৰু বহৰমপুৰত বহু টকা মূল্যৰ এখন বাগানবাড়ী এৰি থৈ গৈছিল, কিন্তু সেইবিলাক তেওঁৰ উত্তৰাধিকাৰী বৈমাতৃ ভাইকেইজনৰ হাতত পৰি অলপ দিনৰ ভিতৰতে লোপ পালে। অতি বেজাৰৰ কথা, বৰুৱাদেৱৰ এটা বহুমূল্যৰ পুথিৰ ভঁড়াল আছিল আৰু তেওঁ কেইবাখনো হাতেৰে লিখা গ্ৰন্থ এৰি থৈ গৈছিল, সেইবিলাকো ক'ৰবাৰ বস্তু ক'ৰবালৈ গ'ল। বৰুৱাদেৱৰ নিজা ভাই-ককায়েক কেইজন তেওঁ জীয়াই থাকোঁতেই পৰলোকপ্ৰাপ্ত হৈছিল। মণিৰাম নামেৰে যিজন ভায়েক আছিল, তেওঁক শিক্ষাৰ নিমিত্তে বৰুৱাদেৱে বিলাতলৈ পঠিয়াইছিল; কিন্তু তেওঁ ফ্ৰান্সত গৈ ঢুকাল, তাতে বৰুৱাদেৱে দাৰুণ শোক পালে। তেওঁ লিখা কিতাপবিলাক ছপা কৰিবৰ নিমিত্তে বৰুৱাদেৱে এখন সুকীয়াকৈ ছপাখানা কিনি লৈছিল আৰু মৃত ভায়েকৰ নামেৰে তাৰ নাম 'মণিৰাম যন্ত্ৰ' থৈছিল। বৰুৱাদেৱে পঢ়াৰ ব্যাঘাত হয় বুলি, বিবাহ কৰিবলৈ অনুৰোধ কৰাত, তেওঁ তেওঁৰ পুথি-ভঁড়াললৈ আঙুলিয়াই কলে যে, "মোৰ ভাৰ্য্যা এয়ে, আৰু মই কেলৈ বিবাহ কৰাব লাগিছে?"

বৰুৱাদেৱ এজন বিচক্ষণ শাসনকৰ্ত্তা আছিল। বিচাৰ আসনত বহি

তেওঁ যিবিলাক 'ৰায়' লিখিছিল বা গৱৰ্ণমেণ্টৰ নিমিত্তে যিবোৰ ডাঙৰ ডাঙৰ শাসন বিষয়ক ৰিপোৰ্ট লিখিছিল, সেইবিলাকৰ প্ৰতি ছত্ৰই বৰুৱাদেৱৰ অসীম পাণ্ডিত্য, অসাধাৰণ প্ৰতিভা, আৰু মানুহ আৰু বস্তু বিষয়ে তেওঁৰ বিশাল জ্ঞানৰ চিনাকি দিছে; কিন্তু তেওঁ সংস্কৃত সাহিত্য সম্বন্ধে যি কাম কৰিলে, তাৰ লগত ৰিজালে আনবিলাক কামৰ অতি নগণ্য বুলিলেও হানি নহয়। উত্তৰ গুৱাহাটীত তেওঁৰ ল'ৰাকালতে যি সংস্কৃত শিক্ষাৰ বীজ পচোৱা হ'ল, সেয়ে গজালি মেলি এনে দকৈ শিপালে আৰু ইমান বহলকৈ ঠাল-ঠেঙুলি মেলিলে যে, সি শেহত 'অক্ষয় বট'ৰ নিচিনা এজোপা প্ৰকাণ্ড গছ হৈ উঠিল। সেই গছৰ অমৃতময় ফল ভোগ কৰি জগতবাসীয়ে অনন্তকাল বৰুৱাদেৱৰ গুণৰ পূজা কৰিব।*

* এই সৰু প্ৰবন্ধটি 'উষা'ৰ সম্পাদক ৺পদ্মনাথ বৰুৱাৰ অনুৰোধত লেখা।—বে. শ.

# ৺গুণাভিৰাম বৰুৱা

পাঠক ! তুমি চকুৰে নেদেখিলেও ৺গুণাভিৰাম বৰুৱাৰ নাম বোধকৰোঁ অৱশ্যে শুনিছা। যিবিলাক মহাপুৰুষে আমাৰ দেশত জন্ম ধৰি, দেশ-বিদেশত জন্মভূমিৰ নাম জিলিকাই সময়ৰ বালিত ভৰিৰ খোজৰ চিন থৈ গৈছে, সেইবিলাকৰ ভিতৰত ৺গুণাভিৰাম বৰুৱা এজন অগ্ৰগণ্য লোক আছিল। ইউনিভাৰ্চিটি স্থাপিত হোৱাৰ পূৰ্ব্বে ইংৰাজী শিকিবৰ নিমিত্তে যিবিলাক অসমীয়া ডেকা কলিকতালৈ গৈছিল, সেইবিলাকৰ ভিতৰতো তেওঁ এজন আগৰণুৱা আছিল। কলিকতাত ইংৰাজী শিক্ষা নৌ শেষ কৰোঁতেই, ঘৰত ৺আনন্দৰাম ঢেকিয়াল ফুকনৰ অকাল-মৃত্যু হোৱাত তেওঁ অসমলৈ উভতি আহিব লগা হ'ল। ঢেকিয়াল ফুকনৰ বিধৱা স্ত্ৰী আৰু নাবালক ল'ৰা-ছোৱালী কেইটিৰ ভাৰ লব লগা হোৱাত গৱৰ্ণমেণ্টে তেওঁক একেবাৰেই একষ্ট্ৰা-এচিষ্টেণ্ট কমিচনাৰ কামত নিযুক্ত কৰে, আৰু তেওঁ সেই কাম ইমান সুখ্যাতিৰে কৰে যে, গৱৰ্ণমেণ্টে অনেক উচ্চশিক্ষা পোৱা লোককো চেৰ পেলাই তেওঁক একষ্ট্ৰা-এচিষ্টেণ্ট পদৰ সকলোতকৈ ওখ আসনত বহুৱাইছিল। তেওঁ কাম পায়ে ৺ঢেকিয়াল ফুকনৰ এজন পুতেক ৺ৰাধিকনাথ ঢেকিয়াল ফুকনক শিক্ষাৰ নিমিত্তে বিলাতলৈ পঠায় আৰু আন এজন ৺অন্নদাৰামক দেশতে শিক্ষা দিয়ে।

৺গুণাভিৰাম বৰুৱাই পেঞ্চন পোৱাৰ পিচত, কলিকতাত ঘৰ-ভাৰা কৰি সপৰিয়ালে তাত আছিলগৈ, আৰু নিজে কলিকতাত এটা ঘৰ কৰিবৰ নিমিত্তে এডোখৰ মাটিও কিনিছিল, কিন্তু দুৰ্ভাগ্যবশতঃ অসময়ত তেওঁৰ কাল হোৱাত আৰু ঘৰ কৰা নহ'ল। অন্তিম অৱস্থাত তেওঁ কেইবাটাও ডাঙৰ শোক পালে আৰু তেনে এটা শোকেই তেওঁৰ মৃত্যুৰ প্ৰধান কাৰণ হ'ল।

৺গুণাভিৰাম বৰুৱাৰ নিচিনা অমায়িক আৰু নিৰহঙ্কাৰী লোক অতি বিৰল। বাটৰুৱা অচিনাকি সৰু ল'ৰা এটিৰে সৈতেও তেওঁ যেনেকুৱা কথা-বাৰ্ত্তা পাতে তাক দেখিলে আচৰিত হ'ব লাগে। তেওঁ সদায় এটা বস্তুৰ উজ্জ্বল পিঠিটোহে দেখিছিল। এটা মানুহে তেওঁক কোনো এটা অপকাৰ

কৰিলেও তাক কেনেকৈ ভাল হবলৈ গোনাব পাৰি তেওঁ তাৰহে চেষ্টা কৰিছিল। এদিন এটা চাকৰে তেওঁৰ কোনো এটা বস্তু তাৰ মোনাত লুকাই থোৱাত, তেওঁৰ জীয়েকে সেই কথা তেওঁৰ আগত কোৱাত, জীয়েকক তেওঁ গৰিহণা দি ক'লে যে "সি কি-জানি সেই বস্তুটো হেৰাই বুলিহে তাৰ মোনাত ভালকৈ সুমাই থৈছে; সি যে কু-অভিপ্ৰায়েৰে সেই বস্তুটো মোনাত থৈছে কেনেকৈ জানিলা?" তেওঁৰ স্বদেশ-প্ৰেম ইমান প্ৰবল যে, অসমীয়া শিল্প, ভাষা আৰু সাহিত্যৰ উন্নতি কেনেকৈ হব, তেওঁ সদাই তাকেহে ভাবিছিল; আৰু পাৰেমানে তাক নিজেও কৰিছিল। কলিকতাৰ আলিত ফুৰোঁতে, হঠাৎ এদিন গঙ্গাৰ ঘাটত এটা সাধাৰণ অসমীয়া মানুহৰ মাত শুনি তেওঁ সেই মানুহটোক মৰমত সাবট মাৰি ধৰিলে আৰু ক'ৰ মানুহ, কি কথা, সকলো সুধিলে। অসমীয়া ভাষা আৰু সাহিত্য বিষয়ে তেওঁ কি কৰি গৈছে তাক সকলোৰে জানে। সেই বিষয়ে ৺হেমচন্দ্ৰ বৰুৱা আৰু ৺আনন্দৰাম ঢেকিয়াল ফুকনৰ পিচতে বৰুৱা ডাঙৰীয়াই আসন পাবৰ যোগ্য। তেখেতৰ 'আসাম বুৰঞ্জী' আমাৰ সাহিত্য ভঁড়ালৰ এখন বহুমূলীয়া বস্তু। তেওঁৱেই 'আসাম-বন্ধু'ৰ জন্ম দি অসমীয়াক অতীজতে আলোচনী কাকতৰ চানেকী দেখুৱায় আৰু মোল বুজায়; আৰু ডেকা লিখকসকলৰ প্ৰবন্ধ, পদ্যাদি তাত ছপাই তেওঁবিলাকক উৎসাহ দি অসমীয়া সাহিত্যলৈ তেওঁবিলাকৰ ৰাপ বঢ়ায়। যেই সেই মানুহেই কোনো বিপদত পৰি তেওঁৰ ওচৰলৈ গ'লে এটা সৎ পৰামৰ্শ পাইছিল। তেওঁৰ লগত অলপমান বেলি কথা পাতিলেই তেওঁৰ উদাৰ, ওখ ভাব আৰু স্বাৰ্থ নাইকিয়া স্বদেশ-প্ৰেম ফট্‌ফটীয়াকৈ বুজিব পাৰি। তেওঁৰ আত্মসংযম দেখি তবধ মানিব লাগে। তেওঁ প্ৰথম পুত্ৰ ৺করুণাভিৰাম বৰুৱা ঢুকাবৰ পিচদিনা যেতিয়া তেওঁ মধুপুৰৰপৰা কলিকতালৈ ঘূৰি আহিল তেওঁৰ ওচৰলৈ দেখা কৰিবলৈ যাওঁতে সকলোৰে মুখ বিমৰ্ষ, কিন্তু ঘূৰি আহোঁতে সকলোৰে মুখ উজ্জ্বল দেখা গৈছিল। তেওঁক দেখিলে পুত্ৰশোকত কাতৰ মানুহ বুলিতো জানিব নোৱাৰিয়েই, বৰং তেওঁৰ ৰঙিয়াল কথাবাৰ্ত্তা শুনি মানুহে হাঁহি সামৰিব নোৱাৰিছিল। বাস্তবিকপক্ষে তেওঁৰ নিচিনা আত্ম-সংযমী আৰু সদানন্দ লোক আমি কমহে দেখিছোঁ। ধেমেলীয়া কথাত আৰু ঠিক বঙ্গালীৰ নিচিনাকৈ বঙ্গালী ভাষা কোৱাত তেওঁ অসমীয়া মানুহৰ ভিতৰত অদ্বিতীয় বুলি খ্যাত আছিল। তেওঁৰ যিবিলাক অসংখ্য গুণ আছিল সেইবোৰ লিখিবলৈ হ'লে এখন বৰ ডাঙৰ পুথি হ'ব।

তেওঁৰ মৃত্যুৰ সময়ত দুটি ল'ৰা আৰু দুটি বিধৱা কন্যা, আৰু প্ৰায় ৫০,০০০৲ টকা এৰি থৈ গৈছিল। ল'ৰা দুজনৰ এজনে এণ্ট্ৰেন্স পাচ কৰিয়েই পৰলোকলৈ গতি কৰিলে; আনজন শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা এতিয়া বিলাতত আছে। কন্যাটিয়ে পুনৰ্ব্বিবাহ কৰি সুখেৰে আছে। জগদীশ্বৰে তেওঁৰ আত্মাৰ সদ্গতি কৰক।*

* 'উষা' কাকতৰ নিমিত্তে লিখা।—বে. শ.

# দ্বাৰিকানাথ ঠাকুৰ

মহৎ লোকৰ জীৱনচৰিত পঢ়িবলৈ স্বভাৱতে ভাল লাগে; তাৰ কাৰণ এয়ে যে, আমাৰ অন্তঃকৰণত যিবিলাক সৎ বৃত্তিৰ আভাস মাথোন বুজিব পাৰোঁ, মহৎ লোকৰ জীৱনীত সেইবিলাক সৎ বৃত্তিৰ বিকাশ দেখিবলৈ পাওঁ আৰু তাৰ লগে লগে আমাৰো ভাল গুণবিলাক ফুলি উঠে। আৰু এটা কথা এই যে মহৎ লোকৰ জীৱনীয়ে আমাক সৎ কামলৈ বাট দেখুৱাই দিয়ে; যেতিয়া আমি এন্ধাৰত বাটপথ বিচাৰি নেপাই পকমাই পোৱাৰ দৰে হওঁ তেতিয়া মহাপুৰুষসকলৰ জীৱনী আমাৰ প্ৰতি প্ৰদীপৰ নিচিনা হয়। সেই গুণেই এজন ইংৰাজ কবিয়ে ( Longfellow ) কৈছে—

"Lives of great men all remind us
We can make our lives sublime,
And, departing, leave behind us
Footprints on the sand of time."

তেওঁবিলাকৰ জীৱনী পঢ়িলে আমাৰ গাত উলাহে ধৰে, হৃদয় আনন্দত নাচিবলৈ ধৰে আৰু আত্মাই প্ৰফুল্ল ভাব ধাৰণ কৰে। কিন্তু তেওঁবিলাকৰ জীৱনী যে কেৱল পঢ়িলেই হয় এনে নহয়, তেওঁবিলাকৰ Principleবিলাকো কামত পৰিণত কৰিব লাগিব, তেওঁবিলাকৰ জীৱনৰ মহৎ শিক্ষা অনুসৰি আমাৰ জীৱনক গঢ়িব লাগিব, নহলে তাৰ একো ফল নহব।

আমি আজি বঙ্গদেশৰ সুপুত্ৰ দ্বাৰকানাথ ঠাকুৰৰ ছবিখনিয়ে সৈতে তেওঁৰ সংক্ষিপ্ত জীৱনচৰিত জোনাকীৰ পাঠকসকলক উপহাৰ দিলোঁহঁক।

৺দ্বাৰকানাথ ঠাকুৰে ইংৰাজী ১৭৯৪ চনত জন্ম লয়; তেওঁৰ খুড়াক ৰামলোচন ঠাকুৰৰ লৰা-ছোৱালী নথকা বাবে, তেওঁক তোলনীয়া পো কৰি লয়। দ্বাৰকানাথ ঠাকুৰৰ কালত, আজিকালিৰ দৰে উচ্চ শিক্ষা পাব পৰা কোনো বিদ্যালয় নাছিল। ক'বলৈ গলে তেতিয়া দেশত পোনে পোনেই ইংৰাজী শিক্ষা সোমাইছিল মাথোন আৰু তেতিয়া পঢ়িবলগীয়া কিতাপবিলাকো ইমান তলৰ আছিল যে, সেইবোৰৰ নাম শুনিলে এতিয়াৰ পঞ্চম শ্ৰেণীৰ ল'ৰায়ো হাঁহি

সামৰিব নোৱাৰে। কিন্তু দ্বাৰকানাথ ঠাকুৰে তাতে মন বান্ধি নথৈ ভাল ইংৰাজৰ ওচৰত ইংৰাজী আইন শিকিছিল। অঙ্গঠা এডোখৰ যেনেকৈ কাপোৰৰ ঢাকনিৰে ঢাকি ৰাখিব নোৱাৰি, সেই দৰে মানুহৰ গাত প্ৰতিভা থাকিলে সি আপোনা-আপুনি ওলাই পৰে। এই কালতে ৺ৰামমোহন ৰায়ৰে চিনাকি হৈ, তেওঁ একেশ্বৰবাদী হয়। ৺ৰামমোহন ৰায়ৰপৰা ব্ৰহ্মোপসনাৰ গুৰু ভাৱ বুজি ব্ৰহ্মমন্ত্ৰত দীক্ষিত হৈ, তেওঁ চিৰকালৰ নিমিত্তে ৰামমোহন ৰায়ৰ ঢোকাৰ নিচিনা হৈ আছিল।

প্ৰথমতে তেওঁ ওকালতী কামত সোমাল আৰু সেই কামত তেওঁ বিশেষৰূপে প্ৰতিষ্ঠাও লাভ কৰিলে; এই সুযোগতে তেওঁ অনেক ডাঙৰ ডাঙৰ ৰজাৰ সৈতে চিনাকি হৈ বন্ধুত্ব কৰিলে। ওকালতীৰ লগে লগে তেওঁ সদাগৰী কৰিবলৈকো ধৰিলে। প্লাউডেন চাহাবৰ তলত তেওঁ দেওৱান নিযুক্ত হৈ, অতি নিপুণভাৱে সৈতে কাজ কৰাৰ বাবে কাম এৰিবৰ সময়ত তেওঁক নথৈ শলাগি শলাগ-চিঠি দিছিল। তেওঁ বছৰদিয়েক কোম্পানীৰ কাম কৰিয়েই, ভৱিষ্যত বঙ্গদেশৰ নিমিত্তে স্বাধীন জীৱিকাৰ পথ দেখুৱায়। তেওঁৱেই পোনতে দেখুৱায় যে একগোট হলে দেশী মানুহেও স্বাধীনভাৱে জীৱিকা আৰ্জ্জিব পাৰে। তেওঁ Messrs, Carr, Tagore & Co. নামে এখন সদাগৰী দোকান খুলিলে আৰু Union Bank স্থাপন কৰিলে। অকল যে শুদা বেহা-বেপাৰতে তেওঁৰ ক্ষমতা আছিল এনে নহয়, তেওঁ যি কাৰ্য্যতে হাত দিছিল সেই কাৰ্য্যতে কৃতকাম হৈছিল। এই দৰে নিপুণতাৰ সৈতে তেওঁ কেৱল স্বাৰ্থক সাধনা কৰা নাছিল, দেশৰ যাতে উপকাৰ হয় তাৰ নিমিত্তেও সদায় চেষ্টা কৰিছিল। District Charitable Socictyত তেওঁ এক লাখ টকা দান দি তাৰ কাৰ্য্যক্ষেত্ৰ বহলাই দিয়ে; সতীদাহ নিবাৰণ কৰাত ৺ৰামমোহন ৰায়ক তেওঁ বিশেষ সহায় কৰিছিল। তেওঁ কলিকতাৰ হিন্দু কলেজ আৰু মেডিকেল কলেজ স্থাপন কৰিবৰ সময়তো বহুত সহায় কৰিছিল। পোনে পোনেই মেডিকেল কলেজ খোলাত, মৰা-শ চোৱাৰ ভয়ত তাত পঢ়িবলৈ সকলোৱে কোঁচ খাইছিল। তেতিয়া ৺দ্বাৰকানাথ ঠাকুৰে মানুহৰ মনৰপৰা এইবোৰ কুসংস্কাৰ খেদাবৰ নিমিত্তে নিজে তালৈ গৈ মৰা-শ ছুই দেখুৱাই আৰু বৃত্তি আদি দি উৎসাহ দিয়াতহে আজি সেই কলেজৰপৰা দেশৰ ইমান উপকাৰ হবলৈ পাইছে। আৰু দকৈ ভাবি চালে, আজিকালিৰ জাতীয় মহাসভা Congressকো দ্বাৰকানাথ ঠাকুৰৰ কাজৰে গুটি বুলিব পাৰি।

তেওঁৰেই আদিতে Landlord's Society বুলি এখনি জমিদাৰবিলাকৰ সভা স্থাপন কৰে, এই সভাখনিৰ ওপৰতে আজিকালিৰ 'British Indian Association' ঠিয় হৈছে। দেশীয় মানুহ গোট খাই গৱৰ্ণমেণ্টক কোনো এটা যুক্তি-সঙ্গত কথা ক'লে, তাক গৱৰ্ণমেণ্টে শুনিব পাৰে, এই ভাবটো প্ৰথমতে দ্বাৰকানাথ ঠাকুৰৰ মনতে খেলায়।

১৮৩৫ খ্ৰীষ্টাব্দত ৺দ্বাৰকানাথ ঠাকুৰে পশ্চিম অঞ্চলত ফুৰিবলৈ যায়; তাৰপৰা উভতি আহি বিলাত আৰু ভাৰতবৰ্ষৰ ভিতৰত অহা-যোৱাৰ সুচল কৰাৰ অভিপ্ৰায়েৰে তেওঁ ইংৰাজ কোম্পানীক বুজাই মেলি কৈ কলনাও চলোৱালে। এই কাৰ্য্যটোত সফল হোৱাতে তেওঁ বাতৰি কাকতত হাত দিয়ে।· যাতে সেই কাকতে দেশীয় মানুহৰ পক্ষেও লিখে এই ভাবি তেওঁ ইংৰাজীত চলোৱা 'হৰকৰা' নামে বাতৰি কাকত এখনৰ অংশীদাৰ হ'ল।

যেতিয়া 'মুদ্ৰাযন্ত্ৰ'ৰ আইন পাচ হয় তেতিয়া দ্বাৰকানাথ ঠাকুৰে Landlords Societyৰ হতুৱাই তাৰ বিপক্ষে তুমুল আন্দোলন কৰাইছিল; আৰু যেতিয়া Sir Charles Metcalfৰে মুদ্ৰাযন্ত্ৰৰ স্বাধীনতা আকৌ দিলে তেতিয়া দ্বাৰকানাথ ঠাকুৰ প্ৰভৃতিয়ে কলিকতাৰ টাউন হলত এখনি সভা পাতি মেটকাফৰ শলাগ লয়। ১৮৯৭ খ্ৰীষ্টাব্দত পুলিচ বিভাগ সংশোধনৰ প্ৰস্তাৱ হ'ল; দ্বাৰকানাথ ঠাকুৰে সুবিধা বুজি ডেপুটি মেজিষ্ট্ৰেট্ পতাৰ কথা প্ৰস্তাৱ কৰিলে আৰু সুক্ষণত সি কাৰ্য্যত পৰিণত হ'ল।

এইবোৰ দেশহিতকৰ কাৰ্য্য শেষ কৰি তেওঁ ১৮৪২ খ্ৰীষ্টাব্দৰ ৯ জানুৱাৰীত বিলাতলৈ যাবলৈ জাহাজত উঠিল। এই ইউৰোপ যাত্ৰা সম্বন্ধে তেওঁ এখন ডায়েৰি লেখি থৈ গৈছে। তেওঁ বিলাতলৈ গৈ বিশেষ সুনাম লাভ কৰিছিল। স্বয়ং মহাৰাণীয়ে তেওঁক অভ্যৰ্থনা কৰি জলপান কৰিবলৈ নিমন্ত্ৰণ কৰিছিল, আৰু মহাৰাণীৰ আৰু যুৱৰাজৰ ছবি বঁটা দিছিল। তেওঁ ১৮৪২ চনৰ শেহ ভাগত দেশলৈ উভতি আহি দেশ পায়েই দুজন মানুহক (ভোলানাথ বসু আৰু ডাক্তৰ গুডিভ চক্ৰবৰ্ত্তী) বিলাতলৈ পঠিয়াইছি। তাৰ পিছত আকৌ ১৮৪৫ চনত, সৰুটো পুতেক আৰু ভাগিনিয়েকক লৈ দ্বিতীয়বাৰ বিলাতলৈ যাত্ৰা কৰে, কিন্তু এই যাত্ৰাই তেওঁৰ শেষ যাত্ৰা হ'ল; ১৮৪৬ চনৰ ১০ আগষ্টৰ দিনা তেওঁ ইহ সংসাৰ এৰি গুচি গ'ল। *

---

* 'জোনাকী' ৩য় ভাগ, ১৮১১-১২ শক।

# বংশগৌৰৱ

কোনো লোকে এটি সজ কাম কৰিলে, সকলোৱে তেওঁক সেইবাবে শলাগে আৰু এজনে এটা আপচু কাম কৰিলে সকলোৱে তেওঁক নেওচা দিয়ে; এইটি মানুহৰ সহজ গুণ। দেশৰ উন্নতিৰ নিমিত্তে এই গুণটি লাগতিয়াল। ইয়াৰ দ্বাৰাই এজনে যেনেকৈ ডাঠ বুকুৰে কোনো এটা সহজ কাম কৰিবলৈ আগুৱায় সেইদৰেই এজনে গৰিহণাৰ ভয়ত এটা কাম কৰিবলৈ পিছ হোঁহকে।

এজন ফুকনৰ ল'ৰাক মানুহে ডাঙৰ লোকৰ ল'ৰা বোলে। ইয়াৰ কাৰণ কি? অৰ্থাৎ তেওঁৰ উপৰিপুৰুষসকলৰ ভিতৰত কোনো এজনে ফুকন খিতাপ পাইছিল। ফুকন খিতাপটো এটা ডাঙৰ খিতাপ; কিছুমান সজ গুণ নথকা মানুহে সেইটো খিতাপ পোৱা নাছিল; এজন সজ গুণী মানুহৰপৰা সকলোৱে সজ কামৰ আশা কৰে। তেওঁৰ বংশত এজনে, ডাঙৰ হৈ কিছুমান সজকাম কৰি গৈছে, সেই গুণে কৰোঁতাৰ পো-নাতিক ডাঙৰীয়া বুলি মান কৰি, আমি যে অকল তেওঁ কৰা সজকামৰ শলাগ লওঁ এনে নহয়, আনকো তেনে সজ কাম কৰিবলৈ উচটাওঁ। কিন্তু সেইবাবেই এজন ডেকাই, মোৰ বোপা-ককা ডাঙৰীয়া আছিল সেই গুণে ময়ো ডাঙৰীয়া বুলি, আবতৰীয়া বেঙ্গেনাই, মোক তোল কৰাৰ নিচিনাকৈ উপযাচি, বাপতী খিতাপ লৈ ওফন্দি গঙ্গাটোপ হোৱা, আমি বৰ চহা আৰু অযুগুত দেখোঁ। যেতিয়ালৈকে নিজে ডাঙৰ কাম কৰি সকলোৰে শলাগ পোৱাৰ যোগ্য নহয় তেতিয়ালৈকে, আপোনা-আপুনি ডাঙৰীয়া বুলি ফিতাহি মৰা, কাউৰীয়ে ম'ৰাৰ পাখী পিন্ধি ম'ৰা বুলি চিনাকি দিয়াৰ নিচিনা নহয় নে? আমাৰ দেশত আজিকালি যিবোৰ খিতাপৰ চলতি আছে, এটাইবোৰ প্ৰায় ৰজাঘৰীয়া খিতাপ, সমজুৱা খিতাপ নিচেই তাকৰ। যেতিয়া খিতাপ দিওঁতা ৰজাই লোপ হ'ল, তেতিয়া সেইবোৰ খিতাপৰো অৰ্থ নাইকিয়া হ'ল। ইংৰাজ গৱৰ্ণমেণ্ট ইচ্ছা কৰিলেই, সেই খিতাপ ব্যৱহাৰ কৰা বন্ধ কৰি দিব পাৰে। ইংৰাজ গৱৰ্ণমেণ্টৰ দিনত হোৱা সদৰআমীনৰ পুতেকক সদৰআমীন কেৰেঁ নোবোলে, আহোম ৰজাসকলৰ দিনকে অসম দেশৰ উৎপত্তিৰ কাল বুলি ধৰা যায়—কিয়নো, আহোম ৰজাৰ আগেয়ে যি কামৰূপ আছিল সি আহোম ৰজাসকলৰ দিনত, তেনেই নহয়, আনকি দেশৰ নাম পৰ্য্যন্ত লৰে, সেই গুণে আজিকালিৰ অসমীয়া জাতিটো আহোম ৰজাৰ দিনকে অতি

পুৰণিকাল ভাবি, সেইকালৰেপৰা অসম দেশত নো সজৰ ঘৰৰ, সেই কালৰ খিতাপবিলাক চাই, তাক ঠাৱৰ কৰিব পৰা আছিল। কিন্তু লাহে লাহে সিও গুচিব খুজিছে। আজিকালি নামৰ পিছত লেখা খিতাপ চাই, মানুহৰ বংশ ঠাৱৰাব নোৱাৰাত পৰিছেহি। অনেকে চকু-গজা হৈয়ে, বোন্দা মেকুৰিয়ে পানীত মুখ চাই, দাঁড়ি গজা দেখি, বনবাস খটাৰ সময় হ'ল বুলি ভবাৰ নিচিনাকৈ, নিজ নিজ অৱস্থা পাহৰি—ময়ো এটা হলো যেন ভাবি, হুপৰ নিশা, বুৰঞ্জীৰ পাত লুটিয়াই ভাল ভাল খিতাপ বাছি নামৰ পিছত লগাই লোৱা হৈছে। এনে কৰাৰপৰা, খিতাপৰ ঘাই উদ্দেশ যি, বংশৰ গুৰিগছ ঠাৱৰোৱা, তাৰেই ভিকাছন ভাগিল। সেই গুণেই আমি কওঁ যে যদিও এসময়ত এইবোৰ খিতাপৰ আৱশ্যক আছিল, এতিয়া আৰু লাহে লাহে নাইকিয়া হৈ আহিছে। তেনে স্থলত ফুকন, বৰুৱাৰ ডেকাসকলৰ ভিতৰি ফোঁপোলা, উধনীয়া ভেম দেখিলে আমাৰ ওকালি আহে। তেওঁবিলাকে অলপ দকৈ গমি চালেই বংশগৌৰৱ কিমান সাৰুৱা বুজিব পাৰিব। ঈশ্বৰে মানুহক সৃজন কৰিয়েই ডাঙৰ-সৰু পাতি দিয়া নাই; সকলোৱে নিজ নিজ কাম অনুসৰিহে ডাঙৰ-সৰু হৈছে। তুমি ফুকনৰ বা বৰুৱাৰ নাতি বুলি গপ কৰা; কিয়নো, তোমাৰ ককাৰা ফুকন বা বৰুৱা হৈছিল, কিন্তু তুমি নেজানিব পাৰা, তোমাৰ ককাৰাৰ বাপেক কিজানি এটা সামান্য হজুৱা আছিল। যদি ৬০০ বছৰৰ আগৰ কাৰবাৰ বংশাৱলী থাকিলহেঁতেন, তেনেহলে কিজানি, বাটৰ ভিখুক এটাৰ সৈতেও তেওঁৰ সম্বন্ধ ওলালহেঁতেন। সেই গুণে আমি—আগলৈ উঠি অহা ডেকাসকলক খাটোঁহঁক—তেওঁবিলাকে এনে অসাৰ বংশগৌৰৱক ঘিণ কৰি, আপোন কামেৰে ডাঙৰ বুলি যশলাভ কৰি বংশৰ মুখ পোহৰাবলৈ চেষ্টা কৰে। এইটো দোষ কেৱল আমাৰ দেশতে আছে এনে নহয়, আন আন দেশতো আছে, উন্নতিৰ লগে লগে আন আন দেশত ইয়াৰ খামোচ অলপ ঢিলা হৈছে। কিন্তু আমাৰ দেশত দিনে দিনে কটকটীয়া হোৱা যেনহে দেখা যায়। আজিকালি অনেক ফুকন বৰুৱাৰ ল'ৰা, এনে দুৰৱস্থাত যে দেখিলে চকুৰ পানী ওলায়; তেওঁবিলাকে বংশ-গৌৰৱৰপৰা সামান্য মানুহৰদৰে কাম কৰিও খাব নোৱাৰে অথচ গাতো এনে গুণ নাই যাৰ দ্বাৰাই দুজনক ছলকৰ কৰি প্ৰৱৰ্ত্তিব পাৰে। তেওঁবিলাকৰ দুৰ্গতি দেখিলে আৰু বংশগৌৰৱেই তাৰ মূল বুলি জানিলে, কোনে বংশগৌৰৱৰ নিন্দা নকৰাকৈ থাকিব পাৰে! জ্ঞানে মানুহৰ মন যিমান পোহৰাইছে, মানুহে সিমান মিছা এৰি সঁচাৰ আদৰ কৰিবলৈ শিকিছে। আজিকালি অৰিয়া-

অৰিব দিন ; নিজৰ বাহুবলেৰে সাঁতুৰিব নোৱাৰিলে, ৰসাতললৈ যাব লাগিব। বংশগৌৰৱৰ এলেহুৱা ভকতসকলৰ দিন কেতিয়াবাই উকলিল। এতেকত্তে আমাৰ দেশৰ ডেকাসকলে, “আজিকালি যোগ্যৰ হে দিন” এই কথাটি মনত ৰাখি অসাৰ বংশ-গৌৰৱলৈ আওকাণ কৰি যদি আপোন আপোন উন্নতিৰ বাটত আগবাঢ়ে তেতিয়া হলে দেশৰ আচল উপকাৰ সধা হয়। যি স্বদেশৰ হিত সাধিব পাৰে, তেওঁ আগগুৰি-নাইকিয়াৰ ঘৰৰ হলেও সকলোতকৈ ডাঙৰ, জগতত তেওঁৰ জীৱন ধন্য ; আৰু যি স্বদেশৰ হিত সাধিব নোৱাৰে তেওঁ ডাঙৰৰ ঘৰৰ সন্তুতি হৈও কুলাধম ; তেওঁৰ জীৱন বৃথা।*

---

* ৩য় ভাগ 'জোনাকী'ত প্ৰকাশিত।

# পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী

## বিবিধ প্ৰবন্ধ

## পঞ্চম খণ্ড

### দ্বিতীয় পৰিচ্ছেদ

# ক্ষেতি

আমালোকৰ দেশৰ ক্ষেতিৰ বিষয় আলোচনা কৰাও এই ক্ষুদ্ৰ পত্ৰিকা-খনৰ এটি মহৎ উদ্দেশ্য। সেই নিমিত্তেই আজি এই কেইশাৰী আসামৰ ক্ষেতিৰ দুৰৱস্থাৰ কথা পাঠকসকলক উপহাৰ দিলোহঁক। যদি আজিকালি অন্য কোনো বিষয়তে আসামৰ অলপ উন্নতি হৈছে, ক্ষেতিৰ বিষয়ে একোৱেই হোৱা নাই ; বৰং অধোন্নতিহে।

ভাবি দেখিলে তাৰ কাৰণ দুটা। প্ৰথম ক্ষেতিয়কবিলাকৰ আখৰেৰে সৈতে পৰিচয় নথকা। দ্বিতীয় ক্ষেতি কৰা সকলোকে নীচ বুলি ভবা।

ক্ষেতিয়কবিলাকে লেখা-পঢ়া নেজানে গুণেই ভাবিবও নোৱাৰে যে পৃথিবীৰ ভিতৰতে মানুহৰ যদি কিবা নিতান্ত প্ৰয়োজনীয় বস্তু আছে, তেনেহলে সি একমাত্ৰ ক্ষেতি। আৰু তেওঁলোকে এইটোও নেজানে যে, যি জীৱিকা নিৰ্ব্বাহৰ নিমিত্তে মানুহে ৰাতি পুৱাৰপৰা গধূলিলৈকে সাধ্যমতে পৰিশ্ৰম কৰি ধন উপাৰ্জ্জন কৰে। সেই জীৱিকা কেৱল ক্ষেতিত উৎপন্ন হোৱা বস্তুৰ ওপৰত। আমাৰ দেশত মানুহ অলপমান শিকা-বুজা হলেই তেওঁবিলাকৰ মনত ক্ষেতিলৈ অশ্ৰদ্ধা ভাৱৰ উদয় হয়। কিন্তু তেওঁবিলাকে নাভাবে যে তেওঁবিলাক শিক্ষিত হৈ ক্ষেতিৰ উন্নতিৰ চেষ্টা কৰিলে শীঘ্ৰে সিদ্ধি হব পাৰে। আমালোকৰ দেশৰ মানুহ শিক্ষিতেই বা হৈছে কি? আসামৰ অতি উচ্চশিক্ষা এণ্ট্ৰেন্স পৰ্য্যন্ত। ধনী আৰু ভদ্ৰলোকসকলে ল'ৰাক এণ্ট্ৰেন্স পৰীক্ষাটি পাচ কৰাব পাৰিলেই তেওঁবিলাকে টকা ঘটাৰ সাৰ্থক হ'ল আৰু ল'ৰা পঢ়াবলগা ধাৰৰপৰা মুক্ত হ'ল যেন বিবেচনা কৰে। এনে স্থলত ক্ষেতিৰ বিষয়তে বা অন্য কোনো বিষয়তে উন্নতিৰ আশা কৰা যে নিতান্ত ভুল, ইয়াক কোৱাৰে আৱশ্যক নাই। কিন্তু সেই নিমিত্তেই যে ভৱিষ্যতৰ উন্নতিলৈকো আশা নকৰিমহঁক এনে নহয়। সকলোৰে সকৰেপৰাহে ডাঙৰ হয়। সকলোৰে আদিও আছে আৰু অন্তও আছে। কেতিয়াবা এনেকুৱা দিনো আহিব পাৰে, যেতিয়া সকলো আসামবাসীয়ে একে মন একে প্ৰাণ হৈ আপোন আপোন অভাৱ বুজিব পাৰি সকলোৱে দেশৰ অভাব মোচন কৰিবৰ নিমিত্তে বদ্ধপৰিকৰ হব। আমালোকে ক্ষেতিৰ অৱস্থা বুজাবলৈ আহি অন্য কথাত পৰিলোহঁক। মানুহৰ ক্ষেতিলৈ ইমান ঘিণ কিয়? লাভ নাই। লাভ নাই

কিয় ? আমালোকে ক্ষেতি কৰিবৰ নিয়ম নেজানো। তেনেহলে আমালোকৰ গাত দোষ নে, ক্ষেতিৰ গাত দোষ ? যদি আমালোকৰ গাতেই দোষ, তেনেহলে ক্ষেতিলৈ অশ্রদ্ধা কৰোহঁক কিয় ? এইটো আমালোকৰ অলপ শিক্ষাৰ ফল। এনে শিক্ষাতকৈ শিক্ষা নকৰাই শ্রেয়। যি শিক্ষাৰপৰা সহজে স্বাধীন ভাবেৰে আৰু সুখেৰে ধন উপাৰ্জ্জন কৰিবপৰা উপায় লৈ অশ্রদ্ধা হৈছে, তেন্তে শিক্ষা নোহোৱাই ভাল। অন্য কি, আজিকালি গাৱঁলীয়া পাঠশালাত পঢ়া ল'ৰাইও ক্ষেতি কৰা লাজ যেন বিবেচনা কৰি চাকৰি বিচাৰি ফুৰিছে। এইবিলাক মানুহৰ বিশ্বাস আছে যে যি মানুহে লেখা-পঢ়া নেজানে বা যি একো কামকে কৰিব নেজানে, ক্ষেতি কৰা সেই মানুহৰ হে কাম।

কিন্তু এইবিলাক অন্ধবিশ্বাসৰপৰাই যে দেশত সৰ্ব্বনাশ উপস্থিত হৈছে, সেই ফাললৈ কাৰো দৃষ্টিপাত নাই। আমালোকৰ দেশৰ মানুহে 'ক্ষেতি' বুলিলে সাধাৰণতঃ ধান, সৰিয়হ, মাহ আৰু কুঁহিয়াৰৰ ক্ষেতিকে বুজে। সেইবোৰৰ বাহিৰেও অন্য বস্তুৰ যে ক্ষেতি কৰিব পাৰি, তাক নেজানেও আৰু জানিবলৈকো চেষ্টা নকৰে। হয়তো আমালোকৰ কিছুমান পাঠকেও বিশ্বাস কৰিবলৈ সংশয় কৰিব যে আজিকালি সকলো বিষয়তে যি 'বিলাতী' সভ্যতাৰ অতি উচ্চ টিঙ্গত উঠিছে, সেই বিলাতৰ মানুহৰ মাজতো সকলো বিষয়তকৈ ক্ষেতিত হে আদৰ বেছি। আৰু তেওঁলোকে যে ক্ষেতি নকৰে, প্ৰায় এনেকুৱা বস্তু নাই। সেইবোৰৰ ভিতৰত প্ৰধান এই কেইটা --গাখীৰ, মঙ্গহ, মৌ, ঘাঁহ, গোমধান আৰু আলু। এনেকুৱা ক্ষেতি কৰিয়েই ইমান লাভ কৰে যে, যদি এজন গৃহস্থৰ ওপৰত লিখা কেইটাৰ এটা মানো ক্ষেতি থাকে তেনেহলে আৰু তেওঁ জীৱিকা নিৰ্ব্বাহৰ অন্য উপায় বিচাৰিব লগাত নপৰে। কিন্তু আমালোকৰ দেশত মানুহে ২।৩ বিধৰ ক্ষেতি কৰিও অন্তত নিজে খাবৰ নিমিত্তে কিনিব লগাত পৰে। ইয়াৰ কাৰণ কি ? তেওঁলোকে ক্ষেতি নিয়ম বুজি নকৰে। আমালোকে ক্ষেতি কৰাৰ নিয়ম বুজি নেপাওঁহঁক। সেই নিমিত্তেই আমালোকৰ দেশৰ মাটি ইমান সাৰুৱা থকাতো মানুহে ক্ষেতি কৰি লাভ কৰিব নোৱাৰে। সেই নিমিত্তেই ক্ষেতি আমালোকৰ দেশত সাধাৰণ মানুহৰ কামৰ লগত গণ্য। যদি আসামৰ মানুহে মাটিৰ গুণাগুণ বুজি অৰ্থাৎ কি গুণৰ মাটিত কি শস্যৰ ক্ষেতি কৰিলে ভাল হয়, ইয়াক জানি ক্ষেতি কৰিলোহেঁতেন, তেতিয়া বোধহয় সকলো মানুহে আসামক অন্যান্য দেশতকৈ সাৰুৱা বুলিবলৈ বাধ্য হ'লহেঁতেন। কিন্তু

সেই আশাৰ পথত অনেক বিঘ্ন আছে। প্ৰথমতঃ দেশীয় মানুহবিলাক শিক্ষিত হোৱা আৱশ্যক; আৰু দ্বিতীয়তঃ শিক্ষিত হৈ ক্ষেতিক অশ্ৰদ্ধা নকৰিবলৈ শিকা আৱশ্যক। আজিকালি অনেক ভদ্ৰলোকে (যিবিলাকে গৱৰ্ণমেণ্টৰ চাকৰি ঘিণত নকৰে, বা কৰিবলৈ নেপায় বুলিয়েই নকৰে) দুজন, চাৰিজনে সৈতে গোট খাই কোম্পানী খুলি জোতা, নাৰিকল, লোণ, তেল ইত্যাদিৰ ব্যৱসায় কৰে। অৱশ্যে, ব্যৱসায় কৰা বেয়া নহয়। ব্যৱসায় ক্ষেতিতকৈও দেশৰ উন্নতিকাৰক। কিন্তু, আমাৰ বিবেচনায় আগেয়ে ক্ষেতি, পিছেহে ব্যৱসায়। কাৰণ দেশজাত বস্তুৰ ব্যৱসায়ৰ দ্বাৰাই দেশীয় মানুহৰ যিমান মান আৰু দেশৰ উন্নতি বৃদ্ধি হয়, অন্য বস্তুৰ দ্বাৰাই সিমান নহয়। কিন্তু ক্ষেতি নহলে ব্যৱসায় কৰিবলৈ বস্তু পাব ক'ত? অতএব, ক্ষেতিয়েই ব্যৱসায়ৰ মূল। আসামত কি উপায়েৰে নো ক্ষেতি কৰিলে মানুহৰ লাভ হয়, অহা বাৰলৈ সেই বিষয়ে লিখিবলৈ চেষ্টা কৰিমহঁক। পৰমপিতা পৰমেশ্বৰৰ ওচৰত এই ক্ষুদ্ৰ পত্ৰিকাখনৰ দীৰ্ঘায়ু কামনা কৰি প্ৰবন্ধ শেষ কৰিলোহঁক।

## আসাম বন্ধুৰ তৃতীয় সংখ্যাৰ সাথৰৰ উত্তৰ

১। বাৰস্কন্ধ ভাগৱতৰ তেৰশ শ্লোক। শঙ্কৰদেৱে প্ৰকাশিলে। সৰু আৰু সামান্যজনে সেই ভাগৱতৰ ধৰ্ম্ম ললে। ডাঙৰ লোকসকল সৰকি গ'ল অৰ্থাৎ ধৰ্ম্ম নধৰিলে।

২। সুদিন সুচল চাই গুৰুত শৰণ লবা, গুৰুৰ দোষ থাকিলে তাক নলবা। গোপনে উপদেশ ক'বা। দেখাই পালিবা। ইয়াকে যি কৰে, তাক মান কৰিবা।

৩। সমুদ্ৰৰ জলৰপৰা উৎপত্তি হোৱা লোণ। ঘৰত থাকে। জলে ছুলে লোণ পমি যায়।

৪। শিলৰ দৰে গধূৰ বেদ শাস্ত্ৰ প্ৰলয় জলতো উদ্ধাৰ পালে, নষ্ট নহ'ল। বান্দৰৰ দৰে গীত গোৱা তাৰ্কিকসকলে তাৰ কূট অৰ্থ কৰে।

## আখৰুৱা সাঁথৰ

মোৰ তিনিটা আখৰ। আৰু ময় অসমৰ এখন নগৰ। মোৰ প্ৰথমটো গ্ৰন্থৰ সংখ্যা আৰু সি কেতিয়াও পুৰণি নহয়। মোৰ প্ৰথম আৰু দ্বিতীয়টো হাতত জাঠী লোৱা নাঙঠা চুবুৰীয়া। মোৰ দ্বিতীয় আৰু তৃতীয়টো জনপদ, দ্বি॰ীয় আৰু প্ৰথমে সুন্দৰ ধ্বনি কৰে। মোৰ দ্বিতীয়টোৰ লাখুটী প্ৰথমক তৃতীয়ে সৈতে যোগ দিলে ময় জলৰ ওপৰে গতি কৰিব পাৰোঁ। ময় কোন?

(আখৰুৱা সাঁথৰৰ অৰ্থ ভাঙি কোনোজনে লেখিলে আমাৰ ছপাবৰ মন আছে।—সম্পাদক, 'আসাম বন্ধু'।)

## ফকৰা

১। ভকত ভোমাই যায়। শিষ্য কপটীয়া, গুৰু আশাধাৰী, তিনিওৰো তৰণি নাই।

২। "কিনো গীত গালোঁ 'চান্দো বৰাই', কিনো গীত গালোঁ চান্দে।
"ভোমা বিড়লীৰ পাৰত পৰিয়া তুখীয়া এন্দুৰে কান্দে।"

৩। "বৌৰ মূৰত কুকুৰাৰ বহা, চিলনী কি খাই জীয়ে?
বৈজীৰ মূৰত বান্ধন বাঢ়ন, উধানে কাপৰ শিয়ে।"

৪। "ৰামকৃষ্ণৰ বাণী, বাত শালিধানৰ আগ তল গ'ল, গুৰিয়ে নোছোৱে পানী।"

# অসমীয়া লো

আজিকালি সমগ্র ভাৰতবৰ্ষ 'স্বদেশী' ভাবত উন্মত্ত হৈ উঠিছে। এনে সময়ত বেলেগ বেলেগ দেশৰ লোপ হোৱা আৰু কলঢোপ কলঢোপ কৰি থকা শিল্পবিলাকৰ উন্নতি সাধিবলৈ যত্ন কৰা সকলো দেশহিতৈষী লোকৰ কৰ্ত্তব্য কাম।

একালত আমাৰ দেশৰ মানুহ সকলো ৰকমে স্বাধীন আছিল; অকল যে শাসন সম্বন্ধে স্বাধীন আছিল তেনে নহয়; সাহিত্য, ভাষা, শিল্প, কৃষি, বাণিজ্য আদি যিবিলাক বিষয়ৰ দ্বাৰা এটা জাতিৰ জাতীয় জীৱন গঠিত হয়, সেই সকলোবোৰ বিষয়তে আমাৰ মানুহ স্বাধীন আছিল; কোনো বিষয়তে লোকৰ ওচৰত হাত নেপাতিছিল। এই কথা আঢৈ-শ বছৰৰ আগতে ফ্ৰান্স দেশৰ বিখ্যাত পৰিব্ৰাজক ট্ৰেভাৰ্ণিয়াৰেও স্বীকাৰ কৰি গৈছে।

আমাৰ দেশৰ ডেকা ল'ৰাবিলাকে অলপ লিখা-পঢ়া শিকি হাঁ চাকৰি হাঁ চাকৰি কৰি বনাই নুফুৰি যদি দেশৰ লোপ হোৱা বা লোপ হব খোজা শিল্পবিলাকৰ উদ্ধাৰ আৰু উন্নতিৰ নিমিত্তে যত্ন কৰিলেহেঁতেন, তেনেহলে তাত যে অকল দেশৰ উন্নতি হ'লহেঁতেন তেনে নহয়, তেওঁবিলাকৰো অৱস্থা অনেক ভাল হলহেঁতেন। কিন্তু কি হব, মৃত্যুকালত ৰোগীয়ে ঔষধ খাব নোখোজাৰ দৰে, এই অধঃপতনৰ দিনত অসমীয়াই স্বাধীন বৃত্তি অৱলম্বন কৰিবলৈ আগবঢ়া আমি দুৰাশা বুলি ভাবোঁ।

পূৰ্ব্বে কোৱা হৈছে যে, এসময়ত অসমীয়া জাতিয়ে কোনো বস্তুৰ নিমিত্তে আন জাতিৰ ওচৰত হাত নপতাকৈ প্ৰবৰ্ত্তিব পাৰিছিল। লো এটা অতি লাগতিয়াল নিত্য ব্যৱহাৰত লগা ধাতু। এই লো কিনাৰ নিমিত্তে আজিকালি বছৰি কত টকা দেশৰপৰা ওলাই গৈছে তাৰ কোনোবাই ভু লয়নে? অথচ, আগৰদিনত অসমীয়াই দা, কটাৰী, কোৰ, কুঠাৰ আদি সঁজুলি আৰু বৰটোপকে আদি কৰি যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰবিলাকো দেশীয় লোৱে তৈয়াৰ কৰি লৈছিল। সকলোৱে জানে যে আমাৰ দেশৰ অনেক ঠাইত লোৰ খনি আছে, সেইবোৰ খনিৰপৰা গোটেইখিনি লাগতিয়াল লো উলিয়াই লৈছিল

আৰু দেশৰ টকা দেশতে বৈছিল। তাহানি আমাৰ মানুহে খনিৰপৰা কেনেকৈ লো উলিয়াইছিল তাক এজন বুঢ়া মানুহৰ মুখৰপৰা লিখি আজি আমি 'উষা'ৰ পাঠকসকলৰ আগত ধৰিলো।

লো এটা খনিজ ধাতু। যি ঠাইত লোৰ খনি থাকে সেই ঠাইৰ মাটিৰ লগত ধঁপাত গুটিৰ নিচিনা ৰঙচুৱা লো গুৰি দেখিবলৈ পোৱা যায়। তেনে ঠাইত খৰালি ফাগুন মাহত গাঁত খানি চালে লো মাটি পোৱা যায়। প্ৰায় ১০।১২ হাতৰ তলতে লো মাটি থাকে। কেতিয়াবা কেতিয়াবা ১৫।১৬ হাত পৰ্য্যন্ত খানিব লগা হয়। মাটিৰ যি চাকত লো মাটি ওলায়, সেই থাকটো প্ৰায় দুই চাৰমান ডাঠ হৈ থাকে। কেতিয়াবা *কেতিয়াবা ঠাইলৈ ৫ চাৰমান ডাঠ লো মাটিৰ থাকো দেখিবলৈ পোৱা যায়। দকৈ গাঁত দিব লাগে গুণে লো মাটি ওপৰলৈ তুলিবৰ সুবিধাৰ নিমিত্তে গাঁতৰ দাঁতিত জখলাৰ দৰে খাপ কাটি সেইবিলাক খাপত ইটোৱে সিটোক ঢুকি পোৱাকৈ মানুহ থাকে। এইদৰে মাটি কাটি গাঁতৰ ওপৰলৈ তোলে; আৰু ওপৰত কোৱা মতে খানি উলিওৱা লো মাটিখিনি কঢ়িয়াই নি হোলা বা বিলৰ পাৰত ঘৰৰ ভেঁটিৰ নিচিনা ভেঁটি বান্ধি থৈ দিয়া হয়। এই মাতিবিলাক গধুৰ আৰু পানীয়ে উটাই বা ঢোৱাই নিব নোৱাৰে। যেতিয়া বহাগ মহীয়া হোলাত পানী হয়, তেতিয়া হোলাৰ দাঁতিত এটা গাঁত খানি সেই গাঁতত কিছুমান লো মাটি দি তাত পানী ঢালি এটা মানুহে খচকি থাকে। খচকত লোৰ গুৰিবিলাক মাটিৰপৰা বেলেগ হয়, অৰ্থাৎ মাটিবিলাক বোকা হৈ লোৰ গুৰিৰপৰা আঁতৰ হয়। বোকা আৰু পানী ঢোৱাই উটাই পেলাই লোৰ গুৰিবিলাক এখন খোলাত ঢালি শুকুওৱা হয়। একেবাৰ ধোৱাত লোৰ গুৰিৰপৰা বোকাবিলাক আঁতৰ নহয়; সেইবাবে খোলাত মেলি দি শুকুওৱা লোৰ গুৰিবিলাক আকৌ পানীত পেলাই ধোৱা হয়। দ্বিতীয়বাৰ ধোৱা প্ৰণালী এনেকুৱা—এটা পুখুৰীত এশাৰী গোঁজ পোতা হয় আৰু সেই গোঁজ-বিলাকৰ গাত এখন নাও এবেগেতমান পানীৰ তল কৰি ভালকৈ বন্ধা হয়। শুকুৱা লোৰ গুৰিবিলাক সেই নাৱৰ বুকুত পেলাই আকৌ কেইবাটাও মানুহে খচকিবলৈ ধৰোঁতে লোৰ গুৰিত থকা বোকাখিনি পানী হৈ উঠি যাবলৈ ধৰে। এইদৰে কিছু বেলি ধোওঁতে তাত অলপো বোকা নথকা হয়, আৰু তেতিয়া গুৰিবিলাক লো তৈয়াৰ কৰিবৰ উপযুক্ত হয়।

**লো-পাক**—লোৰ গুৰিবিলাক গলাই গোটা লো কৰিবৰ নিমিত্তে

প্ৰথমতে ২৷৷০ ফুটমান ওখ আৰু ৪ ফুটমান বহল ৩টা ঘূৰণীয়া ভোঁট বন্ধা হয়। এই ভোঁটটোকে হাতুৰা বোলে। এই ভোঁটৰ সোঁ মাজতে দীঘে-পথালিয়ে এফুট বহল, চাৰি ফুট দ এটা চাৰি-চুকীয়া গাঁত খনা হয়। হাতুৰাৰ মাজৰ চাৰি-চুকীয়া গাঁতটো যিমান দ, এই খালটোও সচৰাচৰ সিমান দকৈ খনা হয়। এই খালটোক লো-শলীয়া কথাত 'নাৱৰী' বোলে। ছাই আৰু মাটি দুইকো মিহলাই বোকা কৰি তাৰে হাতুৰাৰ চাৰিওফালে ভালকৈ লিপি পেলাই, আৰু সেই মাটিৰেই 'নাৱৰী' আৰু হাতুৰাৰ মাজৰ গাঁত, এই দুইৰো মাজত থকা ফুটাটোও বন্ধ কৰা হয়। হাতুৰাৰ আন এফালে দুটা ফুটা উলিয়াই তাত দুটা জুই ফুওঁৱা ভাঠি লগাই দিয়া হয়।

এতিয়া সেই হাতুৰাৰ মাজৰ গাঁতটোৰ এহেতা লোৰ গুৰি আৰু এহেতা এঙাৰ দি দি পূৰ কৰা হয় আৰু এঙাৰৰ জুই ধৰাই দিয়া হয়। এটা মানুহে পূৰ্ব্বে যুগুত কৰি থোৱা ভাঠি দুটাত দুই ভৰিৰে গচকি গচকি গাঁতৰ ভিতৰত জুই জ্বলাই ৰাখে। এইদৰে এপৰমান বেলি ভাঠি মাৰি থাকিলে গাঁতৰ ভিতৰৰ লো গলি যায়; তেতিয়া এদাল বাহৰে খুচি 'নাৱৰী'ৰ মুখখন খুলি দিয়া হয়। তেতিয়া গেদ বা ভাবৰীবিলাক সেই 'নাৱৰী'য়ে বৈ ওলাই যায়, আৰু সেইবোৰ টান হৈ লোহা-চুৰ নাম পায়। ভাবৰী ওলাই যোৱাৰ পাছত গোট খোৱা লো মিলি চেপেনাৰ আকৃতিৰ এদাল বাহৰে বাহিৰলৈ উলিয়াই তাক এচটা কাঠৰে থপিয়াই থপিয়াই এটা ঘূৰণীয়া লাৰুৰ নিচিনা কৰা হয়। এয়ে আকৰিক গোট লো; এবাৰ লো-শালিত জুই লগালে তাত মানুহে দিনে-ৰাতিয়ে কাম কৰে। দিনৰ চাৰিপৰত ৪টা আৰু ৰাতি চাৰিপৰত ৪টাকৈ ২৪ ঘণ্টাৰ ভিতৰত ৮টা গোট লো তৈয়াৰ কৰা হয়; একেটা গোট লোত ⁄১ সেৰৰপৰা পাঁচপোৱালৈকে হয়। কঠীয়া চৰু এটাৰ এচৰু লো-গুৰিত প্ৰায় এটা গোট হয়।

লো-শালিত কাম কৰা মানুহৰ ভিতৰত ওজা আৰু পালি আছে। কি জোখেৰে এঙ্গাৰ আৰু লোৰ গুৰি মিহলালে লো হয় তাক ভালকৈ ওজাইহে জানে; সকলোৱে নাজানে। সেই গুণে প্ৰথমৰ গোট লোটো ওজাই মান-পোৱা দস্তুৰ আছিল, আৰু সেই লোটো আন গোট লোৰ প্ৰায় ২ গুণ কৰা হৈছিল। গোট লোবিলাকৰে পিছত দা, কটাৰী গঢ়াবৰ সুবিধাৰ নিমিত্তে, সি কোমল থাকোঁতেই এখন কুঠাৰৰ নিচিনা লোৰ যন্ত্ৰেৰে তাৰ মূৰটো দুফাল কৰি থোৱা হয়। সেই যন্ত্ৰক 'ঘৈয়া' বোলে। আগৰ দিনত

এটা গোট লোৰ দাম প্ৰায় /০ অনা আছিল, আৰু কেতিয়াবা ।/০ বা ।৵০ লৈকে হৈছিল।

যিবোৰ মানুহে ভাটিত কাম কৰিছিল, সিহঁতে ভাগৰ পলুৱাবৰ নিমিত্তে অবাচ্য গীত গাইছিল; তাৰপৰা মানুহৰ মনত এনে ধাৰণা হৈছিল যে, ভাটি-বোৱা মানুহে অবাচ্য গীত নেগালে লো-পানী নহয়।

কোনোবাই এই বিষয়ে আৰু কিবা কথা জানিলে 'উষা'ত প্ৰকাশ কৰি যেন সকলোৰে ধন্যবাদৰ পাত্ৰ হয়। আমাৰ দেশৰ আগৰ দিনৰ নানা-বিধ শিল্প-প্ৰবন্ধ লিখিলে তাক 'উষা'ত আদৰৰে ঠাই দিয়া উচিত।

# গদাধৰ নাট

## ( সমালোচনা )

'গদাধৰ'—শ্ৰীযুত পদ্মনাথ বৰুৱা ৰচিত।

অসমীয়া সাহিত্য, নাটৰ বিষয়ে, আগৰ দিনৰেপৰা চহকী। মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱেই অসমীয়া ভাষাত প্ৰথমে নাটৰ সৃষ্টি কৰে, আৰু তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱে তাৰ অঙ্গ অনেক পুষ্ঠ কৰে। শ্ৰীশ্ৰীশঙ্কৰদেৱে তলত লিখা ছখন নাট নিজে লিখে, (১) কালীয় দমন, (২) পাৰিজাত হৰণ, (৩) সীতা স্বয়ম্বৰ, (৪) ৰুক্মিণী হৰণ, (৫) পত্নীপ্ৰসাদ আৰু (৬) ৰাস। আৰু মাধৱদেৱে তলত লিখা ছখন নাট ৰচনা কৰে:—(১) ভোজন ব্যৱহাৰ, (২) দধিমথন, (৩) কোটোৰা খেলোৱা, (৪) পিপৰা গুচোৱা (৫) চোৰধৰা আৰু (৬) কংসবধ। এই ১২ খন নাটককে 'অঙ্কীয়া' নাট বোলে আৰু তাক সংস্কৃত নাটবিলাকৰ আৰ্হি লৈ লিখা। এই নাটবিলাকৰ প্ৰভাৱ আজিলৈকে কেনেভাৱে অটুট আছে সকলো অসমীয়াই জানে। এই অঙ্কীয়া নাটবিলাককে আৰ্হি লৈ শ্ৰীশঙ্কৰদেৱ আৰু ৺মাধৱদেৱৰ পাচৰ অসমীয়া কবিসকলে অনেক নাট ৰচনা কৰিছিল; আৰু তেনে অনেক নাটৰ আজিকালিও অসমীয়া নামঘৰবিলাকত ভাৱনা কৰা হয়—যদিচ সেইবিলাক নাট অঙ্কীয়া নাটৰ সমান আদৃত নহয়। অসমীয়া সমাজত ভাৱনাৰ আদৰ যেতিয়ালৈকে থাকিব, তেতিয়ালৈকে এই নাট-পুথিবিলাকৰ নাম জ্বলি থাকিব।

বিলাতী সভ্যতাৰ সোঁতত সকলো ভাৱৰ পৰিবৰ্ত্তনৰ লগে লগে মানুহৰ আমোদ-প্ৰমোদ সম্বন্ধেও আৰ্হিৰ অনেক লৰচৰ ঘটিছে। পুৰাতন ভাৱনা, ৰামলীলা আৰু যাত্ৰাৰ সলনি শিক্ষিত মানুহে থিয়েটাৰ আদিত বেচি সুখ অনুভৱ কৰা হৈছে; গতিকে দৃশ্য-কাব্যবিলাক আজিকালিৰ ৰংঘৰৰ উপযোগী কৰিব লগা হৈছে। অসমীয়া ভাষাত এই শ্ৰেণীৰ নাটক লিখিবলৈ সৰ্ব্বপ্ৰথমে স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা আৰু ৺গুণাভিৰাম বৰুৱায়ে বাট দেখুৱায়। ৺হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়া কীৰ্ত্তন' আজিলৈকে অসমীয়া সমাজৰ আদৰৰ বস্তু হৈয়ে আছে; কিন্তু ৺গুণাভিৰাম বৰুৱাৰ 'ৰাম-নৱমী'য়ে সিমান মানুহৰ মন আকৰ্ষণ কৰিব

নোৱাৰিলে। তাৰ পিচত যেতিয়া অসমৰ প্ৰায় জিলাই জিলাই থিয়েটাৰ কৰাৰ দস্তুৰ হ'ল, তেতিয়া অনেকে বঙ্গলা বা সংস্কৃত নাটকৰ অনুবাদ কৰি, অনেকে বা পৌৰাণিক ঘটনাত গঢ়িলা লৈ নতুনকৈ এই শ্ৰেণীৰ নাট লিখিবলৈ আৰম্ভ কৰিলে। তেনে কিতাপৰ কেৱল দুই-চাৰিখন মাথোন ছপা হৈ ওলাইছে, বাকীবিলাক এতিয়াও হাতেলিখা অৱস্থাতে আছে আৰু হয়তো সেইবিলাক সেই ভাৱেই কিজানি লোপ পাব। আমি জনাৰ ভিতৰত স্বৰ্গীয় ৰত্নেশ্বৰ মহন্তৰ বেণীসংহাৰ, ( সংস্কৃতৰ অনুবাদ ) আৰু শ্ৰীযুত ৰজনীকান্ত বৰদলৈ আৰু শ্ৰীযুত কনকলাল বৰুৱাৰ ৰচিত 'সাবিত্ৰী-সত্যবান' নাট দুখনি অতি সুন্দৰ হৈছিল। সেই নাট দুখন ছপা হৈ ওলোৱা বৰ বাঞ্ছনীয় আছিল।

শ্ৰীযুত পদ্মনাথ বৰুৱাৰ 'গদাধৰ' খনিও এই শেহৰ শ্ৰেণীৰ নাট। কিন্তু এইখনি নাটকৰ কিছু বিশেষত্ব আছে। এইখনি নাটক অসমৰ জাতীয় বুৰঞ্জীৰ এজন প্ৰধান বীৰ পুৰুষৰ কাহিনী হৈ লিখা হৈছে। গদাধৰ ৰজাৰ বীৰত্বৰ কথা ভু নোপোৱা অসমীয়া মানুহৰ ভিতৰত কোনোবা আছে বুলি আমাৰ বিশ্বাস নহয়। সেই গদাধৰ ৰজাই ভেশছন কৰি দেশে দেশে ফুৰি আৰু পিচত নিজৰ বাহুবলেৰে পিতৃ-সিংহাসন লাভ কৰা আৰু লৰাৰজাই অন্যায় কৰি সাধ্বী সতী জয়মতীক হত্যা কৰাৰ পাচত তেওঁৰ যি অনুতাপ হৈছে, তাক দেখুওৱাই এই নাটকৰ প্ৰধান উদ্দেশ্য ; আৰু মোৰ মনেৰে গ্ৰন্থকাৰে এই কেইটা চিত্ৰ অতি সুন্দৰ আৰু স্পষ্টৰূপে আঁকাত কৃতকাৰ্য্য হৈছে। অসমৰ জাতীয় বুৰঞ্জীৰ ঘটনা লৈ নাটক লিখাত শ্ৰীযুত পদ্মনাথ বৰুৱাই বাট দেখুৱাওঁতা। তেওঁৰ প্ৰথম নাটক 'জয়মতী' অনেক অসমীয়া নাটকতকৈ ভাল হৈছে, আৰু 'জয়মতী'ৰ পিচত লিখা 'গদাধৰ' তাতোকৈ ভাল হৈছে। আশা কৰোঁ, বৰুৱাদেৱে ইমানতে সামৰণি নেমাৰি আমাৰ জাতীয় বুৰঞ্জীৰ প্ৰধান প্ৰধান ঘটনাবিলাক লৈ যেন আৰু কেবাখনিও এই ৰকমৰ নাটক লিখে। আমাৰ ধ্ৰুৱ বিশ্বাস যে 'গদাধৰ'ৰ পিচত লিখা নাটক খনি 'গদাধৰ'তকৈয়ো ভাল হব। নাটক লিখা কাম, বিশেষতঃ ঐতিহাসিক নাটক লিখা কিমান টান তাক যি এবাৰ হাতত লৈছে তেওঁহে বুজিব পাৰে। বুৰঞ্জীৰ প্ৰকৃত ঘটনাৰপৰা আঁতৰি নগৈ বা তাক অতিৰঞ্জিত নকৰাকৈ নাট খনি লিখি বৰুৱাদেৱ অতি প্ৰশংসাৰ পাত্ৰ হৈছে। আশা কৰোঁ, অসমীয়া ৰাইজে কিতাপখনি কিনি লিখকৰ উৎসাহ বঢ়াবলৈ পাচ নুহুহকিব। কিতাপ খনিৰ ছপা আৰু কাগজ চাই তাৰ মূল্য আধলি এটি অলপো বেচি হোৱা নাই।

# সম্ভাষণ*

প্ৰিয় ল'ৰা-ছোৱালীবিলাক, তোমালোকৰ উপকাৰৰ নিমিত্তে 'অৰুণ' নামেৰে এই মাহেকীয়া কাকতখনি উলিওৱা হৈছে। তোমালোকৰ শিক্ষাৰ নিমিত্তে আমাৰ দয়ালু গৱৰ্ণমেণ্টে পাঠশালা, স্কুল, কলেজ পাতি দি নানা ৰকমে চেষ্টা কৰিছে আৰু বছৰে বছৰে অনেক টকা খৰচ কৰিছে। আজি কিছুমান দিনৰপৰা গৱৰ্ণমেণ্টে অসমীয়া ভাষা শিকোৱা স্কুলবিলাকত ফিজ পৰ্য্যন্ত লবলৈ এৰি দিছে। ইংৰাজ ৰাজত্বত সকলো শ্ৰেণীৰ মানুহৰ ল'ৰাই পঢ়িব পৰাকৈ যেনে সুবন্দবস্ত কৰা হৈছে, আগৰ কোনো ৰজাৰ দিনতে এনে বন্দবস্ত নাছিল। যেতিয়া আমাৰ দেশত কিতাপ লিখিবপৰা মানুহ নিচেই তাকৰ আছিল, তেতিয়া গৱৰ্ণমেণ্টে বঁটা দি মানুহৰ হতুৱাই কিতাপ লিখাইছিল। আজিকালি তোমালোকে স্কুলত নানা বিষয়ত ভাল ভাল কিতাপ পঢ়ি জ্ঞান আৰ্জ্জিবৰ নিমিত্তে সুবিধা পাইছা। এইবোৰ সুবিধা থকাতো তোমালোকৰ শিক্ষাৰ নিমিত্তে আমি কিয় আকৌ নকৈ এই কাকতখন উলিয়াইছো—তাক তোমালোকে সুধিব পাৰা। আমি কেইবাটাও ডাঙৰ-ডাঙৰ উদ্দেশ্য আগত লৈ এই কাকতখন উলিয়াবলৈ হাতত লৈছো।

**প্ৰথম উদ্দেশ্য হৈছে,**—তোমালোকে এতিয়া স্কুল আৰু পাঠশালাত যি শিক্ষা পাইছা, সেই শিক্ষাকে বহল আৰু দ কৰা। শিক্ষাৰপৰা মানুহৰ জ্ঞান হয়, আৰু জ্ঞানৰ বলতকৈ বল নাই। যি জাতি জ্ঞানৰ বলত চহকী সেই জাতি সকলো ৰকমৰ বলতে চহকী হয়। কিন্তু যি জ্ঞানে এটা জাতিক ডাঙৰ কৰে সেই জ্ঞান লভিবৰ নিমিত্তে অকল এবিধ শিক্ষাই ঠিক নহয়; শিক্ষা তিনিবিধৰ, যেনে--শাৰীৰিক, মানসিক আৰু নৈতিক। এজন মানুহে যেতিয়া এই তিনিওবিধ শিক্ষাতে শিক্ষা পাই, এই তিনিওবিধ বলতে বলী হব পাৰে, তেতিয়া হে তেওঁ আচল মানুহ নাম পাবৰ যোগ্য হয়। আজি-কালি স্কুল বা পাঠশালাবিলাকত তোমালোকে এই তিনিও বিষয়ে ৰীতিমতে শিক্ষা পাইছাহঁক নে নাই? আমাৰ মনেৰে হলে পোৱা নাই। সেই গুণে,

* শিশু-আলোচনী 'অৰুণ'ৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যাত।

তোমালোকৰ অন্তৰত কুমলীয়া বয়সতে, তিনিওবিধ শিক্ষাৰ কঠীয়া পাৰিবৰ নিমিত্তে এই কাকত জন্ম লৈছে।

**দ্বিতীয় উদ্দেশ্য হৈছে,**—তোমালোকৰ মনৰপৰা 'চেকনীৰ আগত শিক্ষা' এই কথাষাৰ দূৰ কৰা। ল'ৰাৰ মনে স্বভাৱতে ৰং-ধেমালি ভাল পায় আৰু কোনো বান্ধোনৰ ভিতৰলৈ যাব নোখোজে। স্কুলবোৰ যদি উঠি গ'ল-হেঁতেন, তেনেহলে প্ৰায় সকলো ল'ৰাই পেটে-পেটে ৰং নেপালেহেঁতেন নে বাৰু? কিন্তু এনে কিয় হয়? তাৰ আন একো কাৰণ নাই। কেৱল স্কুলত আজিকালি যি ভাবেৰে শিক্ষা দিয়া হয়, তাৰ নাম শুনিলেই অনেক ল'ৰাৰ জ্বৰ উঠে। অনেক সভ্য আৰু উন্নত দেশত আজিকালি ল'ৰাক, বিশেষকৈ সৰু ল'ৰাক ৰং-ধেমালিৰ মাজেদি শিকনি দিয়া হয়। এই কাকতে তোমালোকৰ গুৰুমহাশয়ৰ ঠাই গুৰুমহাশয়লৈ এৰি তোমালোকৰ সমনীয়া লগৰীয়াৰ ঠাই লব খুজিছে আৰু সেই গুণেই সি 'পণ্ডিত' বা 'শিক্ষক' নাম নলৈ 'অকণ' নাম লৈছে।

**তৃতীয় উদ্দেশ্য হৈছে,**—আমাৰ ভাষাত এটা শিশু-সাহিত্য গঠন কৰা। পৃথিবীৰ সকলো উন্নত ভাষাতে ল'ৰা-ছোৱালীয়ে পঢ়িবৰ উপযোগী কাকত আৰু কিতাপ আছে, কিন্তু আমাৰ ভাষাত নাই। আগৰ দিনত ল'ৰাই পঢ়াশালিত 'স্যমন্ত হৰণ', 'কাণখোৱা', 'লীলামালা', 'গুণমালা' আদি পুথি পঢ়িছিল। এইবোৰ পুথি নিচেই কোমল ভাষাত লিখা হৈছিল; তাৰপৰাই বুজিব পাৰি যে আমাৰ দেশত চাৰি-পাঁচশ বছৰৰ পূৰ্ব্বেই শ্ৰীশঙ্কৰদেৱ, শ্ৰীধৰ কন্দলীৰ নিচিনা প্ৰতিভাশালী লোকসকলে শিশু-সাহিত্যৰ অভাব বুজিব পাৰিছিল আৰু সেইগুণেই তাক গুচাবৰ নিমিত্তে এইবিলাক পুথি লিখিছিল। আমাৰ ভাষাত আজিকালি স্কুলৰ পাঠ্য কিতাপ কেইখনৰ বাহিৰে, সৰু ল'ৰা-ছোৱালীয়ে পঢ়িব পৰা একো কিতাপেই নাই। 'অকণে' সদায় এনেকুৱা প্ৰবন্ধ প্ৰকাশ কৰিবলৈ যত্ন কৰিব যাতে সেইবোৰ প্ৰবন্ধ পাচত গোটাই ছপা হলে, ল'ৰাই পঢ়িবলগীয়া কিতাপ হয়।

এইবিলাক উদ্দেশ্য লৈ 'অকণে' মাঘৰ বিহুৰ দিনা জন্ম লৈছে। তাৰ উদ্দেশ্য কিমান সফল হয়, তাক একমাত্ৰ ভগৱানে হে জানে। অসমীয় ল'ৰা-ছোৱালীৰ আদৰ পালে আৰু অসমীয়া অভিভাবকসকলে তাক পুতৌ কৰিলে আৰু সবাৰো উপৰি যিজনৰ ইঙ্গিতত এই অসীম বিশ্বখন এনে শৃঙ্খলামতে চলিছে, তেওঁৰ আশীৰ্ব্বাদ আৰু কৃপা পালে 'অকণ' যে দীৰ্ঘায়ু হৈ তাৰ কৰ্ত্তব্য সাধনৰ নিমিত্তে অহোপুৰুষাৰ্থ কৰিব তাত অলপো সন্দেহ নাই।

# জৰা-ফুঁকা

জৰা-ফুঁকা কাক বোলে তাক তোমালোকে ভালকৈ জানা। আমাৰ দেশখন জৰা-ফুঁকাৰ নিমিত্তে অতি পুৰণি কালৰেপৰা প্ৰখ্যাত। ভাৰতবৰ্ষৰ আন আন ঠাইতো জৰা-ফুঁকাৰ চলতি আছে, কিন্তু সেইবোৰ দেশত প্ৰচলিত অনেক মন্ত্ৰৰ লগতো "কামৰূপৰ কামাখ্যা মাও"—এই কথাফাঁকি প্ৰায়েই দেখিবলৈ পোৱা যায়। ইয়াৰপৰা অনুমান কৰিব পাৰি যে প্ৰথমতে জৰা-ফুঁকাৰ মন্ত্ৰবিলাক এই দেশতে জন্ম হৈছিল; তাৰ পাচত হে আন দেশৰ মানুহে তাক নিয়ে। এই দেশৰ মানুহে মন্ত্ৰৰ বলেৰে মানুহক ভেড়া-ছাগলী কৰিব পাৰে বুলি আজিলৈকে ভাৰতবৰ্ষৰ অনেক ঠাইত বিশ্বাস আছে। আজিকালি ইংৰাজী পঢ়া মানুহে জৰা-ফুঁকাক এটা কুসংস্কাৰ বুলি ভাবে। কিন্তু জৰা-ফুঁকা কৰি ৰোগ ভাল কৰা ভাৰতবৰ্ষত বাজে আন দেশতো প্ৰচলিত আছিল। যীশুখৃষ্টে ৰোগীৰ গাত হাত ফুৰাই বেমাৰ ভাল কৰিছিল। চীনদেশত, যীশুখৃষ্ট জন্ম হোৱাৰ আগৰেপৰা, ৰোগীৰ গাত হাত ফুৰাই বেমাৰ ভাল কৰা ৰীতি প্ৰচলিত আছিল; এচিৰীয়া, হিব্ৰু, ৰোম, ফ্ৰান্স, ইংলণ্ড দেশতো জাৰি-ফুঁকি ৰোগ ভাল কৰা কথা সকলোৱে বিশ্বাস কৰিছিল। ইংলণ্ডৰ মানুহৰ আজোৱা শুকান কাহ হলে, এটা মকৰা লৈ ৰোগীৰ মূৰৰ চাৰিওফালে তিনিবাৰ ঘূৰাই এই মন্ত্ৰটো গায় আৰু মকৰাটো নমৰে মানে, ৰোগীৰ ডিঙ্গিত আঁৰি থয়,—

"Spider as you waste away
Hooping cough no longer stay"

আৰু বিষ-ব্যাধি হলে এইটো মন্ত্ৰেৰে ঝাপ জাৰি লয়,—

"Our Saviour vade,
His forefoot slade,
Our Saviour lighted down,
Sinew to sinew, joint to joint,
Blood to blood and bone to bone
Mend those in good name."

জাৰি-ফুঁকি ৰোগ ভাল কৰা অনেক মানুহে নিজ চকুৰে দেখিছে। কিন্তু জৰা-ফুঁকাত ৰোগ কিয় ভাল হয় তাৰ কাৰণ বুজিব নোৱাৰে বাবেই মানুহে তাত বিশ্বাস কৰিব নোখোজে। দেশত অনেক কালৰেপৰা চলি অহা কথা এটাৰ কাৰণ বুজিব নোৱাৰে বুলিয়েই তাক কুসংস্কাৰ বুলি এৰি দিয়াটো কেতিয়াও বুধিয়ক মানুহৰ কাম নহয়। জৰা-ফুঁকাত কোনো সত্য নথকা হলে অতি পুৰণি কালৰেপৰা এক শ্ৰেণীৰ মানুহে ইয়াত কেতিয়াও বিশ্বাস কৰি নাহিলহেঁতেন।

বিজ্ঞান শাস্ত্ৰত পটু পণ্ডিতসকলে কয় যে মানুহৰ গাত এবিধ চুম্বক শক্তি আছে। অভ্যাস কৰোঁতে কৰোঁতে এই শক্তিৰ বিকাশ হয়। এই শক্তিৰ বলেৰে ৰোগীক শুহি পেলাই তেওঁৰ বেমাৰ ভাল কৰিব পাৰি। যি ওজাই অভ্যাস বা সাধনা কৰি যিমান পৰিমাণে এই চুম্বক শক্তিৰ গৰাকী হব পাৰে, তেওঁ তিমান পৰিমাণে ৰোগ গুচোৱা ক্ষমতা লাভ কৰে। এই শক্তি পানীত প্ৰয়োগ কৰি বা হাতৰ বা দি ৰোগীৰ গাত চালনা কৰি ৰোগ ভাল কৰা আজিকালি ইউৰোপৰ অনেক দেশতে চলতি হৈছে।

তোমালোকে মন কৰি চালে দেখিবা যে প্ৰতি মন্ত্ৰটোতে দুটা ভাগ থাকে। তাৰ এভাগক সিদ্ধ বা বীজমন্ত্ৰ বোলে আৰু আন ভাগক সাধ্যমন্ত্ৰ বোলে। 'হ্ৰীং, হ্ৰীং ফট্' ইত্যাদি বীজবিলাক ঋষিবিলাকে তপস্যা কৰি ধ্যানত লাভ কৰা, সেই গুণে, সেই ভাগ নিত্য সিদ্ধমন্ত্ৰ আৰু যি ভাগত ৰোগৰ জনম জাতি দেৱতা আদিৰ প্ৰতি স্তুতি-নতি আৰু ৰোগে এৰি গ'ল, ৰোগীৰ মনত এনে ভাব জন্মোৱা কথা আছে, সেই ভাগকে সাধ্যমন্ত্ৰ বোলে। কিয়নো, এই ভাগকে ওজাই নিজে সাধন কৰি সিদ্ধি কৰি লব লাগে, নহলে তাৰ একো গুণ নধৰে। তোমালোকে দেখিব পোৱা যে একেটা মন্ত্ৰেৰেই এটা মানুহে জাৰিলে গুণ ধৰে আৰু আন এটা মানুহে জাৰিলে গুণ নধৰে, ইয়াৰ কাৰণ কি? কাৰণ আন একো নহয়, এজনৰ পক্ষে, পুৰুষানুক্ৰমে সাধনাৰ ফলতে হওক বা অইন কোনো কাৰণতে হওক, সেই মন্ত্ৰ সিদ্ধ হৈছে আৰু আন জনৰ পক্ষে সিদ্ধ হোৱা নাই।

"ৰোগ পানীকৃত্য কৰিলোঁ", "ৰোগ নাই" ইত্যাদি নানা কথা কৈ ওজাই ৰোগীৰ মনত ৰোগ গ'ল, এনে ধাৰণা জন্মাবলৈ চেষ্টা কৰে। ওজাৰ মুখত শুনোতে শুনোতে ৰোগীৰ মনত যেতিয়া ডাঠ বিশ্বাস হব যে তেওঁৰ ৰোগ নাই, তেতিয়াই ৰোগ উপশম হব। আমাৰ শৰীৰৰ ওপৰত মনৰ প্ৰভাৱ

ইমান বেছি যে ই একো আচৰিত কথা নহয়। "নাই বুলিলে সাপতো বিষ নাই" বুলি যে এটা বচন আছে, তাৰ অৰ্থ নাইকিয়া নহয়।

মন্ত্ৰশক্তি কি আৰু কেনেকৈ হয় তাক বুজাবলৈ গলে বহুত লিখিব লাগিব আৰু সেইবোৰ কথা তোমালোকে এতিয়া বুজিবলৈকো টান পাবা। তোমালোকে এতিয়া ইমানকে বুজি থোৱা যে মন্ত্ৰবিলাক শব্দ, আৰু বিশেষ বিশেষ শব্দৰ বিশেষ বিশেষ শক্তি আছে। এটা কথা শুনি খং উঠে, এটা কথা শুনি ৰং লাগে, এটা কথা শুনি হাঁহি উঠে, এটা কথা শুনি কান্দোন আহে, এইবোৰ শব্দৰ বিশেষ শক্তি নহয় নে? যি শব্দ-শক্তিয়ে শান্তৰ খং তোলাব পাৰে, খঙ্গালক শান্ত কৰিব পাৰে, হঁহাক কন্দুৱাব পাৰে, আৰু কন্দাক হঁহুৱাব পাৰে, সেই শব্দ শক্তিয়ে ৰোগীৰ ৰোগো ভাল কৰিব পাৰিব, তাত আচৰিত হব লগীয়া একো নাই।

# 'ঘোষা-ৰত্ন'ৰ পাতনি

ঘোষা-ৰত্নৰ প্ৰকাশক, নগাঁৱৰ পাব্লিক্ লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান শ্ৰীযুত আনন্দৰাম ভট্টাচাৰ্য্য মোৰ এজন বাল্যবন্ধু। তেওঁৰ বিশেষ অনুৰোধ এৰাব নোৱাৰি, মই এই কিতাপৰ পাতনি লিখিবলৈ যদিও গাত লৈছিলোঁ, এতিয়া তাক লিখিবলৈ হাতত লৈ দেখিলোঁ যে, মই এই ভাৰ গাত নোলোৱাহেঁতেন ভাল আছিল; কিয়নো এনে এখন বৈষ্ণৱ ধৰ্ম্মবিষয়ক উচ্চ ভাবৰ কিতাপৰ পাতনি লিখা, এজন বৈষ্ণৱ শাস্ত্ৰত বিশেষ পাৰদৰ্শী একান্ত বৈষ্ণৱৰহে উপযুক্ত কাম। মোৰ নিচিনা মানুহৰ পক্ষে ই অনধিকাৰ চৰ্চ্চা যেনহে লাগিছে। বিশেষতঃ এনেকুৱা এখন সাৰুৱা কিতাপৰ পাতনি লিখিবলৈ হলে, যিমান পঢ়া-শুনা আৰু আলোচনাৰ আৱশ্যক, তাৰ নিমিত্তে মোৰ অত্যন্ত আগ্ৰহ থাকিলেও, সম্প্ৰতি সময়ৰ নিতান্ত অভাব। তথাপি যে মই ঢৌতে খৰ মাৰি এই পাতনি লিখিলোঁ, সি কেৱল প্ৰকাশকৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰা কাৰণেহে। তাকে চাই পাঠকসকলে যেন মোৰ ত্ৰুটি মাৰ্জ্জনা কৰিব, এই ভাৰসা!

পাতনি লিখকৰ ঘাই কাম হৈছে পুথিখনিক সৰ্ব্বসাধাৰণৰ ওচৰত চিনাকি কৰি দিয়া। এই পুথিখনিৰ লগত কিন্তু মোৰ নিজৰে পৰিচয় বহুত-দিনীয়া নহয়। অৱশ্যে সেইটো পুথিৰ দোষ নহয়, মোৰহে দোষ। অসমীয়া সাহিত্যৰ পুৰণি সংখ্যা ইমান বেছি আৰু সেই বিষয়ে অনুসন্ধান কৰিবলৈ আমাৰ দেশত আনৰপৰা সাহায্য পোৱা ইমান টান যে, মই আজি প্ৰায় ২০ বছৰ অসমীয়া পুৰণি সাহিত্য সম্বন্ধে অনুসন্ধান কৰি যিমানবিলাক পুথিৰ বিষয়ে জানিব পাৰিছো, তাৰ লগত তুলনা কৰিলে বোধকৰো এতিয়াও নাম নজনা পুথিৰ হে লেখ বেছি হব। তেনে স্থলত এই পুথিৰ লগত মোৰ আগৰ চিনাকি নথকা একো আচৰিত হবলগীয়া কথা নহয়। এই ঘোষা-ৰত্ন পুথি-খনি উজনিৰ ফালে কিমান প্ৰখ্যাত তাক ভালকৈ নাজানোঁ, কিন্তু কামৰূপৰ ফালে হলে এইখন এখনি নামজ্বলা পুথি আৰু কামৰূপ অঞ্চলৰ দামোদৰী সত্ৰবিলাকত ইয়াৰ ঘোষাবিলাক অতি আদৰেৰে কীৰ্ত্তন হয়।

এই পুথিৰ ৰচনাকাৰক যে ৺গোপাল মিশ্ৰ কবিৰত্ন আছিল তাক এই পুথিৰ ভণিতাবিলাকৰপৰাই দেখা যায়; যেনে,

(১) সন্তৰ কৃপাক অনুসৰি,
তাসম্বাৰ পদধূলি ধৰি,
পৰম আনন্দে মিশ্র কবিৰত্নে গাৱে॥ ১৫৭

(২) জ্ঞান কৰ্ম্ম পৰিহৰা। কেৱল নামক ধৰা॥
মিশ্র গোপালে ভণে। হৰি বোলা সৰ্ব্বজনে॥ ২৫৩

(৩) কহয় গোপাল মিশ্র কৃষ্ণ হৰি নাম।
উচ্চ কৰি মুখ কৰি বোলা ৰাম ৰাম॥ ৩৯৯

পুথিখনিৰপৰা ৰচনাকাৰক সম্বন্ধে আৰু এটি কথা জানিব পাৰি যে তেওঁ ৺দামোদৰদেৱৰ শিষ্য আছিল। গ্রন্থকাৰে যে কেৱল ৺দামোদৰদেৱৰ নাম লৈ পুথিখনি আৰম্ভ কৰিছে আৰু শেষ কৰিছে তেনে নহয়, পুথিৰ আন ঠাইতো দেৱ দামোদৰক তেওঁৰ গুৰুভাবে উল্লেখ কৰিছে। পুথিখনিৰ আৰম্ভতে নিজৰ গুৰু ৺দামোদৰদেৱক, ঈশ্বৰ বুদ্ধি কৰি এইদৰে লিখিছে—

"জয় জয় কৃষ্ণ দামোদৰ, তুমি কল্পতৰু ভকতৰ,
শৰণ পশিলোঁ তয়ু পাদপদ্মে আমি।
হৃদয় কমলে পদ থবা, মোক দাস বুলি লেখি লবা,
সত্যে সত্যে তজু দাস ভৈলোঁ আমি স্বামী॥ ১
সত্য শুদ্ধ শান্ত বিপ্র তনু, গৌৰ পাপহৰ দেখাই পুনু
জীৱৰ স্বৰূপ দেখাইলা মহাযতনে।
হেন তনু চিন্তা নিৰন্তৰে, মহা সুখ দায় জগতৰে,
তয়ু গুণনাম গাইবোঁ কায়বাক্য মনে॥" ১

তলত দিয়া সংস্কৃত শ্লোকটিৰে পুথিৰ সামৰণি মাৰিছে,

দামোদৰং প্রপদ্যেঽহং করুণানন্দসাগৰম্।
নিৰ্ম্মিতা কবিৰত্নেন ঘোষা-ৰত্ন প্রৱৰ্ত্তিকা॥

এঠাইত লিখিছে—

"দেৱদামোদৰ শুদ্ধমত, কহিলন্ত লোকে অবিৰত
যাৰ মত মানি পণ্ডিত-ব্রাহ্মণচয়।
কৃষ্ণ পাদপদ্মে ভজিলন্ত, স্থানে স্থানে সত্র পাতিলন্ত,
যাহাৰ যশস্যা ব্রহ্মাণ্ড ভেদি বহয়॥" ২৮

আন এঠাইত লিখিছে—

"দেৱদামোদৰ গুৰু। সুবৰ্ণৰ ভৈলা মেৰু॥ ৭১৫
পূৰ্ব্বদিশে বংশীদেৱ। সদা যাক কৰে সেৱ॥" ৭১৬

এইদৰে পুথিৰ অনেক ঠাইৰপৰা পদ তুলি দেখুৱাব পাৰি যে ৺দামোদৰদেৱেই ৺গোপাল মিশ্ৰৰ গুৰু আছিল। ইয়াত বাজে কিন্তু এই পুথিৰপৰা গোপাল মিশ্ৰ সম্বন্ধে আন একো কথা জানিব পৰা নাযায়। আগৰ দিনৰ বৈষ্ণৱ কবিসকলে তেওঁবিলাকৰ নিজৰ বিষয়ে, নামটোৰ উল্লেখত বাজে প্ৰায় আন একো কথাকে নিলিখিছিল। নামটোৰ উল্লেখো এনে দীনভাবে কৰিছিল, যে আজিকালিৰ শিক্ষিত মানুহে হয়তো তেওঁবিলাকৰ বিনয়ক কাপুৰুষতা বুলিহে ধৰিব। যি কালত বৈষ্ণৱৰ লক্ষণ আছিল,

"তৃণাদপি সুনীচেন তৰোৰিব সহিষ্ণুনা।
অমানিনা মানদেন কীৰ্ত্তনীয়ঃ সদা হৰি॥"

সেই কালত বৈষ্ণৱ কবিবিলাকে নিজৰ বিষয়ে ঢোল নিপিতা একো আচৰিত হবলগীয়া কথা নহয়। সি যি কি নহওক, ৺গোপাল মিশ্ৰ সম্বন্ধে আমি আন পুথিৰপৰা কিবা জানিব পাৰোঁহক নে চাওঁহক।

৺নীলকণ্ঠ দাস নামে এজন কবিয়ে অসমীয়া পদত দামোদৰদেৱৰ এখন বিস্তৃত চৰিত্ৰ লিখি থৈ গৈছে, তাত তেওঁ গোপাল মিশ্ৰ সম্বন্ধে এইদৰে উল্লেখ কৰিছে—

"কবিৰত্ন তথা ভাগৱতক পঢ়ন্ত।
খুদিয়াত থাকি গোপালেও শুনিলন্ত॥
পঢিবাৰ কালে দুয়ো ইষ্টতা আছিলা।
গুৰু গৃহে দুয়ো পাচে সখিত্ব কৰিলা॥" ৫৬৮

ইয়াত 'কবিৰত্ন' উপাধিৰে ভট্টদেৱক বুজোৱা হৈছে। ভট্টদেৱে কৰা সকলো পুথিতেই তেওঁ নিজক কেৱল 'কবিৰত্ন' এই উপাধিৰেইহে বুজাইছে। তেনেহ'লে ইয়াৰপৰা দেখা গ'ল যে গোপাল মিশ্ৰৰ ঘৰ খুদিয়াত আছিল; আৰু তেওঁ ভট্টদেৱৰ সহপাঠী আৰু সখীয়েক আছিল। গোপালে ভট্টদেৱক 'ভাগৱত ভট্টাচাৰ্য্য' উপাধি দিয়ে আৰু ভট্টদেৱে গোপালক 'মিশ্ৰ' উপাধি দিয়ে। সেই বিষয়ে ৺নীলকণ্ঠ দাসে এইদৰে লিখিছে—

"গোপাল গোসাঞী তথা সভা কৰিলন্ত।
ছুই ভট্টাচাৰ্য্য সমে তথা বসিলন্ত॥
গোপালে বুলিলা সখি পঢ়া ভাগৱত।
কবিৰত্নে ভাগৱত পঢ়িলা সভাত॥ ৫৭১
ভাগৱত শুনি প্ৰেম ভৈলা গোপালৰ।
নিশবদে শুনে সব লোক নিৰন্তৰ॥
প্ৰেমে বিয়াকুল ভৈলা গোপাল গোসাঞী।
বস্ত্ৰ স্বৰ্ণ দিয়া বুলিলন্ত সভা চাই॥ ৫৭২
'ভাগৱত ভট্টাচাৰ্য্য' নাম যে তোমাৰ।
শুনিয়া লোকৰ ভৈলা আনন্দ অপাৰ॥
ভট্টাচাৰ্য্য বুলিলন্ত সখি শুনিয়োক।
গোপাল যে মিশ্ৰ নাম তোমাৰ হুয়োক॥" ৫৭৩

ইয়াৰপৰা আৰু এটি কথা জনা যায় যে 'মিশ্ৰ' এই উপাধিতো আমাৰ দেশত প্ৰথমতে ব্যক্তিগত আছিল, পাচতহে বংশগত হৈছে। গোপাল মিশ্ৰই খুদিয়াত যে সত্ৰ স্থাপন কৰে আৰু শিষ্য কৰায় সেই সম্বন্ধে ৺নীলকণ্ঠ দাসে এইদৰে লিখিছে—

"শ্ৰীগোপাল মিশ্ৰ যেবে পূব দিশে গৈলা।
খুদিয়া স্থানত নাম ধৰ্ম্ম পালি ৰৈলা॥"

খুদিয়া সত্ৰ এতিয়াও আছে আৰু সেই সত্ৰ কামৰূপৰ নলবাৰীত। 'পূবদিশে' মানে পাটবাউসীৰ পূব ফালে। গোপাল মিশ্ৰ প্ৰথমে ৺দামোদৰ-দেৱৰ লগত পাটবাউসীত আছিল। শ্ৰীযুত লম্বোদৰ চৌধুৰীয়ে প্ৰকাশ কৰা ভট্টদেৱে লিখা সৎসম্প্ৰদায় কথাৰ ৩৯ পিঠিত ৺দামোদৰদেৱৰ প্ৰধান ১২ জন ব্ৰাহ্মণ শিষ্যৰ বিষয়ে এইদৰে লিখিছে—

"পাচে কপিল মুনিক, শ্ৰীকৃষ্ণক, কৃষ্ণদেৱক, ভগৱানক, নাৰায়ণ মিশ্ৰক, বংশীগোপালক, আধাৰ যদুমণিক, শঙ্কৰ্ষণক, গোপাল মিশ্ৰক, সৰু গোপালক, ভাগৱত মিশ্ৰক, সনাতন দেৱক, শৰণ কৰাই চাৰি নাম দি শৰণ পটলক্ৰমে শিষ্য ভজাইবে দিলা।"

গোপাল মিশ্ৰ সম্বন্ধে ৺নীলকণ্ঠ দাসে যি লিখি গৈছে 'সন্ত চৰিত্ৰ' লেখক ৺ৰামৰায় দাসেও তাক সমৰ্থন কৰিছে; যেনে—

"কবিৰত্ন বৰ, অতি শান্ত ধীৰ,
আসিয়া বৰপেটাক।
সত্ৰ ৰাখিলন্ত, মেধীও ভৈলন্ত,
পালিয়া প্ৰভু আজ্ঞাক॥
খুদিয়াৰ কবি- ৰত্ন সমম্বিতে,
সখী হৈলা দুহান্তৰ।
দুয়ো দামোদৰ- দেৱৰ তনয়
যেন এক কলেৱৰ॥ ৯০৭
অন্যো অন্যে দুই দুইকো নাম দিলা
পিন্ধাই বস্ত্ৰ ভূষণ।
গোপাল যে মিশ্ৰ নাম খ্যাত ভৈল,
অনেকে লৈলা শৰণ॥
ভাগবৎ ভট্টা- চাৰ্য্য নাম দিলা,
গোপাল মিশ্ৰে হৰিষে।
যাৰ যশৰাশি পৃথিৱী মণ্ডলে,
ব্যাপি ৰৈলা দশোদিশে।" ৯০৮

কবি ৺জয়নাৰায়ণ দাসে গোপাল মিশ্ৰৰ মাজুজন পুত্ৰ ৺লক্ষ্মীপতিৰ যি চৰিত্ৰ লেখি থৈ গৈছে তাৰপৰা দেখা যায় যে গোপাল মিশ্ৰই প্ৰথমতে উলুবাড়ীত সত্ৰ পাতি থাকে, তাৰ পাচত উলুবাড়ী সত্ৰ তেওঁৰ ভায়েক অনন্ত মিশ্ৰক দি, তেওঁ গৈ খুদিয়াত সত্ৰ পাতিলে আৰু গোপালৰ ভাৰ্য্যাৰ নাম মাধপ্ৰিয়া আছিল। ৺লক্ষ্মীপতি চৰিত্ৰত এইদৰে লিখিছে :—

"পাচে গোপালদেৱ প্ৰভু ৰঙ্গ মনে।
উলুবাড়ী নামে সত্ৰ নিৰ্ম্মিলা তেখনে॥
উলুবাড়ী নামে সত্ৰ নাহি পটন্তৰ।
প্ৰথমতে তাতে থান ভৈলা গোপালৰ॥ ৫৯
তাতে বসি দামোদৰী ধৰ্ম্মক পালন্ত।
বাঢ়িলেক তেজ মহিমাৰ নাহি অন্ত॥

* * *

শুনিয়োক সাধু সভাসদ নিৰন্তৰ।
আত অনন্তৰে কথা শুনা গোপালৰ॥

উলুবাড়ী সত্ৰত আছিলা কতোকাল।
খুদিযাত সত্ৰ পাচে পাতিলা গোপাল॥ ৮৩
গোপালৰ কনিষ্ঠ অনন্ত মিশ্ৰ নাম।
ৰূপে গুণে ধৰ্ম্মে কৰ্ম্মে আতি অনুপাম॥
পৰম পণ্ডিত ধৰ্ম্মে কৰ্ম্মে দেখি ভাল।
উলুবাড়ী সত্ৰে তাঙ্ক থাপিলা গোপাল॥" ৮৪

৺দামোদৰদেৱ সম্বন্ধে লিখা যিবিলাক চৰিত্ৰ-পুথি আমি দেখিলোঁ, প্ৰায় সকলোবিলাকতে গোপাল মিশ্ৰৰ নাম দেখিবলৈ পাইছো। ৺কবিচন্দ্ৰৰ ৰচিত ভৱিষ্যতৰ কথা বা সন্ত চৰিত্ৰৰ ৮৫।৮৬ পিঠিত, তেওঁৰ বিষয়ে এইদৰে উল্লেখ কৰিছে—

"এহিমতে দামোদৰ হৰিনাম বেদসাৰ
ব্ৰাহ্মণক উপদেশ দেন্ত।
শুনি দশোদিশে যত বিশিষ্ট ব্ৰাহ্মণ আছে,
সবে সেহি থানক আসন্ত॥
হেন দেখি দামোদৰ দিলা হৰিনাম দান
ব্ৰাহ্মণক পৰম সাদৰে।
পাচে বুলিলন্ত বাণী দামোদৰ চক্ৰপাণি
শুনা দ্বিজগণ নিৰন্তৰে॥
চাৰি দিশে চাৰিজন চলি যাহা দ্বিজগণ
আমাৰ বচন কৰা সাৰ।
আচৰিয়া সদাচাৰ ক্ষমাশীল হৈবা ধীৰ
সন্ত ধৰ্ম্ম কৰিবা প্ৰচাৰ॥
শুনা বংশীদেৱ তুমি পূৰ্ব্বদিশে চলিযাহা
উত্তৰ দিশত ভগৱান।
সন্তদেৱ দক্ষিণত বলদেৱ পশ্চিমত
হৈবা সবে মহন্ত প্ৰধান॥
ভট্টদেৱ দ্বিজবৰ মধ্যদেশে থাকা তুমি
ভাগৱত ধৰ্ম্ম প্ৰবৰ্ত্তাই।
কপিল, গোপাল আদি . বৈষ্ণৱ সকল থাকা
মধ্যে মধ্যে হৰি গুণ গাই॥"

ইয়াৰপৰা এটা কথা ভালকৈ দেখা যায় যে ৺গোপাল মিশ্ৰ ৺দামোদৰদেৱৰ দিনতে এজন প্ৰসিদ্ধ লোক আছিল। তেওঁ যে ভট্টদেৱ আৰু ৺দামোদৰদেৱৰ সমসাময়িক লোক আছিল তাকো ভালকৈ বুজিব পাৰি। খুদিয়া সত্ৰত অনুসন্ধান কৰি ৺গোপাল মিশ্ৰৰ বংশৰ তলত দিয়া পুৰুষনামা সংগ্ৰহ কৰা হৈছে। এই পুৰুষনামা মতে আজিলৈকে তেওঁৰ ১১ পুৰুষ হৈছে।




৺গোপাল মিশ্ৰৰ পূৰ্ব্বপুৰুষ সম্বন্ধে আমি অনুসন্ধান কৰি এইটো মাত্ৰ জানিছো যে তেওঁৰ পূৰ্ব্বপুৰুষ উড়িষ্যাদেশৰপৰা আহিছিল। এক শতিকাত তিনি পুৰুষ ধৰা নিয়মে ৺গোপাল মিশ্ৰৰ কাল ১৪৩৬ শক হয়। এই হিচাপেও তেওঁ ৺দামোদৰদেৱৰ সমসাময়িক লোক হয়। ৺দামোদৰদেৱে বৈকুণ্ঠ প্ৰয়াণ কৰিবৰ সময়ত তেওঁৰ প্ৰধান শিষ্যবিলাক সকলো গোট খাইছিল কিন্তু সেইসকলৰ ভিতৰত গোপাল মিশ্ৰৰ নাম নাই। সম্ভৱতঃ তেওঁ দেৱ-দামোদৰৰ আগেয়েই দেহত্যাগ কৰিছে। এইবিলাক কথা গমি-পিটিকি চাই আমি ১৪৩৬ শকৰপৰা ১৫০০ শকলৈকে গোপাল মিশ্ৰৰ কাল বুলি ভাবো।

তেনেহলে এই কালৰ ভিতৰতে 'ঘোষা-ৰত্ন' লিখা হৈছে। ঘোষা-ৰত্নৰ আদিতে তেওঁ শঙ্কৰদেৱ, মাধৱদেৱ আৰু ৰামৰামদেৱৰ নাম যেনে শ্ৰদ্ধাৰে উল্লেখ কৰিছে, তাৰপৰা ভালকৈ বুজিব পাৰি যে বামুনীয়া আৰু মহাপুৰুষীয়া এই দুটা দল সৃষ্টি হবৰ আগেয়েই এই পুথি লিখা হৈছে। তেওঁ লিখিছে—

"শ্ৰীমন্ত শঙ্কৰ শুভাশয় দামোদৰ যশ প্ৰকাশয়,
ভাগৱত ক্ষীৰ পয়োধিত গৈলা তল।
বিৰচিলা নানা পদাচয়, সংসাৰক যিতো নিস্তাৰয়,
দেখা দেখা নৰ ভকতিৰ কিমু বল॥ ৩
ৰামৰাম দেৱ যাৰ সঙ্গ, মনে পায়া যিতো মহাৰঙ্গ,
নামৰ কীৰ্ত্তনে পৰম সন্তোষ ভৈলা।
জীৱৰ সংসাৰ দূৰ কৰি, নাম মাত্ৰ গাইলা মুখ ভৰি,
ৰাম ৰাম নাম উচ্চাৰি সততে ৰৈলা॥ ৪
শ্ৰীমন্ত মাধৱ নাম ধৰি, বিষয় সুখক পৰিহৰি,
কৃষ্ণযশৰস কৰিলা যিতো বিস্তাৰ।
দামোদৰ মত অনুসৰি, মুখে গোবিন্দৰ নাম ধৰি,
শান্ত হৰি নাম বখানিলা সাৰে সাৰ॥" ৫

শঙ্কৰদেৱৰ দেহত্যাগৰ পাচত মহাপুৰুষীয়া আৰু বামুণীয়া দুটা দল হ'ল আৰু ইয়াৰ মূল যে মাধৱদেৱ তাক সকলোৱে জানে। ৰামচৰণ ঠাকুৰৰ ৰচিত শঙ্কৰ-চৰিত্ৰত এইবিষয়ে এইদৰে লিখিছে—

"দামোদৰ গুৰুক যে মাধৱে বুলিলা॥ ২২৪
বোলে কেনমতে গুৰু প্ৰৱৰ্ত্তাহা তুমি।
তিনি গুটি কথা আবে কহাঁ শুনো আমি॥
হেন শুনি দামোদৰে কৈলা মাধৱতে।
বোলে প্ৰৱৰ্ত্তোহো আমি ভাগৱত মতে॥ ২২৫
আৰো দুই গুটি তাৰ পাচ কহিলন্ত।
হেন শুনি মাধৱে তাহাঙ্ক বুলিলন্ত॥
বৰিষেক মাত্ৰ গুৰু বৈকুণ্ঠে যাইবাৰ।
এতেকে লৰিল মতি দেখোহো তোমাৰ॥ ২২৬

* * *

আপুনাৰ মতে তুমি থাকা আবে যাই।
তোমাৰে আমাৰে সম্ভাষণ আৰ নাই॥” ২২৮

শঙ্কৰদেৱে ১৪৯০ শকত তনুত্যাগ কৰে, আৰু এই বিবাদ ১৪৯১ শকত হয়, কিয়নো মাধৱদেৱে কৈছে “বৰিষেক মাত্র গুৰু বৈকুণ্ঠক গেল।” ঘোষা-ৰত্ন এই বিবাদৰ পাচত লিখা হ'লে ৺দামোদৰদেৱৰ এজন প্ৰধান শিষ্য হৈ ৺গোপাল মিশ্রই মাধৱদেৱৰ বিষয়ে এনেভাবে উক্তি কৰা সম্ভৱ নহয়। বাস্তৱিকেও এই বিবাদৰ পিচত লিখা দুই দলৰ মানুহৰ পুথিত পৰস্পৰৰ প্রতি কটু উক্তি দেখিবলৈ পোৱা যায়। আনকি মাধৱদেৱৰ নামঘোষাৰ নিচিনা এখন পুথিও এই দোষৰপৰা মুক্ত নহয়। মাধৱদেৱে তলত লিখা ঘোষা কেইটা লেখোতে যে দামোদৰদেৱকে লক্ষ্য কৰি লিখিছিল তাৰ অলপো ভুল নাই—

“শঙ্কৰে সে শুদ্ধ মত, ঈশ্বৰ ভক্তিৰ পথ,
প্রচাৰিলে শাস্ত্র সাৰ জানি।
ইহাক নজানি নৰে জীৱিকাৰ অৰ্থে ফুৰে
আপোনাৰ মহত্ব বখানি॥ ৫৩
শঙ্কৰে সংশয় ছেদি, শাস্ত্ৰৰ তত্ত্বক ভেদি
প্রচাৰিলে কৃষ্ণৰ ভকতি।
তাক এৰি কি কাৰণে, আনক বোলয় গুৰু,
কিনো লোক মহা মূঢ়মতি॥ ৫৪
নাজানে শাস্ত্ৰৰ নয়, যেহি আসে তাকে কয়
ছেদিবাক নপাৰে সংশয়।
গুৰু বোলাই তথাপিতো, ফুৰিয়া লোকৰ মাজে,
মান্য সতকাৰ খুজি লয়॥” ৫৫

আকৌ লিখিছে—

“ৰজা প্ৰজা জানি- লেক ভক্তি পথ,
শঙ্কৰৰ মত শুদ্ধ।
-সিতো মত লৰি, আন আচৰয়,
পৰম সিতো মুগুধ॥” ২৯১

ওপৰত লিখা কথাৰপৰা স্পষ্টকৈ বুজিব পাৰি যে ‘ঘোষা-ৰত্ন’ ১৯৪০ শকৰ আগেয়েই লিখা আৰু মাধৱদেৱৰ ‘নামঘোষা’ ১৪৯০ শকৰ পাচত লিখা।

নামঘোষা যে শঙ্কৰদেৱৰ উঠাৰ পাচত লিখা তাক তলত দিয়া ঘোষাৰপৰাই ভালকৈ বুজিব পাৰি—

"হৰি ভকতিৰ পাতিলন্ত হাট,
শঙ্কৰে জগত জুৰি।
ৰাম নাম ৰত্ন, বিকায়া জগতে
চলয় বৈকুণ্ঠ পুৰী॥" ৩৭৪

৺ৰামচৰণ ঠাকুৰৰ চৰিত্ৰ মতে শ্ৰীশঙ্কৰদেৱৰ শেষবাৰ বেহাৰলৈ যাওঁতে মাধৱদেৱৰ লগত গণককুচিত ৰাতি থাকি তেওঁক ঘোষা পুথি লিখিবলৈ উপদেশ দিয়ে আৰু সেই বছৰতে তেখেত গৈ বেহাৰত নৰতনু ত্যাগ কৰে অৰ্থাৎ ১৪৯০ শকত শঙ্কৰদেৱে মাধৱদেৱক ঘোষা ৰচনা কৰিবলৈ অনুমতি কৰে—

"পদ দোলড়ি ঝুনা চয়ৰ অৰ্থক।
ঝুমুৰি, লেছাৰি, ছন্দ তাহাৰ ৰসক॥
নমস্কাৰ শৰণ ভজন অনুভূতা।
খলুনাম নাহৰ বাব, প্ৰশংসা দীক্ষিতা॥ ৯৯
নামৰ মহিমা যত কাৰণ আছয়।
ঘোষাৰ মাজত তাক দিবাহা নিশ্চয়॥
ইসব প্ৰমুখে যত আছয় পটল।
তোমাৰ আগত তাক কহিলো সকল॥ ১০০

* * *

ঘোষাৰ সমস্ত দশ হাজাৰ শ্লোকৰ।
নাম কৰি লিখি থৈবা তুমি তাসম্বাৰ॥"

মাধৱদেৱৰ নামঘোষা পুথি অসমীয়া সাহিত্য ভঁড়ালত এখনি উজ্জ্বল ৰত্ন। মোৰ মুখে এই পুথিৰ প্ৰশংসা শুনি এজন উচ্চ কৰ্ম্মচাৰী ইংৰাজে মোক অনুৰোধ কৰে যে মই তেওঁক দিনৌ এক ঘণ্টা কৰি এই পুথি ব্যাখ্যা কৰি শুনাওঁ। তেওঁ, পুথিখনি শেহলৈকে শুনি স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল যে অসমীয়া ভাষাত ইমান উচ্চ ভাবৰ কিতাপ আছে বুলি তেওঁৰ ধাৰণা নাছিল। এই পুথিৰ কথাবিলাক যদিও মাধৱদেৱৰ নিজৰ কথা নহয়, তেওঁ মূল সংস্কৃত শ্লোকৰ কেৱল অসমীয়া ভাঙনিহে কৰিছিল, তথাপি তাৰ প্ৰতি ফাঁকিয়ে তেওঁৰ অসমীয়া ভাষাৰ ওপৰত অসাধাৰণ প্ৰতিপত্তি আৰু অতুলনীয় ৰচনা-লালিত্যৰ

চিনাকি দিছে। এই নামঘোষা ৰচনা সম্বন্ধে এটি অতি সুন্দৰ প্ৰবাদ আছে। শঙ্কৰদেৱে তেওঁক এই পুথি ৰচনা কৰিবলৈ উপদেশ দিওঁতে কৈছিল যে, পুথিখনি এটা পকা বগৰিৰ নিচিনা হব লাগে। মাধৱদেৱে শঙ্কৰদেৱৰ ভাব বুজিব নোৱাৰিলোঁ বুলি কোৱাত শঙ্কৰদেৱে বুজাই কলে যে পুথিখনিৰ ওপৰ ভাগ নিচেই কোমল আৰু সোৱাদ হব লাগে কিন্তু ভিতৰ ভাগ অতি টান হব লাগে। বাস্তবিক মাধৱদেৱৰ নামঘোষাত এই পটন্তৰ অতি সুন্দৰ ৰূপে খাটে। মাধৱদেৱে পুনু প্ৰথমতে "মৎস কূৰ্ম্ম নৰসিংহ, বামন পৰশুৰাম, হলীৰাম বৰাহ শ্ৰীৰাম।" এই ঘোষাটিৰে পুথি আৰম্ভ কৰিছিল; পিচে শঙ্কৰদেৱে "মুক্তিত নিস্পৃহ যিতো, সেহি ভকতক নমো, ৰসময়ী মাগোহোঁ ভকতি।" এই ঘোষাটি নিজে লিখি পুথিখনি আৰম্ভ কৰি দিয়ে। মাধৱদেৱৰ নামঘোষাৰ দৰেই ৺গোপাল মিশ্ৰৰ ঘোষা-ৰত্নও অসমীয়া সাহিত্যত এখনি অমূল্য ৰত্ন। কি ভাবৰ গুৰুত্বত, কি ৰচনা-লালিত্যত, কোনো বিষয়তে ঘোষা-ৰত্ন নামঘোষাতকৈ কম নহয়; ঘোষা-ৰত্ন আগৰ আৰু নামঘোষা পাচৰ পুথি, এনে বিবেচনা কৰিলে, ঘোষা-ৰত্নই নামঘোষাতকৈয়ো উচ্চ আসন পাবৰহে যোগ্য। বৈষ্ণৱধৰ্ম্মৰ তত্ত্ব ব্যাখ্যা সম্বন্ধেও ঘোষা-ৰত্নৰ প্ৰণালী, নামঘোষাৰ প্ৰণালীতকৈ আৰু স্পষ্ট যেনহে লাগে। আশ্চৰ্য্যৰ বিষয় এয়েহে যে অত দিনে এনে এখন পুথি সৰ্ব্বসাধাৰণৰ আগত ওলোৱা নাছিল। প্ৰকাশকে এই পুথিখনি প্ৰকাশ কৰি উলিওৱাত তেওঁ সকলো অসমীয়াৰে যে ধন্যবাদৰ পাত্ৰ হৈছে তাৰ সন্দেহ নাই।

৺গোপাল মিশ্ৰ সম্বন্ধে আৰু এষাৰ কথা কৈ এই পাতনিৰ আমি সামৰণি মাৰিম। গোপাল মিশ্ৰৰ উপাধি 'কবিৰত্ন' আছিল; তেওঁ সৰ্ব্বসাধাৰণৰ ওচৰত 'খুদিয়াৰ কবিৰত্ন' বুলি খ্যাত আছিল। এই উপাধিৰপৰাই বুজিব পাৰি যে তেওঁ সংস্কৃত ভাষাত এজন নাম-জ্বলা পণ্ডিত আছিল। তেওঁ ঘোষা-ৰত্ন ও যিবিলাক শাস্ত্ৰৰ নাম উল্লেখ কৰিছে, যেনে, ব্ৰহ্মৰহস্য, পদ্মপুৰাণ, ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণ, বায়ুপুৰাণ, অগ্নিপুৰাণ, স্কন্দপুৰাণ, গীতা, ভাগৱত, বিষ্ণুধৰ্ম্মোত্তৰ, ব্ৰহ্মাণ্ড-পুৰাণ, গৰুড়পুৰাণ, তাৰপৰাই তেওঁৰ বৈষ্ণৱ শাস্ত্ৰত কিমান পাণ্ডিত্য আছিল অনুমান কৰিব পাৰি। তেওঁ যে এজন ডাঙৰ পণ্ডিতহে আছিল এনে নহয়, তেওঁ এজন অসমীয়া সাহিত্যত প্ৰথম শ্ৰেণীৰ কবিও আছিল। আশা কৰোঁ, অসমীয়া মানুহে তেওঁৰ স্মৃতিৰ আৰু কবিত্বৰ যথোচিত সমাদৰ কৰিব।

## গীত*

( ১ )

আজি ৰাতি কেনে জোনে হাঁহে চিকুণ
ভুবন ভুলাই, তৰাৰ মুখ চাই,
ৰসে ঢলি, পৰে হলি,
ঢালি মন-প্ৰাণ প্ৰেমে মগন ॥
বলিছে মলয়া, শীতল কৰি হিয়া,
হালিছে জালিছে ফুল কলি ;
ভোমোৰা কলিয়া, পৰিমল মতলীয়া
উৰাব নোৱাৰি পৰে ঢলি,
মিলে প্ৰাণে প্ৰাণে প্ৰাণ,
দেখি জুৰুৱা নয়ন ॥

( ২ )

বিপদ ভয় ভঞ্জনকাৰী।
দিয়াঁহে শক্তি প্ৰভু নিজ গুণে,
আমাৰ আজি এই উদ্দেশ্য ধৰি
যাব পাৰোঁ যাতে দিনে
খিয়লা-খিয়লি যাওঁ পাহৰি।

( ৩ )

অযোগ্য সন্ততি আমি
স্বৰ্গীয় জনমভূমি,
কৰ্ত্তব্য পাহৰি সবে
কি হলোঁ নোচোৱাঁ গমি
আমাৰ জনম-ভূমি,
নাছিলে একোতে কমি,

* 'উৰা' আলোচনীৰপৰা

আমি হে বিপথ-গামী
হলোঁ পুত্ৰ অধৰমী।
অতীত গৌৰৱ স্মৰি
হিংসা দ্বেষ পৰিহৰি,
সেৱোঁ মাতৃপদে পৰি
হম নতু অধৰমী।

( ৪ )

আজি কিনো শুভদিন দুখীয়া জীৱনে।
পূজিছে সকলো মিলি, পুৰুষ প্ৰধানে॥
যিজনে জনম লভি, বিচাৰি শাস্ত্ৰ সুৰভি।
বিলালে বিমল জ্ঞান ভকত জনে॥
য়াৰ ঘোষা-ৰত্নাৱলী, মুক্তিত নিস্পৃহ বুলি।
শিকালে ভক্তি নিষ্কাম অজ্ঞানী জনে॥
যাৰ শুদ্ধ নাম স্মৰি, যায় জীৱ ভব তৰি।
কৰাঁ সৱে গুণ-গান পৱিত্ৰ মনে॥*

* মাধৱদেৱ তিথি উৎসৱত গোৱা গীত।

# পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী

## যুগমীয়া প্ৰকাশিত গ্ৰন্থ

### ষষ্ঠ খণ্ড

**পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ যুগমীয়া প্ৰকাশিত গ্ৰন্থ**

# অসমীয়া সাহিত্যৰ চানেকি

[ সাত ভাগত ভগোৱা বিৰাট সঙ্কলন-গ্ৰন্থ এইখন, গোস্বামীদেৱৰ মৃত্যুৰ পাচত, কলিকতা বিশ্ববিদ্যালয়ে অধ্যাপক সূৰ্য্যকুমাৰ ভূঞাৰ দ্বাৰাই সম্পাদন কৰোৱাই ১৯২৯ চনৰ চেপ্তেম্বৰ মাহত প্ৰকাশ কৰে। ]

## সূচী

### ১ম ভাগ, প্ৰথম খণ্ড :—গীতি যুগ :

( ১ )

(ক) **ধাইনাম**—( ল'ৰা শুওৱা নাম, ল'ৰা নিচুকোৱা নাম, ল'ৰা ওমলোৱা নাম )। (খ) **পৰথীয়া নাম**। (গ) **বিয়া নাম**—সাধাৰণ হৰ-গৌৰীৰ বিয়া, ৰাম-সীতাৰ বিয়া, কৃষ্ণ-ৰুক্মিণীৰ বিয়া আৰু উষা-অনিৰুদ্ধৰ বিয়া।

( ২ )

১। **বিহুৰ নাম**। ২। **নাও খেলোৱা গীত**। ৩। **বাৰমাহী গীত**—মধুমতীৰ গীত; কন্যা বাৰমাহী।

( ৩ )

**পাৰঁলীয়া গীত :—**

(১) (ক) ফুলকোঁৱৰ; (খ) মণিকোঁৱৰ, (গ) পগলা-পাৰ্ব্বতীৰ গীত; (ঘ) হালবোৱা গীত আৰু (ঙ) যঁতৰৰ গীত।

(২) টোকাৰী নাম।

(৩) হুঁচৰি নাম।

(৪) আই নাম।

### ১ম ভাগ, ২য় খণ্ড :—মন্ত্ৰ আৰু ভণিতা যুগ

( ১ )

১। **পক্ষীৰাজ মন্ত্ৰ**; ২। **সুদৰ্শন মন্ত্ৰ**; ৩। **বৃক্ষ আৰোপণ**; ৪। **গৃহকম্পন মন্ত্ৰ**; ৫। **তাম্বুল ৰবা**; ৬। **পুষ্প ৰবা মন্ত্ৰ**; ৭। **কদলী-**

পত্ৰ পৰা মন্ত্ৰ; ৮। চেকনী ঝৰা মন্ত্ৰ; ৯। সূত্ৰ ঝৰা; ১০। সৰিয়হ ঝৰা মন্ত্ৰ, ১১। দিশ বন্দী মন্ত্ৰ; ১২। ধনু বাটলি মন্ত্ৰ; ১৩। গড় মন্ত্ৰ (গড়মৰা); ১৪। বীড়াবন্ধ মন্ত্ৰ, ১৫। কৰতি মন্ত্ৰ; ১৬। ধৰণী মন্ত্ৰ আৰু ১৭। গু-কৰতি।

## ডাক ভণিতা

( ২ )

**জন্মপ্ৰকৰণ, ধৰ্ম্মপ্ৰকৰণ, নীতিপ্ৰকৰণ, ৰাজনীতিপ্ৰকৰণ, বন্ধনপ্ৰকৰণ,** গৃহিণী **লক্ষণ,** পৰিত্যাগ কথন, কৃষি লক্ষণ, বৃক্ষ লক্ষণ, জ্যোতিষপ্ৰকৰণ আৰু বৰ্ষা লক্ষণ।

## ১ম ভাগ, ৩য় খণ্ড:—প্ৰাক্ বৈষ্ণৱ যুগ

(১) ৰুদ্ৰ কন্দলীকৃত মহাভাৰতৰ দ্ৰোণপৰ্ব্বৰ এছোৱা—সাত্যকী প্ৰবেশ।
(২) হেম সৰস্বতীৰ—প্ৰহ্লাদ চৰিত্ৰ।
(৩) মাধৱ কন্দলীৰ—(ক) আত্ম-পৰিচয়, ৰামায়ণ—অযোধ্যাকাণ্ড; ৰামৰ বনবাস, অৰণ্যকাণ্ড, সীতাহৰণ। (খ) দেৱজিত, (গ) ৰামায়ণ—উত্তৰাকাণ্ড।
(৪) কবিৰত্ন সৰস্বতী—মহাভাৰত (দ্ৰোণ পৰ্ব্ব)
(৫) দুৰ্গাবৰী (গীত)—অৰণ্যকাণ্ড।

## ২য় ভাগ, ১ম খণ্ড:—শঙ্কৰী যুগৰ সাহিত্য

**কীৰ্ত্তন, দশম স্কন্ধৰ ৭ অধ্যায় পদ:**—বাৰিষা বৰ্ণন, বাৰিষা বৰ্ণনৰ অৰ্থ; মহাপুৰুষ শঙ্কৰদেৱৰ আত্ম-পৰিচয়, অক্ৰূৰৰ গোকুললৈ যাবলৈ উদ্যোগ; অক্ৰূৰৰ ব্ৰজধামত প্ৰবেশ আৰু কৃষ্ণ-বলভদ্ৰক লৈ মথুৰা যাত্ৰা, জলমধ্যত অক্ৰূৰৰ ৰূপ দৰ্শন; অক্ৰূৰ কৰ্ত্তৃক ভগৱন্তৰ স্তুতি আৰু শ্ৰীকৃষ্ণ বলভদ্ৰৰ মথুৰা প্ৰবেশ।

**একাদশ স্কন্ধৰ ৮ অধ্যায়:**—শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ আৰু উদ্ধৱৰ বিলাপ; উদ্ধৱৰ বিলাপত শ্ৰীকৃষ্ণৰ পুনৰ দৰ্শন—ভক্তি-প্ৰেমৰ মাধুৰ্য্য; উদ্ধৱে শ্ৰীকৃষ্ণৰপৰা পোৱা ভক্তিৰ ব্যাখ্যা আৰু জগতত প্ৰচাৰৰ পথ; উদ্ধৱে শ্ৰীকৃষ্ণক পাপ-পুণ্য, ধৰ্ম্ম-অধৰ্ম্ম, ঈশ্বৰ-অনীশ্বৰ ইত্যাদি বিষয়ে সোধা ভালেমান আধ্যাত্মিক প্ৰশ্ন আৰু শ্ৰীকৃষ্ণই দিয়া তাৰ যথাযথ উত্তৰসমূহ; শ্ৰীকৃষ্ণৰ

বৈকুণ্ঠ প্ৰয়াণৰ লগে লগে উদ্ধৱৰ খেদ ; উদ্ধৱে শ্ৰীকৃষ্ণৰ উপদেশাৱলী আৰু তেওঁৰ ন্যস্ত কাৰ্য্যবোৰলৈ ভাবি শোক সম্বৰণ ; আৰু হৰিনামৰ মাহাত্ম্য আৰু নৰ সমাজলৈ উপদেশ।

**দ্বাদশ স্কন্ধৰ ২ অধ্যায় :**—শুকে সৌনকক কোৱা মতে শ্ৰীকৃষ্ণৰ অদ্ভুত কীৰ্ত্তিকলাপ ; দ্বাদশ স্কন্ধৰ তাৎপৰ্য্য।

**ৰুক্মিণী হৰণৰ ২ অধ্যায় :**—প্ৰথম অধ্যায়ত ৰুক্মিণীয়ে শ্ৰীকৃষ্ণৰ গুণ-মহিমা শুনি তেওঁকেই স্বামী ৰূপে বৰণ কৰা। বেদনিধি ব্ৰাহ্মণৰ দ্বাৰকা গমন, শ্ৰীকৃষ্ণৰ আগত ৰুক্মিণীৰ ৰূপ বৰ্ণনা আৰু কুণ্ডিল নগৰলৈ শ্ৰীকৃষ্ণক আনয়ন।

**অনাদি পাতনৰ এক অধ্যায় :**—মহা ভাগৱতৰ তৃতীয় স্কন্ধৰ পদত দিয়া পৰমেশ্বৰৰ এই অনাদি পাতনৰ বৃত্তান্ত।

**বলি-ছলনৰ ৪ অধ্যায় :**—বলিবীৰক ছদ্মবেশী শ্ৰীকৃষ্ণই কৰা ত্ৰিপদ-ভূমি ভিক্ষা দিব নোৱাৰা অপৰাধত পাতাললৈ পঠোৱা বিৱৰণ।

**উদ্ধৱ-সংবাদৰ ২ অধ্যায় :**—গোপীসকলৰ আকুল আৰ্ত্তনাদত উত্ৰাৱল হৈ উদ্ধৱক সোধাত উদ্ধৱে দিয়া শ্ৰীকৃষ্ণৰ সংবাদ।

**হৰিশ্চন্দ্ৰ উপাখ্যানৰ ১ অধ্যায়—**

**ৰামায়ণ উত্তৰাকাণ্ডৰ ৩ অধ্যায় :**—ভটিমা ২ আধ্যা ; চপয়ৰ ৪ আধ্যা ; বৰগীত ; চতিহা ; অঙ্কীয়া নাট।

**মহাপুৰুষ মাধৱদেৱৰ সাহিত্য-পৰিচয় স্বৰূপে :**—ৰামায়ণৰ আদিকাণ্ড ; নাম-ঘোষা ; নাম-মালিকা ; ভক্তি-ৰত্নাৱলী ; ৰাজসূয় ; ভটিমা আৰু বৰগীত গোটাচেৰেক।

**ৰামসৰস্বতীৰ :**—লক্ষ্মীচৰিত ; বঘাসুৰ বধ আৰু সিন্ধুযাত্ৰাৰ অধ্যায়-চেৰেক।

**অনন্ত কন্দলিৰ :**—ৰামায়ণ অযোধ্যাকাণ্ড আৰু ভাগৱত দশম স্কন্ধৰ অধ্যায়চেৰেক।

## ২য় ভাগ, ২য় খণ্ড

# বৈষ্ণৱ যুগৰ সাহিত্য

**পীতাম্বৰ দ্বিজৰ**—'উষা-বিবাহ'ৰ দুই অধ্যায়।

**শ্ৰীধৰ কন্দলিৰ**—'কাণখোৱা' পুথিৰ ২ অধ্যায়। 'ঘুনুচা' পুথিৰ ১ অধ্যায়।

**ভাগৱত মিশ্ৰৰ**—সাত্বত তন্ত্ৰৰ ৪ অধ্যায় আৰু 'বিষ্ণু পুৰাণ'ৰ ২ অধ্যায়।

**গোপাল মিশ্ৰৰ :**—'জন্মাদ্যস্য শ্লোকৰ কীৰ্ত্তন' পুথিৰ ২ অধ্যায়।

**কবিৰত্ন ভট্টদেৱৰ :**—'কথা ভাগৱত'ৰ 'বেদস্তুতি' অধ্যায় আৰু 'কথা-গীতা'ৰ গ্ৰন্থকাৰৰ সূচনাসহ ২ অধ্যায়।

**সাগৰখৰিৰ :**—'কৃষ্মাৱলী' পুথিৰ ১ অধ্যায়।

**গোপালচৰণ মিশ্ৰৰ :**—'হৰিবংশ' পুথিৰ এছোৱা।

**গোৱিন্দ মিশ্ৰৰ :**—'শ্ৰীমদ্ভাগৱত গীতা'ৰ ৩ অধ্যায়।

**বিষ্ণু ভাৰতীৰ :**—'ভাগৱত ৰত্ন'ৰ ১ অধ্যায়।

**সুকবি নাৰায়ণদেৱৰ :**—'বেহুলা লক্ষীন্দাৰ' পাঞ্চালীৰ ১৩ অধ্যায়।

**কবি চন্দ্ৰচূড় আদিত্যৰ :**—'উৎকল খণ্ড'ৰ ১ অধ্যায়।

**কবি বিষ্ণুভাৰতীৰ :**—'ধ্ৰুৱ চৰিত্ৰ'ৰ ৩ অধ্যায়।

**ৰামচৰণ ঠাকুৰৰ :**—'শঙ্কৰ চৰিত' পুথিৰ ২ অধ্যায়।

**কৃষ্ণানন্দ দ্বিজৰ :**—'পূৰ্ণ ভাগৱত'ৰ ৩ অধ্যায় আৰু ভকতীয়া ফঁকৰাৰ ২৪ টা।

**দমোদৰ দাসৰ :**—'মহাভাৰতৰ দ্ৰোণপৰ্ব্ব'ৰ ১ অধ্যায়।

**ৰত্নাকৰ মিশ্ৰৰ :**—সংস্কৃত শ্লোকে সৈতে 'ব্ৰহ্মগীতা'ৰ ১ অধ্যায় আৰু 'গীতা কীৰ্ত্তন'ৰ ৮ অধ্যায়।

**কবি অনিৰুদ্ধৰ :**—১৫টি আধ্যাত্মিক গীত।

**ৰামানন্দ দ্বিজৰ :**—'বংশীগোপাল চৰিত্ৰ'ৰ ৪ অধ্যায়।

**নৰোত্তম ঠাকুৰৰ :**—'ভক্তি-প্ৰেমাৱলী'ৰ এছোৱা পদ।

**কবিভূষণ দ্বিজৰ :**—'শঙ্কৰদেৱৰ জীৱন-চৰিত্ৰ' পুথিৰ এক অংশ।

**দামোদৰ দ্বিজৰ :**—মহাভাৰতৰ শল্য পৰ্ব্বৰ ২ অধ্যায়।

**গোপীনাথ পাঠকৰ :**—মহাভাৰতৰ দ্ৰোণপৰ্ব্বৰ এছোৱা পদ।

**ৰামৰায় দাসৰ :**—'গুৰুলীলা'ৰ ( দামোদৰদেৱৰ জীৱনী ) ৭ অধ্যায়।

**শ্ৰীৰাম যত্নমণিৰ :**—'গোপাল আতাৰ চৰিত্ৰ' পুথিৰ এছোৱা।

## ২য় ভাগ, ৩য় খণ্ড

# বিস্তাৰ যুগৰ সাহিত্য

১। ৰামচন্দ্ৰ বৰপাত্ৰ গোহাঞিৰ—'হয়গ্ৰীৱ মাধৱ' আখ্যানৰ ২ অধ্যায়।
২। ৰঙ্গনাথ দ্বিজৰ—'চণ্ডীৰ' ২ অধ্যায়।
৩। নীলকণ্ঠ দাসৰ—"দামোদৰ চৰিত্ৰ"ৰ ২ অধ্যায়।
৪। কেশৱ দাসৰ—'ভাগৱত ৯ম খণ্ড'ৰ ৪ অধ্যায়।
৫। অনন্ত আচাৰ্য্যৰ—'আনন্দ লহৰী'ৰ ২ অধ্যায়।
৬। লক্ষ্মীনাথ দ্বিজৰ—'মহাভাৰত শান্তিপৰ্ব্ব'ৰ ১ অধ্যায়।
৭। পিথুৰাম দ্বিজৰ—'মহাভাষ্য মুষল পৰ্ব্ব'ৰ একধ্যায়।
৮। ৰাম দ্বিজৰ—'মৃগাৱতী চৰিত্ৰ'ৰ ২ অধ্যায়।
৯। বিষ্ণুৰাম দ্বিজৰ—'দাতাকৰ্ণ'ৰ ২ অধ্যায়।
১০। কবি জয়নাৰায়ণৰ—'লক্ষ্মীপতি চৰিত্ৰ'ৰ ২ অধ্যায়।
১১। কামদেৱ বিপ্ৰৰ—'অশোক চৰিত্ৰ'ৰ ২ অধ্যায়।
১২। চাৰু দাসৰ—'অনন্ত চৰিত' পুথিৰ ৩ অধ্যায়।
১৩। কালিদাসৰ—'যমগীতা' পুথিৰ ১ অধ্যায়।
১৪। ৰামানন্দৰ—'শঙ্কৰ চৰিত'ৰ ১ অংশ।
১৫। কবিৰাজ চক্ৰৱৰ্ত্তীৰ—'ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ'ৰ ১ অধ্যায়।
১৬। ৰামানন্দ দ্বিজৰ—'মহামোহ কাব্য'ৰ ৩ অধ্যায়।
১৭। ৰাম মিশ্ৰ কবিৰ—'হিতোপদেশ'ৰ ১ অধ্যায়।
১৮। দ্বিজ বিশ্বেশ্বৰৰ—'সত্যনাৰায়ণ'ৰ ২ অধ্যায়।
১৯। দীন দ্বিজবৰ কবিৰ—'মাধৱ সুলোচনা'ৰ ৯টি গীত।
২০। কৃত্তিবাস পণ্ডিতৰ—'অঙ্গদ ৰায়বৰ' পুথিৰ ৫ অধ্যায়।
২১। ৰুদ্ৰৰাম কবিৰ—'নীতিৰত্ন' পুথিৰ এছোৱা।
২২। গঙ্গাৰাম দাসৰ—'সীতাৰ বনবাস'ৰ ১ অধ্যায়।
২৩। ৰঘুনাথ দাসৰ—'কথা ৰামায়ণ'ৰ ১ অংশ।
২৪। ৰঙ্গনাথ দ্বিজৰ—'অসমীয়া চণ্ডী পদ' এছোৱা।
২৫। কবিৰাজ চক্ৰৱৰ্ত্তীৰ—'শঙ্খচূড় বধ' পুথিৰ ৩ অধ্যায়।

## ২য় ভাগ, চতুৰ্থ খণ্ড

# বিস্তাৰ যুগৰ সাহিত্য

২৬। দ্বিজবৰ কবিৰ—'গীত গোৱিন্দ' পুথিৰ অলপ।
২৭। নন্দীশ্বৰ দ্বিজৰ—'ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ'ৰ কৃষ্ণজন্মৰ ছোৱা।
২৮। খৰ্গেশ্বৰ দ্বিজৰ—'ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ'ৰ ৩ অধ্যায়।
২৯। বিপ্ৰ দামোদৰৰ—'মহাভাৰত আদিপৰ্ব্ব'ৰ এছোৱা।
৩০। শ্ৰীনাথ দ্বিজৰ—'মহাভাৰত'ৰ আদিপৰ্ব্বৰ এছোৱা পদ।
৩১। নৰোত্তম দ্বিজৰ—'ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ'ৰ অন্তৰ্গত কৃষ্ণ-জন্ম খণ্ডৰ ১ অধ্যায়।
৩২। ৰতিকান্ত দ্বিজৰ—'ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ' পুথিৰ কৃষ্ণজন্ম ছোৱা।
৩৩। ৰঘুনাথ দাসৰ—'শত্ৰুঞ্জয়' বা 'বালিৰ দিগ্বিজয়'ৰ আংশিক পদ।
৩৪। কবি অনন্ত বা হৃদয়ানন্দৰ—'হনুমন্তৰ সীতা দৰ্শন' (শ্ৰীৰাম কীৰ্ত্তনৰ) ৫ অধ্যায়।
৩৫। দৈত্যাৰি ঠাকুৰৰ—'শঙ্কৰদেৱৰ তীৰ্থযাত্ৰা'।
৩৬। বিদ্যাচন্দ্ৰ কবিশেখৰৰ—'হৰিবংশ' পুথিৰ কেই অধ্যায়মান।
৩৭। ভবানন্দৰ—'হৰিবংশ' পুথিৰ এছোৱা।
৩৮। ভৱদেৱ বিপ্ৰৰ—'শ্ৰীৰামচন্দ্ৰৰ অশ্বমেধ যজ্ঞ'ৰ ৭ অধ্যায়।
৩৯। গঙ্গাদাস সেনৰ—'মহাভাৰত অশ্বমেধ পৰ্ব্ব'ৰ এছোৱা।
৪০। সুবুধি ৰাইৰ—'মহাভাৰত অশ্বমেধ পৰ্ব্ব'ৰ এছোৱা।
৪১। ভবানীদাসৰ—'মহাভাৰত'ৰ এছোৱা।
৪২। হৰিদাস বিপ্ৰৰ—'মহাভাৰত-অশ্বমেধ পৰ্ব্ব'ৰ সুধন্বাবধ ছোৱা।
৪৩। গোপীনাথ পাঠকৰ—'মহাভাৰত পাশাপৰ্ব্ব'ৰ পদ ডুফাঁকিমান।
৪৪। বিদ্যাপঞ্চাননৰ—'মহাভাৰত ভীষ্ম পৰ্ব্ব'ৰ ৩ অধ্যায় পদ।
৪৫। দ্বিজ ৰামানন্দৰ—'মহাভাৰত উদ্যোগ পৰ্ব্ব'ৰ অধ্যায়চেৰেক পদ।
৪৬। মধুনাৰায়ণ কবিৰ—'অগ্নিপুৰাণ'ৰ যমৰ ঘৰত জীৱন্ত মানুহ শীৰ্ষক ৩ অধ্যায় পদ।
৪৭। কৃষ্ণাচাৰ্য্য দ্বিজৰ—'ভৱিষ্য সংগ্ৰহ'ৰ চানেকি ৩ অধ্যায়। গদাধৰ সিংহৰকথাও আছে আৰু ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণৰ 'শ্ৰীকৃষ্ণ জন্ম-ৰহস্য'ৰ ৭ম অধ্যায়।

## ১ম ভাগ, তৃতীয় খণ্ড

৪৮। সূৰ্য্যখৰি দৈৱজ্ঞৰ—'দৰঙ্গ ৰাজবংশাৱলী'ৰ অধ্যায়চেৰেক।

৪৯। ৰতিকান্ত দ্বিজৰ—'দৰঙ্গ ৰাজবংশাৱলী'ৰ ৩ অধ্যায়।

৫০। পশুৰাম দ্বিজৰ—'ধৰ্ম্ম পুৰাণ' পুথিৰ এছোৱা।

৫১। কাশীনাথ তামুলীফুকনৰ—'আসাম বুৰঞ্জী'ৰ ১ অধ্যায়।

৫২। অৰুনোদই কাকতৰ—'যাত্রিকৰ যাত্রা'ৰ ২ অধ্যায়।

৫৩। আনন্দৰাম ঢেকীয়াল ফুকনৰ—প্ৰবন্ধ গোটাচাৰেক।

৫৪। নিধিৰাম ফাৰৱেলৰ—প্ৰবন্ধ গোটাদিয়েক।

৫৫। বলৰাম ফুকনৰ—'হৰ্স বিসাদ বিষয়ক' ৰচনা।

৫৬। যজ্ঞৰাম দেওধাই বৰুৱা—আহোম বুৰঞ্জীৰ এছোৱা।

৫৭। পূৰ্ণানন্দ ডেকাবৰুৱা—'পৰোপকাৰ' ৰচনা।

৫৮। হেমচন্দ্ৰ বৰুৱাৰ—আত্মজীৱন চৰিত আদি।

৫৯। গুণাভিৰাম বৰুৱাৰ—প্ৰবন্ধসমূহ।

৬০। ৰমাকান্ত চৌধুৰীৰ—'অভিমন্যু বধ' কাব্যৰ ১ম সৰ্গ।

৬১। ৰঘুদেৱ গোস্বামীৰ—'হিতোপদেশী' কাব্যৰ এছোৱা।

৬২। ইন্দিবৰ বৰুৱা ( নীলকুমুদ বৰুৱা )—জীৱনাদৰ্শনৰপৰা 'মহাৰাজ বুদ্ধি স্বৰ্গনাৰায়ণ'।

৬৩। কালিৰাম বৰুৱাৰ—আঠোটা প্ৰবন্ধ—কামাখ্যা, ভাব লহৰী, আমাৰ সম্পদ আদি।

৬৪। গোপীকান্ত চক্ৰৱৰ্ত্তীৰ—'কলঙ্ক ভঞ্জন'ৰপৰা যাৰদিয়েক।

৬৫। বলিনাৰায়ণ বৰাৰ—'ডাণ্ডৰীয়া', 'অসমীয়া বাবু' কবিতা কেইটি।

৬৬। মাধৱচন্দ্ৰ বৰদলৈৰ—'অসমীয়া সাতকাণ্ড ৰামায়ণ' আৰু 'দীপিকা ছন্দ' প্ৰবন্ধ দুটি।

৬৭। কমলাকান্ত ভট্টাচাৰ্য্যৰ—কেইটিমান কবিতা আৰু খনদিয়েক ৰচনা। 'পাহৰণি' কবিতা আৰু 'অসমৰ উন্নতি' প্ৰবন্ধই প্ৰধান।

## ৩য় খণ্ড, দ্বিতীয় ভাগ

## বৰ্ত্তমান যুগৰ সাহিত্য

৬৮। ভোলানাথ দাসৰ—'সীতাহৰণ' কাব্যৰ ১ অধ্যায়, 'অসমবাসী' কবিতা।

৬৯। লম্বোদৰ বৰাৰ—'শকুন্তলা' নাটৰ প্ৰথম অঙ্কটি আৰু 'সদানন্দৰ কলাঘুমটি' আদি।

৭০। ৰত্নেশ্বৰ মহন্তৰ—'মোৱামৰীয়াৰ প্ৰথম বিদ্ৰোহ' আদি; 'সংসাৰ সুখৰ ঠাই' কবিতাটি।

৭১। সত্যনাথ বৰাৰ—'সাহিত্য বিচাৰ'ৰ 'সাহিত্যৰ সাধাৰণ লক্ষণ' আৰু ভালেমান কবিতা।

৭২। লক্ষ্মীনাথ বেজবৰুৱাৰ—'পদ্মকুমাৰী'ৰ ১ম আৰু ২য় অধ্যায়, কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা'ৰ পুৰণি তত্ত্ব; 'প্ৰিয়তমাৰ সৌন্দৰ্য্য' আদি কবিতা গোটাচেৰেক।

৭৩। চন্দ্ৰকুমাৰ আগৰৱালাৰ—'উদগণি', 'তেজিমলা' আদি কবিতা কেইটিমান।

৭৪। ৰজনীকান্ত বৰদলৈৰ—'মনোমতী' উপন্যাসৰ অধ্যায়চাৰেক।

৭৫। কণকলাল বৰুৱাৰ—'আমাৰ শিল্প' আৰু 'ব্ৰহ্মপুত্ৰ' কবিতাকে মুখ্য কৰি কেইটিমান প্ৰবন্ধ আৰু কবিতা।

৭৬। হেমচন্দ্ৰ গোস্বামীৰ—'অসমীয়া ভাষা' শীৰ্ষক প্ৰবন্ধৰ এছোৱা: 'ফুলৰ চাকি'ত সন্নিবিষ্ট কেইবাটাও কবিতা।

৭৭। আনন্দচন্দ্ৰ আগৰৱালাৰ—'ব্ৰহ্মযাত্ৰীৰ ডায়েৰী' ৰচনা আৰু 'পানেশৈ', 'সুখৰ ঠাই' প্ৰভৃতি কবিতা গোটাচাৰেক।

৭৮। বেণুধৰ ৰাজখোৱাৰ—'সেউতী-কিৰণ' নাটৰ দৃশ্য গোটাদিয়েক; 'আত্মসংযম' ৰচনা আৰু 'অনুতাপ', 'প্ৰকৃতি' কবিতা।

৭৯। পদ্মনাথ বৰুৱাৰ—'ভানুমতী' উপন্যাসৰ প্ৰথম চাৰি অধ্যায় আৰু 'লীলা' কাব্যৰ এছোৱা।

৮০। হলিৰাম মহন্তৰ—'বিশ্বদৰ্পণ' পুথিৰ 'বলিদান' শীৰ্ষক প্ৰবন্ধটি।

৮১। পূৰ্ণকান্ত শৰ্ম্মাৰ—'নলচৰিত্ৰ'ৰপৰা 'দময়ন্তী-বিবাহ' অধ্যায়টি।

৮২। দুৰ্গাপ্ৰসাদ দত্তৰ—পৌৰাণিক নাট 'বৃষকেতু'ৰপৰা কেইটিমান দৃশ্য।

# অসমীয়া পুৰণি পুথিৰ বৰ্ণনাত্মক তালিকা

এই গ্ৰন্থত ১৫৬ খন বাছকবনীয়া হাতেলিখা অসমীয়া পুথি আৰু ৭৭ খন সংস্কৃত পুথিৰ ইংৰাজীত এইদৰে বিৱৰণ দিয়া আছে:—

১। সংগ্ৰহ কৰা পুথিৰ ক্ৰমিক নম্বৰ।

২। পুথিৰ নাম।

৩। পুথিৰ বিষয়।

৪। পুথিৰ গ্ৰন্থকাৰ।

৫। লেখা সময়।

৬। পুথিৰ বিৱৰণী।

৭। পুথিৰ আৰম্ভণি শাৰী।

৮। পুথিৰ সামৰণি শাৰী।

৯। পুথিৰ টোকা।

১০। পুথিৰ বৰ্ত্তমান মালিক।

১১। বৰ্ত্তমান প্ৰাপ্তিস্থান।

১২। পুথি-সম্পৰ্কে মন্তব্য।

উদ্ধৃতিটোহঁত মূল পুথিমতেই দিয়া হৈছে।

কলিকতাৰ ছপাখানাত আধাখিনি ছপাৰ কাম চলি থাকোঁতেই গোস্বামী-দেৱৰ ১৯২৮ চনত মৃত্যু হয়। তাৰপিছত, অসম গৱৰ্ণমেণ্টে কলিকতা বিশ্ব-বিদ্যালয়ৰ ছপাখানাত ছপাই ১৯২৯ চনৰ নৱেম্বৰত প্ৰকাশ কৰি উলিয়ায়।

## দ্বিতীয় পৰিচ্ছেদ

### ৺হেমচন্দ্ৰ গোস্বামীৰ অপ্ৰকাশিত ৰচনাৱলী আৰু সংগৃহীত পুথি-পত্ৰ

১। অঙ্কীয়া নাট:—"মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱ আদি কৰি আদি কবিসকলে ৰচনা কৰা নাটবোৰ একেলগে সংগ্ৰহ আৰু সম্পাদন কৰি এই কিতাপখনি ছপাবৰ আয়োজন কৰা হয়। কিতাপৰ ছপা কাম চলি থাকোঁতেই গোস্বামীদেৱ স্বৰ্গী হয়। বৰ্ত্তমান কিতাপখনৰ ২৭২ পৃষ্ঠালৈকে ছপা হৈ আছে। আৰু এই ছপা হোৱা খণ্ডত (১) কালিয় দমন, (২) পত্নীপ্ৰসাদ, (৩) ৰাসক্ৰীড়া, (৪) ৰুক্মিণী হৰণ, (৫) শ্ৰীৰামবিজয় নাটক,

(৬) পাৰিজাত হৰণ, (৭) অৰ্জ্জুন ভঞ্জন যাত্ৰা, (৮) চোৰধৰা ঝুমুৰা, (৯) ভূমি লুটিয়া, (১০) পিম্পৰা গুচোৱা, (১১) ভোজন ব্যৱহাৰ, (১২) শ্ৰীকৃষ্ণ জন্ম যাত্ৰা ইত্যাদি আছে।

২। কথা-ভাগৱত—ভট্টদেৱকৃত 'কথা-গীতাৰ' লগে লগেই কথা-ভাগৱতখনো ছপাবলৈ লৈছিল। কিন্তু ছপা কাম শেষ নৌ হওঁতেই তেখেতে ইহসংসাৰৰপৰা বিদায় লবলগীয়া হয়।

৩। অসম বুৰঞ্জী—"A Rough Sketch of a Comprehensive History of the People of Assam.

৪। অসমীয়া সাধুকথা ( সংগ্ৰহ )।

৫। চতীয়াৰ গোলাপ গোঁহাইৰ ঘৰত পোৱা পুথি।

৬। কোচ বুৰঞ্জীৰ কেইটামান পাত।

৭। অসমীয়া ভাষা আৰু সাহিত্যৰ সংক্ষেপ বুৰঞ্জী, অসম দেশ আৰু তাৰ অধিবাসী।

৮। Translation of the History of Jayantia and Koch-Behar.

৯। Notes on Assam Temple Ruins by Capt. F. T. Dalton, 1855, with additional notes by Mr. Goswami.

১০। 'জেনেৰেল জেন্‌কিন্স'—ল'ৰাৰ উপযোগীকৈ লিখা।

১১। 'শ্ৰীৰাম ঠাকুৰ আতা'।

১২। 'চৰাই'।

১৩। 'গুৰুকুল'।

১৪। 'কবিতা কুসুম'।

১৫। 'Bibliography of Assam'—with historical notes.

১৬। 'আসামৰ পুৰণি পুথি'—প্ৰবন্ধাকাৰে সংক্ষেপ টোকা।

১৭। 'হলিৰাম ঢেকীয়াল ফুকন'। জীৱনী টোকা।

১৮। চিলেটত পোৱা ভাস্কৰবৰ্ম্মাৰ তামৰ ফলিৰ উদ্ধাৰ কৰা পাঠ।

১৯। 'জন্ম-পত্ৰিকা'ৰ বিস্তৃত বিৱৰণ।

২০। 'জীৱন স্মৃতি'—গোস্বামীদেৱৰ আত্মজীৱনী টোকা।

২১। স্বৰ্গীয় ৰামানুজ, এফ্, আৰ, এ, এচ,।

২২। পুৰাণ আৰু ইতিহাস।

২৩। 'দামোদৰ দেৱ'।

২৪। 'উষা-অনিৰুদ্ধ'।

২৫। 'হৰিদেৱৰ বংশাৱলী'।

২৬। 'কছাৰীৰ ঠাল আৰু কোচৰ ঠাল'।

২৭। 'ৰাতিখোৱা সম্প্ৰদায়'।

২৮। 'বিশ্বসিংহৰ ল'ৰাকাল'।

২৯। 'বাৰমাসী গীত'।

৩০। 'অসমীয়া ভাষা আৰু সাহিত্য'।

৩১। অসমীয়া ভাষাৰ বক্তৃতা—'জোনাকী'ত প্ৰকাশ হোৱা ৰচনাখনেই নতুন সংশোধনাকাৰে পৰিবৰ্দ্ধিত।

৩২। দামোদৰ ধাম সম্পৰ্কে বিৱৰণ।

৩৩। ৰমাকান্ত দ্বিজ ৰচিত 'বনমালীদেৱ' চৰিতৰ পাতনি।

৩৪। প্ৰাগ্‌জ্যোতিষপুৰ বা প্ৰাচীন গুৱাহাটী।

৩৫। নৱদ্বীপত ধীৰেশ্বৰদেৱ।

৩৬। 'অসমীয়া জাতিৰ ভবিষ্যৎ' ( অসম্পূৰ্ণ )।

৩৭। অসমত নাট্য সাহিত্য বিষয়ে চমু টোকা।

৩৮। কেশৱাশ্ৰম সম্বন্ধে টোকা।

৩৯। Notes on Indian pen.

৪০। অসমীয়া কবিৰাজী পুথি বিষয়ে টোকা।

৪১। জন্তুৰ সহজ জ্ঞান।

৪২। হিন্দুধৰ্ম্মৰ কথা-প্ৰসঙ্গ।

৪৩। আগেয়ে প্ৰকাশ নোহোৱা শিৱসিংহ স্বৰ্গদেৱৰ দুখন তামৰ ফলিৰ নকল।

৪৪। বকুল কায়স্থ আৰু নাৰায়ণ দাস ৰচিত 'কিতাবৎ মঞ্জৰী' সম্বন্ধে টোকা।

৪৫। মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য কবিৰত্ন বিৰচিত 'শিৱসঙ্গীত' সম্পৰ্কে টোকা।

৪৬। 'অঙ্কীয়া নাট' বিষয়ে টোকা ( পাতনি স্বৰূপে লিখিব খোজা )।

৪৭। বুৰঞ্জীমূলক টোকা ( উমানন্দ দেৱালয়ৰ শিলৰ ফলি ইত্যাদি )।

৪৮। জাতি সম্বন্ধে কথা।

৪৯। অসমৰ সত্ৰসমূহৰ বিৱৰণ লিখিবলৈ যুগুত কৰা টোকা।

৫০। অসমীয়া সাঁচিপাত সম্বন্ধে টোকা।

৫১। ৰামচন্দ্ৰ বৰপাত্ৰৰ জীৱনী সম্বন্ধে টোকা।

৫৯। অসমীয়া সাহিত্যৰ যুগ বিভাগ। চমু টোকা।

৬০। A Monograph of the Brahmans and Other Castes in Assam.

৬১। Diary of H. C. Gossain for 1890, 1900, 1902, 1903, 1904, 1905 to 1909, 1912 ( from October, when he was on special duty ), 1914, 1921, 1926 ( Election Diary ).

৬২। My Note Book ( 12 books ) বিবিধ বিষয়ক টোকা। ( সৰহ ভাগ ইংৰাজীৰে লিখা )

৬৩। আৰ্য্যাৱৰ্ত্ত ভ্ৰমণ টোকা।

৬৪। 'বংশীদেৱ'—চমু জীৱনী টোকা।

৬৫। 'কুৰুৱাবাহী সত্ৰ'।

৬৬। 'কথা ভাগৱত'ৰ পাতনি স্বৰূপে লিখা টোকা।

৬৭। List of Puthis I have for criticism.

৬৮। Notes on 'Sangkhasura Baddh.'

৬৯। Notes on উপবাস or fasting

৭ । List of Ahom Forts with commanding officers and total strength.

৭১। The Inscripton on the temple of Madhava.

৭২। শ্ৰীৰামদেৱ—জীৱনী টোকা।

৭৩। A Note on the proposed scheme for the management of the Hajo temple in Kamrup.

৭৪। বিবিধ বিষয়ক টোকা।*

---

* এই তালিকাখনি প্ৰত্নতাত্ত্বিক সৰ্ব্বেশ্বৰ কটকীয়ে যুগুত কৰিছিল

# পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী

## পৰিশিষ্ট (ক)

## গোস্বামীদেৱৰ ডায়েৰীৰ পাতদিয়েক

# গোস্বামীদেৱৰ ডায়েৰীৰ পাতদিয়েক

৯|৯|১৮৮৮ **কমলচন্দ্ৰ শৰ্ম্মা***

২৫ ভাদ, ১৮১০শক I attended the A. S. L. Club where Mr. Kamal Chandra Sarmah delivered a lecture on the subject "Young Assam".

১১|৯|৮৮ Mr. Kalicharan Bannerjea delivered a lecture on "The Indian Women" in the City College. Audience was very great one.

১৬|৯|৮৮ I have spent the day very idly. At night Kamal and I went together to see the Maharrum procession on the Circular Road. I have paid Re 1/- to the Assamese Language Research Committee.

৮|১০|৮৮ Sent Atlas to Jagat Chandra Goswami

১০|১০|৮৮ We buy a table at Rs. 6/-. To bed at 15 mts. past 12 P.M.

১১|১০|৮৮ **"আসাম তৰা"**

I saw a copy of "Assam Tara" edited by the aid of Auniati Gonsai; not satified with its contents and mode of writing. To bed at 20 mts. to 1 A.M.

I went to see the Durga Puja celebration at Sovabazar, but could not enter.

১১ নৱেম্বৰ **অ. ভা. উ. সা সভাৰ**

দেওবাৰ **বছেৰেকীয়া উৎসৱ**

১৮৮৮ Today is the Anniversary of the A.S.L Club. Mr. N. N. Ghosh delivered an address in Albert Hall, on the occasion.

১৩|১১|৮৮ **'পেট' কবিতাৰ প্ৰথম প্ৰকাশ**

A poem headed the "পেট" composed by me is published in "ASSAM TARA".

১৬|১১|৮৮ **অসমীয়া অনুসন্ধান সমিতি**

I am requested to attend the meeting of the Assamese Research Committee and declare my views regarding its undertakings.

---

* কমল শৰ্ম্মাই এনেকুৱা সুন্দৰ বক্তৃতা দিব পাৰিছিল যে ভাৰতৰ বিখ্যাত বাগ্মীবৰ সুৰেন্দ্ৰনাথ ব্যানাৰ্জীয়ে কৈছিল, "One day you will take my place." : তেওঁ গোৰাং সত্ৰৰ শ্ৰীনবীনচন্দ্ৰ গোস্বামী দেৱৰ মাতামহ আছিল।—বে. শ.

২৪।১১।৮৮ I went to see the Museum and was taken by surprise to see many things gathered and placed neatly & cleanly.

২৬।১১।৮৮ Our First Year class is divided into two sections, from tomorrow, I being in the "A" Section.

২৮।১১।৮৮ Lord Dufferin reaches Calcutta today at 4-30 P.M I went to see him at the Sealdah Station.

৬।১২।১৮৮৮ Laying of the Foundation Stone of the Lady Dufferin Female Medical College With Prionath, Prasanna in Hindu Hostel

# গোস্বামীদেৱৰ 'ডায়েৰী'ৰ কেইপাতমান

**যোৱা বছৰৰ ঘটনা—**

মই আসামৰ চীফ-কমিচনাৰক কিছুমান আধা নষ্ট হোৱা মূল্যবান অসমীয়া পুথি দেখুৱাই, সেই পুথিবোৰ আৰু আন আন অসমীয়া পুথি গোটাই আসামৰ এঠাইত, বিশেষকৈ গুৱাহাটীত এটা Provincial museum পাতি তাত ৰাখিবলৈ অনুৰোধ জনোৱাত, তেওঁ সেই প্ৰস্তাৱ গ্ৰহণ কৰি মোক ৬ মাহৰ বাবে পুথি সংগ্ৰহ কৰিবৰ নিমিত্তে ১৯১২ চনৰ ১ অক্টোবৰৰপৰা ১৯১৩ চনৰ মাৰ্চ্চ মাহলৈকে Special duty দিয়ে। মই অসমীয়া সাহিত্যৰ নিমিত্তে কমিচনাৰ চাহাবৰ Personal Assistantৰ কাম এৰি এই কাম আনন্দেৰে গ্ৰহণ কৰোঁ।

**১৯১৪—১ জানুৱাৰী—বৃহস্পতিবাৰ**

আজি পুৱাতে শ্ৰীযুত কালিচৰণ সেন, গৱৰ্ণমেণ্ট প্লীডাৰ মোক দেখা কৰিবলৈ আহিছিল। তেওঁৰ হাতত গুৱাহাটীৰ সনাতন ধৰ্ম্ম সভাৰ মন্দিৰ তৈয়াৰৰ নিমিত্তে ৫০ টকা দিলোঁ। মই গুৱাহাটীত থাকোঁতে এই সভাৰ এজন সভ্য আছিলোঁ।

শিক্ষা বিভাগত ৫০্ টকা দৰ্মহাত বি, এ, পাচ শিক্ষক বিচাৰি শিক্ষাবিভাগৰ ডাইৰেক্টৰ চাহাবে এখন জাননী দিছিল, কিন্তু দৰ্মহা কম ভাবি কোনো অসমীয়া গ্ৰেজুৱেটে দৰ্খাস্ত নিদিয়াত ভৱিষ্যতে শিক্ষাবিভাগত অসমীয়া গ্ৰেজুৱেটৰ ঠাই নোহোৱা হব বুলি ভাবি গ্ৰেজুৱেটবিলাকক সেই কামৰ নিমিত্তে প্ৰাৰ্থী হবলৈ অনুৰোধ কৰি এটা প্ৰবন্ধ লেখিবৰ নিমিত্তে অনৰেবোল শ্ৰীযুত মাণিকচন্দ্ৰ বৰুৱাই মোক অনুৰোধ কৰিছিল। আজি সেই আৰ্টিকোল লেখি তেওঁক দিলোঁ, আসাম বিলাসিনীত ছাপা হব।

**৮ জানুৱাৰী—**

আজি শ্ৰীযুত ঘনশ্যাম বৰুৱালৈ দিল্লীলৈ চিঠি দিলোঁ যাতে আসামৰ Listed appointment সম্বন্ধে যি বেয়া হৈছে, সেই বিষয়ে Supreme Council-ত প্ৰতিকাৰ কৰিবলৈ চেষ্টা কৰে। অসমীয়া মানুহৰ নিচিনা স্বাৰ্থপৰ মানুহ জগতত নাই বুলিলেও হয়। যেতিয়ালৈকে কোনো এটা কামত নিজৰ স্বাৰ্থ নেদেখে, তেতিয়ালৈকে তেওঁ সেই কামত হাত দিব নোখোজে। অসমীয়াৰ দেশহিতৈষিতা মানে, নিজৰ উপকাৰিতা। অসমীয়া বাতৰি কাকত কেইখনিৰ সম্পাদকসকললৈ চালেই ইয়াৰ বিশেষ প্ৰমাণ পোৱা যায়। আমাৰ দেশৰ শিক্ষিত মানুহ আইন ঠাইৰ অশিক্ষিত মানুহবিলাকতকৈও অধম। কিন্তু শ্ৰীযুত ঘনশ্যাম বৰুৱা এজন নিতান্ত ওথ খাপৰ মানুহ। মোৰ মনত তেওঁৰ

নিচিনা এজন উদাৰ, সুশিক্ষিত আৰু পৰোপকাৰী মানুহ আসামত আৰু দ্বিতীয় নাই, সেই গুণে আশা কৰিছোঁ এই বিষয়ে অলপ চেষ্টা কৰিব।

**১২ জানুৱাৰী**—

আজি গোঁসাই ঘৰটো লিপাইছোঁ, সোনকালে গোঁসাই ঘৰটো নোহোৱাৰপৰা বৰ অসুবিধা হৈছে। পাকঘৰটোও সৰু, তথাপি বেলেগ গোঁসাই ঘৰ নথকাত এতিয়া পাকঘৰতে সন্ধ্যা কৰিব লগা হৈছে।

আজি গা ধোৱাত অলপ দেৰি হৈছিল আৰু সেই গুণে কোৰ্টলৈ যাওঁতে দেৰি হ'ব বুলি ভাবি সন্ধ্যা পূৰাকৈ নকৰি জপ কৰিবৰ ভাব আহিছিল। কিন্তু ভগবানৰ কৃপাত আকৌ এনে ভাব আহিল যে সন্ধ্যা চমু কৰি সময় উলিওৱাতকৈ, ভাত কমকৈ খাই বা লৰালৰিকৈ খাই বা তামোল চুৰট আদি খোৱাত সময় নষ্ট নকৰিলেইটো ঠিক সময়ত কোৰ্টলৈ যাব পাৰোঁ। বাস্তবিকে তাকে কৰিলোঁ। ধন্য ভগবান! সদাই যেন এইদৰে কৃপা কৰিবা।

আবেলি Libraryলৈ গৈছিলোঁ। Mr. Nudham ( E A.C )-ক তাতে লগ পাই, অনেক কথাবাৰ্ত্তা হ'ল। কথাবাৰ্ত্তা বিশেষকৈ Tolstoiৰ কিতাপবিলাক আৰু তেওঁৰ লিখা প্ৰণালী সম্বন্ধেই হৈছিল।

**১৭ জানুৱাৰী**—

আজি Halliday Hall-ত ৺শঙ্কৰদেৱৰ মন্দিৰ এটা স্থাপন সম্বন্ধে কি কৰা উচিত সেই বিষয়ে পৰামৰ্শ কৰিবৰ নিমিত্তে এখন সভা বহিছিল। সেই সভাত সকলোৱে মোক সভাপতি পতাত মযে সভাপতিৰ আসন গ্ৰহণ কৰিলোঁ। সভাত সিদ্ধান্ত হয় এটা ভাল মন্দিৰ কৰা।

**১৯ জানুৱাৰী** -

মোৰ সোঁও ভৰিৰ দুটা আঙুলিৰ মাজত পানীয়ে খোৱাত ডাক্তৰে এটা ঔষধ দিয়াত দুইটা আঙুলি উখহি পৰাত ফুৰিবলৈ যাব নোৱাৰিলোঁ।

**২০ জানুৱাৰী** –

আজি পুৱা অনেক মানুহ দেখা কৰিবলৈ অহাত একো কাম কৰিব নোৱাৰিলোঁ। পুৱা সময়টোত মানুহ আহি মিছাতে মোৰ কাম খতি কৰিলে মই বেজাৰ পাওঁ। বাস্তবিকে পুৱা বেলাই প্ৰকৃত কাম কৰিবৰ সময়। পুৱা বেলা কাম কৰিব নোৱাৰিলে গোটেইটো দিন মিছাতে যোৱা যেন লাগে।

**২১ জানুৱাৰী**—

সোণাৰাম স্কুল প্ৰথমতে মযে পাতোঁ। মই যেতিয়া ১৮৯৪ চনত কলিকতাত পঢা শেষ কৰি আহোঁ, তেতিয়া গুৱাহাটীত এটা High School-ৰ আৱশ্যক থকা শুনি,

আৰু দুজনমান শিক্ষিত মানুহৰ সহায় লৈ Gauhati Seminary নাম দি এতিয়া য'ত স্কুলটো আছে তাতে এটা ঘৰত এই স্কুল স্থাপন কৰা হয়। প্ৰথমদিনা মুঠেই তিনিজন ল'ৰাই ভৰ্ত্তি হৈছিল, কিন্তু একসপ্তাহ মানৰ ভিতৰতে প্ৰায় ১০০ জন মান ল'ৰা হয়। শ্ৰীযুত চন্দ্ৰমোহন গোস্বামীক হেডমাষ্টৰ কৰিছিলোঁইক কিন্তু তেওঁ নিয়মমতে নহাত ময়ে Head Master কাম কৰিছিলোঁ। এমাহ মানৰ ভিতৰতে আটাইকেইটা শ্ৰেণী খোলা হয়। সেই স্কুলত তেতিয়া মই পঢ়োৱা ছাত্ৰ Maulavi Saadulla, Honble Member হৈছে আৰু যতীন্দ্ৰ চক্ৰবৰ্ত্তী America-ত পাচ হৈ আহি এতিয়া Agriculture Department-ত কাম কৰিছে।

## ২২ জানুৱাৰী—

আজি একাদশী বাবে গা-পা ধুই সন্ধ্যা কৰি একো নোখোৱাকৈ কাছাৰীলৈ গ'লো। ৩॥ বজাত কাছাৰীৰ কাম শেষ কৰি ঘৰলৈ আহি অলপ গাখীৰ আৰু কল খাই খবৰ কাগজ পঢ়িলোঁ।

## ২৫ জানুৱাৰী—

আজি অমাবস্যাৰ নিশিপালন, সেই গুণে একো নেখাওঁ। কেৱল অলপ গাখীৰ খাম।

## ৫ ফেব্ৰুৱাৰী--

আজি ভীম একাদশী আছিল। অহোৰাত্ৰ নিৰম্বু উপবাস কৰিছোঁ। ঈশ্বৰৰ কৃপাত গা কিন্তু অলপো বেয়া লগা নাই। বাস্তৱিক পক্ষে মই দেখিছোঁ, যে উপবাস কৰাত মোৰ অলপো বেয়া নেলাগে, বৰং পাচদিনা মোৰ গা অনেক পাতল আৰু ভাল লাগে। মই একাদশীকে আদি কৰি ব্ৰত আৰু উপবাসবিলাক যোৱা বছৰৰ মাঘমাহৰ-পৰা পালন কৰি বহুত উপকাৰ পাইছোঁ। মোৰ পেটটো ভাগি 'সমকায়' হৈছে। আৰু আগতকৈ মোৰ অনেক ফুৰ্ত্তি হৈছে।

আজি Assam Gazette-ত দেখি অতিশয় আনন্দ পালোঁ যে গোৱালপাড়া জিলাত অসমীয়া ভাষা Court Language হ'ল। গোৱালপাড়াত অসমীয়া ভাষা চলাবলৈ মই কিমান যে চেষ্টা কৰিছিলোঁ তাক ভগবানে জানে। মই গুৱাহাটী অঃ ভাঃ উঃ সাঃ সভাৰ নামে কেইজনমান বন্ধুৰপৰা টকা গোটাই আৰু নিজেও ৬০ টকা দি, গুৱালপৰীয়া যি ল'ৰাই অসমীয়া ভাষা লৈ Matriculation পাচ কৰে, তেনে দুটা ল'ৰাক মাহে ১০ টকীয়া বৃত্তি দুবছৰলৈ দিবৰ মিমিত্তে ডাইৰেক্টৰ চাহাবৰ হাতত কিছুমান টকা থৈছিলোঁ। তাৰ এটা ল'ৰাই বৃত্তি পাই এতিয়া Intermediate পঢ়িছে। মই যেতিয়া Commissoner-ৰ Personal Assistant আছিলোঁ তেতিয়া Col Gordon-ক সদাই এই বিষয়ে খুচিয়াই গৱৰ্ণমেন্টৰ লগত কত ৰকম যে লেখাপঢ়া কৰালোঁ তাৰ ঠিক নাই। গৱৰ্ণমেণ্ট আৰু ডাইৰেক্টৰলৈ লেখা প্ৰায় চিঠিবিলাকেই এই বিষয়ত মই লিখা। যোৱা census-ত বঙালী

বিষয়াবিলাকে গোৱালপাড়াত অসমীয়া ভাষা কোৱা মানুহৰ সংখ্যা কম কৰিবৰ নিমিত্তে যি চেষ্টা কৰিছিল তাৰ প্ৰতিকাৰ কৰিবলৈকো ময়ে নানা ৰকম চেষ্টা কৰিছিলোঁ।

১৬ ফেব্ৰুৱাৰী—

গধূলি বেলিকা শ্ৰীযুত বৃন্দাবন গোস্বামী আৰু শ্ৰীযুত ভূজেন্দ্ৰ মহন্ত আহিল। নগাওঁ মিউনিচিপালিটি Elective basis-ত কৰিবলৈ চেষ্টা কৰিবৰ নিমিত্তে বৃন্দাবন গোস্বামীক কলোঁ আৰু তেনে কৰাৰ উপকাৰিতা কি তাকো বুজাই দিলোঁ, আৰু আমি যত্ন কৰি তেজপুৰ মিউনিচিপালিটি কেনেকৈ Elective basis-লৈ আনিলোঁহক তাকো কলোঁ। তেওঁ চেষ্টা কৰিবলৈ গাত লৈছে।

২১ ফেব্ৰুৱাৰী—

বঙ্গীয় সাহিত্য পৰিষদৰ সম্পাদক শ্ৰীযুত যতীন্দ্ৰনাথ চৌধুৰীৰ চিঠি পালোঁ। তেওঁ সুধিছে যে মই বঙ্গীয় সাহিত্য পৰিষদৰ কাৰ্য্যনিৰ্ব্বাহক সভাৰ সভ্য হ'ব খোজোনে নোখোজোঁ। উত্তৰ—নোখোজোঁ।

১৯ মাৰ্চ্চ—

কলিকতাৰপৰা ব্যোমকেশ মুস্তফীৰপৰা চিঠি পালোঁ। তেওঁ বৰকৈ অনুৰোধ কৰিছে যে মোৰ অমৰ ফলিখন আগেয়ে পৰিষদৰ সভাত পঢ়িব লাগে।

২০ মাৰ্চ্চ—

আজি চাহ নাখালোঁ। মই মাজে মাজে চাহ বন্ধ কৰি দিওঁ যাতে সি এটা অভ্যাস হৈ উঠিব নোৱাৰে। ভগবানৰ কৃপাত মোৰ কোনো অভ্যাস নাই। এনে কোনো বস্তু নাই যাক মই নেখাই থাকিব নোৱাৰোঁ।

২৬ মাৰ্চ্চ—

আজি ডাকত দিল্লীৰপৰা Mr. B Barua-ৰ চিঠি পালোঁ। কলিকতাত এসময়ত মই, শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা আৰু শ্ৰীযুত ভোলানাথ বৰুৱা একেলগে এটা ঘৰ ভাড়া কৰি আছিলোঁ। ব্যৱসায় বুদ্ধিত চালাক, ভোলা বৰুৱাৰ নিচিনা মানুহ আৰু অসমীয়াৰ ভিতৰত নাই। তেওঁ দিল্লীত Motor car accident হৈ কথমপিহে বাচিলে। তেওঁ কেনে আছে তাকে জানিবৰ নিমিত্তে মই চিঠি লিখিছিলোঁ, তেওঁ তাৰ উত্তৰ দিছে।

২৫ মে—

আজি এটা মকৰ্দ্দমাত Mr Ramsay বুলি এজন বাগিচাৰ মেনেজাৰ চাহাব সাক্ষী আহিছিল। তেওঁক মই আন মানুহবদৰে Witness Box-ত ঠিয় কৰাই সাক্ষী লোৱাত অনেকে মোৰ সাহসৰ প্ৰশংসা কৰিছে। ইয়াততো মই একো সাহসৰ কথা নেদেখোঁ। আইনমতে কাম কৰা সকলো মাজিষ্ট্ৰেটৰ কৰ্ত্তব্য। চাহাব দেখিলে কৰ্ত্তব্যজ্ঞান লোপ

কৰাৰ একো কাৰণ নাই। মোৰ পেস্কাৰজনে কৈছিল, "আজি মই ২৫ বছৰ এই কাম কৰিছোঁ আৰু সকলো চাহাবকে দেশী হাকিমে, চকিত বহুৰাই প্ৰশ্ন সোধাতে দেখিছোঁ।" —সেই গুণে ময়ো সেইদৰেই কৰা ভাল বুলি কৈছিল। কিন্তু মই যেতিয়া আইন দেখুৱাবলৈ কলো তেতিয়া দেখুৱাব নোৱাৰিলে। সেই গুণে মই Box-ত ঠিয় কৰাই ৰীতিমতে শপত খুৱাই তেওঁৰ সাক্ষী ললোঁ। চাহাবজন হেনো D. C -ৰ বৰ friend

## ২৬ মে—

এই বাৰৰ ল'ৰাবিলাকৰ ভিতৰত অসমীয়া ভাষাৰ অজ্ঞতা দেখি অবাক হৈছোঁ। এইটো বৰ বেজাৰৰ কথা যে আমাৰ দেশৰ উঠি অহা ডেকাবিলাকে তেওঁবিলাকৰ মাতৃ-ভাষাৰ প্ৰতি ইমান আওকাণ কৰে। প্ৰশ্ন দিয়া কথাটোতকৈ কাগজ চোৱা কামটো টান আৰু তাৰপৰা মোৰ আৰ্থিক লাভ অলপো নাই। মই যে এই কাম এৰি দিয়া নাই, তাৰ কাৰণ হৈছে যে ইউনিভাৰ্চিটিৰ লগত এটা সম্পৰ্ক আছে--থাওক। মই স্বাভাবিকতে শিক্ষা সম্বন্ধীয় কামবিলাকৰ লগত সম্পৰ্ক ৰাখিবলৈ ভাল পাওঁ।

## ২৮ মে—

* * * মই নিজে চাকৰিৰ ওপৰত ইমান বিৰক্ত হৈছোঁ যে মোৰ নিজৰ ল'ৰাকেইটাক একেবাৰেই চাকৰিত দিবৰ ইচ্ছা নাই। আমাৰ মানুহে চাকৰিৰ যিমান ওখ পদকে পাওক, তাৰ মন যে সদায় সৰু থাকিব তাৰ অলপো ভুল নাই। সৰু চাকৰিতে যদি অলপ স্বাধীনতা আছে, ডাঙৰ চাকৰিত তিমানো নাই। ডাঙৰ চাকৰিয়াল বিলাকৰ একমাত্ৰ চিন্তাৰ বিষয় হয়—কেনেকৈ চাহাববিলাকৰ মন যোগাই চলে। এইদৰে কৰোঁতে কৰোঁতে তেওঁলোকৰ মনৰ গতি ইমান ঠেক হয় যে, স্বাধীন চিন্তাৰ উঃ একেবাৰেই শুকাই যায়।

## ৫ জুলাই—

আজি ভাটিবেলা। 1915 চনৰ নিমিত্তে Intermediate আৰু বি, এ-ৰ নিমিত্তে পৰীক্ষাৰ প্ৰশ্ন সদায় টিলাকৈ দিয়া হৈছে। বোধকৰোঁ এই গুণেই ল'ৰাবিলাকে অলপো মন দি নপঢ়ে। বি, এ, পৰীক্ষাৰ কাগজ চাওঁতে অনেক সময়ত বি, এ, পঢ়া অসমীয়া ল'ৰাৰ মাতৃভাষাৰ জ্ঞান দেখি হাঁহি সামৰিব নোৱাৰি। এজনে "সান্দহ খোৱা বালি তল গ'ল" ইয়াৰ অৰ্থ লিখিছে—"যি বালিক সান্দহৰ নিচিনাকৈ খাব পাৰি সি তল গ'ল।" এজনে আকৌ "কুকুৰি কণা" মানে দুইটা চকু কণা লেখিছে আৰু আন এজনে "কটনা কটা" মানে "ডাঙৰ গছ কটাৰ সমান টান কাম" লেখিছে। "ধান পুৰীয়া কঁঠাল" মানে "এপুৰা ধানৰ সমান ডাঙৰ কঁঠাল" লেখিছে। আজিকালি শ্ৰীযুত সত্যনাথ বড়াই কটন কলেজত অসমীয়াৰ বিষয়ে বক্তৃতা দিয়ে। কাজেই আগতকৈ ল'ৰাৰ অসমীয়া শিকিবলৈ অনেক সুবিধা গুণে মোৰ মনেৰে নিচেই ঢিলা প্ৰশ্ন কৰা উচিত নহয়।

১৯২১—৮ ফেব্ৰুৱাৰী—

আজি Bar-at-Law Mr. T. Phukan মোৰ Ejlashলৈ আহি তেওঁবিলাকে যিবিলাক Propaganda work কৰিছে তাক কলে আৰু এই বিষয়ে Commissioner Mr. Allen-ৰ লগত তেওঁৰ যিবোৰ কথাবাৰ্ত্তা হৈছিল তাকো ক'লে। তেওঁ Non-Co-operation-ৰ নিমিত্তে উজনিলৈ যাবলৈ ইচ্ছা কৰিছে।

১৪ ফেব্ৰুৱাৰী—

ৰাতিপুৱা অনেক মানুহ আহিছিল। সিইঁতে মোক সুধিলে যে বোলে পছিমদেশত এজন গান্ধী বুলি ৰজা ওলাইছে হয়নে আৰু তেওঁ বোলে ইংৰাজৰ ৰাজ্য উঠাই দিছে। শুনি মোৰ বৰ হাঁহি উঠিল। এনে আওহতীয়া চুকতো মহাত্মা গান্ধীৰ নাম সকলোৱে জনা হৈছে। আনকি কছাৰী মানুহেও গান্ধীৰ বাৰ্ত্তা লৈছে। তেওঁ অলপতে গুৱাহাটীলৈ আহিব বুলি কোৱাত কছাৰীবিলাকে বৰ ৰং পোৱা যেন পালোঁ। মই সিইঁতক মহাত্মা গান্ধীৰ non-co-operation movement-ৰ মানে আৰু স্বৰাজৰ মানে বুজাই দিয়াত বৰ ভাল পালে আৰু অনেকে 'আৰু কানি নেখাওঁ' বুলি অঙ্গীকাৰ কৰিলে।

১৫ ফেব্ৰুৱাৰী—

Mr. Allen--Commissioner A V D-এ মোক গান্ধীৰ Indian Home Rule পঢ়িবলৈ দিছিল। আজি তাক পঢ়ি শেষ কৰিলোঁ। কিতাপখন পঢ়ি বৰ ভাল পালোঁ। কিন্তু education আৰু industry বাদ দিব লগা এই কথাটোহে ভাল নেপালোঁ। তেওঁ অনেক কথা গাৰ বলেৰে কোৱা যেন লাগিল।

১৯ ফেব্ৰুৱাৰী—

মিষ্টাৰ দীক্ষিতে মতাত তেওঁক Circuit House-ত দেখা কৰিলোঁ। আৰু কাইলৈ তেওঁৰ লগত Site of ancient Pragjyotishpur চাবলৈ যাবলৈ আৰু আজি গধূলি Kamrup Anusandhan সমিতিৰ ঘৰ চাবলৈ ঠিক কৰা হয়। কাছাৰীৰ কাম কৰি আহি Mr Dikshit-এ সৈতে সমিতিৰ ঘৰলৈ গলোঁ। তেওঁ আমাৰ collection চাই নিচেই সামান্য বুলি বহুত আপচোছ কৰিলে। তেওঁ আৰু Library-ৰ কিতাপবিলাক চাই আৰু কিছুমান কিতাপ আনিবৰ নিমিত্তে দিহা দিলে। তেওঁ কিতাপৰ এটা লিষ্ট তৈয়াৰ কৰি দিলে। Mr Dikshit মানুহজন মহাৰাষ্ট্ৰ দেশৰ আৰু বৰ ভাল মানুহ।

২০ ফেব্ৰুৱাৰী—

আজি পুৱাতে Mr. K N. Dikshit, Suptd. of the Archaeology Dept., Bengal and Assam, মোক মাতি এখন চিঠি দিছিল। তেওঁ আহিবৰ কেইবাদিনো হল। মোলৈকে বাট চাই বৈ আছিল। তেওঁৰে সৈতে গাড়ীৰে পুৰাতন প্ৰাগ্‌জ্যোতিষপুৰৰ Site চাবলৈ গৈছিলোঁ।

**২৪ ফেব্রুৱাৰী—**

তেওঁ ( শ্ৰীযুত ঘনশ্যাম বৰুৱা—Minister ) মোক আৰু ক'লে যে অহা বছৰত আমি এটা Provincial Museum পাবৰ আশা আছে। এই সংবাদ পাই মই বৰ সুখী হলোঁ।

**১ মাৰ্চ্চ—**

পুৱাবেলা Mr. J Baruah, Principal, Law College-ৰ ওচৰলৈ গৈছিলোঁ। তেওঁৰ শহুৰেক Mr Tagore আৰু হৰিকিশোৰ বাবুক লগ পালোঁ। Mr Baruah's wife শ্ৰীযুতা লতিকাদেৱীও আহি বহিল। অনেক কথা-বাৰ্ত্তাৰ পিচত মই আহিলোঁ। Mr Baruah-ই Law College-ৰ চকি, মেজ আৰু বেঞ্চ দি সহায় কৰিবলৈ গাত লৈছে।

**১৯ আগষ্ট—**

গৱৰ্ণমেণ্টে মহাত্মাৰ সভাৰ নিমিত্তে Judge Court Field নিদিয়াত শ্ৰীযুক্ত তৰুণ ফুকনৰ Compound-তে সভা পতা ঠিক কৰিলে। মহাত্মা গান্ধী আৰু তেওঁৰ সঙ্গীবিলাক ফুকনৰ ঘৰতে আছিল। আজি আবেলি ময়ো সভা চাবলৈ গৈছিলোঁ। আজিও কালিৰ সমান ১০।১৫ হেজাৰ মানুহ গোট খাইছিল। মই মহাত্মাক আগেয়ে কেতিয়াও দেখা নাছিলোঁ। সেই গুণে তেওঁক চাবৰ নিমিত্তে তেওঁ থকা ঘৰৰ দুৱাৰ-মুখত থিয় দি তেওঁক চাই গুচি গ'লোঁ।

**২০ আগষ্ট—**

মহাত্মা গান্ধীয়ে অসমীয়া পুথি চাব খুজিছে বুলি কামাখ্যা বাপাই কোৱাত মই নিজে কথা-ভাগৱত, কীৰ্ত্তন, মহাভাৰত শান্তিপৰ্ব্বৰ অসমীয়া পদ আৰু সচিত্ৰ হস্তীবিদ্যাৰ্ণৱ লৈ গৈ তেওঁক দেখুৱালোঁ। সেই সম্বন্ধে তেওঁৰ লগত মোৰ নানা কথা হয়। অসমীয়া সাহিত্য সম্বন্ধে, বিশেষতঃ অসমীয়া গদ্য বিষয়ে Sir P C. Roy, Sir Rabindra Nath Tagore, আৰু Sir Asutosh Mukherjee আদিয়ে কি কৈছে তাক দেখালোঁ আৰু এখন কথা-গীতা present দিলোঁ।

তেতিয়া তেওঁ আমাৰ সাহিত্য আৰু পুথি লিখা পদ্ধতিৰ প্ৰশংসা কৰিলে। তেতিয়া মই কলোঁ যে আপুনি আমাৰ জাতিটোক Pindaris-ৰ লগত তুলনা কৰাত বৰ বেজাৰ পাইছোঁইক। তেওঁ ক্ষমা প্ৰাৰ্থনা কৰি কলে যে সেইটো তেওঁৰ ভুল হৈছে আৰু কলে তেওঁ শুদ্ধ কৰিব। মহম্মদ আলিৰ লগতো অনেক কথাবাৰ্ত্তা হয়।

**২১ আগষ্ট—**

কালি মহাত্মা গান্ধীৰ তাৰপৰা ঘৰলৈ ঘূৰি আমি মোৰ মেজত D. C.-ৰপৰা এখন চিঠি পালোঁ। * * D. C.-এ শুধিছে সেইটো কথা ( মহাত্মা গান্ধীৰ লগত দেখা

কৰা ) সঁচা নে ? মই সঁচা বুলি লেখি দিলোঁ আৰু কলোঁ যে আগদিনা পুৱা মই মহাত্মা গান্ধীৰ লগত অসমীয়া সাহিত্য সম্বন্ধে আৰু তেওঁ অসমীয়া জাতিক অযথা নিন্দা কৰা বাবে তেওঁৰ লগত দেখা কৰিলোঁ। * * * আন কোনো গৱৰ্ণমেণ্ট অফিচাৰ ফুকনৰ Compound-ৰ ভিতৰলৈকে যোৱা নাছিল। মই যোৱা দেখি সকলোৱে মোৰ সাহসৰ প্ৰশংসা কৰিছে আৰু আচৰিত মানিছে।

**১৯২২ –২৫ জানুৱাৰী—**

আজি দুপৰীয়া শিলং মেইলত উঠি কলিকতালৈ যাত্ৰা কৰিলোঁ। লগত মোৰ মাজু ল'ৰা শ্ৰীমান শৰৎ বোপা আৰু এটি বামুণৰ ল'ৰা লৈছোঁ। শ্ৰীমান প্ৰফুল্ল আৰু কণকে পাণ্ডু ষ্টেচনলৈকে আহিছিল। আমি সেইদিনা আহি পুৱা শান্তাহাৰ বুলি এখন ঠাইত ৰেল এৰি 'দাৰ্জ্জিলিং মেইল'ত উঠিলোঁ। আহোতে বাটত একো অসুবিধা পোৱা নাছিলো। কেৱল বাটত ভালকৈ টোপনি নাহিল। মই এইবাৰ কেইবাটাও কাম হাতত লৈ কলিকতালৈ ওলাইছোঁ :—

১। কলিকতাত বহা 'অৰিয়াণ্টেল কন্‌ফেৰেঞ্চ'লৈ মেম্বৰ স্বৰূপে আহিছোঁ।

২। মোৰ আৰু শৰতৰ চিকিৎসাৰ উদ্দেশ্যে।

৩। 'অঙ্কীয়া নাটক' আৰু 'পুৰণি অসম বুৰঞ্জী'ৰ ছাপা শেষ কৰা আৰু 'কথাগীতা' আকৌ ছপোৱা।

৪। 'কথা ভাগৱত' ছপাবলৈ চেষ্টা কৰা।

৫। 'হস্তিবিদ্যাৰ্ণৱ' ছপোৱাৰ দিহা কৰা।

৬। 'অসমীয়া সাহিত্যৰ চানেকী' ইউনিভাৰ্চিটিক শোধোৱা আৰু তাৰ বাবে Honorarium লোৱা।

৭। এটা ভাল ছাপাখানাৰ সৈতে মোৰ কিতাপবোৰ ছপাবৰ বন্দবস্ত কৰা আৰু পাৰিলে ৺শ্ৰীশ্ৰীজগন্নাথ দৰ্শন কৰা।

ভগৱন্তৰ চৰণে যি কৰে।

**২৬ জানুৱাৰী—**

আজি দুপৰীয়া আহি কলিকতা পালোঁহিঁক। শিয়ালদহ ষ্টেচনত Oriental Conference-অৰ পক্ষে দুজন Volunteer হাজিৰ আছিল। আমাক এখন মটৰ গাড়ীৰে আনি কাছিমবজাৰৰ মহাৰাজ শ্ৰীযুত মনীন্দ্ৰচন্দ্ৰ নন্দীৰ তাত আলহী থলেহি। মহাৰাজা ঘৰত নাছিল তেতিয়া, তিনি বজা মানতহে পাবহি বোলে। আমাক মহাৰাজৰ কৰ্ম্মচাৰী এজনে কাৰবাৰ কৰি দিয়ালে আৰু আমি পাক কৰি ভাত-পানী খাই ঘৰতে থাকিলোঁ। মহাৰাজ আহিল। তেখেতৰ লগত কথা-বাৰ্ত্তা পাতিলোঁ। তেখেতৰ লগত মোৰ পূৰ্ব্বৰেপৰা জনাজাত আছিল। হৰিদ্বাৰলৈ কুম্ভমেলালৈ যাওঁতে লগ পাইছিলোঁ আৰু গুৱাহাটীলৈ মহাৰাজ ৺কামাখ্যা দৰ্শন কৰিবলৈ যাওঁতে লগ পাইছিলোঁ। সন্ধ্যা মই

ভাত নেখাওঁ। মহাৰাজৰ ঘৰতে ফলমূল খালোঁ। ৰাতি শুলো, কিন্তু মহৰ কামোৰত ভালকৈ টোপনি নাহিল।

## ২৭ জানুৱাৰী—

আজি পুৱাতে এখন গাড়ী অনাই মই লেখা ইউনিভাৰ্চিটি Selections আৰু সচিত্ৰ 'হস্তিবিদ্যাৰ্ণৱ' লৈ ছাৰ আশুতোষৰ তালৈ যাওঁ আৰু তেওঁক এই দুখন দি আহোঁ। তেওঁ মোক "পিচত কথা-বাৰ্ত্তা হ'ম" বুলি কয়। ছাৰ আশুতোষৰ ঘৰবপৰা ঘূৰি আহি সেইদিনা ঘৰতে থাকোঁ আৰু মহাৰাজ মনীন্দ্ৰচন্দ্ৰ নন্দীৰ লগত অনেক বিষয়ে কথা পাতোঁ। তেওঁ 'হস্তীবিদ্যাৰ্ণৱ' পুথিখন চাবৰ নিমিত্তে আগ্ৰহ প্ৰকাশ কৰে। আজি দুপৰীয়া শ্ৰীযুত ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াও তেওঁৰ পুতেকৰ সৈতে আহি মহাৰাজৰ অতিথি হয়। তেওঁক লগ পাই বৰ আনন্দ পালোঁ। গধূলি তেওঁৰে সৈতে ফুৰিবলৈ ওলাই যাওঁ আৰু ইউনিভাৰ্চিটি হললৈ গৈ এখন ডেলিগেটৰ টিকিট আৰু এখন Students টিকিট কিনো। 33, College Street-ত শ্ৰীমান্ দিবাকৰৰ লগত দেখা কৰো। দিবাকৰৰ লগতে শ্ৰীমান শ্ৰীনাথ চক্ৰৱৰ্ত্তীকো লগ পাওঁ, দিবাকৰে Civil Service-ৰ নিমিত্তে চেষ্টা কৰিছে দেখি বৰ ভাল পাইছোঁ।

## ২৮ জানুৱাৰী—

আজি ১১ বজাত Oriental Conference বহিব। সোনকালকৈ গা ধুই সন্ধ্যা-আহ্নিক কৰি সভালৈ ওলাইছোঁ। বাপচানাকো লগত লৈছোঁ। বৰদলৈ-এ সৈতে এখন গাড়ী ভাড়া কৰি চিনেট হললৈ গলোঁইক। তাত গৈ শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্ম্মা (E. A C ) আৰু শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামীক লগ পাই বৰ ৰং পালোঁ। শ্ৰীযুত শৰৎ গোস্বামী মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীৰ ঘৰত অতিথি আছে আৰু শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্ম্মা শ্ৰীযুত পূৰ্ণচন্দ্ৰ নাহাৰৰ ঘৰত অতিথি আছে। শ্ৰীযুত শৰৎ গোসাঁয়ে হৰপ্ৰসাদ শাস্ত্ৰীৰ ঘৰত থাকি ভাল পোৱা নাই, কিন্তু শৰ্ম্মাই ভালে আছে। মই আৰু বৰদলৈয়েও মহাৰাজৰ ঘৰত থাকি একো অসুবিধা পোৱা নাই। আমি সভাত বহাৰ অলপ পাচতে Sir Ashutosh আৰু Lord Ronaldsay আহিল। প্ৰায় ২৫০ মান লোক গোট খাইছিল। Lord Ronaldsayয়ে বক্তৃতা দিয়াৰ পাচত Reception কমিটিৰ চেয়াৰমেন Sir Ashutosh Mukerjee-য়ে তেওঁৰ বক্তৃতা পাঠ কৰিলে। সভা ভঙ্গ হোৱাৰ পাচত Reception Commitee-ৰ মেম্বৰবিলাক আৰু Delegate-বিলাকৰ Photo লোৱা হ'ল। তাৰ পাচত মই Sir Ashutosh Mukherjee-ক লগ ধৰি সুধিলো 'মই কেতিয়া তেওঁক লগ ধৰিম'। তেওঁ মোক লগতে লৈ যাব খুজিলে। কিন্তু শ্ৰীযুত পূৰ্ণচন্দ্ৰ নাহাৰ মহাশয়ে মোক তেতিয়াই তেওঁৰ ঘৰলৈ যাবলৈ ধৰিলে। তেওঁ ছাৰ আশুতোষক ক'লে যে তেওঁ মোক তেতিয়া তেওঁৰ ঘৰলৈ নিব খুজিছে। তেওঁ তেতিয়া মোক ৮ বজা ৰাতি

তেওঁৰ ঘৰলৈ মাতিলে। আমি তেতিয়া আটাইকেইজন শ্ৰীযুত পূৰ্ণচন্দ্ৰ নাহাৰ মহাশয়ৰ ঘৰলৈ গৈ, তেওঁ সংগ্ৰহ কৰা মূল্যবান Indian Arts-ৰ Collection-লৈ চাই বৰ সন্তোষ লাভ কৰিলোঁ। তেওঁৰ তালৈ এইবিলাক Delegate গৈছিল। আমি তাৰপৰা ঘৰলৈ আহিলোঁ আৰু আবেলি 'বঙ্গ সাহিত্য পৰিষদ'ৰ ঘৰলৈ গ'লোঁ। তাত সাহিত্য পৰিষদৰ কাৰ্য্যবিলাক দেখি বৰ সন্তোষ পালোঁ আৰু তাৰ লগে লগে বেজাৰও পালো যে আমাৰ 'অসমীয়া সাহিত্য সভা'হে মৃতপ্ৰায় হৈ আছে। হাঁয়! অসমীয়া শিক্ষিত সমাজ, কেতিয়ানো তোমাৰ গাত চেতন আহিব! 'বঙ্গ সাহিত্য পৰিষদ'ৰপৰা আহি শ্ৰীযুত বৰদলৈ আৰু মই Sir Ashutosh ৰ ঘৰলৈ গ'লো। তেওঁৰ লগত অনেক কথা-বাৰ্ত্তা হ'ল। তেখেতে কলে যে বঙ্গভাষা আৰু সাহিত্যৰ লেখক শ্ৰীযুত দীনেশচন্দ্ৰ সেনৰ লগত তেওঁৰ অনেক তৰ্কবাদ হৈছিল অসমীয়া ভাষাৰ বিষয় লৈ। দীনেশবাবুৱে হেনো 'হাতীপুথি'খন দেখি বঙ্গলা বুলি কৈছিল। হাতীপুথিখনৰ ছাপাবিলাক ভাৰতবৰ্ষত হুবহু ছাপা হব পাৰেনে নোৱাৰে আৰু ছবিযে সৈতে পুথিখন ছাপা কৰিবলৈ হলে কিমান টকা খৰচ পৰিব তাকু স্থিৰ কৰিবৰ নিমিত্তে Sir Ashutosh-য়ে মোক শ্ৰীযুত অবনীন্দ্ৰ ঠাকুৰৰ ঘৰলৈ যাবলৈ কলে আৰু তেওঁৰ মধ্যম পুত্ৰ উমাপ্ৰসাদ মুখোপাধ্যায়ক মোৰ লগত যাবলৈ কলে। কাইলৈ পুৱা তেওঁৰ ঘৰলৈ গৈ তেওঁৰ মটৰ গাড়ীৰে তেওঁৰ পুতেকক লগত লৈ যাবলৈ কলে। তেওঁ এখন চিঠি দিব খুজিলে, আমি তেতিয়া ৯ মান বজা ৰাতি তেওঁৰ ঘৰৰপৰা মহাৰাজৰ ঘৰলৈ উভতি আহিলোঁ।

**২৯ জানুৱাৰী—**

পুৱাতে Sir আশুতোষৰ ঘৰলৈ যাওঁ। তাৰপৰা তেওঁৰ মাজু পুতেক শ্ৰীযুত উমাপ্ৰসাদক লগত লৈ শ্ৰীযুত অবনীন্দ্ৰ ঠাকুৰৰ ঘৰলৈ যাওঁ। Sir আশুতোষে এখন ভাল Introduction letter দিছিল। শ্ৰীযুত অবনীন্দ্ৰ ঠাকুৰ আৰু তেওঁৰ ঘৰৰ সকলোবোৰ মেম্বৰে হাতী-পুথিখন চাই বৰ আগ্ৰহ প্ৰকাশ কৰিলে। অবনীন্দ্ৰ ঠাকুৰে অসমত যে এসময়ত এনে উচ্চ ধৰণৰ খনিকৰ আছিল তাৰ নিমিত্তে প্ৰশংসা কৰিলে। তেওঁ কলে, এই ছবিবিলাকৰ tri-colour block কলিকতাত হব পাৰিব। শ্ৰীযুত D. C Gangulির লগত খৰচ সম্বন্ধে আলোচনা কৰিবলৈ কলে। Sir আশুতোষৰ motor গাড়ীতে আমি থকা ঠাই মহাৰাজৰ ঘৰলৈ আহিলো। আহি দেখিলোঁ যে মৌলবী মহম্মদ ছাদুল্লা (হাইকোৰ্টৰ উকীল) মোৰ নিমিত্তে অপেক্ষা কৰি আছে। তেওঁৰ লগত কথাবাৰ্ত্তা পাতি গা ধুলোঁগৈ আৰু Senate Hallত বৃহৎ কন্‌ফাৰেন্সৰ মিটিঙলৈ গ'লো। মিটিং চাৰিটা Sectionতে বহিছিল। Archaeology Sectionত মানুহে সৰহকৈ বহিছিল। সেই মিটিঙতে বাবু দীনেশচন্দ্ৰ সেনৰ লগত দেখা হয়। তেওঁৰ লগত অসমীয়া ভাষা সম্বন্ধে অনেক তৰ্কাতৰ্কি হয়। তেওঁ এজন আচৰিত মতৰ মানুহ।

**৩০ জানুৱাৰী—**

আজি থাই-বই উঠি বৰদলৈৰে সৈতে Conferenceৰ মিটিঙলৈ গলোঁ। মিটিঙতে দীনেশবাবুৰ লগত আকৌ দেখা হয়। তেওঁ আকৌ তৰ্ক কৰিবলৈ ধৰিলে যে অসমীয়া এটা বেলেগ ভাষা নহয়। মই তেওঁক ধেমালি কৰি কলোঁ যে আপুনি এবাৰ কামাখ্যালৈ ওলাওক। আমি তাত এপালি আসুৰিক ঔষধ খুৱাই আপোনাৰ মত পৰিবৰ্ত্তন কৰিম। আন ৰকম তৰ্কৰ ঔষধে আপোনাক নেপাবগৈ। তেওঁ অন্তত কলে, "আপুনি অসমীয়া ভাষাক বঙ্গালীৰ সৈতে একে বুলি স্বীকাৰ কৰিলে মই আজিয়েই এই পুথি ছপা কৰিবলৈ টকা গোটাই দিব পাৰোঁ। অপোনালোকে দুখীয়া দেশৰ ভাষা এটাক কেনেকৈ উন্নত কৰিব?" মই কলোঁ, "আমি দুখীয়া হলেও পৰৰ ধনী বোপাইক বোপাই বুলিবলৈ ৰাজি কেতিয়াও নহওঁ।" তাত সকলোবোৰ মানুহে হাঁহিলে। সভা ভগাৰ পাচত আমি Indian Arts Exibition চাবলৈ গলোঁ। Indian Arts চাই বৰ ভাল পালোঁ। তাত Mrs. সৰোজিনী নাইডুৰ ভনীয়েকহঁতৰ লগত অনেক আলাপ হ'ল। তেওঁবিলাক Dr. অঘোৰনাথ চট্টোপাধ্যায়ৰ জীয়েক আৰু নাতিনীয়েক। তেওঁবিলাকে মোক ✓মথুৰ বৰুৱাৰ Relation বুলি জানি বৰ আদৰ কৰিলে আৰু ✓মথুৰ বৰুৱাৰ বিষয়ে অনেক কথা সুধিলে। Indian Arts চাই মই ঘৰলৈ উভটি আহিলোঁ। ঘৰত থাই-বৈ মহাৰাজৰ সৈতে তেওঁৰ Motorত Government Houseলৈ গলোঁ। বঙ্গদেশৰ Governorএ Delegateবিলাকক এটা Evening Partyলৈ নিমন্ত্ৰণ কৰিছিল। তাত "Post Office" বুলি এটা Theatre কৰিছিল। এইটো Sir Rabindranath Tagoreৰ "ডাকঘৰ" বোলা নাটকৰ অনুবাদ। Theatre চাই বৰ ভাল লেগাগিল। Theatre হোৱাৰ পাচত মানুহবিলাকক খুৱোৱা হ'ল। মই লিমনেড্ এবটল খালোঁ। তাৰ পাচত Mr. Gourlayয়ে মোক Lord Ronaldsayৰ লগত introduce কৰি দিলে, কলে যে এওঁ অসমৰপৰা আহিছে। তেওঁ মোৰ লগত shakehand কৰি সুধিলে যে আৰু কোনোবা অসমৰপৰা আহিছেনে? মোৰ ওচৰতে ৰজনী বৰদলৈ, শৰৎ গোস্বামী আৰু দুৰ্গেশ্বৰ আছিল। মই তেওঁবিলাকক introduce কৰি দিলোঁ। Governorএ কলে "অসমৰপৰা অনেক মানুহ আহিছাইক, সেই দেখি বৰ ভাল পাইছোঁ।" তাৰ পিচত আমি মহাৰাজৰ সৈতে ঘৰলৈ আহিলোঁ। তেতিয়া ৰাতিত ১২ মান বাজিছে।

**৩১ জানুৱাৰী—**

আজি পুৱাতে থাই-বৈ Conferenceলৈ গলোঁ আৰু Religion's Lectureত শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামীয়ে পঢ়া "Essay on Vaisnavism in Kamrup" শুনিলোঁ। উপস্থিত ভদ্ৰলোকৰ ভিতৰত অনেকে প্ৰবন্ধটো ভাল হৈছে বুলি কলে, কিন্তু মই হলে তিমান ভাল নেপালোঁ। তেওঁ (গোস্বামীয়ে) কব খোজে যে বৈষ্ণব ধৰ্ম্মটো বুদ্ধ-ধৰ্ম্মৰ সাঁচত ঢলা হৈছে আৰু এসময়ত অসমত বৌদ্ধ ধৰ্ম্ম বৰ প্ৰবল ভাবে আছিল। এই কথা বুৰঞ্জীৰে প্ৰমাণ কৰিব নোৱাৰি। Conference ভগাৰ পিচত Reserved ট্ৰেনেৰে

ভিক্টৰীয়া মেমৰিয়েল হললৈ গলোঁ। এইটো দেখি বৰ ভাল পালোঁ। এইটো লৰ্ড কাৰ্জ্জনৰ এটা প্ৰধান কীৰ্ত্তি। ইয়াৰ ভিতৰত মোৰ এটাইতকৈ ভাল লাগিল অতি পুৰণি ছবিবিলাক আৰু ঐতিহাসিক চিঠি আৰু আন কাগজবিলাক। ভিক্টৰীয়া হলৰপৰা আহি Calcutta University Instituteলৈ আহিলোঁ। তাত চাহ খালোঁ আৰু "মৃচ্ছকটিক" সংস্কৃত নাটকৰ থিয়েটাৰ চালোঁহঁক আৰু Indian Musicৰে নমুনা শুনিলোঁহঁক। থিয়েটাৰ ভগাৰ পিচত মহাৰাজৰ লগত ঘৰলৈ গলোঁ।

১ ফেব্ৰুৱাৰী –

আজি পুৱাতে শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী আৰু দুৰ্গেশ্বৰক লগত লৈ Sir আশুতোষৰ তালৈ গলোঁ। তেওঁক লগ নেপাই উভতি আহিব লগাত পৰিলোঁ। আজি শ্ৰীযুত ৰজনী বৰদলৈ ঘৰলৈ উভতি গল। আমি শ্ৰীযুত ভোলানাথ বৰুৱাৰ Tea Partyলৈ গলোঁ। বহুত দিনৰ মূৰত শ্ৰীযুত ভোলানাথ বৰুৱাক লগ পাই বৰ আনন্দ পালোঁ। Tea-Partyত আৰু কেইজনমান অসমীয়াক লগ পালোঁ। বৰুৱা ডাঙ্গৰীযাই মোক বৰকৈ ধৰিলে তেওঁৰ ঘৰলৈ যাবলৈ, মই আহিম বুলি ক'লোঁ।

২ ফেব্ৰুৱাৰী –

আজি সৰস্বতী পূজা। আজি শৰৎ গোস্বামী আৰু দুৰ্গেশ্বৰ শৰ্ম্মা অসমলৈ ঘূৰি যাব। আমি পুৱাতে উঠি শ্ৰীযুত ক্ষিতীন্দ্ৰনাথ ঠাকুৰৰ তালৈ যাওঁ। তেওঁ বহুত দিনৰ মূৰত মোক দেখি বৰ আনন্দ প্ৰকাশ কৰিলে। তেওঁ কৰা সকলো কিতাপৰ একোখন মোক উপহাৰ দিলে। মই দুপৰীয়া ঘৰলৈ গ'লোঁ। মহাৰাজৰ কৰ্ম্মচাৰী শ্ৰীযুত নৃপেন্দ্ৰ নাৰায়ণ ৰায়কে কলোঁ যে কাইলৈ ইয়াৰপৰা শ্ৰীযুত ভোলনাথ বৰুৱাৰ তালৈ যাম। তেওঁ বহুত আপত্তি কৰাৰ পাচত মোক পঠাবলৈ মান্তি হল। গধূলি শ্ৰীমান অম্বিকা বড়া মোৰ লগত দেখা কৰিবলৈ আহিছিল। তেওঁৰ সৈতে 'সংস্কৃত প্ৰেচ'লৈ গলোঁ কিন্তু তাৰ মেনেজাৰ শ্ৰীযুত তাৰাপ্ৰসাদ বাবুক লগ নেপালোঁ। দুয়ো ঘৰলৈ গুচি গলোঁ।

৩ ফেব্ৰুৱাৰী—

আজি পুৱাতে গাড়ী এখন অনাই হাওৰা ষ্টেচনলৈ ৰাওনা হলোঁ। যাওঁতে সংস্কৃত প্ৰেচত সোমাই মেনেজাৰক কলোঁ যে অঙ্কীয়া বাৰ নাটৰ বাকী অংশ আৰু তেওঁৰ তাত ছপোৱা নহয়।

হাওৰা পাই শ্ৰীযুত ভোলানাথ বৰুৱা ডাঙৰীয়াৰ লগত দেখা কৰিলোঁ, মই অহাত তেওঁ বৰ ভাল পালে। তেখেতৰ তাতে কৰ্ণেল আহমেদ আহি আছেহি। তেখেতক দেখিও বৰ আনন্দ পালোঁ। কৰ্ণেল আহমেদক দিল্লী দৰবাৰলৈ যাওঁতেই ঘি লগ পাইছিলোঁ। খাই-বই উঠি অলপ বিশ্ৰাম কৰি Sir আশুতোষক আনিবলৈ যাওঁ। মই হাওৰালৈ অহাৰ পূৰ্ব্বতে শ্ৰীমান অম্বিকা বড়াই ফোন (Phone) কৰি কৈছিল যে Sir আশুতোষে মোক মাতিছে, তেওঁক লগত কৰি আনিবলৈ। মই ৪ বজাত Sir

আশুতোষক আনিবলৈ গলোঁ আৰু আধা ঘণ্টা মানৰ পিচতে তেওঁক আনি শ্ৰীযুত বৰুৱাৰ ঘৰ পালোঁহি। আহোঁতে বাটত Sir আশুতোষে মোক অনেক কথা কলে। তেওঁ কলে যে তেওঁৰ বৰ ইচ্ছা যে মই কলিকতালৈ আহোঁ। তেওঁ সেই বিষযে গভৰ্ণৰলৈ লিখিবলৈ পৰ্য্যন্ত প্ৰস্তুত আছে বুলি কলে। আৰু কলে যে যদি অসম গভৰ্ণমেণ্টে মোৰ Service Universityকে দিবলৈ ৰাজি নহয়, তেনেহলে মই retire কৰি আহি Universityত যোগদান কৰিব পাৰোঁ। তেওঁ বৰুৱাক এক লাখ টকাৰ নিমিত্তে ধৰিব খুজিছে। তেওঁ কৈছে যে এক লাখ টকা পালে তেওঁ Assamese Languageৰ নিমিত্তে এখন ( Chair form ) কৰিব পাৰে। তেনেহলে অসমীয়া ভাষা আৰু বুৰঞ্জীৰ অনেক তত্ত্ব অনুসন্ধান কৰিব পৰা হ'ব। আমি কথা পাতি আহি বৰুৱাৰ ঘৰ পালোঁহি। মই, বৰুৱা আৰু Sir আশুতোষে অনেক কথা হলোঁহঁক। Sir আশুতোষে বৰুৱাক ১ লাখ টকাৰ কথা ক'লত তেওঁ দিব নোৱাৰো বুলি নকলে, কিন্তু সম্প্ৰতি "অসমীয়া সাহিত্যৰ চানেকী" বোলা মই কৰা কিতাপখন ছপোৱা খৰচ দিবলৈ গাত ললে। সম্প্ৰতি তেওঁ দুহেজাৰ টকা কাইলৈ দিব আৰু বাকীখিনি পিচে লাহে লাহে দিবলৈ গাত ললে। তাৰ পাচত আমাক তেওঁ চাহ খুৱালে। সন্ধ্যা লগাৰ পাচত হে Sir আশুতোষ ঘৰলৈ গল।

**৪ ফেব্ৰুৱাৰী—**

আজি বৰুৱা ডাঙ্গৰীয়াৰ পৰা ২০০০ টকাৰ cheque আনি Sir আশুতোষক দিওঁ। তেওঁ টকা পাই ভাল পালে। বৰুৱা ডাঙ্গৰীযাৰ চিঠিখন মোক draft কৰিবলৈ কলে। মই draftত লিখিলোঁ যে মই "অসমীয়া সাহিত্যৰ চানেকি" ছপাই দিবলৈ গাত ললোঁ আৰু তাৰ বাবে এতিয়া ২০০০ টকা পঠালোঁ। বাকী টকা লাহে লাহে দিয়া যাব। তেওঁ সেই draft মঞ্জুৰ কৰিলে। তেতিয়াই মই কলিকতাত থাকোঁতেই কিতাপৰ বৰ্ত্তমান যুগৰ volumeটো ছপাবলৈ দিলে।

**৫ ফেব্ৰুৱাৰী—**

আজি কৰ্ণেল আহমেদ ডাক্তৰ চাহাব হাইদৰাবাদলৈ যায়। বৰুৱাৰ অসুখৰ চিকিৎসা কুলবিলৰ গোসাঁইৰ হতুৱাই কৰোৱাবলৈ মই কওঁ। বৰুৱা ডাঙ্গৰীয়াই তেওঁক আহিবলৈ লিখিবলৈ কয়। সেই অনুসাৰে মই তেওঁলৈ লিখোঁ। বৰুৱা ডাঙ্গৰীয়াৰ লগত অসমীয়া সাহিত্যৰ বিষয়ে অনেক কথা হওঁ। তেওঁ "কথা ভাগৱত" আৰু মোৰ "অসমীয়া জাতিৰ বুৰঞ্জী" আৰু "অসমীয়া সাহিত্য আৰু ভাষাৰ বুৰঞ্জী" ছপাবলৈ স্বীকাৰ কৰে।

**৬ ফেব্ৰুৱাৰী—**

আজি পুৱা বৰুৱাৰে সৈতে ( শ্ৰীযুত ভোলানাথ বৰুৱা ) ওলাই যাওঁ। অঙ্কীয়া নাট ছপোৱাৰ বাবে যি দিব লাগে দি লেঠা মাৰিলোঁ। অঙ্কীয়া নাট সংস্কৃত প্ৰেছত ছপাবলৈ দিয়া হৈছিল। মেনেজাৰে মোক "চণ্ডিদাস" বুলি এখন কাব্য মতামতৰ বাবে দিলে।

**৭ ফেব্ৰুৱাৰী—**

অপ্ৰকাশ্য, একেবাৰে ঘৰুৱা ব্যক্তিগত কথা।

**৮ ফেব্ৰুৱাৰী—**

পুৱা ৯ মান বজাত বৰুৱা ডাঙৰীয়াৰ লগত শালিমাৰলৈ ফুৰিবলৈ গলোঁ। তাত তেওঁৰ এটা সৰু ৰকমৰ Iron Foundry আছে দেখি বৰ ভাল পালোঁ। মানুহজনৰ Business capacity দেখি যে কিমান আনন্দ পালোঁ কি কম। বিদেশত আহি এজন কোনো সাৰথী নোহোৱা অসমীয়া মানুহে এনেকৈ কাৰবাৰ কৰা দেখিলে আমাৰ জাতিৰ ভবিষ্যত সম্বন্ধে অনেক আশা হয়। তেওঁ বোধকৰো ৫০।৬০ লক্ষ টকাৰ সম্পত্তি কৰিছে। ঘৰলৈ আহি দেখো শ্ৰীমান অম্বিকা বড়া বহি আছে। তেওঁৰ লগত কথাবাৰ্ত্তা পাতিলোঁ। অম্বিকাই ইযাতে খাই-বই গল।

**৯ আৰু ১০ ফেব্ৰুৱাৰী—**

এই দুদিন ঘৰতে বহি পুৰণি বুৰঞ্জীৰ ভূমিকা লিখোঁ। শ্ৰীমান দিবাকৰক বৰুৱাৰ চিনাকী কৰি দিওঁ। I. C. S পৰীক্ষা দিবলৈ তাক ১০০ টকা দি তেওঁ সহায় কৰে।

**১১ ফেব্ৰুৱাৰী—**

প্ৰথমতে Universityলৈ গলো। মোৰ পাৰিশ্ৰমিক ২০০০ হেজাৰৰ ভিতৰত ১৫০০ টকাৰ এখন cheque পালোঁ। সাম্য প্ৰেছলৈ গৈ তাত অঙ্কীয়া নাট ছপাবৰ ঠিক কৰিলোঁ। অঙ্কীয়া নাটৰ ছপা হোৱা ফৰ্ম্মা কেইটা অম্বিকা বড়া আৰু বৰুৱাক দেখুৱালোঁ। বৰুৱাই বাকীখিনি ছপাবলৈ গাত ললে। তেওঁক কথাগীতাৰ পৰা ভট্টদেৱৰ জীৱন-চৰিত পঢ়ি শুনালোঁ। আজি ঘনশ্যাম বৰুৱালৈ চিঠি দিছোঁ। বৰুৱাই "অসমীয়া সাহিত্যৰ চানেকি" ছপোৱা খৰচ দিয়া বাবে তেওঁলৈ ধন্যবাদ দি চিঠি দিবলৈ। বৰুৱা কথা-ভাগৱত ছপোৱাত কিমান খৰচ পৰিব তাক Baptist Mission Press ঠিক কৰিবলৈ কৈছে। শ্ৰীযুত লক্ষ্মীনাথ ফুকনে নিবৰ কথা আছিল। তেওঁ দেখোন নাহিল।

**১২ ফেব্ৰুৱাৰী—**

আজি অঙ্কীয়া নাটৰ পুথিৰ পৰা কিছুমান পাত নকল কৰোঁ। কাইলৈ University Hallলৈ গৈ "অসমীয়া সাহিত্যৰ চানেকি" ছপা আৰম্ভ কৰি দি আহিব লাগে আৰু সঞ্জীৱনী প্ৰেছলৈ গৈ "পুৰণি অসম বুৰঞ্জী"ৰ ভূমিকা আৰু অঙ্কীয়া নাটৰ ছপা আৰম্ভ কৰি আহিব লাগে।

**১৩ ফেব্ৰুৱাৰী—**

ইউনিভাৰ্চিটি অফিচলৈ গলোঁ। তাত "অসমীয়া সাহিত্যৰ চানেকি"ৰ বৰ্ত্তমান যুগৰ volumeটো চালোঁ আৰু এই volumeত থকা লিখকসকলৰ নামৰ এটা লিষ্ট আনিলোঁ যাতে তেওঁবিলাকৰ Biographical note দিব পাৰো। সাম্য প্ৰেছত গৈ পুৰণি অসম

বুৰঞ্জীৰ পাতনিৰ proof শুদ্ধ কৰি দিলোঁ আৰু অহীয়া বাৰ নাট ছপাবৰ বন্দোবস্ত কৰিলোঁ। ফৰ্মাত ছাপা খৰচ ১২ টকাকৈ লব খুজিছে। মই তেওঁক প্ৰস্তাব কৰিলোঁ যে তেওঁ সাম্য প্ৰেছৰ পৰা "অকণ" কাগজখন উলিয়াবলৈ গাত লব পাৰেনে নোৱাৰে। তেওঁ হিচাব কৰি চাই ভাবি উত্তৰ দিম বুলিছে। "অকণ" খন উলিয়াব পাৰিলে বৰ ভাল হয়। Cover Paper এটা ভাল চাই design দিব লাগিব। শ্ৰীযুত চন্দ্ৰকমল বেজবৰুৱাৰ তালৈ গলোঁ, তেওঁক লগ নেপালোঁ, শ্ৰীমান সুৰেনক হে পালোঁ।

**১৪ ফেব্ৰুৱাৰী—**

শ্ৰীযুত ভোলানাথ বৰুৱাৰ লৈতে ওলাই গলোঁ। যাওঁতে শ্ৰীমান অম্বিকা বড়াক দেখা কৰিবলৈ গলোঁহক, কিন্তু তেওঁ তেতিয়া গধূলি ৭ বজাতো অফিচৰ পৰাই অহা নাছিল, কাজেই লগ নেপালোঁহক। শ্ৰীযুত সুকুমাৰ মিত্ৰলৈ "অকণ" আকৌ উলিওৱা বিষয়ে এখন চিঠি লিখিছোঁ। চিঠিখন শ্ৰীযুত বৰুৱাক চাবলৈ দিলোঁ, তেওঁ মোৰ ideaটো বৰ ভাল বুলিলে আৰু তেওঁ financial সহায় কৰিবলৈ ইচ্ছা প্ৰকাশ কৰি প্ৰেছৰ মেনেজাৰ সুকুমাৰ বাবুক তেওঁৰ ওচৰলৈ এদিন মাতি আনিব কলে। শ্ৰীযুত বৰুৱাই সহায় কৰো বুলিলে মই অতি সহজে "অকণ" আকৌ উলিয়াব পাৰো। ফুৰিবলৈ যাওঁতে বৰুৱা ডাঙ্গৰীয়াৰ লগত আমাৰ দেশৰ নানা অভাৱৰ বিষয়ে অনেক কথাবাৰ্ত্তা হলোঁ।

**১৫ ফেব্ৰুৱাৰী—**

শ্ৰীযুত বৰুৱাক চিকিৎসা কৰিবৰ নিমিত্তে আহিবলৈ মই শ্ৰীযুত পদ্মনাথ গোস্বামীলৈ লিখিছিলোঁ। তেওঁ আজি অসমৰ পৰা আহি পাইছেহি। শ্ৰীযুত বৰুৱাই খাই-বই উঠি মোক মতাই নি ৰাতি ১১½ বজালৈকে মোৰ হতুৱাই কথা-গীতাৰ মই লিখা ভূমিকাখন পঢ়াই শুনিলে।

**১৬ ফেব্ৰুৱাৰী—**

আজি শ্ৰীযুত ভোলানাথ বৰুৱাই কুলবিলৰ পদ্মনাথ গোস্বামীৰ দৰব খাইছে; মোৰ দিহামতেই বৰুৱাই এওঁক অসমৰ পৰা অনাইছে॥ গোসাঁইয়ে তেওঁৰ নাড়ীজ্ঞান কৰা সোমক্ষয়ৰ পৰাই তেওঁৰ সকলো বেমাৰ হৈছে বুলি কোৱাত শ্ৰীযুত বৰুৱাই ঠিক নিৰ্ণয় কৰিছে বুলি কৈছে। গোসাঁইৰ চিকিৎসাতেই বৰুৱা ডাঙ্গৰীয়া সম্পূৰ্ণ আৰোগ্য হব লাগে। আজি Baptist Mission Pressৰ পৰা কথা-ভাগৱত ছপোৱা estimate পালোঁ। কথা-ভাগৱতখন ছাপা কৰিব পাৰিলে এটা ডাঙৰ কথা হয়। ৰাতি শ্ৰীযুত নৰেন্দ্ৰনাথ সান্যাল আহিছিল; তেওঁৰ লগত নানা কথা পাতো।

**১৭ ফেব্ৰুৱাৰী—**

শ্ৰীযুত বৰুৱাই গোঁসাইৰ দৰব খাই অলপ ভাল পাইছোঁ বুলি কৈছে। শ্ৰীযুত লক্ষ্মীনাথ ফুকনৰ হাতত কথা-ভাগৱত কিতাপ কেইখন দি estimate of cost আনিবলৈ কলোঁ।

**১৮ ফেব্ৰুৱাৰী—**

খাই-বই উঠি ইউনিভাৰ্চিটি হললৈ গৈ Sir আশুতোষৰ লগত দেখা কৰি “অসমীয়া সাহিত্যৰ চানেকি”ৰ Modern age আৰু Orthography সম্বন্ধে কথাবাৰ্ত্তা হলোঁ; তেওঁ কলে যে historically spelling শুদ্ধ কৰি ৰখাটোহে বাঞ্ছনীয়। তেওঁ মোৰ হাতত পুৰণি বুৰঞ্জীৰ ভূমিকা দেখি আৰু অঙ্কীয়া নাটৰ Proof দেখি বৰ ভাল পালে আৰু শ্ৰীযুত দীনেশচন্দ্ৰ সেনক কলে যে “অসমীয়া সাহিত্যৰ এইবিলাক যেতিয়া ওলাই পৰিব তেতিয়া একেবাৰেই তোমাৰ মুখ বন্ধ হব।” তেওঁ আৰু কলে যে “যাৰ যিটো প্ৰাপ্য সেইটো দিবলৈ তুমি কুণ্ঠিত হোৱা। পৰৰ বস্তুৰ ওপৰত দাবী কৰিবলৈ যোৱা ভাল মানুহৰ কাম নহয়, চোৰ বা ডকাইতৰহে কাম।” দীনেশ বাবুৱে মোৰ হাতৰপৰা দৰঙ্গ ৰাজবংশাৱলী এখন ললে আৰু কৈছে যে অহা মাহৰ “বঙ্গবাসী”ত তাৰ এখন Review লিখিব। মই কৈছোঁ যে তেওঁৰ লিখাৰ পৰাই অসমীয়া সাহিত্যৰ ওপৰত তেওঁৰ অভিমত বুজিব পৰা হব। ইউনিভাৰ্চিটি হলৰপৰা সঞ্জীৱনী অফিচলৈ গৈ তাতে শ্ৰীমান বড়াক লগ পাওঁ। তেওঁৰ মুখে শুনিবলৈ পালোঁ যে তেওঁৰ ভায়েকক এবছৰৰ নিমিত্তে ফাটেক দিছে। বোধকৰোঁ শ্ৰীমান গোলোকেশ্বৰকো তেনেই দণ্ড দিছে। দেশৰ মঙ্গলৰ অৰ্থে এই শিক্ষিত ডেকা লৰাবিলাকে নিজক বলিদান দিছে—ই অসমৰ সৌভাগ্যৰ বিষয়। ‘অৰুণ’ আকৌ উলিওৱাৰ নিমিত্তে শ্ৰীযুত সুকুমাৰ মিত্ৰৰ লগত বহুত কথা হলোঁ।

**১৯ ফেব্ৰুৱাৰী—**

আজি ঘৰতে থাকি Proofs চাইছোঁ।

**২০ ফেব্ৰুৱাৰী—**

আজি ‘সঞ্জীৱনী’ অফিচৰ মেনেজাৰ শ্ৰীযুত সুকুমাৰ মিত্ৰ আহিছিল। মই শ্ৰীযুত বৰুৱাক “অৰুণ” আকৌ উলিওৱাৰ কথা কলোঁ। “অৰুণ” ভালকৈ উলিয়াবলৈ দেখা গ'ল মাহে প্ৰায় ১৫০ টকা লাগে। এয়ে ঠিক হল যে মই কাগজখন edit কৰিম, সুকুমাৰ বাবুৱে publish কৰিব আৰু শ্ৰীযুত বৰুৱাই finance কৰিব। এই ভাবেৰে এখন লিখাপঢ়া কৰিবলৈ স্থিৰ কৰা হল। “অৰুণ”খন উলিয়াব খোজাত বৰ ভাল পাইছোঁ। এনে এখন কাগজৰ বিশেষ দৰকাৰ আছে। গধূলি শ্ৰীযুত বৰুৱা ডাঙ্গৰীয়াৰ লগত ফুৰিবলৈ গৈছিলোঁ। বাটতে শ্ৰীযুত নৰেন্দ্ৰনাথ সান্যাল বাবুক লগ পোৱাত আমি তেওঁক আমাৰ গাড়ীতে লৈ গলোঁ। ঘূৰি আহি বৰুৱাৰ তাত বহাত শঙ্কৰাচাৰ্য্যৰ “মোহমুদ্গৰ” বৰুৱাই পঢ়ি অৰ্থ কৰলৈ কলত মই পঢ়ি অৰ্থ কলোঁ। নৰেন্দ্ৰ বাবুৱে শঙ্কৰাচাৰ্য্যক এজন ভিক্ষাৰী বৈৰাগী বুলিলত সেই বিষয়ে অনেক তৰ্ক হল। তেওঁ শেহত কলে যে তেওঁ চাৰ্ব্বাকবাদীহে। মই কলোঁ তেন্তে তেওঁৰ লগত তৰ্ক কৰা মিছা।

---

২১ ফেব্ৰুৱাৰীৰ পৰা ৫।৩।২২ লৈকে পাত নাই। সম্ভৱ কেনেবাকৈ এৰাই পৰিল।—বে. শ.

৬ মাৰ্চ্চ—

আজি পুৱাতে উঠি কালিঘাটলৈ গৈ গঙ্গাত স্নান কৰি মই ঈশ্বৰী কালিৰ মন্দিৰত সোমাই আহ্নিক আৰু জপ কৰি প্ৰায় ১ ঘণ্টামান আছিলোঁ। যিবিলাক যাত্ৰী দৰ্শন কৰিবলৈ আহিছিল তাৰ সৰহ ভাগেই যেন formality ৰক্ষা কৰিবলৈকে আহিছিল এনে বোধ হৈছিল। ৺কালি মন্দিৰৰ তলখন মাৰ্ব্বল পাথৰেৰে বন্ধা। সেইটো বৰ সুন্দৰ হৈছে, কিন্তু ভিতৰে বাহিৰে গাৰ ভাগতো বিলাতি ৰঙীণ tilesএৰে বন্ধোৱা। এইটো দেখি বঙ্গালীৰ artistic জ্ঞানৰ সম্পূৰ্ণ অভাৱ যেন বোধ হয়। বঙ্গালী জাতিৰ প্ৰতি ব্যৱহাৰতে নানা দেশীয় ভাবৰ সংমিশ্ৰণ দেখিবলৈ পোৱা যায়। তেওঁবিলাকৰ artএও তাৰ হাত সাৰিব পৰা নাই। মুঠৰ ওপৰত কবলৈ গলে, কালিঘাটৰ মন্দিৰত একো Artistic Beauty নাই। আমাৰ ৺কামাখ্যা মন্দিৰ, জয়সাগৰ, শিৱসাগৰ মন্দিৰ আৰু শিঙ্গৰীৰ গোপেশ্বৰ মন্দিৰ Art হিচাপে কেনে ধুনীয়া।

৭ মাৰ্চ্চ—

আজি মিঃ বি. বৰুৱাই ৫৪৬৲ টকা মোক দিছে (১) কথা-ভাগৱত (২) কথাগীতা আৰু (৩) অঙ্কীয়া নাটৰ ছপোৱাৰ advance দিবলৈ। তাৰে ৩০০৲ টকা কটন প্ৰেচত 'কথা-ভাগৱত' ছপাবৰ নিমিত্তে দিয়া হ'ল আৰু সঞ্জীৱনী প্ৰেছত ১০০৲ টকা কথাগীতাৰ নিমিত্তে আৰু ১০০৲ টকা অঙ্কীয়া নাটবোৰ ছপাবৰ নিমিত্তে দিয়া হল। বাকী ৪৬৲ টকা মই ললো কিয়নো এই টকা দি সংস্কৃত প্ৰেছৰপৰা মই অঙ্কীয়া নাট আনিব লগা হৈছিল।

৮ মাৰ্চ্চ—

আজি গধূলিৰ Puri Express গাড়ীত মহাপ্ৰভু জগন্নাথ দৰ্শনলৈ যাব খুজিছো।

মই কলিকতালৈ ১৫।১।২২ তাৰিখে আহিছো। প্ৰথমতে কাশিমবজাৰৰ মহাৰাজৰ ঘৰত অতিথি আছিলোঁ। এই কেইদিনমান Calcutta Second Oriental Conferenceৰ প্ৰায় functionকে attend কৰোঁ। মোৰ "অসমীয়া সাহিত্যৰ চানেকি" কলিকতা Universityক শোধাওঁ। কাশিমবজাৰৰ মহাৰাজে 'হস্তিবিদ্যাৰ্ণৱ' পুথিখন চাই তেওঁৰ খৰচতে ছপাবলৈ স্থিৰ কৰে, পুথিখন সচিত্ৰভাৱে ছপা কৰিবলৈ প্ৰায় দুই হেজাৰ টকা লাগিব। মহাৰাজে সেই টকা দিবলৈ গাত ললে। কাশীৰ সংস্কৃত কলেজৰ Principal ডাক্তৰ মহামহোপাধ্যায় গঙ্গানাথ ঝাও Conferenceলৈ আহি মহাৰাজৰ ঘৰতে অতিথি আছিল। তেওঁৰ লগত দেখা হৈ মহামহোপাধ্যায় দেউৰ 'বৃত্তমঞ্জৰী' কিতাপখন তেখেতক edit কৰিবলৈ অনুৰোধ কৰাত তেখেতে স্বীকাৰ কৰে। মই এখন নাগেৰী কপি কৰাই দিব লাগে বুলি কয়। মই বৰদাৰ মহাৰাজৰ Central Libraryৰ পণ্ডিত অনন্ত শাস্ত্ৰীলৈ এই 'বৃত্ত'ৰ কিতাপখন "গুইকোৱৰ অৰিয়েণ্টাল চিৰিজ"ৰ অন্তৰ্ভুক্ত কৰি ছাপা কৰিবৰ নিমিত্তে লিখাত তেওঁ Dr. Ganganath Jhaৰ লগত পৰামৰ্শ কৰি হে এই কাম হাতত লব খুজিছে। এইদৰে কিতাপখন ছাপা কৰোৱাব পাৰিলে বৰ ভাল হব।

৩।২।২২ তাৰিখে শ্ৰীযুত ভোলানাথ বৰুৱা ডাঙৰীয়াৰ অনুৰোধত তেওঁৰ হাওৰাত থকা ঘৰত থাকিবলৈ আহোঁ আৰু আজি পৰিমিত তাতে থাকোঁ। তেওঁ মোক বিশেষ যত্ন কৰি ৰাখিছিল। মই Sir আশুতোষক লৈ অহাত তেওঁৰ হাতত "অসমীয়া সাহিত্যৰ চানেকি" ছপা খৰচ দহ হাজাৰ টকা দিবলৈ গাত ললে। অৰ্থাৎ তেওঁ Calcutta Universityক দহ হাজাৰ টকা দি B. Borooah Trust Fund এটা কৰি দিব। এই Fundৰ পৰাই কলিকতা Universityএ সদাই লাগতিয়াল Assamese কিতাপবিলাক ছপাই থাকিব আৰু সেই কিতাপবিলাক বেচি তাৰ মূল্য Fundত জমা দিব। এইটো মোৰপৰাই হল বুলি বৰুৱা ডাঙৰীয়াই স্বীকাৰ কৰিছে।

মই কলিকতাত এমাহ থাকি তলত লিখা কাৰ্য্যবিলাক কৰা হ'ল।

(১) কলিকতা Universityত মই কৰা "অসমীয়া সাহিত্যৰ চানেকি" অৰ্পণ কৰা আৰু তাক ছপা কৰাবৰ নিমিত্তে শ্ৰীযুত বৰুৱাৰ হতুৱাই দহ হেজাৰ টকা দিয়াওঁ।

(২) মহাৰাজ শ্ৰীযুত মনীন্দ্ৰচন্দ্ৰ নন্দীক 'হস্তিবিদ্যাৰ্ণৱ' ছপোৱাবলৈ স্বীকাৰ কৰাওঁ।

(৩) 'অসমীয়া-পুৰণি বুৰঞ্জী'ৰ পাতনি আৰু ভূমিকা লিখি 'সাম্য প্ৰেছ'ত সেই কিতাপ ছপোৱা শেষ কৰো।

(৪) অঙ্কীয়া নাট সংস্কৃত প্ৰেচৰপৰা আনি সাম্য প্ৰেছত দিওঁ।

(৫) শ্ৰীযুত ভোলানাথ বৰুৱাৰ হতুৱাই স্বীকাৰ কৰাওঁ অসমীয়া পুৰণি পুথি ছপাবৰ নিমিত্তে এটা দহ হেজাৰ টকাৰ Fund কৰিবলৈ। এই fund এটা Publicity Boardৰ তলত থাকিব।

(৬) 'কথা-গীতা', 'কথা-ভাগৱত' আৰু 'অঙ্কীয়া নাট' ভোলানাথ বৰুৱাৰ হতুৱাই ছপাবলৈ প্ৰেছত দিওঁ।

(৭) অসমীয়া ল'ৰা-ছোৱালীৰ নিমিত্তে এখন মাহেকীয়া সচিত্ৰ কাগজ উলিয়াবলৈ স্থিৰ কৰো। এই কাগজ মই সম্পাদন কৰিম, সাম্য প্ৰেছৰ মেনেজাৰ Publish কৰিব আৰু শ্ৰীযুত বৰুৱাই Finance কৰিব।

(৮) Universityএ সাহিত্য চানেকিৰ বাবে মোক যি ২০০০৲ টকা দিব লগা আছিল তাৰ ভিতৰত ১৫০০৲ দিয়ে।

(৯) মহামহোপাধ্যায় দেউৰ 'বৃত্তমঞ্জৰী' ডাক্তৰ গঙ্গানাথ ঝাৰ দ্বাৰা সম্পাদন আৰু বৰোদাৰ ৰজাৰ গুইকোৱৰ চেণ্ট্ৰেল লাইব্ৰেৰী Seriesঅত প্ৰকাশ কৰিবৰ নিমিত্তে চেষ্টা কৰোঁ।

(১০) কলিকতা Oriental Conferenceত যোগ দিওঁ।

আজি গধূলি জগন্নাথৰ কৃপাত পুৰুষোত্তম ক্ষেত্ৰলৈ ৰাওনা হলোঁ।*

---

* ১৯১৪ চনৰপৰা ৮।৩।২২ তাৰিখলৈকে ডায়েৰীৰ অংশ মাধৱ বেজবৰুৱা সম্পাদিত 'ৰাহীত' প্ৰকাশিত আৰু শিৱসাগৰৰ শ্ৰীপ্ৰফুল্লচন্দ্ৰ বেজবৰুৱা, এম, এ, এল-এল-বিৰ সৌজন্যত প্ৰাপ্ত—সম্পাদক, প. হে. গো, ৰ.

# পুৰীত চন্দ্ৰনাথ শৰ্ম্মা

**৯ মাৰ্চ্চ—**

আজি পুৱা প্ৰায় আঠ বজাত ( কালি গধূলি কলিকতাতে পুৰুষোত্তম ক্ষেত্ৰলৈ বুলি ৰেলত উঠি ) পুৰী ষ্টেছন পালোঁহি। তাত গাড়ী ধৰি শ্ৰীযুত ভীমসেন মহাপাত্ৰৰ ঘৰলৈ আহিলোঁ। তেওঁৰ লগত অলপ কথা-বাৰ্ত্তা পাতি মাৰ্কণ্ডেয় হ্ৰদত স্নান কৰিবলৈ গলোঁ। তাত স্নান কৰি আহি মহাপ্ৰভুৰ বালভোজনৰ পিচত দৰ্শন কৰি আহি জলযোগ কৰি তাৰ পিচত প্ৰসাদ ললোঁহঁক। প্ৰসাদ লৈ অলপ বিশ্ৰাম কৰাৰ পাচত শ্ৰীযুত বদনচন্দ্ৰ শৰ্ম্মাই মোক দেখা কৰিবলৈ আহে। তেওঁ নগাৱঁৰ মানুহ, নগাৱঁত একাউন্টেণ্ট আছিল। তেওঁ পেন্সন লৈ আহি সস্ত্ৰীক জগন্নাথত বাস কৰিছে। শ্ৰীযুত বাসুদেৱ মহাপাত্ৰ, বদনচন্দ্ৰ, বাপাচানা আৰু মই সাগৰ চাবলৈ আৰু শ্ৰীযুত চন্দ্ৰনাথ শৰ্ম্মাক চাবলৈ গলোঁ। তেজপুৰৰ বিহগুৰিৰ চন্দ্ৰ শৰ্ম্মাৰ যক্ষ্মা ৰোগ হোৱাত আজি প্ৰায় ৫ মাহমান পুৰীত সাগৰৰ দাঁতিত ঘৰ এটা ভাড়া কৰি আছেহি। তেওঁক দেখি বৰ বেয়া লাগিল। তেওঁৰ যে কিবা উপকাৰ হৈছে, এনে বোধ নহল। তাৰ পিচত সাগৰৰ দাঁতিয়ে দাঁতিয়ে আহি ঘৰ ওলালোঁহি। লগত শ্ৰীযুত বাসুদেৱ মহাপাত্ৰ, শ্ৰীযুত বদনচন্দ্ৰ শৰ্ম্মা আৰু বাপাচানা আছিল।

## সাগৰ দেখা

মোৰ জন্মৰ ভিতৰত এই প্ৰথম সাগৰ দেখিলোঁ। সাগৰৰ দৃশ্য দেখি মোৰ মনত যে কত ভাব খেলাইছিল তাক বৰ্ণনা কৰিব নোৱাৰি। চকুৰে দেখে মানে কেৱল পানী! কেৱল পানী!! কি চমৎকাৰ ঢৌৰ খেলা! যি সাগৰ দেখা নাই, সাগৰৰ কথা কৈ বুজোৱা অসম্ভৱ।

## মহাপ্ৰভুৰ দৰ্শন

ৰাতি ফুৰি আহি ৮ মান বজাত মহাপাত্ৰ শ্ৰীশ্ৰীযুত ভীমসেনৰ লগত মন্দিৰৰ ভিতৰলৈ গলোঁ। তেতিয়া ভোগ লগোৱা বাবে মহাপ্ৰভুৰ দৰজা বন্ধ আছিল। আমি আন আন দেৱতা দৰ্শন কৰি থাকোঁতে দৰজা খোলা হল, আৰু আমি দণ্ডৱত দি মহাপ্ৰভুৰ নিচেই ওচৰলৈ গৈ সেৱা কৰিলোঁ আৰু স্পৰ্শ কৰিলোঁ। সুভদ্ৰা, বলভদ্ৰকো প্ৰণাম কৰি তিনিবাৰ প্ৰদক্ষিণ কৰি ওলাই আহিলোঁ। দৰ্শকবিলাকৰ ভিতৰত অনেক মানুহ হৈছিল। মহাপ্ৰভুক দৰ্শন কৰি মোৰ মনত কেইটামান প্ৰশ্ন উদয় হৈছিল—

(১) মহাপ্ৰভুৰ মন্দিৰৰ গাত এনে এক কাৰুকাৰ্য্যৰ অতি বিচিত্ৰ মূৰ্ত্তিবিলাক আছে, অথচ মহাপ্ৰভুৰ মূৰ্ত্তি কিয় এনেকুৱা কাৰুকাৰ্য্যবিহীন?

(২) মহাপ্ৰভুৰ প্ৰসাদ ভক্ষণত কিয় এক আচাৰবিহীন? সকলো জাতিৰ মানুহে স্পৰ্শ কৰা প্ৰসাদো অতি উচ্চ জাতিয়ে অলপো শঙ্কা নোহোৱাকৈ গ্ৰহণ কৰিছে।

(৩) এই মন্দিৰ আৰু মূৰ্ত্তি স্থাপনৰ প্ৰকৃত বিৱৰণ কি অৰ্থাৎ আচল History ( হিচ্‌টৰী ) কি? কেতিয়া কোনে স্থাপন কৰিলে?

মুঠৰ ওপৰত মহাপ্ৰভুৰ দৰ্শন আৰু স্পৰ্শন কৰি বাস্তবিকেই মনত পৱিত্ৰতা আৰু আনন্দ বোধ হৈছিল। তীৰ্থৰ মাহাত্ম্য এয়েই। * * *

১০ মাৰ্চ্চ—

আজি চক্ৰতীৰ্থত স্নান কৰিলোঁ। তাত গৈ সাগৰৰ ঢৌ ললোঁ। * * মহাপ্ৰভুৰ মন্দিৰৰ পশ্চিম ফালে থকা, দুতলা ঘৰটোৰ ৰুম এটাকে এমাহলৈ ২৭ টকাত ভাড়া কৰিলোঁ। * * * ( ফুৰি-চাকি আহি গধূলি ) মহাপ্ৰভুৰ মন্দিৰলৈ গৈ ৺দৌলগোবিন্দ প্ৰভুৰ চন্দন-যাত্ৰা দৰ্শন কৰিলোঁগৈ।

১১ মাৰ্চ্চ—

উড়িয়া দেশৰ মানুহবোৰ খেতি-বাতিত বৰ পটু নহয় বুলি বোধ হল। বোধ কৰোঁ মাটিও তেনে উৰ্ব্বৰা নহয়। ভাত খোৱাৰ পিচত শ্ৰীযুত বদনচন্দ্ৰ শৰ্ম্মা আহিছিল। বাপাচানাই মরে তেওঁৰ লগত ঘৰলৈ গলোঁ। তাতে আমি দুয়ো চাহ খালোঁ। তেওঁ ৫০০ মান টকা খৰচ কৰি খেতি-বাতি কৰি ইয়াত বাস কৰিছে। ৰত্নপুৰৰ কুঞ্জবিহাৰী চাকীক লগ পালোঁ।

১২ মাৰ্চ্চ—

District Board-ৰ চেয়াৰমেনজনে মহামহোপাধ্যায় শ্ৰীযুত সদাশিৱ মিশ্ৰই উৰিষ্যাৰ পুৰাতত্বৰ বিষয়ে কব পাৰিব বুলি কলে। তেওঁক বিচাৰি গলোঁ। লগ নেপালোঁ।

ঘৰলৈ আহি শুনিলোঁ যে আজি ৰাতি এঠাইত উড়িয়া ভাওনা হব। কথাটো শুনি মোৰ বৰ ভাল লাগিল। কিয়নো, মই অসমীয়া ভাওনাৰ origin ( আঁতিগুৰি ) সম্বন্ধে অনেক অনুসন্ধান কৰিও বিশেষকৈ একো কৰিব পৰা নাই। লৰালৰিকৈ অলপ জলযোগ কৰি অতি উৎসুকেৰে উড়িয়া ভাওনা চাবলৈ গলোঁ। শ্ৰীমান বাপাচানাও মোৰ লগত গল। মই জানিব পাৰিলোঁ যে ভাওনা-চাওনা একো নহয়—আজিকালিৰ ধৰণেৰে কৰা উড়িয়া থিয়েটৰ। বৰ disappointed feel কৰিলোঁ। ইমান দূৰ আহিলোঁ যেতিয়া উড়িয়া থিয়েটাৰকে চাই যাওঁ বুলি ভাবি টিকিট কিনিলোঁ। বহি বহি আমনি লাগিল। থিয়েটৰ হৈছিল শ্ৰীমতী ৰাধাৰ মান-ভঞ্জন বিষয়ে। আৰু উড়িয়া ভাষা নেজানিলেও, ইও এটা সংস্কৃতমূলক ভাষা হোৱাত প্ৰায় কথাকে বুজিব পাৰিছিলোঁ। গোটেইটো থিয়েটৰ প্ৰায় গানতে হৈছিল। গানবিলাক আজিকালিৰ বঙ্গালী থিয়েটৰ গানৰ অনুকৰণ। মূঠৰ ওপৰত থিয়েটাৰ দেখি বৰ বেয়া নেলাগিছিল। প্ৰায় ২॥০ ঘণ্টামান চাই আমি ঘৰলৈ উলটি আহি শুই থাকিলোঁ।

১৩ মাৰ্চ্চ—

আজি মহামহোপাধ্যায় শ্ৰীযুত সদাশিৱ মিশ্ৰৰ ওচৰলৈ গলোঁ। পণ্ডিতজনে যদিও সংস্কৃত নেজানে, তথাপি অনেক সংবাদ জানে। তেওঁলৈ চাৰ এডোৱাৰ্ড গেইট আৰু গ্ৰীয়াৰ্চন আদি চাহাবে লিখা চিঠিবিলাক দেখি বুজিব পাৰিলোঁ যে তেওঁবিলাক পৰ্য্যন্ত পণ্ডিতজনক বৰ সন্মান কৰে। তেওঁ এচিয়াটিক চচাইটিৰ নিমিত্তে কেইবাখনো স্মৃতি সম্বন্ধে সংস্কৃত গ্ৰন্থ 'এডিট্' কৰিছে আৰু চচাইটিৰ-এ সেইবিলাক ছাপা কৰি উলিয়াইছে। তেওঁ বৰ্ত্তমানে এখন ডাঙৰ সংস্কৃত বিষয়ক গ্ৰন্থ সংগ্ৰহ কৰিছে, তাৰ নাম দিছে 'কল্যাপদ্ধৰ্ম

সৰ্ব্বস্ব'। পুৰাতন স্মৃতিবিলাকত যিবোৰ বিধান আছে তাৰ লগে-লগে আপদ কালত কেনে কৰিব লাগে তাকো লিখি থৈ গৈছে। তেওঁ ধৰি লৈছে যে ভাৰতবৰ্ষত আজি-কালি যেনে ধৰ্ম্ম-বিপ্লৱ হৈছে, এইটোৱেই আপদ কাল। সেই গুণে, সেইবোৰ স্মৃতিবচন সংগ্ৰহ কৰি (বিভিন্ন বিষয়ত) তেওঁ এই গ্ৰন্থখন কৰিছে। কলিকতাৰ বাৰিষ্টৰ ব্যোমকেশ চক্ৰবৰ্ত্তীয়ে খৰচ দি কিতাপখন ছাপা কৰাইছে। নাগেৰি আখৰেৰে। কিতাপখন বৰ ডাঙ্গৰ হৈছে। তাৰ মুখবন্ধখন পণ্ডিতে লিখি ইংৰাজীত অনুবাদ কৰাইছে। তেওঁ মোক preface (প্ৰিফেচ) খন পঢ়িবলৈ দিলে আৰু তেওঁ কৰা ✓জগন্নাথ মন্দিৰ বোলা এখনি সৰু বঙ্গালী কিতাপ মোক পঢ়িবলৈ দিলে আৰু উপহাৰ দিলে। তেওঁৰ লগত উড়িয়া ভাষাৰ সাহিত্যৰ বিষয়ে আৰু প্ৰাচীন ইতিহাস সম্বন্ধে অনেক কথাবাৰ্ত্তা হৈ তিনি ঘণ্টামানৰ পাচত ঘৰলৈ আহিলোঁ। তেখেতে মোক ডাঃ গ্ৰীয়েৰচনে লিখা "প্ৰাকৃত কিতাপ" বোলা প্ৰবন্ধটোও পঢ়িবলৈ দিলে। এই প্ৰবন্ধত ডাক্তৰে মহামহোপাধ্যায়ৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰিছে। মই তেওঁৰ লগত কথাবাৰ্ত্তা কৈ বৰ সন্তোষ পালোঁ আৰু তেওঁ মোৰ ওপৰত বৰ সন্তুষ্ট হল যেন বোধ হল। কিয়নো, তেওঁ আকৌ মোক দুই বজাত এবাৰ তেওঁৰ ঘৰলৈ মাতিছে।

পণ্ডিতৰ তাৰপৰা আহি শ্ৰীশ্ৰীযুত ভীমসেন মহাপাত্ৰৰ লগত অলপ কথা-বাৰ্ত্তা পাতি স্নান কৰিলোঁ, আৰু মন্দিৰলৈ গৈ মদনমোহন প্ৰভুৰ চৰণত আবিৰ দান কৰিলোঁ আৰু শ্ৰীশ্ৰীজগন্নাথ মহাপ্ৰভুৰ চৰণতো আবিৰ লগালোঁ। কিয়নো, আজি ফল্গু পূৰ্ণিমা। মহাপ্ৰভুৰ মন্দিৰত সোমাওঁতে বৰ কষ্ট পালোঁ। অসংখ্য মানুহৰ মাজত হেঁচা-ঠেলা কৰি সোমাব লাগে আৰু ওলাব লাগে। মোক শ্ৰীশ্ৰীবাসুদেৱ মহাপাত্ৰই লৈ গৈ দৰ্শন কৰালে। আকৌ মহামহোপাধ্যায়ৰ তালৈ গলোঁ। তেওঁৰ তাতে শ্ৰীগঙ্গাধৰ ত্ৰিপাঠী বুলি এজন পণ্ডিতৰ লগত দেখা হল। তেওঁৰ আগত মহামহোপাধ্যায়ে মোৰ কথা বৰ ভালকৈ কৈছিল বোলে। অৰ্থাৎ আসামাৰপৰা এজন বৰ ডাঙ্গৰ পণ্ডিত আহিছে আৰু তেওঁ ডিপুটী কালেক্টৰ। মই যোৱা মাত্ৰকে তেওঁ মোক সংস্কৃতৰে অভিবাদন কৰি মোৰ লগত সংস্কৃতৰে কথা কবলৈ আৰম্ভ কৰিলে। মই কিছুদূৰ সংস্কৃতেৰে কথা-বাৰ্ত্তা কলোঁ, কিন্তু fluently (ফ্লুৱেন্‌টলি) সংস্কৃত কব নোৱাৰাত হিন্দীৰে কবলৈ অনুমতি খুজিলোঁ। তেওঁ আমাৰ দেশৰ বৈষ্ণৱ ধৰ্ম্ম সম্বন্ধে নানা কথা শুধিলে। মহামহোপাধ্যায় কিবা এখন কাগজ বিচৰাত আৱদ্ধ থকা বাবে আহি মোৰ ওচৰত দুখ প্ৰকাশ কৰিলে। তেনেতে কটকৰ পুলিচ চুপাৰিণ্টেণ্ডেণ্ট শ্ৰীযুত শ্ৰীকৃষ্ণ মহাপাত্ৰ আহি মহামহোপাধ্যায়ক দেখা কৰিলে। মহা-মহোপাধ্যায়ে তেওঁক মোৰ পৰিচয় দিয়াত তেওঁ ভৰিত ধৰি সেৱা কৰিলে। তেওঁৰ মুখে মিঃ মণ্টেগুৰ ইস্তফা (Mr Monatagu's resignation) আৰু মহাত্মা গান্ধীৰ (arrest) (এৰেষ্ট) আৰু ৰাজদ্ৰোহৰ বিচাৰ সম্বন্ধে সকলো কথা শুনিলোঁ। তেওঁ মোক এবাৰ কটক চাবলৈ আহ্বান কৰিলে। তেওঁ গুৱাহাটীলৈ এবাৰ গৈছিল। তেওঁ কয় যে মহাভাৰতৰ যুগত প্ৰাগ্‌জ্যোতিষৰ গৌৰৱ আছিল আৰু ৰামায়ণৰ যুগত উৎকলৰ গৌৰৱ

আছিল। কথাটো বৰ মিছা নহয়। তেওঁ বিদায় লৈ যোৱাৰ পাচত মহামহোপাধ্যায়ে কলে যে এই মানুহটোৰ নিচিনা পাষণ্ড মানুহ আৰু নাই। ই মিছাক সঁচা আৰু সঁচাক মিছা কৰোৱাত ইমান সিদ্ধ যে পুলিচৰ নিচেই তলৰ কৰ্ম্মচাৰীৰপৰা আহি এতিয়া চুপাৰিণ্টেণ্ডেণ্ট হৈছেহি আৰু গৱৰ্ণমেণ্টৰ বৰ প্ৰিয়পাত্ৰ বাবে ৰায়বাহাদুৰ উপাধি পাইছে। এওঁক বোলে কোনো মানুহে দেখিব নোৱাৰে। আন কি তেওঁৰ নিজৰ পুতেকেও আত্মহত্যা কৰিলে। এওঁৰ কাৰ্য্যকলাপৰ কথা শুনি মোৰ আনন্দ আগৰৱালালৈ মনত পৰিল। * * *

মহামহোপাধ্যায়ে মোক বিশেষকৈ অসমীয়া ভাষাৰ প্ৰাচীনত্ব সম্বন্ধে কথাবাৰ্ত্তা সুধিলে। মোৰ কথা শুনি তেওঁ বৰ সন্তুষ্ট হল। তেওঁ আৰু সুধিলে, আমাৰ দেশত কোন স্মৃতিৰ বিশেষ প্ৰচলন, মই "কামৰূপ স্মৃতিসাগৰ নিবন্ধন", আৰু "স্মৃতি কৌমুদী"ৰ কথা কলোঁ। সেই বিষয়ে কথোপকথনৰ পাচত তেওঁ কলে যে আমাৰ ব্ৰাহ্মণবিলাক সম্ভৱতঃ দাক্ষিণাত্যৰ বৈদিক শ্ৰেণীভুক্ত হব পায়। মই পঞ্চ গৌড়ীয় পাশ্চাত্য বৈদিক বুলি কলোঁ। এইদৰে আলাপ কৰি ৩ ঘণ্টা মানৰ পাচত—তাৰপৰা আহিলোঁ। মই prefaceখন পঢ়ি ওলোটাই দি কলোঁ যে preface ( প্ৰিফেচ ) খনত আমাৰ অলপ কথা কব লগা আছিল আৰু অনুবাদ কৰাত ঠায়ে ঠায়ে ইংৰাজী ইডিয়মেটিক হোৱা নাই।

তেওঁ তেতিয়া মোক 'প্ৰিফেচ'খন ৰিভাইজ আৰু ভাল কৰি দিবলৈ অনুৰোধ কৰিলে। ময়ো কৰি দিবলৈ গাত ললোঁ।

মহামহোপাধ্যায়ে মোৰ আগত যি 'মাদলা পঞ্জীৰ' কথা কৈছিল, তাৰ কথা কোৱাত মহাপাত্ৰই মোক সেই পঞ্জি দেখুৱাবৰ নিমিত্তে গাত ললে। তেওঁৰ লগত আটিকা সম্বন্ধেও অনেক কথা হল। মই প্ৰকাৰান্তৰে আটিকাৰ পক্ষপাতী নহওঁ বুলি কলোঁ।

**১৪ মাৰ্চ্চ—**

মহাপ্ৰভুৰ ফুলনিবাৰীত কেইজনীমান তিৰোতাই মহাপ্ৰভুক পিন্ধাবৰ নিমিত্তে মালা গাঁঠিব লাগিছে, এই ঠাইত জপ কৰি বৰ সুন্দৰ লাগিল।

**১৫ মাৰ্চ্চ—**

আজি সাগৰত সূৰ্য্য উদয় হোৱা চালোঁ। সাগৰত ডাঙৰ নাৱেৰে দীঘল বেড়া জাল পেলাই কেনেকৈ মাছ ধৰে তাক চালোঁ। একে বাৰতে অনেক মাছ উঠে। আমি চাৰি অনা পইচা দি ৪টা ডাঙৰ চন্দা মাছ কিনিলোঁ। একোটা চন্দা মাছ হাতৰ তলুৱাৰ সমান। একোডাল অভজা সৰু কাঠত দুটা মানুহ উঠি সাগৰৰ ভিতৰলৈ অনেক দূৰলৈ যায়, তাকো চালোঁ। তাৰ পাচত তাহিৰপুৰৰ জমিদাৰ শ্ৰীযুত বাবু সতীশচন্দ্ৰ চৌধুৰী মহাশয়ৰ লগত কথাবাৰ্ত্তা হলোঁ। তেওঁক বোধ কৰোঁ কালি শিলঙৰ বাবুজনে মোৰ কথা কৈছিল। তেওঁ মোক দেখি ভৰিত পৰি সেৱা কৰিলে। বাপাচানা লগত গৈছিল। বাপাচানাকো প্ৰণাম কৰিলে।

শ্ৰীযুত চন্দ্ৰনাথ শৰ্ম্মাৰ তাত সোমাই তাতে কাপোৰ-কানি থৈ বাপাচানাই ময়ে সাগৰত গা ধুই ঘৰলৈ আহিলোঁ। সাগৰত ঢৌ লৈ, শ্ৰীযুত চন্দ্ৰনাথ শৰ্ম্মাৰ তাত মাছ এটা দি আহিলোঁ।

থাই-বৈ উঠাৰ পাচত শ্ৰীমান প্ৰফুল্লৰপৰা চিঠি পালোঁ। সি লিখিছে যে শ্ৰীযুতা আয়ে এতিয়া উঠি লৰি ফুৰিব পাৰে। শ্ৰীমান গোলোকেশ্বৰৰ এবছৰ ফাটেক হোৱা শুনিছে বৰ বেজাৰ পালোঁ। জেছৰাজ তিলকচাঁদৰ ফাৰমত (ফাৰ্ম) মই টিনৰ দামৰ বাবে ২০০ টকা জমা দি আহিছিলোঁ। তেওঁ বোলে তেৰ টকা দামত টিন দিবলৈ গাত লৈছিল। এতিয়া টিনৰ কথা কোৱাত টিন নাই বুলি কৈছে। দেখা যাব সিহঁতে কেনেকৈ Contract ভাঙ্গে।

তাৰ পিচত টেম্পোলৰ মেনেজাৰ ৰায় বাহাদুৰ সখীচাঁদক দেখা কৰিলোঁ। মহাপ্ৰভুৰ আয় ২ লাখ আৰু বায়ো দুই লাখ বুলি তেওঁ কয়। তাৰপৰা আমি মহামহোপাধ্যায়ৰ তাত বহিলোঁ। তেওঁ উড়িয়া ভাষাত এটা সঙ্গীতৰ কিতাপ কৰিছে। সেইটো মোক উপহাৰ দিলে আৰু কিছুমান গান গাই শুনালে।

আমি দুয়ো মহাপ্ৰভুৰ মন্দিৰৰ ভিতৰত থকা লাইব্ৰেৰীটো চালোঁ। এই লাইব্ৰেৰীৰ নাম 'মুক্তিমণ্ডপ লাইব্ৰেৰী'। তিনিটা লাইব্ৰেৰীত ছাপা কিতাপ আছে আৰু এটা আলমাৰীত তালপাতৰ পুথি আছে। এই পুথিবোৰ এতিয়াও ছাপা হোৱা নাই।

**১৬ মাৰ্চ্চ**—

আজি পাণ্ডা এজন লগত লৈ ইন্দ্ৰদ্যুম্ন সৰোবৰত স্নান কৰিবলৈ গলোঁ। তাত স্নান আৰু পিতামহাদিৰ তৰ্পণ কৰি নীলকণ্ঠ মহাদেৱ দৰ্শন কৰি ঘুণ্ডচাবাৰী দৰ্শন কৰিবলৈ গলোঁ। এই মন্দিৰত মহাপ্ৰভু ৰথযাত্ৰাৰ সময়ত আহি ৭ দিন থাকেহি। এইটো মহাপ্ৰভুৰ মন্দিৰৰ আৰ্হিৰেই তাতকৈ সৰুকৈ কৰিছে। ইয়াত ভোগঘৰ কেইটাৰ ওপৰথন খেৰেৰে ছোৱা। সৰোবৰলৈ যাওঁতে বাটত দুইখন গাওঁ চাই গলোঁ। ইয়াত এক ৰকম বাৰমাহী ধান দেখিলোঁ। ইয়াৰ বিধান নিব খুজিছোঁ। এই ধানটো আমাৰ দেশত কেনে হয় এবাৰ চাব লাগে।

তাৰপৰা আহিলত, মুক্তিমণ্ডপ লাইব্ৰেৰীৰ লাইব্ৰেৰীযান আহিল মোক বেদ-বিদ্যালয় পৰিদৰ্শন কৰাবৰ নিমিত্তে। চাৰে তিনিমান বজাত বেদবিদ্যালয়লৈ গলোঁ। বেদবিদ্যালয়খন দেখি বৰ সন্তোষ পালোঁ। মহামহোপাধ্যায় সদাশিৱ মিশ্ৰৰ যত্নতে এই বিদ্যালয়খন স্থাপিত হৈছে বুলি জানিব পাৰি আৰু সন্তোষ পালোঁ। বৰ্ত্তমান স্কুলত মাথোন ২ জন ব্ৰহ্মচাৰী আছে আৰু আনবিলাক বাজে ছাত্ৰ।

বিদ্যালয় পৰিদৰ্শনৰ পাচত শ্ৰীযুত চন্দ্ৰনাথ শৰ্ম্মাৰ তালৈ গলোঁ। তেওঁৰ লগত তেওঁৰ বেমাৰ সম্বন্ধে আৰু দেশৰ অৱস্থা সম্বন্ধে অনেক কথাবাৰ্ত্তা পাতি সাগৰৰ দাঁতিত ফুৰিবলৈ গলোঁ।

মহামহোপাধ্যায়ে শ্ৰীযুত ভীমসেন মহাপাত্ৰক লগ পাই তেওঁৰ আগত হেনো মোৰ অনেক প্ৰশংসা কৰিলে।

**১৭ মাৰ্চ্চ, শুকুৰবাৰ**—

সাগৰত স্নান কৰিলোঁ। লোকনাথ শিৱ দৰ্শন কৰিলোঁ। তাৰপৰা যমেশ্বৰ শিৱ দৰ্শন কৰিলোঁ। তাৰ পাচত শ্বেত গঙ্গা আৰু শ্বেত মাধৱ দৰ্শন কৰি কপালমোচন শিৱ

দৰ্শন কৰি ১২ মান বজাত ঘৰলৈ আহিলোঁ। ভাত খাই, বিশ্ৰাম কৰি ৰাস-পঞ্চাধ্যায় পঢ়িলোঁ। পুৰীবাসী হিন্দু মাত্ৰেই দিনটোৰ ভিতৰত এবাৰ মহাপ্ৰভু দৰ্শন কৰিবই কৰিব। মষো দৰ্শন কৰিলোঁগৈ। আজি কেইবা ঠাইৰপৰা কেইবাখনো পত্ৰ পাইছোঁ। শ্ৰীযুত ভোলানাথ বৰুৱাৰপৰা ২ খন আৰু সঞ্জীৱনী অফিচৰ বাবু সুকুমাৰ মিত্ৰৰপৰা 'অকণ' উলিওৱা সম্বন্ধে ১ খন আৰু গুৱাহাটীৰ শ্ৰীযুত যোগেন্দ্ৰ বৰুৱাৰপৰা ১ খন।

**১৮ মাৰ্চ্চ—**

আজি পুৱা উঠি চিঠিৰ উত্তৰ লিখিছোঁ আৰু কিছুমান পট আৰু নিৰ্ম্মালি ঘৰলৈ, জগতলৈ, গঙ্গালৈ, কামাখ্যালৈ, স্বৰ্ণলৈ আৰু নগাৱঁৰ বিষ্ণুলৈ পঠাইছোঁ। বহুত পত্ৰ লিখিব লগা হোৱাত আজি পুৱা আৰু কোনো কাম কৰিব পৰা নগল। শ্ৰীমান বাপাচানা (শৰৎ) আৰু বাপুটিয়ে সাগৰত স্নান কৰিবলৈ গৈছিল। আজিৰ তাৰিখৰ 'Servant' (চাৰ্ভেণ্ট) পঢ়িলোঁ। তিনি বজা মানত 'মাদল পঞ্জী' চাবৰ নিমিত্তে গলোঁ।

## মাদল পঞ্জী

মহাপ্ৰভুৰ মন্দিৰ সম্বন্ধে বেলেগ বেলেগ ৰজাসকলৰ সময়ত যাৱতীয় প্ৰধান কাম হৈছে তাক তালপাতত পুথি আকাৰে লিখা আছে। এজন 'দেউলকৰণ' বুলি মন্দিৰৰ বিষয়া আছে। তেওঁ বংশানুক্ৰমে এই পঞ্জী লিখি আহিছে। বৰ্ত্তমান 'দেউলকৰণ' শ্ৰীযুত গৌৰাঙ্গচৰণ সামন্তৰায় আদি পুৰুষ বন্ধু মাহন্ত কেইবা পুৰুষৰ আগেয়ে 'দেউলকৰণ' অৰ্থাৎ দেৱালয়ৰ কাকতী আছিল। এইবিলাক জাতত কায়স্থ। মই তেওঁবিলাকৰ ঘৰলৈ মহাপাত্ৰৰ এজন মানুহে সৈতে গলোঁ আৰু দেউলকৰণে য'ত 'মাদল পঞ্জী' থৈছে, সেই ঠাই দেখালে। এটা পকী ঘৰৰ কোঠালিত কাঠৰ ৰেক্ কৰি পঞ্জীবিলাক সজাই থোৱা হৈছে। সৰু সৰু তালপাতৰ পুথিবিলাক প্ৰায় ১॥ হাত গোটাই একোটা ডাঙ্গৰ মুৰা বান্ধি থোৱা হৈছে। একোটা মুৰা একোটা সৰু মাদলৰ সমান আৰু দেখিবলৈকো মাদলৰ নিচিনা। সেই গুণেই এইবিলাক 'মাদল পঞ্জী' বোলে।

'মাদল পঞ্জীত' কোন ৰজাই কি কৰিলে তাকো লিখা আছে আৰু কেতিয়া কাক কি মাটি-বাৰী দিছে সেই কথাও বেলেগে লিখা আছে। এইবোৰ সমসাময়িক লিখা হোৱা বাবে সঁচা কথা, মই কিছুমান পঢ়াই শুনিলোঁ। লেখাটো স্পষ্ট আৰু তাত কোনো অতিৰঞ্জিত কথা নাই। মাদল পঞ্জীৰ প্ৰথম অংশৰ ভেটি পৌৰাণিক। তাৰ পাচৰপৰা গৌতমদেৱ বুলি এজন মানুহ ৰজাৰ উল্লেখ কৰি তেওঁৰ বংশাৱলী এইদৰে দিছে :—



